মহাশ্বেতা দেবী




অনুবাদ/মনুসেন



ভবানী পাবলিশিং কনচার্ন

অৰণ্যৰ অধিকাৰ
মূল ৰচনা : মহাশ্বেতা দেৱী
অসমীয়ালৈ ভাঙনি : মনুসেন
প্ৰথম অসমীয়া ভাঙৰণৰ প্ৰকাশ :
ফেব্ৰুৱাৰি উনৈছ শ উননব্বৈ চন । প্ৰকাশক :
বনবিহাৰী চক্ৰৱৰ্তী, ভৱানী পাবলিচিং কনচাৰ্ন
ওৱান-এইচ ৰাধানাথ মল্লিক লেন কলিকতা বাৰ।
মুদ্ৰক : নাৰায়ণ দাশ : এম এন প্ৰিণ্টাৰ্ছ আঠচল্লিছ
আমহাষ্ট ৰো কলিকতা ন। প্ৰাৰম্ভিক পাতবোৰ মুদ্ৰণত :
অৰুণ চক্ৰৱৰ্তী : চক্ৰৱৰ্তী প্ৰিণ্টাৰ্ছ এক অৱ তিনি সীতাৰাম
ঘোষ ষ্ট্ৰিট কলিকতা ন : প্ৰচ্ছদ : তুষাৰ সান্যাল

.......................................  .  .....

বেচ : ৪০ টকা

.....................................  . . ..  ......

*aranyar adhikar originally written in bengali by mahasweta devi. translated from bengali into assamese by monusen first published in assamese february nineteen eightynine publisher banabihari chakraborty bhabani publishing concern one-h-radhanath mullick lane calcutta twelve · printers narayan das m. n. printers fortyeight, amherst row calcutta nine . title printers arun chakraborty chakraborty printers one-three sitaram ghosh street c a l c utta nine cover . t u s h a r sanyal*

# পাতনি

ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত বীৰসা মুণ্ডাৰ নাম আৰু বিদ্ৰোহ সকলোকালৰেপৰাই স্মৰণীয় আৰু তাৎপৰ্যপূৰ্ণ। এই দেশৰ যি সামাজিক আৰু অৰ্থনৈতিক পটভূমিত তেওঁৰ জন্ম আৰু অভ্যুত্থান, কেৱল এক বিদেশী চৰকাৰৰ বিৰুদ্ধে, বা সেই বিদেশী চৰকাৰৰ শোষণৰ বিৰুদ্ধে বিদ্ৰোহ মাথোন নাছিল, সেই বিদ্ৰোহ বা অভ্যুত্থানে সামন্তযুগীয় বিধি-ব্যৱস্থাৰ বিৰুদ্ধেও মূৰ দাঙি উঠিছিল। এই সমুদায় ইতিহাসৰ বিচাৰ-বিবেচনা নকৰাকৈ বীৰসা মুণ্ডাৰ আৰু তেওঁৰ অভ্যুত্থানৰ যথাৰ্থতাৰ যথাযোগ্য মূল্যায়ন অসম্ভৱ কথা।

লেখক হিচাপে, সমকালীন সামাজিক মানুহ হিচাপে বস্তুবাদী ঐতিহাসিকৰ সৰ্ববিধৰ দায়-দায়িত্ব বহন কৰাত আমি অংগীকৃত। দায়িত্বৰ অস্বীকাৰ কৰাৰ অপৰাধ সমাজে কদাপি ক্ষমা নকৰে। মোৰ বীৰসা কেন্দ্ৰিক উপন্যাস সেই অংগীকাৰৰ ফলশ্ৰুতি।

তথাপি, উপন্যাসে সদায় তাৰ আংগিক ৰীতিক মানি চলে, নিজ বাটেৰে খোজ লয়, আৰু [illegible] উপন্যাস বীৰসাৰ মৃত্যুতে সামৰিবলগা হয়। কিন্তু জীৱন, বিদ্ৰোহ, তথা চলিত [illegible] ঘটনাপ্ৰবাহৰ সত্যতা কোনো কালতে কোনো দেশতে কোনো এজনৰ মৃত্যুৰে শেষ নহয়। উত্তৰাধিকাৰৰ বাটেৰে কাল কালান্তৰত তাৰ গতি থাকে অব্যাহত। বিদ্ৰোহৰপৰা জন্ম লয় বিপ্লৱে। আৰু সেই দিশৰ পৰা মোৰ উপন্যাসৰ অন্ত পৰ্বৰ অন্ততো পৰিশিষ্ট তথা উপসংহাৰ সংযোজিত কৰিবলগা হ'ল।

এই উপন্যাসখন ৰচনাৰ ক্ষেত্ৰত [illegible] সুৰেশ সিং ৰচিত '*Dust Storm and Hanging* [illegible]' গ্ৰন্থখনৰ ওচৰত মই বিশেষভাৱে ঋণী। সুলিখিত তথা তথ্যপূৰ্ণ উক্ত গ্ৰন্থখন নোহোৱাকৈ এইখন উপন্যাস লিখি উলিওৱা সম্ভৱ নহ'লহেঁতেন।

—মহাশ্বেতা দেৱী

মঞ্জু আর শমীক বন্দ্যোপাধ্যায়কে

## অনুবাদকৰ অগ্ৰংবগ্ৰং

এসময়ত, যেতিয়া ছদ্মনাম এটিৰ আঁৰ লৈ, অসমীয়াত কেৱল গান ৰচিছিলোঁ, তেতিয়া 'অসমীয়া মুঠমাট ভালেই জানো' বুলি ভাবি ভুঁৱা-ফুটা ভাও দিছিলোঁ। পৰৱৰ্তী সময়ত, কেৱল গান লিখি থাকিয়া পেটে উৱাল গাই জপাটি হওঁ হওঁ হ'লে, তেতিয়া, পেটত হাত দি থকাৰ-পৰা সাৰিবলৈ পদ্য এৰি গদ্যত ধৰি সেইটো পেটতে হাত ভৰি লুকোৱাৰ উপক্ৰম হ'ল। সেই যে কথাত আছে— 'অলপ ঘাতে নসয় আবুধি, বিপুৰ হ'লে হয় হতবুধি'— মোৰো হ'ল তেনেকুৱা অৱস্থা। গদ্যৰ ভাষা সাগৰত নামি থাউনি নোপোৱা হৈ এবাৰ ভাবিলোঁ— পলাই যাওঁ। পিছত মুহূৰ্তেকৰ পাছতে ভাবিলোঁ— নাওঁনো কনি? পিছে-বহুত চেষ্টাৰে সাৰিছিলোঁ যিটো। উনৈশ শ উনাশী চনৰ পাছৰপৰা আপোনালোকক এনে আধা কেঁচেলুৱা অসমীয়া পঢ়াৰ কষ্টজনিত পদাপাল দেখাৰপৰা বচাই দি— পুনৰ গানৰ গুটীয়া ভকতটি হৈ গৰপীয়া নামে সৰা নামে একেলগে পাতিছিলোঁ। কিন্তু ভৱানীৰ এই ভেকো ককা প্ৰকাশকটিয়ে পুনৰ মোক গানৰ চৰণীয়া পথাৰৰপৰা ধৰি আনি ভাষা-ভঁৰাৰ পথাৰক গলে-খুটাই বান্ধিলে। আৰু লগে লগে আপোনালোকো পুনৰ এই ভাষাৰ আলিবাটত চালি ধৰা শিয়াল বাগি দি ফুৰা চিকা-ফুৰাটিৰ হাতত পৰিলে। ভেকো-ককাই বিশ্বন পুথি ভাঙিবলৈ মোৰ হাতত গতাই দিলে, চকুৰে চাকি চাই ভালৰো ভাল পাই আৰু দহৰ কাৰণে প্ৰয়োজনীয় বুলি ভাবি, মোৰ পক্ষে দহ নখৰ বানি বুলি জানিও, গালি খাবৰ, তথা মৰিবৰ আবুধি পুনৰ গলত বান্ধি ল'লোঁ। দোষ ভেকো-ককাৰ নহয়, মোৰো নহয়, দোষ - সেই 'জয়মতী'ৰ জ্যোতিপ্ৰসাদ আগৰৱালৰ— যিজনাই নিজ হস্তেৰে এই শিহপুলিটিক পুতিছিল, আৰু দোষ 'আহ্বান'ৰ ডা. দীননাথ শৰ্মাদেউৰ— যিজনে সেই বিহপুলিটিৰ শুৰিত সাৰ চপাই সহপাঠীয়া কৰি তোলাৰ বৰ্থ চেষ্টা কৰিছিল।

ভাষা-ফুলনিত অনধিকাৰ প্ৰৱেশৰ আৰু দহভকতক তামা কটা দেখুৱাবৰ বাবে দহো বাইজৰপৰা ক্ষমা প্ৰাৰ্থনাৰে— ইতি বাৰ্তা।

—মঙসেন

৯ জুন।

১৯০০ চন।

ৰাঁচী জেল।

আগবেলা আঠবজাত তেজ বঁতিয়াই বীৰসা অচেতন হৈ পৰিল। বীৰসা মুণ্ডা, ছুগানা মুণ্ডাৰ পুতেক, বয়স পঁচিছ, বিচাৰাধীন বন্দী।

১৯০০ চনৰ ফেব্ৰুৱাৰি মাহৰ তিনি তাৰিখে ধৰা পৰিছিল বীৰসা। কিন্তু মে' মাহৰ শেষ সপ্তাহলৈকো বীৰসা আৰু আন মুণ্ডাহঁতৰ বিৰুদ্ধে পুলিচে আদালতত গোচৰ তৰিব নোৱৰা হ'ল, সকলো অপৰাধ জাৰি-জোকাৰি মাঠিমুঠি চাই, সাধীয়ে-চাবুদে জাল ফালি ওলাব নোৱৰা জিভা মুখুৰোৱা কেছ এটি দাখিল কৰিব নোৱাৰিলে।

অৱশ্যে মুণ্ডাহঁতৰ হৈ বাৰিস্টাৰ জেকৰ যুঁজি আছিল, এতিয়াও যুঁজি আছে, আৰু বীৰসাই জানিছিল, বাৰিস্টাৰ জেকৰে সিহঁতৰ হৈ যুঁজি থাকিবও।

লগতে এই কথাটোও বীৰসাই জানিছিল যে জেকৰে আচুতীয়াকৈ তাৰ কাৰণে যুঁজিব নালাগে। ক্ৰিমিনেল কোড-ৰ বহুতো ধাৰাৰে বীৰসাক বন্দী কৰা হৈছিল; কিন্তু তথাপি বীৰসাই জানিছিল, দণ্ড তাৰ নহ'ব।

অজ্ঞান বীৰসা।

অচেতন।

কিন্তু তাৰ অৱচেতন মনত সকলো কথা সি জানিব পাৰিছে, অৱচেতন মনৰ চেতন দাপোণত দেখা পাইছে—ছবিৰ পাছত ছবি···।

মুণ্ডাৰ জীৱনত ভাত হ'ল সপোনৰ দৰে। মুণ্ডাৰ একমাত্ৰ খাদ্য হ'ল 'ঘাটো', যি খাদ্য চীনাঘাঁহৰ দানা পগাই বনোৱা হয়। এই একমাত্ৰ খাদ্যহে মুণ্ডাহঁতে খাবলৈ পায়।

আৰু সেইদেখিহে, মুণ্ডা মানুহে ভাত কেৱল সপোনতহে খাব পাৰে।

এই 'ভাতে'ই কিবা নহয় কিবা প্ৰকাৰে বীৰসাৰ জীৱনক নিয়ন্ত্ৰণ কৰিছিল। অধিকভাগ সময়তে বীৰসাৰ যে উদ্ধত ঘোষণা : 'কেলে' ? 'মুণ্ডাই শুদা ঘাটো খাব কেলে' ? কিয় সি দিকুহঁতৰ দৰে ভাত নাখাব ?'

আৰু ১৯০০ চনৰ ফেব্ৰুৱাৰিৰ তিনি তাৰিখে যে বীৰসা ধৰা পৰিছিল, ধৰা পৰিছিল ভাতৰ কাৰণে। ভাত ৰন্ধা হেতুকেহে ধৰা পৰিছিল বীৰসা। বীৰসা টোপনিৰ কোলাত জাহ গৈছিল, ছোৱালী এজনীয়ে ভাত বান্ধি আছিল, নীলা আকাশলৈ ধোঁৱা বলি আছিল, বীৰসাই টোপনিয়াই আছিল, আৰু সেইবিলাকে আকাশত গুলুম বান্ধি উঠা সেই ধোঁৱা দূৰৈৰপৰা দেখা পাইছিল।

তাৰ পাছত বন্দগাঁও, তাৰ পাছত খুন্‌টি, আৰু তাৰ পাছত—

ৰাঁচী।

বীৰসাৰ হাতত আছিল হাত-কেৰেয়া, দুকাষত দুটা পুলিছ। বীৰসাৰ মূৰত পাগ, পিন্ধনত চুৰিয়া। গাত চোলা-তোলা একো নাছিল তাৰ, সেয়েহে বতাহ আৰু ৰ'দে একেলগে বিন্ধি আছিল গাৰ ছাল। আলিবাটৰ দুয়ো কাষে মানুহ আৰু মানুহ। অসংখ্যাত। সকলোটিয়েই মুণ্ডা। সিহঁতে হামবাও কাঢ়ি, হাহাকাৰ কৰি কান্দি আছিল। তিৰোতাহঁতে বুকুত ধুনি ধুনি মূৰ মাৰি মাৰি কান্দি আছিল, আকাশৰ পিনে হাত দাঙি দাঙি কান্দি আছিল। আৰু পুৰুষ মুণ্ডাবিলাকে কৈ আছিল : 'যিহঁতে তোমাক ধৰা কৰালে, ধৰাই দিলে তোমাক, সিহঁতে মৰুৱা শেষ দেখা পাব নাই। চিকাৰ ধৰা কৰাবলে' যদি জাল তৰিছে, সিহঁতৰ সেই জালত ধৰা ৰবা আৰু শহা সিহঁতে ঘৰ্‌তে লৈ যাব পাৰিব নাই।'

কিন্তু বীৰসাৰ খং উঠা নাছিল। সিহঁতৰ ওপৰত খং উঠা নাছিল বীৰসাৰ। তাক ধৰাই দিয়াৰ কাৰণে খং উঠা নাছিল তাৰ।

ধৰাই দিলে।

কিয় নিদিব? কিয় ধৰাই নিদিব? ডেপুটি কমিছনাৰ ছাহাবে সিহঁতক লেখি লেখি পাঁচশ টকা দিয়া নাছিলনে? পাঁচশ টকা বহুত টকা। কোনো মুণ্ডা মানুহৰ পাঁচশ টকা নাথাকে। মুণ্ডাই যদি বাতিৰ পৰতে টোপনিত সপোনতো দেখে, সপোনত বৰ বেছি মহাৰাণীৰ ছাব মৰা দহটকীয়া এখন দেখা পাব পাৰে। আৰু সিহঁতে পালে পাঁচশ টকা!

ধৰাই নিদিব কিয় বীৰসাক?

আচলতে—নিজৰ ওপৰতে বীৰসাৰ খং উঠিছিল। টোপনি গ'ল কিয় সি? টোপনিয়ে জোকালে বুলিয়েই টোপনিত লাল-কাল দিব লাগিবনে? নহ'লে দেখোন সি-ও সাৰে থাকিব পাৰিলেহেঁতেন। আৰু—সাৰে থকা হ'লে তাক কোনেনো ধৰে?—তেতিয়া সি জুই জ্বলাই ভাত বান্ধিবলৈ নিদিলেহেঁতেন। আৰু জুই নজ্বলোৱাহেঁতেন আকাশতো ধোঁৱাই গুলুম নাবান্ধিলেহেঁতেন। কোনেও গমেই নাপালে-হেঁতেন। গৈ থাকোঁতে বীৰসাই ভাবি আছিল, এতিয়া অজ্ঞান-অচেতন বীৰসাই অৱচেতন মনত ভাবিলে: সেই জুই সিহঁতে মুমাইছিলনে? জুইৰ কথাত মুণ্ডাহঁতৰ সিমান মন-কাণেই নাই। উমি উমি জ্বলি থকা জুইৰেপৰাই যে বনাগ্নিৰ সৃষ্টি হয়, বন উছন হয়, জলি-পুৰি খাখা হয়, সেই কথালৈ মুণ্ডাহঁতে বৰ মনেই নকৰা হয়। আৰু—যোৱা কেবছৰমান ধৰি বন-বননি বৰ শুকনি হৈ পৰিছিল, খৰ-টনা হৈছিল। আৰু সেইদেখিহে বীৰসাই উলগুলানৰ যোগেদি—মহাবিদ্রোহৰ যোগেদি—সকলো বৰ ভালকৈ, নিবহু-নিপানীকৈ জ্বলাব খুজিছিল।

উলগুলানৰ জুয়েৰে অৰণ্যক জ্বলাব নোৱাৰি, মানুহৰ হৃদয় আৰু তেজহে জ্বলাব পাৰি। সেই জুয়ে অৰণ্যক নজ্বলায়। অৰণ্যই, নতুনকৈ মুণ্ডা-জননীৰ দৰে, বীৰসাৰ মাতৃৰ দৰে, অৰণ্যৰ সন্তানহঁতক কোলাত লৈ নিচুকায়।

আৰু সেয়েহে বীৰসাক লাগিছিল—

অৰণ্যৰ অধিকাৰ।

অৰণ্যক দিকুহঁতৰ অৰ্থাৎ বহিৰাগতহঁতৰ দখলৰপৰা আঁজুৰি আনিব। অৰণ্য হ'ল মুণ্ডাহঁতৰ মাতৃ, আৰু দিকুহঁতে—বহিৰাগতহঁতে—মুণ্ডাসৱৰ জননীক অপবিত্ৰ কৰি থৈছে। উলগুলানৰ জুই জ্বলাই বীৰসাই জননীক পবিত্ৰ কৰিবলৈ বিচাৰিছিল। তাৰ পাছত—মুণ্ডা আৰু হো, কোল আৰু চাঁওতাল, ওৰাওঁ, অৰণ্যৰ অধিকাৰ, ছোটনাগপুৰৰ অৰণ্যৰ অধিকাৰ, পালামৌ, সিংভূম, চক্ৰধৰপুৰ, সকলো অৰণ্যৰ অধিকাৰীসকল সিহঁতৰ মাতৃৰ কোলালৈ পুনৰ উভতি যাবগৈ বুলি ভাবিছিল।

বীৰসাই অনুভৱ কৰিলে, সি ক'ৰবালৈ যাবলৈ ওলাইছে···। কিয়নো আজিৰ ৰাতিপুৱাতে সি প্ৰচণ্ডভাৱে তেজ বঁতিয়াইছে। অজ্ঞান হৈ পৰাৰ আগে আগে বীৰসাই নিজৰ তেজৰ ৰৰণ দেখি মুগ্ধ হৈ পৰিছিল।

তেজৰ ৰৰণ ইমান যে ৰঙা!

তেজ—ৰক্ত যে সকলোটিৰেই ৰঙা, এইষাৰ কথা বৰ প্ৰয়োজনীয় আৰু জৰুৰী বুলিও বোধ হ'ল তাৰ। এই কথাষাৰ কাৰোবাক কোৱাৰ বৰ দৰকাৰ আছিল যেন। কাকনো? কাক ক'ব লাগিছিল? কোনেনো নজনাকৈ আছে কথাটো? অমূল্যই জানে, বীৰসায়ো জানে, জানে মুণ্ডাহঁতেও। বগা বঙালহঁতেহে নাজানে। ওঁ, নাজানে ছাহাব-বিলাকে। জেকবে জানে। জেকবো ছাহাব, তথাপি, এই ছাহাব সেই ছাহাব নহয়। এই ছাহাবে জানে। কিন্তু জেল ছুপাৰ, ডেপুটি কমিছনাৰ, এইবোৰে নাজানে। পুলিছ ছুপাৰেও নাজানে। নজনা বাবেহে সিহঁতে সৈন্যবাহিনী আৰু বন্দুক আৰু বৰটোপেৰে লেঙোটি পিন্ধা যাঠি-জোং কাঁড়-তীৰ, শিল-পাথৰৰ সম্বল থকা মুণ্ডাহঁতক মাৰক মনে মাৰিবলৈ আহিছিল। বীৰসাই মাতিব পৰাহেঁতেন, ক'লেহেঁতেন, 'হেৰা ছাহাবহঁত! তেজে তেজে ভেদ নাই। মৰিয়ালে তোমালোকক যিমানখিনি লাগে, মুণ্ডাকো তিমানখিনিয়েই লাগে। মুণ্ডাহঁতৰ জীৱন তোমালোকে জবৰদস্তীকৈ দখল কৰিছা। সেই দখল এৰি যাওঁতে তোমালোকৰ যিমান বিষ উঠে, জংগল আবাদ কৰি মুকলি কৰা মাটি দিকুহঁতৰ হাতত গটাই দিয়াত মুণ্ডাহঁতকো ঠিক সিমানেই বিষায়।

কিন্তু বীৰসাই একো ক'ব নোৱাৰিব। চকুযুৰি মেলিবকে পৰা নাই সি, ভিতৰত কোনোবাই যেনিবা মহুৱা তেলৰ জোঁৰ আৰু বন্তি মুমাই দিব ধৰিছে। কোনোবাই যেনিবা দোলনি দিছে বীৰসাক। নিচুকাইছে ...কৈ আছে...ঘুমটি মাৰ্, ঘুম্ কৰ, বীৰসা, ঘুম্ যা ৰে..., ঘুমা ৰে...।

আগবেলা আঠবজাত তেজ বঁতিয়াই বীৰসা অজ্ঞান হ'ল।

আৰু ঠিক তেতিয়াই ৰাঁচী জেলৰ খোটালীয়ে খোটালীয়ে কান্দনৰ বোল উঠিল। কিন্তু ৰাঁচী জেলৰ ছুপাৰ ছাহাবে সেই কান্দনলৈ কাণ দিয়াৰ প্ৰয়োজন বোধ কৰা নাছিল।

বীৰসা যে মৰিব—সেই কথাত সন্দেহৰ থল নাই। জেল ছুপাৰে তেতিয়া চিন্তি আছিল অন্য এটা কথা: লেফটেনান্ট গৱৰ্ণৰক কি বাতৰি পঠাব। তেওঁ বাৰে বাৰে হাতঘড়ি চাবলৈ ধৰিলে। দেহা কি চাবা ইয়াৰ! একেবাৰে যাক বোলে জালুক খাই তোলা। আশ্চৰ্য্য প্ৰাণশক্তি! মে' মাহৰ ত্ৰিছ তাৰিখৰপৰা পাটী লৈছে যে লৈছেই, আৰু ফেব্ৰুৱাৰিৰপৰা অকলে এটা ছেলত বিনাবিচাৰত আটক হৈ আছে। ফেব্ৰুৱাৰিৰ আগতে কিমান দিন যে হাবিয়ে-বননিয়ে পলাই পলাই ফুৰিবলগা হৈছিল! খোৱা-বোৱা যে কেনেকৈ কি কৰিছিল সিহে ক'ব পাৰিব। কিন্তু মৰাৰ নাম-গোন্ধকে নাই!

এতিয়া সি মৰিব লাগে। নহ'লে এই কথা প্ৰমাণ হৈ যাব—বীৰসা সঁচাসঁচিকৈয়েই ভগৱান। কিয়নো ভগৱান নোহোৱাহেঁতেন ইমান দিনত সি নিশ্চয় মৰিলহেঁতেন।

বীৰসাৰ মৃত্যু হ'ল আগবেলা ন বজাত।

জেল ছুপাৰ এগুৰাবছন থিয় হৈ আছিল ঘড়ি হাতত লৈ। মাজে-মধ্যে নাড়ীৰ গতি পৰীক্ষা কৰি চাইছিল। ক্ষীণ, অত্যন্ত ক্ষীণ নাড়ীৰগতি। বীৰসাৰ চকুযুৰি জাপ খোৱা। কপালখন অলপমান কোঁচ খাই আছে। কৌতূহলত এগুৰাবছন তলমুৰ হ'ল। সমুখলৈ দোঁ খাই পৰিল অলপ।

এতিয়া দোঁ খাব পাৰি। এতিয়া আৰু তলমূৰ হোৱাত দোষ নাই। যি বগা হাত, বগা ছালক সি ঘিণাইছিল, এতিয়া সেই হাতেৰে তাৰ ঘাম লগা কপাল, গাল ছুব পাৰি।

তাৰ মুখখন ছুই এগুৱাৰছনৰ এক আশ্চৰ্য্য অনুভূতি হ'ল। —এয়েনে সেই বীৰসা, যাৰ কাৰণে তুখন জিলাৰ পুলিছ আৰু সৈন্য সাত-চেউৰীৰ লৰ দি আহিছিল?

সুগঠী সুন্দৰ চেহেৰা।

তাক মুণ্ডা বুলি ক'ব কোনে?

এতিয়া তাৰ মুখত মৃত্যুৰ ছাঁ।

এগুৱাৰছনে বীৰসাৰ নাড়ী চালে। বেলা ন-টামানত তাৰ নাড়ী ক্ষীণৰপৰা ক্ষীণ হৈ, এসময়ত বৈ দিলে। অকস্মাৎ দেহ শিথিল হৈ পৰিল। কপালৰ আঁক মিলাই গ'ল। দেহ হ'ল প্ৰশান্ত। স্থিৰ হ'ল। মৃত্যুৰ বাহিৰে আন একোৱেই এনেকৈ প্ৰশান্তি কঢ়িয়াই আনিব নোৱাৰিলেহেঁতেন বীৰসা মুণ্ডাৰ দেহত।

ন বজাত মৃত্যু হ'ল তাৰ।

তেতিয়া তাৰ হাতৰপৰা, ভৰিৰপৰা শিকলি সোলোকাই লোৱা হ'ল। জীৱিত অৱস্থাত, জেলৰ ছেল্ নামৰ এই নিসংগ কুঠৰীত যেতিয়া সি এক অজ্ঞাত অচিকিৎস্য অসুখত ভুগি আছিল, তেতিয়া এই শিকলিডাল সোলোকাই লোৱাটো সম্ভৱ নাছিল। তাক বিশ্বাস কৰা সম্ভৱ নাছিল। চাঁওতাল-সৱৰ 'হুল্'—মানে 'দ্ৰোহ' মাথোন নহয়, চৰ্দাৰহঁতৰ 'মুল্কই লড়াই' নহয়, বীৰসাই থাউগেৰি মাৰিছিল··· বিভিয়াইছিল 'উলগুলান'ৰ বাবে, এক সমগ্ৰ বিদ্ৰোহৰ বাবে···।

সেই বীৰসা আৰু নাই।

তেতিয়া তাৰ দেহৰপৰা শিকলি সোলকোৱা হ'ল, মুখৰপৰা বিবিছি-গুলোৱা তেজ মচি পেলোৱা হ'ল। তাক বাহিৰলৈ লৈ অহা হ'ল। এজন এজনকৈ সিহঁতকো বাহিৰলৈ লৈ অহা হ'ল, মুণ্ডা বন্দীহঁতক।

ভব্মি, গয়া, ছুখ্ৰাম, ডোন্কা, ৰামাই, গোপী আদি কৰি চাৰিশ বন্দীক জেলৰ ছেলৰপৰা ৰাঠি-সত্তৰজন বন্দীক আমোতে চেৰ সময় লাগিল, কঁকালৰ হাতৰ ভৰিৰ শিকলি টানি টানি খোজ কাঢ়োঁতে চেৰ সময়ৰ আৱশ্যক হয়, তাৰোপৰি আকাশৰপৰা এতিয়াও জুই বৰষিছে, জুনমহীয়া গপগপীয়া গৰমত লৌহ শিকলিৰ গধুৰ বোজাৰে দোঁ খাই পৰা কৃষ্ণ দেহৰ গতি বৰ লেহেম।

সেয়েহে, সিহঁতে আহোঁতে অনেক সময় ল'লে, অনেক সময় ল'লে বীৰসাৰ দেহৰ চাৰিওফালে নিঃশব্দ পদক্ষেপৰে এপাক মাৰোঁতে।

নিৰ্বাক·· নিবোল···নিসাৰি···

শান্ত···ধীৰ পদক্ষেপ···

কোনো খৰখেদা নাই···

এগুৱাৰছন ধৈৰ্য্যহীন হৈ পৰিছিল। তেৰেঁই জেল ছুপাৰ, আকৌ তেৰেঁই চৰকাৰী ডাক্টৰো হয়। বীৰসাৰ দেহ কাটিব লাগিব, ফালিব লাগিব। তাৰ আগতে হাতে-টনা বিচনী থকা কোঠাত বিচনীৰ তলত বহি গা জুৰ পেলোৱা দৰকাৰ, আৰু ঠাণ্ডা বিয়াৰৰ যে আৰু বেছি দৰকাৰ। ৰাঁচী জেলৰ গেলা গৰমত তেওঁ বৰ কষ্ট পাই আছিল। কিন্তু এই মুণ্ডাহঁত যে! বৰ অবাধ্য। একোপধ্যেই চকু নাদাঙিব। তল-চকুৱা হৈ সিহঁতে ব' লাগি চায়েই আছে সিহঁতৰ ভগৱন্তলৈ, মৃত ঈশ্বৰৰ দেহা বেঢ়ি শিকলিৰে বন্ধা ক'লা-লেংটি পিন্ধা বন্দীমখাই কইনা বুলন দি দি পাক মাৰিছে হয়; কিন্তু এটায়ো চিনাক্ত নকৰিলে। নক'লে, 'ওঁ, এয়ে আমাৰ বীৰসা ভগৱান।'

'চিনাক্ত কৰা, চিনাক্ত কৰা!'

এগুৱাৰছনে অধৈৰ্য্যভাৱে ক'লে।

ওঁ, বৈ দিলে এজন মানুহ। তাৰ কপালত বেয়নেটৰ খোঁচৰ ঘা আছে—সেইদেখিহে বুজি পোৱা হ'ল—ই ভৰ্মি মুণ্ডা। নহ'লে ইহঁতৰ আটাইবোৰৰে মুখ, ক'লা ক'লা মুখবোৰ হুবহু এক, এগুৱাৰছনে সাইলাখ একেই যেন দেখে।

ভৰ্মি শিলৰ দৰে থিয় হৈ আছে, চাই আছে ··।

'কোননো ? কাক দেখিছানো—?'

ভৰ্মিয়ে একো উত্তৰ নিদিলে, থিয়া-থিই কৰি থাকিল সি। তাৰ পাছত—হঠাৎ যেনিবা তাৰ অন্তৰৰপৰা গান ওলাই আহিল। দুৰ্বোধ্য সুঁওাৰী গান, বিলাপৰ দৰে সুৰ, আৰ মন্ত্ৰৰ দৰে গভীৰ। ভৰ্মিয়ে গালে ঃ

হে ওতে দিছুম ছিৰ্জাও
নি' আলিয়া আনাছি
আলম্ আন্তুলিয়া
আমা' বেগে ভৰোছা
বিশ্বাস মেনা··।
[ হে জগতৰ স্ৰষ্টা,
ব্যৰ্থ নকৰা প্ৰাৰ্থনা
তোমাত পূৰ্ণ বিশ্বাস আমাৰ হে···। ]

ব্যৰ্থ আক্ৰোশতে এগুৱাৰছনে চিঞৰি উঠিল, 'হঠাও, হঠাও··।'

এটা ওৱাৰ্ডাৰে ভৰ্মিক ঢকা এটা মাৰিলে।

সিহঁত গুচি গ'ল।

বীৰসা ৯ জুনৰ আগবেলা ৯ বজাত মৰিল; কিন্তু আবেলি পাঁচ বাজি ত্ৰিছ মিনিট যোৱাৰ আগতে ছুপাৰে মৰণোত্তৰ অন্তখিনি সামৰিব নোৱৰা হ'ল। তাৰ পাছত—মৰণোত্তৰ তদন্তৰ প্ৰতিবেদনত লিখিলে ঃ 'পাকস্থলীৰ ঠায়ে ঠায়ে লোবোল খাই খলমা বাহ্নিছে, ক্ষুদ্ৰান্ত্ৰ ৰব সক হৈছে, ক্ষয় হৈ হৈ। বহু পৰীক্ষাৰ ফলতো পাকস্থলীত বিষ বা তদ্জাতীয় একো পোৱা হোৱা নাই।' ইমানখিকে লিখাৰ অন্তত তেওঁ বহাৰপৰা উঠিল, উঠি, হাতত অ'ডিকোলন সানি ল'লে। গুডি চালে হাত ধুৱন। সুগন্ধি চাবোনেৰে গা ধোৱাৰ পাছতো গাৰপৰা বীৰসাৰ গোন্ধ নোযোৱা-যাওঁৰা হৈছে। আচৰিতেই! ফৰ্মালিন আক স্পিৰিটেৰে মচি দিয়া দেহৰপৰা মৃত্যুকে পঁচা গোন্ধ ওলাইছিল। পাচন-ক্ৰিয়া আৰম্ভ হ'লে পোনতে তেনেহেন গোন্ধেই ওলায়। হয়।

লিখিলে ছুপাৰে : 'তেজ-শাঁৰত আক্ৰান্ত হোৱাৰ পাছত কলেৰাৰ সংক্ৰমণৰ ফলত বৃহদন্ত্ৰৰ ওপৰিভাগ দোবোল খাই পৰিছে, খলমা বান্ধিছে। পৰিণামত হাওঁফাওঁৰ বাঁওকালে ৰক্তক্ষৰণৰ সৃষ্টি হৈছিল, আৰু তাৰ ফলত ক্ৰমাত নিস্তেজ হৈ বীৰসাৰ মৃত্যু হৈছিল।' এই-খিনিলৈকে লিখাৰ অন্তত ভাবি চালে যে—বীৰসাই কেতিয়াও জেলৰ বাহিৰত এক বিন্দু পানীও ক'তো খোৱা নাছিল। অথচ—কলেৰাৰ কথাটো লিখিবলগা হ'ল।

কিন্তু কাণত কাপোৰ দি থকাৰো তো উপায় নাই। কিবাকিবি তো লিখিব লাগিবই। তেও কলেৰাৰ কথাটো লিখাৰ পাছত তেওঁ অস্বস্তি যেন অনুভৱ কৰি থাকিল। মনৰ ভিতৰত কিহবাই যেন খোঁচা-বিন্ধা কৰিবলৈ ধৰিলে। আৰু শেহান্তৰত লিখিলে : 'বন্দী যে কেনেকৈ কলেৰাত আক্ৰান্ত হ'ল, সেই কথা বহু চেষ্টাতো জনা নগ'ল।'

লিখি থাকোঁতেই দুৰ দাঙি চালে :

'কোন— ?'

'ম্—মই হুজুৰ।' শ-বথা ঘৰৰ ডোম থিয় হ'লহি।

'কি হ'ল— ?'

'বাবুৱে কৈ আছিল—'

'কোন বাবু ?'

'ডিপ্‌টি বাবু।'

'কি কৈ আছিল—?'

'তাক কি কৰা হ'ব ?'

'কাক ?'

'ভগৱানক।'

'ভগৱানক ? সি তোমাৰ ভগৱাননে কি ? তুমি জানো মুণ্ডা ?'

'নহয়।'

'নহয়, ভগৱান বুলি নক'বা তাক।'

'নহয় হুজুৰ, নকওঁ।'

'হোঁ—কি কৈ আছিলা— ?'

'ভগৱানক কি কৰা হ'ব?'

'চুপ্‌ থাকা !'

'হয়, হুজুৰ।'

'সঠিককৈ কোৱা।'

'ভগৱানৰ দেহৰ কি কৰা হ'ব—?'

এণ্ডাৰছনৰ দেহ-মন পৰাজয়ৰ গ্লানিৰে অৱসন্ন হৈ পৰিল। যিহঁতে ছিলৈ হাতত লৈ বীৰসাৰ বিৰুদ্ধে লড়াই কৰিছিল, সিহঁতৰ লড়াই শেষ হ'ল। যিহঁতে বীৰসাক বান্ধি আনিছিল, সিহঁতৰ মৰযুঁজবো সামৰণি পৰিল। কিন্তু—কিন্তু বীৰসাইনো তেওঁৰ বিৰুদ্ধে লড়াই খতম কৰা নাই কিয়? তেওঁনো কি কৰিলে? কি জগৰ লগালে? তাক তেওঁ ছলিট্যাৰি ছে'লত—অকলশৰীয়া কুঠৰীত ৰাখিছিলনে? তাৰ ভৰি হাত কঁকাল শিকলিৰে বান্ধি থৈছিলনে? কী কৰিছিল তেওঁ? কিহৰ বাবে তেওঁৰ বিৰুদ্ধে তাৰ এই লড়াই? কিয় এই মুণ্ডাহঁতে বীৰসাক 'বীৰসা' বুলি চিনাক্ত নকৰা হ'ল?

কিয় তেওঁৰ তলতীয়া শ-বখা ঘৰৰ নগণ্য এই ডোমটোৱে তেওঁৰ সমুখতে বীৰসাক 'ভগৱান' বুলি কৈছে, কৈয়েই আছে···?

'যোৱা, ডেপুটিবাবুক পঠাই দিয়াগৈ যোৱা।'

এণ্ডাৰছনে তাৰ পিনে নোচোৱাকৈয়েই ক'লে।

'বাবু আহিল, হুজুৰ।'

'ইয়ালৈ আহিবলৈ কোৱাগৈ।'

ডেপুটি ছুপাৰ অমূল্যবাবু সোমাই আহিল।

বয়স কম, দেখাত আৰু কম দেখি। ল'ৰাজনৰ আচাৰ-ব্যৱহাৰ, কথা-বাৰ্তা সংযত, ভদ্ৰ। ছাহাবৰ আগত ওঁঠমুৰি জাপ খুৱাই থকাটোৱেই তাৰ অভ্যাস। তথাপি বীৰসাৰ বিদ্ৰোহৰ বাতৰিবোৰ কলিকতীয়া 'অমৃতবাজাৰ পত্ৰিকা', 'দি বেংগলী' আৰু 'দি হিন্দু পেট্ৰিয়ট' আদি বাতৰি কাকতলৈ সিয়েই পঠায় বুলি এণ্ডাৰছনৰ অনুমান।

অনুমানহে। প্ৰমাণ নাই। তেওঁৰ ধাৰণা, এই অমূল্য মুণ্ডা বন্দীহঁতৰ প্ৰতি সহানুভূতিসম্পন্ন। নহ'লেনো—প্ৰতিটো ছে'লত যাতে খোৱাপানীৰ ব্যৱস্থা ঠিকে-ঠাকে থাকে, তাৰ বাবে তাৰ ইমান তৎপৰতা কিহলৈ? বন্দীহঁতৰ গা ধোৱাৰ বাবে ছুলোটাৰ ঠাইত দহ লোটা পানীৰ ব্যৱস্থা-বন্দৱস্ত সি কিয় কৰিব? কিয় সি কথাই কথাই জেলৰ কোডবুক হাতত লৈ ক'বহি, 'ছাৰ, ইয়াত লিখা আছে, সিহঁতে পেট পুৰাই খোৱাৰ জোখাৰে কিচেনত চাউল দিব লাগিব।' —কিয় ক'বহি সি?

অনুমান।

প্ৰমাণ নাই।

ডেপুটি ছুপাৰ অমূল্য খ্ৰিষ্টান ল'ৰা। ভালেই দৰমহা পায়। কিন্তু সি সদাসৰ্বক্ষণ বাঁচী চহৰখনৰ চুবুৰিয়ে চুবুৰিয়ে ঘূৰি ফুৰিব, সকলোৰে সৈতে মিলা-জুলা কৰিব, সমাজ-সেৱা কৰিব।

'কি, অমূল্যবাবু?'

সি ইমান যে অবৈয়ালটো! খালী 'বাবু' বুলি ক'লে একেবাৰে দাং খাই উঠে। এদিন অমূল্যই তেওঁক কৈছিল, মিঠাকৈ হাঁহি মাৰিয়েই কৈছিল, 'খং নামে চণ্ডাল, জানো মই। পিছে—সেই যে শুনিছিলোঁ—'বাবু' শব্দটো 'বেবুন' শব্দৰপৰা লোৱা হৈছে, তেতিয়াৰেপৰাই খালী 'বাবু' শুনামাত্ৰেই কিবা এক প্ৰকাৰৰ···।'

বৰ বেছিকৈ একো ক'ব নোৱাৰে তাক এণ্ডাৰছনে। কিয়নো, যদিহে সি চাকৰিত ইস্তফা দি গুচি যায়েইগৈ, যদি সঁচাসঁচিকৈ কলিকতীয়া সেই অপদাৰ্থ অখাদ্য কাগজবিলাকত খবৰবোৰ দিয়েগৈ, মস্কিল হ'বই। থলুৱা কাগজবিলাকক সিমান ভয় নকৰিলেও হ'ব, আচল ভয় হ'ল—বাকিস্টাৰ জেকব।

মানুহজন ইংৰাজ, কিন্তু মুণ্ডাহঁতৰ হৈ বিনা পইচাৰে যুঁজে। এই-বাৰো সিহঁতৰ উকিল হৈ আছিছে। মুণ্ডাহঁত তেওঁৰ মক্কেল হিচাপেই জেল-হাজোতত আছে। তেওঁৰ—মানে এণ্ডাৰছনৰ বিৰুদ্ধে যাব, এনেকুৱা যৎসামান্য খবৰ-বাতৰি পালেও জেকবে তেওঁক গুদাই নেৰে।

এগুাবছনে সুধিলে, 'কি, অমূল্যবাবু ?'

'মৃতকৰ সংকাৰৰ বিষয়ে কোনো নিৰ্দেশ পোৱা নাই।'

'ছো—?'

'কি কৰা হ'ব ?'

'কি কৰা হ'ব—মানে ?'

'কেনেকৈ সংকাৰ কৰা হ'ব ? সিহঁতৰ নিয়ম হ'ল কবৰ দিয়া।'

'আঁ—?'

'ইয়েছ, ছাৰ।'

'জেল-হাজোতত বিনা বিচাৰত আটক হৈ থকা কোনোবা বন্দী হঠাৎ কলেৰাত আক্ৰান্ত হৈ মৰিলে যেনেকৈ সংকাৰ কৰা হয়, তেনেকৈয়েই তাকো সংকাৰ কৰা হ'ব। কোনো ধৰণৰ ৰজাঘৰীয়া অন্ত্যেষ্টিক্ৰিয়াৰ বন্দবস্ত নিশ্চয় কৰা নহ'ব ? এইটো—নিশ্চয় কিবা 'স্পেশ্যাল কেছ' নহয় ?'

পৰাজয়, পৰাজয় !

এগুাবছনে আচলতে এই কেছটোক এটা 'স্পেশ্যাল' কেছ বুলি নিজেই ভাবিছেনে ? মনৰ এই ভাব যাতে ওলাই নপৰে, তাৰ কাৰণেহেনে ইমান চিয়ঁৰ-বাখৰ ?

অমূল্যৰ মুখলৈ চাই একো ঠাৱৰ কৰিব পৰা নগ'ল।

'অলৰাইট, ছাৰ।'

'আৰু কিবা ক'বা ?'

'তাৰ ভাতৃ কন্নু মুণ্ডাই মুখাগ্নি কৰিবনে ?'

'ওহ্, নো। নো। কদাপি নহয়। সংকাৰকাৰ্য্য যদি এমুঠিমান বীৰসাইতেও দেখে, তৎক্ষণাৎ ঘূৰি আহি নানান গল্পৰ জন্ম যোগাই দিব। সিহঁতে ক'ব যে বীৰসাক ধুমধামৰে দাহ কৰা হৈছে। আৰু লগতে আন নানান ডাল-পাত যোগা দিয়া কাহিনীৰ বকলা মেলিব। মই—মই বীৰসাৰ নামত কিচ্ছা-কিংবদন্তি একোৱেই আৰু শুনিব নোখোজা হৈছোঁ।'

অমূল্যৰ মুখখন ভাব-লেশহীন শিলহেন হৈ পৰিল।

'এইবোৰ ডাল-পাত ঘোৰা দিয়া কথাত উচহ সভা—প্ৰশ্নৰ দিয়াটো তোমাৰ পক্ষেও ঠিক নহ'ব। তুমি শিক্ষিত মানুহ, তুমি আমাৰ ধৰ্মৰ মানুহ। চোৱা, মই যোৱা কেইবাবছৰো ধৰি বীৰসাৰ নামত গল্প শুনি শুনি···গল্প শুনি শুনি···কিন্তু এইবাৰ, ইয়াৰ আগৰ বাৰতো সি এই জেলতে আছিল—তুমিও দেখিলাই, সি এটা নিচেই নগণ্য—সাধাৰণ মানুহ, এটা সাধাৰণ মুণ্ডা, কলেৰাত মৰিল, তাৰ ফলত সি বাক···'

'আমি তাৰ ছেলটো কাৰ্বলিকেৰে চাকা কৰিমনে?'

'কাৰ্বলিক! কেলেই? তুমি কিবা—পগলা হ'লানে কি?'

'কিন্তু ছাৰ—কলেৰা দেখোন সংক্ৰামক!'

'কলেৰা—? কলেৰা আক' ক'ত পালা?'

'বীৰসা কলেৰাত মৰিল বুলি আপুনিয়েই ক'লে।'

এণ্ডাৰছনে অলপ সময় ধৰি ঠোঁট-মোঠ চেলেকিলে, দাঁতেৰে ওঁঠ কামুৰিলে, থুতৰিত মোহাৰি মোহাৰি ভাবিলে। আৰু তাৰ পাছত বৈ বৈ, অতি স্পষ্টকৈ, কেটেৰ-জেঙেৰকৈ ক'লে, 'ওঁ, কৈছোঁ মই। মই কৈছোঁ, বীৰসা কলেৰাত মৰিল। মই কৈছোঁ—সি ক'ৰপৰা কেনেকে' কলেৰা কঢ়িয়াই আনিলে—তাৰ সন্তেদ পোৱা নগ'ল। মই কৈছোঁ—তাৰ ছে'লটো কাৰ্বলিক এছিডেৰে ধুব নালাগে। মই কৈছোঁ—তাৰ সৎকাৰ জেলৰ ডোম-মৰংচোৱাহঁতে কৰিব। এটা বীৰসাইতেও যেন সৎকাৰ-কাৰ্য্য নেদেখে, ন'ট কৰা, এটা বীৰসাইতেও যেন সৎকাৰ-কাৰ্য্য দেখা নাপায়। দেখা পালে সিহঁতে নানান নোহোৱা-নোপজা গল্প বটি ফুৰিব, আৰু জেকৰে ক'ব যে দুৰ্ভগীয়া মুণ্ডাইতক সৎকাৰ-কাৰ্য্য চাবলৈ বাধ্য কৰি জেল-কৰ্ত্তৃপক্ষই মৃতকৰ অৱমাননা কৰিলে।—এতিয়া সকলো কথা ফটফটীয়া হ'লনে?'

'সময়?'

'জেপ-ঘড়ি নাই?'

'সংকাৰৰ সময় কি?'

'অন্ধকাৰ আৰু ভাঠ হ'লে।'

'মই যাওঁনে সংকাবৰ ঠাইলৈ ?

'নো। এয়া মোৰ অৰ্ডাৰ।'

'ৰাইট ছাৰ!'

'তুমি—কাম-কাজত বৰ বেছিকৈ সাঙোৰ খাই পৰা। তুমি ছুটি লৈ ঘৰৰপৰা ঘূৰি আহাঁগৈ যোৱা। বিচাৰ—ট্ৰাইয়্যাল কেতিয়া আৰম্ভ হ'ব—তাৰ কি ঠিক ?'

'মোৰ যাবলগীয়া ঠাই নাই, ছাৰ। মই আছিলোঁ ছেৰুণ্টায়া, অৰফানেজৰ ল'ৰা। ৰাঁচীৰ অৰফানেজৰ।'

'ৰাক, যোৱা, যোৱাগৈ এতিয়া।'

'ইয়েছ ছাৰ।'

অমূল্য তেনেকৈয়েই ভাৱলেশহীন মুখেৰে ওলাই আহিল।

জেলৰ এফালে তাৰ বহা-ঘৰ। সি পোনে পোনেই ঘৰলৈ আহিল। শিৱন মেতৰে তাৰ ঘৰৰ মজিয়া চাফা কৰিছে, ঠাই সাৰিছে। শিৱনলৈ নোচোৱাকৈয়েই অমূল্যই ক'লে, 'ঐ শিৱন—বীৰসাক ৰাতিৰ পৰতেহে খৰি দিয়া হ'ব। খৰি দিব। যাব যদি, এতিয়াৰেপৰাই জেলতে থকা ভাল।'

'হয় চাহব।'

'মই ছাহাব নহওঁ।'

'হয়, বাবু।'

শিৱন ওলাই গ'ল।

অমূল্যই কাগজ এখিলাত লিখিলে: ৩০.৫.১৯০০ তাৰিখে বীৰসা অসুস্থ হৈছিল। ২০.৫.১৯০০ তাৰিখে ৰাঁচী জেলত সিংভূমৰপৰা অনা বিচাৰাধীন বন্দী এজনৰ মৃত্যু হৈছিল। কলেৰাত। সেই বন্দজনে জেলৰপৰা ক'টলৈ যাওঁতে বাটত গাৰ্ডৰ সহযোগিতাত তাৰ ভনীয়েকৰ ল'ৰাই দিয়া প্ৰসাদ খাইছিল। বীৰসাৰ প্ৰসংগত চৰকাৰী ৰিপ'ৰ্ট যুগুতোৱা হৈ গ'ল। সেই ৰিপ'ৰ্টত কোৱা হৈছে যে জেলৰপৰা ক'টলৈ

থাওঁতে বীৰসায়ো বাটত কিবাকিবি খাইছিল। কিন্তু গার্ড আৰু অন্য বন্দীহঁতক কটকটীয়াকৈ জেবা কৰিলেই জোলোঙাবপৰা মেকুৰী ওলাই পৰিলহেঁতেন। তেতিয়া জনা গ'লহেঁতেন যে—বীৰসাই এটি দিনহে মাথোন অলপ পানী খুজিছিল তাৰ কপাল আৰু ডিঙি ধুবলৈ, পানী দিছিল হাবিলদাৰৰ লোটাৰপৰা। আৰু সেই পানীটোপা বীৰসাই হাতত লওঁতে নৌলওঁতেই কঁকালত বন্ধা শিকলিত টান মাৰি গার্ডে কৈছিল, 'আৰু টে'ম ( টাইম ) নাই।' এতেকে, সেই খুজি নিয়া পানীও বীৰসাই ব্যৱহাৰকে কৰিব পৰা নাছিল।

আৰু খন্তেকমান ভাবি লিখিলে: মে' মাহৰ ৩০ তাৰিখৰপৰাই বীৰসাই অসুস্থ বোধ কৰিছিল। অসুস্থ অৱস্থাত তাৰ চিকিৎসা আৰু পথ্যাপথ্যৰ তত্ত্বাৱধান জেল ছুপাৰেই কৰিছিল।

লিখি—অমূল্যই কাগজখিলা খামত ভৰালে। খামখনৰ ওপৰত লিখিলে বাৰিস্টাৰ জেকবৰ নাম-ঠিকনা।

আৰুবেলি, বীৰসা প্ৰথমবাৰৰ বাবে বন্দী হোৱাৰ পাছত মি. জেকবৰ সৈতে অমূল্যৰ চিনাকি হৈছিল কলিকতাত। বীৰসা যদি কিংবদন্তি, জেকবো কম নহয়। তেওঁ যে কিমান কালৰপৰা কোল, ওৰাওঁ, মুণ্ডাসকলৰ হৈ যুঁজি আছে, তেওঁহে কেৱল ক'ব পাৰিব।

'তুমি মোক কিয় সহায় কৰিছা, বাবু?'

অমূল্যক সকলোটিয়েই 'বাবু' বুলি মাতিব পাৰে, এই অধিকাৰ সি সকলোকে দিছে ; কেৱল এগুৰাছনৰ বেলিকাহে কথা আন।

জেকবৰ প্ৰশ্নৰ উত্তৰ দিয়া নাছিল অমূল্যই।

'কিয় সহায় কৰিছা?'

'মোৰ নামটো নক'ব।'

'তুমি বৰ দুঃসাহসৰ—নে আঁকোগজালিকে কৰিছা?'

'ক'ব নোৱাৰোঁ।'

'বলিয়ালিও বুলিব পাৰা। এতিয়া—ডি. এছ. হ'লানে?'

'আমি—সকলোটিয়েই কিজানি অলপ বলিয়া। হয়, ডি. এছ হৈ আছোঁ। পাৰমানেণ্ট হ'ম।'

'তুমি বাঁচীৰ ল'ৰা, নহয় জানো?'

'ওঁ।'

'স্কুল-কলেজতো তাতেই পঢ়িছিলা?'

অমূল্য খন্তেকমান যেনিবা দৰক মাৰি থাকিল। তাৰ পাছত ক'লে, 'চাইবাসাৰ জাৰ্মান মিশ্যন স্কুলত মই বীৰসাৰ সহপাঠী আছিলোঁ।'

'কিন্তু—কিন্তু তথাপি—তুমি কিয় মুণ্ডা মানুহক সহায় কৰিছা, সেই কথাটো বুজা নগ'ল।'

'বুজিবলগীয়া একো নাই।'

অমূল্যই চাই পঠালে বাহিৰৰ অপাৰ অন্ধকাৰলৈ।

চৌধ, নে পোন্ধৰ বছৰৰ আগৰ কথা?

বহু—বহু দূৰৰপৰা বাটকুৰি বাই আহি, ক্ষত-বিক্ষত ভৰিৰে সেই চাইবাসাৰ স্কুল পাইছিলগৈ—বীৰসা দাউদ।

অমূল্যৰ ওঁঠৰ কোণত নিৰৱ হাঁহি ফুটি ওলাল। জেলত বীৰসাই তাক ইচ্ছা কৰিয়েই চিনি নোপোৱাৰ ভাও জুৰিছিল। সিবাৰো, ইবাৰো।

ৰাতি আঠটামান বজাত বীৰসাৰ কটা-ছিণ্ডা যলা-চিলোৱা দেহিডুখৰি কাঠৰ খাটোলাত উঠাই লৈ মৰংচোৱাইঁত দহন-বহনলৈ ওলাল।

আজি, মুণ্ডা ফাটকিয়ালহঁতে, ৰাতিৰ আহাৰ খোৱা নাছিল। প্ৰতিটো ছেলত, গপগপীয়া গৰমত পুৰি-পোঁচি সিহঁতে কেৱল গান গাইছিল, যি-গানৰ সুৰ ক্ৰন্দনৰ দৰে, যি-গানৰ ভাষা দুৰ্বোধ্য—অৰণ্যৰ বুকুত ধুমাৰ্জয় ধুমুহাৰ ভাবাৰ দৰেই আদিম, যি-গান মন্ত্ৰবদৰে গম্ভীৰ।

শ-বধা ঘৰৰ পৰীয়া, পুলিছ, গাৰ্ড, শৱদাহী মৰংচোৱা—সকলোটিয়েই সেই গান শুনি ইজনে সিজনৰ মুখলৈ চালে। সিহঁতৰ মনবোৰ অৱশ্যা পৰিল। অস্বস্তিৰে ভৰি পৰিল। আজিৰ এই ৰাতিৰ অসহন উত্তাপৰ দৰেই উতলি উঠিল জীৱ্ভি, জোতু আৰু অপাৰ-অপূৰণ দুঃখ।

ভীতি কিয় ?

কিয় ক্ষোভ ?

কিহব দুঃখ ?

কি হ'ল ?

এজন বিচাৰাধীন বন্দী মৰিল !

তাৰে কি হ'লনো ?

হ'ল কী—?

মুণ্ডা বন্দীহঁতক বিনা বিচাৰত আটক কৰি থোৱা, তেনে অৱস্থাত মাজে-মধ্যে সিঁহতৰ দুই-চাৰি মৰা, এইবোৰ নোহোৱা-নোপজা কথা নে কি ? নাভূত-নাশ্রুত ? আগতেও দেখোন ঢেৰ হৈছে।

এনেকুৱা হয়েই। মাজে-মধ্যেই হয়। আজি যেনিবা গপগপীয়া গৰম। বৰ বেছি। যোৱা দুই-তিনি বছৰ ধৰিয়েই দেখোন খৰে কোবাইছে। তাৰোপৰি, বীৰসাৰ 'উলগুলান'ৰ উত্তাপেৰেও সকলো টটঙা পৰিছে। মনবপৰা বিচাৰ-বিবেচনা সকলো শুকাই গ'ল 'উলগুলান'ৰ উন্মাদ উত্তাপেৰে।

কেৱল শুকাই যোৱাই নহয়, জ্বলি গ'ল পুৰি গ'ল। ইমানকৈয়েই জ্বলি-পুৰি গ'ল যে—ছে'লত—নিচেই সক সক খোপত দেৱালৰ হাঁকোটাৰ লগত লো-ৰ শিকলিৰে বন্ধা অৱস্থাত থেপা খাই জন্তুৰ দৰে থকা মুণ্ডা ফাটকিয়ালহঁত যে পৰি আছে—সেই কথাটো ভাবি কোনোৱেই দুঃখ অনুভৱ কৰা নাছিল। ক্ষতৰ পঁচন আৰু লগতে জ্বৰ উঠি চেমনীয়া ছুনাৰাই যে কেনেকৈ বিনা চিকিৎসাৰে মৰিবলৈ ওলাইছে, সেই কথাটোলৈকো কোনোৱেই মন কৰা নাছিল।

কিন্তু এতিয়া—

বীৰসাৰ দেহখনি দাগ্ধি লৈ যাবলৈ, অগ্নিমুখ বতাহ ফালি ফালি জেলৰপৰা ওলাবলৈকো সকলোটিৰ ভয় ভয় লাগি গ'ল। শিৱন মেতৰে কৈয়েই পেলালে, 'ইনো কি ৰকম হৈ গ'ল হে ? জাতিৰ মানুহে, ধৰমৰ মানুহে কান দিব, কৰৰ দিব—নে এই—চৰ্—? হৈ গ'ল ? বছ ?'

'চুপ্, চুপ্, চুপ্। চুপ্ থাক শিৱন।'

'তুমি কি কোৱা চিপাইচাব, এয়া পাপ না হ'ল জানো?

চিপাহী মুনেশ্বৰপ্ৰসাদে ক'লে, 'আৰে—পাপ লাগে যদি—লগেগা চাহাবৰ গাতহে, হম্‌লোগ তো হুকুম্‌কা নৌকৰ হুয়।'

'বাপ আছে, মা আছে, উঠি অহা ডেকাটো তই, কিহৰ কাৰণেনো মৰিবলৈ ওলাইছিলি? কিহে পাইছিলবে তোক—?'

'বাবা—হো লোগ্ হ'ল জাংলী জাত, বুধিও জাংলী বুধি। হামাৰা বড়াভাই—ক'টবপৰা বায় পাই মাটি ল'লে। তো কহে, হামাৰদেৰ উবাৰ কৰ্‌লি কেনে? কহে, তোৰাভি দিকু। বাহাৰী আইন বুঝে না, কচ্‌হৰী-আদালত বুঝে না, জজ-মাজিস্টৰ কী বোলে কুছ্ বুঝে না। খালী বোলে—কিয়? মাটি এবি দিম কিয়? জংঘল আমাৰ লোয়? এই জংঘল আমাৰ!—হোঁ, শিৱন, ল, এই হাইকেনটো ল, হাতত ল হাইকেনটো। যাগৈ যা তহঁত।'

'তোমালোক নো যোৱা কোনো—?'

হাৰিকেন হাত-লেম্পটো হাতত লৈ শিৱনে সুধিলে।

'নাই, নাযাওঁ। হৰ্‌মু নদী হুই তাত। যা, যাই থাক্।'

'বড় আন্ধাৰ গ'—।'

'আন্ধাৰামে গৈ থাক্, কোনেও গম নোপোৱাকৈ গৈ থাক্। কাক খবি দিছ, ক'ত খবি দিছ, কউৱা—হাঁ কাউৰীটায়ো গম নাপায় যেন। কাক জলায়, ক'ত জলায়, কোনেও দেখা নাপায় যেন।'

'তাক সিহঁতে ভগ্‌ৱান বুলি কৈছিল।'

'বৰছাহব অউৰ্ ডাঙাৰ ভগৱান, শিৱন।'

'হৰ্‌মু নৈত পানী নাই।'

'পানীৰে কি কৰিবি? চিতা ধুই দিবি? আগ্ জলায়েই গুচি আহিবি যেন। হেচতক্ চাই আহিবি।'

শিৱনহঁতে হঠাৎ আৱিষ্কাৰ কৰিলে যে কেৱল সিহঁতহে তাত আছেগৈ, পখীয়া-খৰীয়া চাপ্ৰী-চিপাহী-গাৰ্ড-আৰ্ডাৰ আটাইখিনিক খৰমুৱা হৈছে।

শিৱনইঁতেও খোজ ল'লে।

মাটিত বতাহত অন্ধকাৰত বৰ উত্তাপ।

সিহঁতৰ মাত-বোল আপোনা-আপুনিয়েই বন্ধ হৈ আছিল। নিবৱে নিশব্দে গৈ থাকোঁতে এসময়ত শিৱনৰ মনত এটা কথাই খোঁচা-বিন্ধা কৰি থাকিল : ভগৱানক সিহঁতে নতুন কাপোৰ এডুখৰিও নিদিলে!

চিতা সজাই শোৱাত সময় বৰ বেছি নালাগিল। খৰি নাই। কেৱল গোবৰখুটিৰ দৰে শুকান গোবৰ এদ'ম। খৰ্‌মুৱে খুব জোকাৰি ক'লে, 'ই অধৰম্। আমি জাত-পাতৰ নহওঁ, তথাপি ক'ম, ক'মেই —বীৰসাৰ মুখত জুই না দিয়া হ'ল, কৰবৰ না হ'ল, বাভণ-পুৰহিত আছিল নাই, খৰিও না দিয়া হ'ল। বাঁচীত কি খৰিকাঠৰ আকাল পৰিল?'

'হোঁ, হেই—জল্‌দিকৈ উঠা বে। তাৰাতাৰি কৰ্। চমিকি ব'ল— পচিলেই কিজানি—।'

বীৰসাক চিতাত শোৱাই থাকোঁতে খৰ্‌মুৱে ক'লে, 'কেমুন হাইজা হ'ল, কোনেও গম্‌কে নাই পালে—?'

'হোঁ—জুই দিয়াহে!'

খৰ্‌মুৱে হাতযোৰ কৰি কৈ থাকিল, 'বীৰসা, তুমি সকলো দেখি আছা, জানি আছা। আমি হুকুমৰ চাকৰ, হুকুমৰ কাম কৰোঁ। তুমি আমাৰ দায়-দোষ নধৰবা, বীৰসা!'

খৰ্‌মুৱে চিতাজুই জ্বলাই দিলে।

সিহঁত কেইখোজমান পিছুৱাই আহিল।

আৰু লগে লগে বীৰসাক বেঢ়ি অগনিয়ে উলাহতে দপ্‌কৈ জ্বলি উঠি আকাশলৈ জঁাপ মাৰি দিলে। লৌ লৌ কৰে জ্বলি থকা জুইলৈ চাই খৰ্‌মু মেতবে ক'লে, 'উলগুলানত, অনেক অগনি জ্বালাইছিল, অগনিয়ে তাক চিনহে। কেনে বঢ়িয়াকৈ জ্বলি আছে চোৱা!'

'হা! তোৰ উলগুলানৰ ইমান্‌তে শেষ বে!'

ভিখনে খেমালিতে ক'লে। কিন্তু খেমালি অথলে গ'ল। তাত থকা সকলোকেইজনেই সভয়ে পৰস্পৰলৈ চালে।

শিৱন একেথি'ৰে চাই আছে চিতাজুইৰ পিনে।

তাৰ পাছত, চিতাজুই যেতিয়া জ্বলি জ্বলি মুমাওঁ মুমাওঁ হ'ল, তেতিয়া হাতত থকা খোচনী-মাৰিডালেৰে জুইকুৰাত খোঁচা মাৰি শিৱনে ক'লে, 'তোমালোক যোৱাগৈ। মই চিতাজুই পানীৰে ধুই দিম।'

'তই—একলাই?'

'হাঁ, একলাই।'

সিহঁতে শিৱনলৈ চালে। কিবা ক'বলৈ মুখ মেলিও একো নোকোৱা হ'ল। আৰু তাৰ পাছত তাৰপৰা গুচি গ'ল।

সিহঁত গুচি যোৱাৰ পাছত শিৱনে সমুখলৈ চাই পঠালে। চিতাৰ জুই এতিয়া উমি উমি জ্বলি আছে। এনে উমি উমি জ্বলি থকা জুই যে বহুতো পৰলৈকে জ্বলে, জানে শিৱনে। উমি উমি, ধোঁৱাই গুলুম বান্ধি বান্ধি, বহুতো পৰলৈকে। হাজাৰিবাগত, নিচেই সৰুৰেপৰাই বসন্তকালি জংগলৰপৰা সিহঁতে বনৰীয়া বগৰীৰ শুকান ঠাল-ঠেঙুলি বুটলি আনি চোতালৰ এচুকত দ'মাই থৈছিল। জাৰকালি, এই বগৰী খৰিবোৰ জ্বলাই জুই পুৱাইছিল, ভৰি-হাত সেঁকিছিল। বগৰী কাঠৰ জুই বহু পৰলৈকে জ্বলে। শিৱনৰ মাকে কৈছিল, 'মোৰ জাৰ না লাগে ৰে—। মোৰ বুকুতে বগ্ৰী কাঠৰ আংগাৰ জ্বালাই থৈ গ'ল তোৰ বাপ, তোৰ দাদাটা, তোৰ ভাইটা।'

দেহাভুখৰি চিতাত ভস্ম হৈ আহিল। দেহাত—থকা বুলিলে প্ৰায় একোৱেই নাছিল। এটা সৰা পাতৰ দৰে হৈ পৰিছিল। তাৰ ছে'লত —সেই প্ৰায়ান্ধকাৰ সৰু খোপটোত, জাক দিবলৈ, ঠাই সাৰিবলৈ গৈ— গধুৰ শিকলিডাল টানি টানি সেই সৰুতকৈয়ো সৰু খোপটোত বীৰসাক কিমান যে কষ্টেৰে ভৰি চোঁচৰাই চোঁচৰাই খোজ দিবলৈ দেখিছিল সি। ছলিট্যাৰি ছে'ল, নিৰ্জন কাৰাকক্ষ। নিশব্দ। কোনো নাই। কাৰো ছাঁটোও দেখিবলৈ নাই। সি অকলে অকলে ভুক কোঁচাই টহলি ফুৰিছে সেই পাৰৰ বাহুহেন খোপটোত। খোপটো বৰ সৰু আছিল। ইমূৰৰপৰা সিমূৰলৈ চৈধ্য খোজ, তাৰ পাছত কঠিন শিলৰ দেৱাল।

উত্তৰ-দক্ষিণ পূব-পচিমত দেৱাল, কেৱল দেৱাল। ভব্‌মি, ধানী, ছুখৰাম, কমু মুণ্ডাহঁতে কাণ পাতি শিকলি চোঁচৰোৱাৰ শব্দ শুনিছিল।

কমুৱে কৈছিল, 'ছলিবয়সৰেপৰা দাদাক কোনেও ঘৰত বান্ধিব পৰা নাছিল। তাৰ দৰে এনে জংঘলে-পাহাৰে কোনেও কোনোদিনা বাট বুলে নাই। এই উলগুলানৰ নিমজ্ঞ আন্ধাৰ ৰাতি দাদাই বাট বুলি বুলি কত যে পাহাৰ পাৰ হৈ কাঁহা কাঁহা মুলুকলৈ গৈছিল!'

কিন্তু ত্ৰিছ তাৰিখৰ ৰাতিৰ পৰতে যেতিয়া সেই ছে'লৰূপী কুঠৰীত শিকলিৰ শব্দ মুঠা হ'ল, তেতিয়া মুণ্ডাহঁতে ভয়ে ভয়ে পৰস্পৰৰ মুখলৈ চাইছিল। ধানী মুণ্ডাই কান্দি উঠিছিল, 'জিঞ্জিৰি টান ৰে ভগৱান— উঠ ৰে—খোজ কাঢ়ি ফুৰ, 'কণমান। হা ৰে! সেই জিঞ্জিৰিৰ আৱাজ শুনি আমি জীয়াই আছোঁ যে—!'

কিন্তু ভগৱান আৰু উঠা নাছিল। আৰু কপাল, ভুৰু কোঁচাই, শিকলি চোঁচৰাই, ঘণ্টাৰ পাছত ঘণ্টা খোজ পেলোৱা নাছিল। ত্ৰিছ তাৰিখৰেপৰাই তাৰ নাড়ী দুৰ্বল হ'ল, নাড়ীৰ গতি হ'ল খৰ। জিভাখন খৰখৰীয়া মাৰিছে, জলা জলা যেন লাগিছে। পিয়াহত তাৰ অণ্ঠকণ্ঠ শুকাই যোৱা অৱস্থা, সি খুজি খুজি খোৱাপানী খাইছে। কিন্তু খাদ্যবস্তু এটি কণিকাও খোৱা নাই সি। চকুযুৰি এদিনতে কোটৰত সোমাই গ'ল। কিন্তু ডেপুটি কমিছনাৰ ছাহাব পাছদিনাহে আহিবলৈ পালে। তাৰ আগতে নোৱাৰিলে আহিব। ডেপুটি ছুপাৰ মহোদয় —কেৱল ছুপাৰেই নহয়, ডাক্তৰো। কিন্তু বীৰসাৰ ছে'লত আহ-যাহ কৰাৰ হুকুম তেওঁৰ নাছিল। ডি ছি-ৰ কথাত ছুপাৰ ছাহাবে বীৰসাক কিবাকিৰি সুধিলেহি। বীৰসাই ইংৰাজীত মাত-বোল কৰিলে। সিদিনা ছুপাৰে কৈ দিলে, তাৰ কলেৰা হ'ল, নি নাবাঁচে। কলেৰা শিৱনহঁতে চেৰ দেখিছে, দেখে। হাইজা, চেচক মানে—আই, সাপেখোটা—কালফুৰাই যে কিমান উপায়েৰে সিহঁতৰ কিমানক যে লৈ যায় যমপুৰীলৈ, বন্ধুৱা খটাবলৈ। পেট চলা নাই, বাঁতিউৰা নাই। এনেহেন হাইজা কেৱল ভগৱানৰহে হয় চাগেই।

চিতাজুই মুমাই আছিল। এতিয়া, গভীৰ প্ৰত্যাশাৰে চিতাজুইৰ আলোকিত বৃত্তৰ সিপাৰৰ অন্ধকাৰলৈ চাবলৈ ধৰিলে শিৱনে। সেই অন্ধকাৰৰপৰা ওলাই আহিল সালী, ভগৱানৰ উলগুলানৰ সংগী, বন্ধু। তাইৰ মহীবৰণীয়া দেহাত হালধি-ৰঙী একুঁচীয়া শাড়ী, চকুত ডাঠ কুঁৱলী।

সালীৰ হাতত কলহ। নিৰ্বাক সালী। শিৱনো। দুয়ো বাক্যহীন-ভাৱে হৰমু নৈৰপৰা পানী কঢ়িয়াই আনি চিতাত ঢালিলে। চিতা ফোঁচফোঁচাই উঠিল। খানিকমান ভস্ম আৰু ভাঁপ ফোঁচকৈ আকাশলৈ জাঁপ মাৰি উঠিল। তাৰ পাছত সকলো নিজম পৰিল।

এমুঠি ছাই সালীয়ে তাইৰ একুঁচীয়া শাড়ীৰ লুচত বান্ধি ল'লে। তাই শিৱনৰ কাষ চাপি আহিল। হাঁহিলে। গভীৰ মধুৰ আশ্চৰ্য্য হাঁহি। তাইক বীৰসাইহে তেনেকৈ হাঁহিবলৈ শিকাইছিল।

সালী শিৱনৰ কাষত থিয় হৈ আছে। নিচেই কাষতে। কিন্তু শিৱনৰ শৰীৰ নিটল। নিৰ্বাক। অথচ সালী যে ইমান কাষত! তাইৰ নিশাহ শিৱনৰ গা চেলেকি গৈছে।

সালীয়ে ক'লে, 'তই মোক বহুত দিলি, শিৱন।'

'কি কৰিবি?'

'জংগলত উৰাই দিম।'

'কেলেই?'

'কৈছিল—জংগলমে ছাই উৰাই দিলে জংগলে জানিব—বীৰসাই তাক পাহৰা নাই। ছাই পৰিবগৈ মাটিত, মাটিত জনম ল'ব গছ, সেই গছ ডাঙৰ হ'ব, সালী।'

'কৈছিলনে!'

'ওঁ।'

'তই যাবগৈনে কি? মোক কৈ যা কিবা।'

'ক'ম! শুন।'

'বোল্।'

'উলগুলানৰ শেষ নাই। ভগৱানৰ মৰণ নাই।'

ই'মৰণ না ?'

'নাহু।'

'নাই ?'

'না বে।'

'তেন্তে মুই কাক আলালোঁ ?'

'ভগৱানৰ মৰণ নাই !'

সালী গ'লগৈ।

নিমজ অন্ধকাৰত নিমিষতে নোহোৱা হ'ল।

শিৱনৰ তেজত চিতাৰ জুই-ফিৰিঙতি জ্বলি উঠিল। তেজ ওলোৱাৰ দৰে ফিং ফিং কৰে জুই-আঙনিবোৰ ওলাইছে তাৰ মনৰপৰা।

একো একোটা শব্দেৰে একো একোটা স্ফুলিংগ।

উলগুলানৰ।

শেষ।

নাই।

ভগৱানৰ।

মৰণ।

নাই।

শিৱনে চঁক খাই উঠি সভয়ে আকাশলৈ চালে।

তাৰ তেজ বৰ প্ৰাচীন। বৰ আদিম হয় কৃষ্ণাংগ আদিমবাসীৰ তেজ। তাৰ তেজত আছে অনাহাৰ দাৰিদ্ৰ্য লাটি-লাঞ্ছনা। তাৰ তেজে বিশ্বাস কৰে ৰূপকথা কিংবদন্তি অলৌকিকতাক। তাৰ তেজে চিৰকাল চিৰদিন পলৰীয়া হৈ জীয়াই থাকিবলৈ বিচাৰে।

আৰু আজি ছ-টা শব্দই তাৰ প্ৰাচীন ৰক্তত ছ-টা ফিৰিঙতি হৈ জ্বলি উঠিল।

কলহটো আছাৰি পেলাই শিৱনে বেজাই খোজ ল'লে।

ধানী মুণ্ডা জেলত বহি আছিল। বহি আছিল ভব্‌মি, কন্নু, গোপী, ৰামাই আদিকৰি কেইবাশও মুণ্ডা। সিহঁতৰ দেহ শিকলিৰে বন্ধা। শিকলিৰে সৈতে শুই থকা বৰ কষ্টকৰ। এশ দহ, এশ পোন্ধৰ ডিগ্ৰি উত্তাপ.থকা শিলৰ দেৱালবোৰ বৰ উত্তপ্ত হয়। ইমান উত্তাপত টোপনিয়ে জোকালেও চকু জাপ নোখোৱা হয়।

বুকৰ ভিতৰত ব্যৰ্থ উলগুলানৰ উত্তাপ, বাহিৰতে জেঠৰ বাৰেখৰ আৰু তাৰ লগত বীৰসাৰ চিতাজুইৰ তাপ···।

মুণ্ডাইহঁতৰ চকুত টোপনি নাছিল। সিহঁত বহি আছিল।

শুই আছিল অকল ছুনাৰা। কিশোৰ, ওঠৰ বছৰীয়া মুণ্ডা কিশোৰ ছুনাৰা। তাৰ দেহ লেউ-সেউ পৰিছিল, ওঁঠৰ কোৱাৰিয়েদি তেজ বিৰিঙি আছিল, যোৱা কেইবাদিনৰেপৰাই জৰি জৰি ওলাই আছিল। সেই যে বুকত শিলে খুন্দিছিল ডোম্‌বাৰিৰ যুদ্ধত—সেই তেতিয়াৰেপৰাই।

আজি সি বীৰসাক চিনাক্ত কৰিবলৈ যাব পৰা নাছিল। খোজ লোৱাৰ শক্তিও নাছিল তাৰ।

'তুই যাইস্‌না ছুনাৰা।'

ধানীয়ে কৈছিল।

'মোক তহঁতে লৈ ব'ল।'

'তুই যাইস্‌না।'

'মোক লৈ ব'ল।'

'মৰিবি।'

'ভগৱানক তহঁতে দেখিবি, মই নেদেখিমনে কি?'

'মৰিবি ঐ ছুনাৰা!'

'তহঁতে কি জানিবি, ভগৱান মোক বোলে নাই, যদি বজৰ্‌ হৈ ফিৰি আহোঁ, তহঁত ডৰাবি। যদি বজৰ্‌ হৈ ফাটি পৰোঁ, তহঁত ডৰাবি। যদি বাঘ হৈ ফিৰি আহোঁ, তহঁতে ভয় কৰিবি। যদি জানোৱাৰ হৈ ফিৰি আহোঁ, তহঁতে মোক চিনি নাই পাবি। সেইহে, মানুহ হৈ ফিৰি আহিমহে মুঞি, নতুন ধৰ্‌তী গঢ়ি ল'ম—মুঞি নৌতন্‌ পিৰ্‌থীমি ছিৰ্জাম।

বাভণ হৈ আহোঁ যদি, গোসাঁই হৈ আহোঁ যদি তহঁতে মোক চিনি নাপাব। মুঈ মুণ্ডা হৈ ফিৰি আহিম বে, সেই মুণ্ডাটা আকো' উলগুলানৰ কথা ক'ব, তাক মুঈ বুলি চিন্‌হি ল'বি।'

'কৈছিল, কৈছিল— হা!' ভৰ্‌মিয়ে হাহাকাৰ কৰি উঠিছিল।

'কি কৈছিল?'

'ধানী, তু বোল্‌।'

'মুই—?'

'তোৰে লগত চব কথা কৈ গ'ল সি।'

'তেনে শুন্‌ তহঁত। তাৰ্‌কে যি কৈছোঁ, সি যি কৈছে, চব্‌ কথাৰ সাৰ কথা কৈছিল ভৰ্‌মিক।'

'ভৰ্‌মি, তু বোল্‌।'

'মোকে বুল্‌ল, ভৰ্‌মি, জেহেলে এই চাৰিশ মুণ্ডাক বচাম মুই। মাজিস্টৰে যেতিয়া আদালতত আমাৰ্‌কে উঠাব—তেতিয়া তহঁতক মুই চিনি নাপাওঁ বুলি ক'ম্‌। ক'ম, যি কৰিছিলোঁ, আন কিছুমানক লগত লৈ। তহঁত তাত নাছিলি। তহঁতেও মোক চিনি নাপাব বুলি ক'বি।'

'বুল্‌ল?'

'বুল্‌ল। বুল্‌ল—ইহঁতে আমাক জেহেলৰপৰা ওলাই যাব নিদিয়ে। আৰু এই মাটিৰ শৰীৰ নেৰিলে তহঁত বাঁচি নাথাক। আশা নেৰিবি। মই তহঁতক উটুৱাই দি থৈ গ'লোঁ বুলি ভাবিবি নাই বে। সকল হাথিয়াৰ তহঁতক দিলোঁ, চব শিকাই দিলোঁ। তাৰে যুঁজ কৰি জীয়াই থাকিবি।'

'বুল্‌ল?'

'আৰু কত কথা যে বুল্‌লবে! বুল্‌ল—মই ফিৰি আহিম বে ভৰ্‌মি। ফিৰি আহিম—বুন্দু, তামাৰ, কত যে ঠাইত হোলিৰ মেজিত জুই দিম। সোণাপুৰত ঘূৰা বতাহ—ধূলাৰ ধুমুহা উৰুৱাম। জানিবি—বানোৰ পাহাৰত পাট-পলুৱে কণী দিয়ে, সেই কণীৰপৰা যেনেকে' আ—নেক্‌ পাট-পলু ওলায়, মোৰ কথাৰপৰা নৌতন্‌ কথা ওলাব।'

'ব'ল, ছুনাবাক লৈ যাওঁ ব'ল।'

তেতিয়া সিহঁতে ছুনাবাক লৈ গৈছিল।

বীৰসাৰ দেহটোক বেঢ়ি, চাৰিওফালে এপাক ঘূৰি সি গুচি আহিল। সেই তেতিয়াৰপৰা সি মুৰ দাঙিব পৰা নাই।

এতিয়া সকলোটিয়েই জানে, বীৰসা আৰু নাই। কিন্তু সি ছুনাবাই, জানেনে নাজানে, কোনেও নাজানে।

সি বয়সত সৰু। সৰাতোকৈ সৰু সি। মাটি নাই তাৰ। গাই-বলদ ঘৰ-দুৱাৰ একোৱেই নাই। চেন্দু গাঁৱৰ সুৰজ সিঙে তাক কিনি লৈছিল—দিনে একাঁহী ঘাটো আৰু এজেবা নিমখ, বছৰেকত তিনিখন—লেংটিতকৈ অলপ আহল-বহল কম দীঘৰ—দুবেগেতমান দীঘৰ চুৰিয়া, এইখিনিৰ বিনিময়ত সুৰজ সিঙে ছুনাবাৰ জীৱনক—আনকি মৰণকো কিনি লৈছিল।

নিজৰ বোলোঁতে তাৰ আছিল এখন কাঠৰ কাঁকৈ, এটি বাঁহী, আৰু এটি ধনু। এই কেইটি বস্তু লগত লৈয়েই সি হাবিয়ে-বননিয়ে সুৰজ সিঙৰ গাই-ছাগলী চৰাইছিল, কুকুৰনেচীয়া-নাহৰফুটুকীক কঁড়িয়াই খেদিছিল, নহ'লেবা টিং বজাই টালুকি-ভালুকি কৰিছিল।

আৰু গাইছিল গান।

বীৰসা তেতিয়া আনন্দ পাঁড়েৰ ঘৰত থাকে, গান গাই ঈশ্বৰৰ স্তুতি-নতি কৰে। ছুনাবাই তাক আলেঙে আলেঙে দেখিছিল। শুনিছিল তাৰ গান। গান গাই, কেৱল গানকে গাই, বীৰসাই তেতিয়াও মানুহৰ তেজত মাদলৰ বোলেৰে দোলনি তুলিব পাৰিছিল। ছুনাবাৰ তেজৰ তলতো তেতিয়াই মাদল বাজি উঠিছিল। আৰু সেয়েহে, উলগুলানৰ উকি শুনি সি সুৰজ সিঙৰ গাইচৰি এৰি, গাই-ছাগলীবোৰক চৰণীয়া পথাৰতে এৰি, টিঙিৰি-পাথৰ ঘঁহি সুৰজৰ ঘৰত জুই লগাই, চীনা ঘাঁহৰ দানা—যি দানা সিজাই সি 'ঘাটো' পগাইছিল—সেই চীনা ঘাঁহৰ দানাৰে ঠাহ খোৱা বস্তা এটা আৰু থালোণ এডোখৰ জুই কৰি লৈ দপাটকৈ গুচি আহিছিল পোনে পোনেই বীৰসাৰ ওচৰলৈ।

আৰু—আৰু উভতি যোৱা নাছিল।

সেইজন ছুনাবায়েই গুই গুই শোবা-শেবেঙুৰা যেন হৈ পৰিছিল। আন মুণ্ডাহঁত তলমূৰ হৈ বহি আছিল। সিহঁতে ভাবি আছিল: দহন-বহন শেষ হ'ল, শিৱন কিয় নাই ফিৰিল?

এনেতে হঠাৎ পগলাঘণ্টি বাজি উঠিল—ঢং ঢং ঢং ঢং ঢং ঢং!

কিয় পগলাঘণ্টি বাজিছে? জেহেল ভাঙি কোননো পলাল? হঠাৎ কি হ'ল? কৰিডৰত ইমান গৰপ গৰপকৈ বুটজোতাৰ শব্দ কিয় উঠিছে? ছেন্টি্ৰহঁতে কিয় লৰা-ধপৰা লগাইছে? কোনে চিয়ঁৰিছে? কোনে চিয়ঁৰি চিয়ঁৰি কৈ আছে, 'চাহাবক খবৰ দিয়া—!' কোনে? কোনেনো ইমানকৈ টেঁটুফালি চিয়ঁৰি আছে?

উলগুলানৰ শেষ নাই! ভগৱানৰ মৰণ নাই!

যেনিবা বিজুলীৰ চেকনীৰ কোব খাই উঠি মুণ্ডাহঁতে একেলগে মূৰ দাঙি চালে। আটাইবোৰেই হুলস্থুলকৈ দুৱাৰলৈ বুলি আগুৱালে, ডিঙি মেলি মেলি ঘটনাৰ উম-ঘাম ল'বলৈ বিচাৰিলে।

কেৱল ধানী, বৃদ্ধ ধানী বহি থাকিল ছুনাবাক সাৱটি লৈ, এক ভাস্কৰ্য্যৰ শিলৰ দৰে স্থিৰ হৈ। বহু, বহুকাল ধৰি সি যুঁজি আছে। চাঁওতালহঁতৰ 'হুল'ত অহিপত্ৰ এৰিছিল, চৰ্দাৰহঁতৰ 'মুলুকই লড়াই'ত ভাগ লৈছিল, বীৰসাৰ 'উলগুলান'তো জঁপিয়াই পৰিছিল। লড়াকু ধানী।

কেৱল ধানীয়েইহে জানে, 'উলগুলান'ৰ শেষ নহয়, আৰু ভগৱান কোনোকালে নমৰে। ভগৱান পুনৰ মুণ্ডা হৈ মুণ্ডা-জননীৰ কোলালৈ ফিৰি ফিৰি আহে। তেনেহ'লে ধানী কিয় যাব তেনেকৈ উধতুৱা হৈ? নজনা-নুশুনাহঁতে গৈ থাকক, শুনকগৈ।

'উলগুলানৰ শেষ নাই! ভগৱানৰ মৰণ নাই!'

শিৱনৰ মাত!

শিৱনে টেঁটুফালি চিয়ঁৰিছে!

চিয়ঁৰটোৱে এই কাললৈ গতি লৈছে। কোনোবাই কৈ উঠিল, 'শিৱন মেতৰ বলিয়াটা হ'ল বে—!'

'ধৰ্, তাক ধৰ্—!'

'উলগুলানৰ শেষ নাই! ভগৱানৰ মৰণ নাই! হেই মুণ্ডাহঁত, মই জানি আছিলোঁ। উলগুলানৰ, হে হে—তহঁতৰ উলগুলানৰ শে—।'

শিৱনৰ চিয়ঁৰ অকস্মাৎ স্তব্ধ হ'ল।

সকলো হাই-হুই চিয়ঁৰ-চিৎকাৰ হঠাতেই নোহাৱা হ'ল।

সকলো স্তব্ধ।

খালী কাণত পৰা হ'ল—চেকনীৰ কোব, লাঠিৰ মাৰ মানুহৰ দেহত পৰাৰ আৰ্ত্তনাদ। কাণত পৰা হ'ল—জোঁটা-পুটি দবৰা-দবৰিৰ শব্দ, কেঁকনি-গেঁথনিৰ শব্দ, আৰু মানুহক গাৰ বলেৰে টানি-চুঁচৰি নিয়া বুটজোতা পিন্ধা ভৰিৰে গচকাৰ শব্দ···।

ছুনাৰাই ক'লে, 'ধানী, মোৰ মুখ মুছা।'

ধানীয়ে ছুনাৰাৰ মুখখন মচি দিলে।

'হেই ধানী, ভগৱানে কৈছিল, সিংভূমৰ সকল জংগল আৰ্ মাটি আমি ফিৰাই পাম।'

'চুপ্ যা।'

'সকল জংগল ফিৰাই পাম! সেই যিদিনা এই ধৰ্তীটা খাদৌ দৌ ছোৱালীৰ দৰে কোমলটা হৈ আছিল, তেন্ ধৰ্তী ফিৰ্ হ'ব। সেই ধৰ্তীত মহাজন নাই, দিকু নাই, ছাহব নাই। খালী জংগল আৰ্ পাহাৰ ৰে ধানী···!'

'চুপ্ যা।'

'তেন্ ধৰ্তী তহঁতে দেখিবি, মই দেখা নাপাওঁ। মোৰ মুখ মুছা ৰে ধানী। ঠাকুৰৰ নাম শুনা, সেই গান গা ৰে তহঁতে, ধানী। সেই 'বোলোপে' গান শুনা মোক, মই তহঁতক শুনাইছিলোঁ যে—।'

ঘেৰ্ঘেৰ ঘেৰ্ঘেৰকৈ অলপ শব্দ উঠিল।

ছুনাৰাৰ মাত স্তব্ধ হৈ গ'ল।

'হে ধানী, ছুনাৰা মৰিলনে কি!'

ধানী চুপ হৈ থাকিল। ছুনাৰাৰ মূৰটো কোলাত লৈ নিষ্পলক দৃষ্টিৰে ধীৰে ধীৰে ছুলি থাকিল।

তাৰ পাছত, হঠাৎ গাই উঠিল—

'বোলোপে বোলোপে হেগা মিছি হোন্ কো।

হোইঅ' ডুডুগাব্ ছিজু তানা।

বোলোপে…

ওতে বে ডুডুগাব্ ছিব্মা বে কো আন্ছি।

দিছুম তাবু বুআল্ তানা

বোলোপে…

তাইঅ'ম্ তে দো হোবা কাপে নামিয়া।

দিছুম তাবু মুবা জানা।

বোলোপে…

[ হেব অ' —

ভাই অ'—ভনী অ'—অ' ল'বাইত

ওলাই ওলাই আহ।

বক্ষা কব বক্ষা কব —

লবধি লবধি যা

উঠিছে যে বড ধুমুহা…।

মাটিব বুকুত ঘূঁবা বতাহ

আমাব বুকুত উঠে হুতাহ

কুঁবলীয়ে ছানে আকাশ

চা, চা, ওলাই আহি চা,

নিলে কাঢ়ি আমাব দেশ এ চা…।

অ' ভাই—ভনী অ'—

পাছত আক নাপাব অ'

উপায় পাছত আক যেনো পা…।

শকতি শেল হানিলে ঐ

আন্ধাবে যে ছানিলে ঐ

ভাই বে ওলাই আহ ঐ ওলাই ওলাই আহ…। ]

আক লগে লগে সকলো মুণ্ডাব কণ্ঠবপবা, বক্তবপবা, মন্ত্রব দবে, যন্ত্রণাব দবে, গম্ভীব আর্ত গান ওলাই আহিল—

'বোলোপে…।'

জেলখানাত বহি ধানী মুণ্ডা, ভৰ্মি মুণ্ডাই বীৰসাৰ কথাকে পাতি আছিল।

অনেক, অনেক চান্দৰ আগতে বীৰসাৰ পৰ্দাদাৰ পৰ্দাদা—আজোককাকৰো আজোককাক, কিজানি আজোককাৰ আজোককাবো আজোককাইঁত আহিছিল ইয়ালৈ ঘৰ বন্ধাৰ—বসতিৰ ঠাই বিচাৰি। তেতিয়াৰ সেই কালত হাবি-বননি পাহাৰ-টিলা জমিন-মাটি এনেয়ে পৰি থাকিছিল। বসতিৰ ঠাই বিচাৰি আহি এৰা-পৰলীয়া মাটিত যিজনে খুঁটি পুতিছিল, সেইজনেই থাপিছিল খুটকাট্টি গাঁও।

সিহঁত আহিছিল ভাই-ককাই—চটিয়া হৰম্ আৰু নাবু। তেতিয়া শাওণ মাহ। ডোমডাগ্ৰা নৈৰ দুয়ো পাৰ ওপোচাই বৈ গৈছিল দোকোল-টঁকা বান। তাত, সেই নৈৰ পাৰতে সিহঁতে পাতিছিল চুটিয়া গাঁও। সিহঁতৰ—সেই দুজন ভাই-ককাইৰ নামৰপৰাই ক্ৰমে ক্ৰমে এই অঞ্চলৰ নাম হ'লগৈ—ছোটনাগপুৰ।

সিহঁত দুজন আছিল পুতি মুণ্ডা। য'তে গাঁও থাপনা, তাতেই মানুহৰ আনা-যানা। গাঁৱো পাতিলে, বসতীয়াও আহিলে। আকৌ—বসতি এৰি কোনোবা-কুমুৰি গুচি নোযোৱাও নহয় নতুন নতুন ঠাইলৈ। ক'লা ক'লা বৰণৰ মতা-তিৰোতা, গাই-ছাগলী-ম'হ, কত যে সংসাৰৰ ইটো-সিটো-বহুতো বয়-বস্তু, পাচি খৰাহি কোৰ চিপ্ৰাং খন্তা বটালী ধনু-কাঁড় বৰছা—কত কি। সিহঁতৰ খোজে খোজে খলি লৈ উঠিল—তিল্মা, তামাৰ, উলিহাতু, চালকাড়—গাঁৱৰ পিছত গাঁও...।

তেতিয়ালৈকো সকলো কথা আছিল পানী পানী। সিহঁতো অৰণ্যত চিকাৰ কৰিছিল, অৰণ্যতে গাই-ম'হ চৰাইছিল, অৰণ্যৰপৰা টুঙি আনিছিল কত যে ফল—বুটলি আনিছিল পাত খৰিকাঠ, অৰণ্যৰ যাউতিযুগীয়া ছনপৰা কুমাৰী মাটিক কৰি লৈছিল আবাদ। সিহঁতে তেতিয়া জানিছিল—সিংবোঙা হ'ল দেৱতাৰো দেৱতা। সকলো বোঙাৰ, অৰ্থাৎ—সিংবোঙাৰ বাজৰ আন যিকোনো দেৱতাৰ ওপৰত।

আৰু পহান আছিল সেই সিংবোঙাৰ পুৰোহিত।

কিন্তু কেৱল বীৰসাৰ দিনতে নহয়, বীৰসা ওপজাৰ বহু দিনৰ আগতেই, বোধহয় বীৰসাৰ আজোককাক লক্ৰা জনম লোৱাৰ আগতেই সকলো কথা-কাণ্ডই বেলেগ ৰূপ লৈছিল। বদলি গৈছিল। কেনেকৈ যে বদলি গৈছিল—সেই কথা কেৱল অজোকালৰ বজো ধানী মুণ্ডাইহে জানে। আন কেৱে নাজানে।

ধানীয়ে তাহানিদিনৰ সেইবোৰ কথা ফাটেকিয়াল বন্দী মুণ্ডাহঁতক কৈছিল। ধানীৰ কথাবোৰ মনপুতি শুনাৰ বাবে ঢেৰ সময় ওলাইছিল মুণ্ডাহঁতৰ, কিয়নো, সিহঁতক ফাটেকত ভৰাই থোৱা হৈছিল, হয়, ইজনৰ পিছত সিজনকৈ ফাটেকিয়াল মৰিছিলো, হয়, কিন্তু মহামান্য চৰকাৰে তেতিয়ালৈকো তদন্ত শেষ কৰিব পৰা নাছিল। আৰু তদন্ত শেষ নহ'লে—চৰকাৰৰূপী কমাৰে কেনেকৈনো জানিব মুণ্ডা দুখীয়াৰ লো-ৰ খবৰ? তদন্ত শেষ নহ'লে কেছ সজাই-পৰাই নগৰক সাগৰ সাগৰক নগৰ কৰি দাখিল কৰিব নোৱাৰি। কেতিয়াবা কেতিয়াবা কেইশমান নিঃসম্বল মুণ্ডাৰ অৰণ্যৰ অধিকাৰৰ যুঁজ একোখন ইমান ভয়ংকৰ অপৰাধ হৈ উঠে যে—সাত শিয়ালৰ বাগি দিব জনা বৃটিছ গৱৰ্নমেণ্টৰ সৰ্বপ্ৰকাৰৰ শাসন-যন্ত্ৰক কামত খটুৱালেও মাঠি-মুঠি কেছ যুগুতোৱা নহয় যে নহয়েই। ফলত মুণ্ডাহঁত বৃটিছৰ ঠেঙৰ চেপা গোলাম হৈয়েই থাকিবলগা হয়, বিচাৰাধীন হৈয়েই থাকিবলগা হয়। কিয়নো—'আইন' বোলা কথা, কেছ দিব তো লাগিব। অথচ—কেছেই সাজু নহয়!

'ধানী, তইনো জানিলি কেনেকৈ'?'

'নাহ'লে কি তইঁতে জানিবি? মই কি আজিৰ মানুহ? মই হ'লোঁ যাক বোলে আৰ্ণি-পুৰ্ণি। ছুম্বালহঁতে যেতিয়া 'হুল' কৰিছিল, মই তেতিয়া পান্চও (পাঁচশ) চান্দ পাৰ হৈছোঁহে। মই কাকনো দেখা নাই? সিধু—সিধোক দেখি আছিলোঁ, কানহুকো। ভাগ্নাডিহিলৈ গৈ সিধো-কান্হুৰ হুলত চামিল হোৱা নাই আছিলোনে মই? কুচ ফলৰপৰা বিষ বনাইছিলোঁ কুচিলা, সাপৰ বিষ বাহিৰ কৰি বনাইছিলোঁ অহিপতৰ্, কাঁড়—মোৰ দৰে বিষ কোনে বানাবাৰ্ জানাছিল বোল্?'

'হাঁ—?  তু হুল দেখাছিস্ ?'

'দেখাছিস্ ?'

'দেখাছি।'

'সাঁচ্ দেখাছিস্ ?'

'দেখি নাই ?  তেতিয়া মোৰ বেটাগুলান হেই যুৱান।  হুটা বেটাৰ ঘৰ্তে মোৰ নাতি হৈ যাইছিল্।'

'সিহঁত ক'তে আছে ?'

'নাই জানো।'

'কি!  নাই জান ?'

'নাই জানো।'

'কিয় ?'

'সিহঁতক মই এৰি আহিলোঁ।'

'কেলে' ?'

'কৈ দিলোঁ ছাহাবৰ আগত, সিহঁত মোৰ কোনো-কেও নহয়, মুই সিহঁতৰ কোনো-কেও নহওঁ।  নাহ'লে—তেনেকে' না কোৱা হ'লে সিহঁতকো ফান্সীৰ জৰীত দিলে হয় ওল্মাই।'

'ওল্মাই দিলে হয় ?'

'হাঁ।'

'হাঁ—?'

'হাঁ বে!  তেতিয়া দেখি লৈলাম দিকুহঁত কেনেকুৱা হয়, আৰু কেনে হয় বগাছাহাব।'

'তেতিয়াৰপৰা জানিলি ?'

'জানিলোঁ।  হা—দেখ্, বীৰসাৰ বংশৰ আদি পুৰুষে থাপিলে ছোটনাগপুৰ।  কিন্তু ৰজা উঠিল আন।  আৰু তেতিয়াৰেপৰাই আমাৰ মাটিত, আমাৰ জংঘলত বাহিৰাহঁত সোমালহি, সোমাই—সেই বাহিৰাহঁতে—দিকুহঁতে আমাৰ বোলা যি য'ত আছিল চব কাঢ়ি নিলে।  সিহঁত আছিল একইবাৰে আন জাতৰ, আন দেশৰ অচিনাকি মানুহ!'

চাৰিওফালৰেপৰাই মানুহ আহিছিল। যিহঁত আহিছিল, সিহঁতেই দিকু। ধানীয়ে ভালেকৈয়েই জানিছিল, যিহঁত অহাৰ ফলত প্ৰাচীন খুটকাট্টি গ্ৰাম্য ব্যৱস্থা থান-বান হ'ল, যিহঁতে মুণ্ডাসৱক উচ্ছেদ কৰি মাটি-বাৰী দখল কৰি ল'লে, সিহঁতেই হ'ল 'দিকু'। সিহঁতে 'বন্ধুৱা' হিচাপে ওবে জীৱনকাল ধৰি খটোৱাৰ, নিখচিকৈ 'বেগাৰী' লোৱাৰ নিয়ম বান্ধিলে। বিনা মজুৰিৰেই 'বেগাৰ' খাটিবলগীয়া হৈছিল! ধানীয়ে জানে, জীৱনৰ যাতনাই থকা-সৰকা কৰা দিনবোৰৰ কথা ক্ষণবোৰৰ কথা মুণ্ডাসৱে গানে গানে মূৰ্ত কৰি তোলে, গানৰ যোগেদি মুখে মুখে লিখি ৰাখে জীৱনৰ গভীৰ অত্যাচাৰ-উৎপীড়নৰ বুৰঞ্জী। সেই গান কোনে ৰচে, কোনে দিয়ে সুৰ, কোনেও তাৰ টিকা-সঁকা নাপায়।

সেই কথা মনত পৰাত ধানীয়ে ক'লে 'হা—দেখ্, দিকুক ঘোঁৰা লাগে, মুণ্ডাই পয়ছা দিব। দিকুক দোলা লাগে, মুণ্ডাই দাম দিব, মুণ্ডায়েই কঢ়িয়াব। দিকুক যি লাগে,—চব মুণ্ডাইহে দিব লাগিব। দিকুৰ ঠিকাদাৰক ছাহাবৰ কাছাৰীয়ে জৰিমনা কৰিলে সেই জৰিমনাৰ টকা মুণ্ডাইহে যোগান দিব লাগিব। তাৰ বাদেও জোৰ কৰি টকা ধাৰ লোৱাব মুণ্ডাক। আৰু তাৰ বাদে মাটিৰপৰা উঠাই দিব—খেদি দিব। তেতিয়া আহিব আৰকাটী। আৰু আৰকাটীয়াই হোজা হেবাং মুণ্ডাগুলানক কুলী-বনুৱা বনাই লৈ যাব কাঁহা কাঁহা মুলুক। মোৰ বহিনী-বৈনাইক লৈ গ'ল সেই কুথাকে। দেশ ছাৰি গ'লে মুণ্ডাই আৰু ফিৰেনা হে। তাহাঁতে পথ চিনৃহেনা, পৰবাসী হৈ, বিদেশ-বিভূঁইত দুখে-শোকে ভুকীয়া-কলীয়া হৈ মৰে। কোনো মুণ্ডাটা পৰদেশ যাই ভাল খায় নাই, থাকে নাই।'

এনেকুৱাই আছিল ধানীহঁতৰ জীৱন।

ধানীহঁতৰ—মুণ্ডাহঁতৰ জীৱনত সোমাই পৰিছিল মহাজন জমিদাৰ মিছনাৰি জেল-কাছাৰী পকী ঘাট পথ কোম্পানী বেয়নেট বন্দুক খৰ অনাবৃষ্টি আকাল মাউৰ আৰকাটী বনুৱা বেঠবেগাৰী···কত যে কি···

যৌৱনকালত ধানীহঁতে গাইছিল :

'বন্ধা-বেগাৰ খাটতে আমাৰ কান্ধে ঋৰে লোহু গ' !
জমিন্দাৰৰ টেকেলাই ঐ দিনে-ৰাতি
খেদেহে মোক, খেদে হে···
কান্দো যে মই দিনে-ৰাতি, এহে···।
বন্ধা-বেগাৰ খাটি খাটি মোৰ এনে হাল্ গ'—
হাবথৰীয়াৰ ঘৰ নাই, সুখ কোনে দিবে গ' ।
কান্দো যে মই দিনে-ৰাতি
চকুৰ লোহৰ দৰে এহে লুণীয়া মোৰ লোহু গ' !'

ধানীৰ যৌৱনকালৰ হাবি মাটি পাহাৰেৰে ভৰপূৰ জন্মকালৰেপৰা পোৱা মুণ্ডাৰী দুনীয়াখনৰ পৰা মুণ্ডাহঁতক খেদি দিয়া হৈছিল।

তেতিয়া ধানীহঁতে বুঢ়ালোকৰ মুখৰপৰা শুনিছিল, এদিন এই ক'লা এন্ধাৰবৰণীয়া মানুহৰ ঘৰতে জনম ল'ব সিহঁতৰ উদ্ধাৰকৰ্তা। এদিন তেওঁ আহিবই। আৰু সিংভূম-ৰাঁচীৰ সেই ৰঙা ঘোঁৰাহেন পলাশ-ফুলা জংগলত যেনেকৈ জুই জ্বলি উঠে, তেনেকৈ সেই বাতৰিয়ে সমগ্ৰ মুণ্ডাৰী দুনীয়াৰ আশ্‌মান বাঙলী ৰঙেৰে ৰঙাই জ্বলি উঠিব মুণ্ডাৰ ঘৰে ঘৰে। ক'লা মানৱীৰ কোলাত আহিব অনাৰ্য্য কৃষ্ণ।

আৰু সেইদেখিহে মুণ্ডাসৱৰ জীৱন হৈ উঠিছে যেনিবা কংসৰ কাৰাগাৰ···।

জানিবাঁ জনম ল'লেই—বুলি ভাবি, বৰ হেঁপাহৰে, ১৮৫৫ চনত ছয়চল্লিছ বছৰৰ ডেওনা পাৰ হোৱা ধানী মুণ্ডা গুচি গৈছিল—সৌ—বাৰহাইত হৈ ভগনাদিহিৰ ময়দানত সিদো আৰু কানুহু ছন্তালহঁতৰ দলত লগ লাগিবলৈ।

মুণ্ডাসৱৰ 'খুটকাট্টি' বন্দৱস্তক্ৰমে সকলো পুত্ৰয়েই চান্দা দি মাটিৰ দখল বজায় ৰাখিব পৰা হৈছিল। চাঁওতালহঁতে হাবি কাটি যি মাটি আবাদ কৰিছিল, তাৰ নাম আছিল 'দামিন-ই-কোহ্'।

চাঁওতালহঁতৰ জীৱনতো, সিহঁতৰ 'দামিন-ই-কোহ্'ৰ জীৱনতো কালেজীহঁত—সেই দিকুহঁত—সোমাই পৰিল।

'সেই কাৰণে তাহাঁতে হুল কৰিছিল!'

'তু কি কৰাছিলি ?'

'তাহঁতাৰ হিলৈ, আমাৰ তীৰ-ধনুক—ধনু-কাঁড়। তথাপি চলিল হুল—ছুবছৰ দিন।'

'তু কি কৰাছিলি ?'

'কুচিলা। কুচিলাৰ বিষ বানাইছিলোঁ। কাঁড়ত এই কুচিলাৰ বিষ লাগাই বিষাল কৰি তুলিছিলোঁ। কাঁড় নহয় যেনিবা সাইখাত যমৰ টেকেলা! কণ্টকাৰীৰ ফল পানীত সিজাই গেদ কৰি লৈ, সেই কণ্টকাৰীৰ গেদ কাঁড়ত সানি শুকুৰাই লৈছিলোঁ। এইবোৰ কৰাছিলোঁ।

'গৈছিলি কেলে' ?'

'ভগৱান অহা বুলি শুনি। এই ভগৱানে মানুহক কোলাত উঠাই লৈ দোলনি-ভুলনি না কৰে। মানুহক নিচুকাই নিবল না কৰে। এই ভগৱানৰ হাতত ধনুক-তীৰ আৰ জোং ৰাঠি ৰৰছা!'

'ভগৱান নাই আহিল ?'

'ভগৱান নাই আহিল।'

'তু কি কৰিলি ?'

'বিছ বছৰ দিন ধৰি বেঙাটো হৈ তাপ মাৰি থাকিবলগীয়াত পৰিলোঁ। মহাজনৰ খেতি-মাটি চাহ কৰিলোঁ, গাই-ম'হ চৰালোঁ, ঘাটো খালোঁ, গাত কাপোৰ ল'লোঁ। তাৰ বাদে গঞ্জত ঘুৰা-পকা কৰিলোঁ, হাটে-বাটে টকা কোবাই ফুৰিলোঁ। কোনোৱেই নকয় হুল হ'ব। কিন্তু কাণ পাতি থাকোঁ মুই, শুনি লওঁ সকলো কথা-বতৰা। একদিন—ঐ ভৰ্‌মিটা—এতিয়া যিটা ইয়াত ভাল মানুহটা হৈ বহি আছে, সি কৈছিল, চল্ ধানী, ভাগনাডিহিলৈ যাওঁ।'

'তা বাদে ?'

'মুই কওঁ, কেনে ? তো সি কয়, তাত সিধু-কানুৰ গাঁৱত চৰ ছম্মাল গৈছে, পূজা দিছে। তো মুই বোলোঁ—কিজানিবা ভগৱান আহিল, বং, এপোৰামান কুচিলা লৈ লৈওঁ। কিন্তু সি মোক ঠাচ কৰে

চব শোধাই দিলে। ক'লে, বুধুটা, আগে যাই চাওঁ তেহে কুচিলা উলিয়াবি। কুঁচ ফল নাই ক'ত? তাৰ কথা মতে চলি গৈলাম। এইবাৰ ভিন বাটেৰে।'

'বেলতে উঠি?'

'নাই। খোজ কাঢ়ি। তেতিয়া মুই আঠশ চান্দ পাৰ হৈ পৰায় সত্তৰ বছৰীয়া বুঢ়াটা। সি হেই তাগড়া যুৱান। হুয়ো জংঘলৰ মাজেদি খোজ কাঢ়ি গৈছিলোঁ। গৈ দেখিলোঁ, ছন্থালহঁতে নিজৰ তাহানিকলীয়া নাম লৈছে—খেৰোৱাৰ! ঝাগড়া খুব। খেৰোৱাৰহঁতৰ তিনিটা দল হ'ল। হুলৰ পাছত ছন্থাল পৰগণা হৈছিল। সেই পৰগণাৰপৰা লড়াই আহিল হাজাৰিবাগলৈ।'

'তু কি কৰিলি?'

'কুচিলা বনালোঁ। কাঁড়ত লগালোঁ। কণ্টকাৰীৰ বিষফল পানী সিজাই সিজাই গেদ বনালোঁ। সেই গেদত কাঁড় বুৰাই শুকাই ল'লোঁ।'

ভৰমি মুণ্ডাই ক'লে, 'তোৰ এয়েনে কাম?'

'এয়ে। এই মোৰ কাম। খেৰোৱাৰহঁতে ক'লে, সেই অযুত-নিযুত চান্দৰ আগতে আমি আছিলোঁ চম্পাদেশত, আমি তেতিয়া খেৰোৱাৰ। তেতিয়া আমি খেৰোৱাৰে কাকো খাজনা দিয়া নাছিলোঁ, এতিয়াও নিদিম। তো—লড়াই চলিল খুব। একেবাৰে মৰোঁ-জীওঁ কৰি নাই তয় নাই মৰ লড়াই। কিন্তু হিলৈৰ আগত ধনুকৰ লড়াই নিটিকিল।'

'নিটিকিল!'

'মই তেতিয়া এটা চফল ডেকা ল'ৰা। তাগজ থকা যুৱান। আঢ়ৈশ চান্দ পাৰ হৈছোহে। তহঁতে বছৰৰ হিচাপ বুজি পায়। এবছৰত বাৰটা চান্দ হয়। তাৰে হিচাপ কৰি ল'। তেতিয়ালৈকো, পাঁচ পৰগণাৰপৰা মুণ্ডাহঁত একেবাৰে উছন হৈ যোৱা নাছিল সেইবাৰ, ছোটনাগপুৰৰ ৰজাৰ ভাইটো, সেই হৰনাথ ছাহী, হৰনাথ শাহীয়ে আমাৰ খুটকাট্টি গাঁওবিলাক ভিনদেশী মহাজন ঠিকাদাৰহঁতক দিলে। আৰু সেইহে হ'ল কুচিলাৰ বিষ বনোৱাৰ গুৰিৰ কথা।'

'কি হ'ল ?'

'কতবাৰ কৈছোঁ দেখোন তহঁতক—বীৰসা। হঠাৎ মুণ্ডাহঁতে শ'ই শ'ই গাঁও দিকুহঁতক দিবলগীয়া হ'ল আৰু ভগ্‌নীয়াটা হৈ মুণ্ডাহঁত চলি গ'ল খুন্‌টিলৈ, তামাৰলৈ। লাগি পৰিল লাঢ়াই। মুই তেতিয়া হাবিয়ে বননিয়ে ঘূৰি ফুৰোঁ। কুচিলা তহঁতেও বনাব, পিছে মোৰ দৰে বনাব পাৰিবিনে কোনোবাই ? নাই পাৰিবি। সিবাৰ্‌তে—সেই লাঢ়াইৰ কাল্‌তে—মোক হাতত ধৰি শিকাইছিল সেই ভৰ্‌মিৰ বাপ্‌কা খুড়াৰে। পহান আছিল সি। ক'লে চৰে লাল কুঁচ বিচাৰে। তই ক'লা কুঁচৰপৰা বিহ তয়াৰ কৰ। লাল—ৰঙা কুচৰ গুটিৰ গেঁদ শৰীলত বিন্ধিলে মৰণ ধিমা ধিমা—লাহে লাহে, আৰু ক'লা কুঁচৰ গেদেৰে মৰণ ছৰা ছৰা—চমিকি ··নিমিষতে। সেই সিদিনাহে শিকিলোঁ মই।'

'তা বাদে ?—পাছত কি হ'ল ?'

'সেইবাৰো ভগৱান নাই দেখিলোঁ। সিদো-কানহুও ভগৱানক নাই দেখুৱালে, খেৰোৱাৰহঁতেও নাই দেখুৱালে। বুকত বৰ দুখ হ'ল। ইপিনে মোৰ তিনিকাল গৈ একালত লাগোঁ লাগোঁ। বয়সে তো নৰয়। দিকুৱে দিকুৱে দেশখন ভৰি পৰিল। বিচাৰিলে এটা মুণ্ডা নিমিলে, যাৰ ঘৰত দহটা টকা আছে। চৰ্‌ মুণ্ডা মগনিয়াৰ হৈ গ'লোঁ। কিমানে যে মিছনতে নাম লিখালেগৈ। আকাল-অনাটনে দেশখনক উছন কৰিলে। মহাজনহঁতে কত যে সেৱকপট্টা লিখালে। মুণ্ডাহঁতে বুঢ়া আঙ্‌লিৰে টিপচহী দিলে। আৰু—দিলোঁ ময়ো।'

'কাৰ ওচৰত দিলি তই ?'

'জগ্‌দীশ্‌ চাহু। খুন্‌টিৰ বাজাৰত কেতিয়াও দেখা নাই ?'

'ওঁ, ওঁ। দেখাছিলোঁ। সিদিনা গৰুৰগাড়ীত উঠাই তাৰ শ'টো অনা কৰিছিল হয়।'

'ধুৰ ! সেই জগ্‌দীশটা কিমান কালৰ আগতে মৰাছে, তই দেখাছিলি তাৰ বেটাক।'

'জগ্‌দীশ—মৰাছে ?'

'মৰবেক নাই ? ঘাটো দিছিল কম-কম, আউ খাটাইছি দিনভৰ্। আমি নাখাই বাঁচি থাকিলোঁ আৰু সি বেটা'শেষত কাঁড় খাই মৰিল।'

'তা বাদে ?'

'মুই চালকাড় পালোঁগে।'

'তা' পাছত ?'

'তিমান দিনত চৰ্দাৰহঁতে, মিচ্‌নৰ মুণ্ডাহঁতে কৈ আছে মুলুকই লড়াইৰ কথা। দচ্ বছৰ দিন ধৰি সিহঁতে মুলুকই লাঢ়াই চলালে। সিহঁতৰ হকে জেকৰ চাহাবে মিচ্‌নৰ বিৰুধে, চৰকাৰৰ বিৰুধে কত যে লাঢ়াই কৰিল, জিকিল নাই। মুলুকই লাঢ়াই ধিমা ধিমা—লছু লছু চলি থাকিল। মুই সিহঁতৰ ওচ'তে আছিলোঁ।'

'কোনহঁতৰ ওচ'তে ?'

'সেই চৰ্দাৰহঁতৰ তাতে।'

'তাত কি কৰাছিলি ?'

'কুচিলা। কুচিলা তয়্‌য়াৰ কৰাছিলোঁ। কাঁড়ৰ জোঙা জোঙা আগবোৰত কুচিলাৰ গেদ লাগাওঁ আৰু হাঁহোঁ, হাঁহোঁ আৰু লাগাওঁ।'

'কেলে' ?'

'বাহ্! নাহাঁহিমনে কি ? তিমান দিনত দেখোন ভগৱান আহি গ'ল ছুগানা মুণ্ডাৰ ঘৰ্‌তে। বীৰসা তেতিয়া নিচেই সৰুটা। মুই তাক সদায় দেখি থাকোঁ। দেখোঁ, আৰু কওঁ চৰ্দাৰহঁতক : আৰু দুখ নকৰা, বিছ বছৰ পাৰ কৰা হে, ভগৱান পাবা। এই ভগৱানে মানুহক ভুলায় না, কোলাত উঠাই তুলায় না, এই ভগৱানৰ হাতত বলোয়া থাকিব বৰছা থাকিব, থাকিব ধনু, আৰু থাকিব বিষম বিষাল কাঁড় !'

'চৰ্দাৰহঁতে কি কৈছিল ?'

'সিহঁতে মোক সেই কথা কৈছিল না কি ? পিছে সিহঁতৰ মুলুকই লাঢ়াই চলি থাকিল। চলি থাকিল—ধিমা ধিমা—লছু লছু। যেতিয়া বীৰসাই উলগুলানৰ ডাক দিলে—বিণ্ডিয়ালে—তেতিয়া সকল মানুহে একলগ হৈ আগুৱালে।'

'বীৰসা নাই, এতিয়া কি হ'ব তেন্তে ?'

'উলগুলানৰ শেষ নাই ভগৱানৰ মৰণ—শিৱনৰ মুখে শুনা নাই ? নে, ঘুম্ যা। চা—সৌ আলাসখন—আকাশখন দুধ-বৰণীয়া হ'ল। গিৰ্জাত ঘণ্টা বাজিল।'

'চালকাড়ত তেতিয়া তই আছিলিনে, ধানী—? বাম্বাত যেতিয়া ভগৱানে জনম লৈছিল ?'

'আছিলোঁ।'

বীৰসাৰ দেউতাক ছুগানা মুণ্ডাৰ খুটকাট্টি গাঁও উলিহাতু। কিন্তু— সেই খেৰোৱাৰ যুদ্ধৰ দিনৰ আগৰেপৰাই, উলিহাতুত থকা-মেলা টান হৈ পৰিছিল। গয়া, ছাপৰা, আৰা, ভাগলপুৰ, তিৰ্হুত্ আদি বহুতো ঠাইৰ মহাজনহঁতে আইনৰ ভয় দেখুৱাই মুণ্ডাসৱৰপৰা খুটকাট্টি গাঁওবোৰ আত্মসাৎ কৰিছিল। এই গাঁওবোৰ যিবিলাকৰ, সিবিলাকক আনকি খেতি-বনুৱাৰ কামতো মকৰল কৰা নাছিল মহাজনহঁতে। সেয়েহে, অন্য অন্য অসংখ্য মুণ্ডাৰ দৰে, ছুগানায়ো খেতি-বনুৱাৰ কাম বিচাৰি আজি কুকম্ব্দা, কাইলৈ গাইচৰি, পৰহি বাম্বা আদি ঠাইলৈ টাকুৰী ঘূৰাদি ঘূৰি ফুৰিবলগা হৈছিল টাই-বাই চাবলৈ।

ছুগানাৰ সম্বল বোলোঁতে এটা টোপোলা, মাটিৰ কেৰাহী মাটিৰ চক এটা, ঘাঁহেৰে বনোৱা ঢাৰি এখন, এমুঠি চীনা ঘাঁহৰ দানা, আৰু খালোন এডোখৰ।

ছুগানাহঁত নিজ বাসভূমিতে পৰবাসী হ'ল। জুপুৰী এটা সাজি উলিউৱাটোও টানেই হ'ল। জুপুৰী সাজিবলৈ হ'লে কাঠ-বাঁহ তো লাগে। কাঠ-বাঁহ অনাবো আধ্যা পৰিল। সিহঁতৰ মাটি বোলা একোৱেই নাই। পায় ক'ত ? মাটি এতিয়া দিকুহঁতৰ।

সিহঁতে আইন কি···নাজানে তাক। নিজৰ ভিঠা নিজৰ, এই সহজ কথাষাৰ হাকিমক বুজাব নোৱাৰে সিহঁতে। আদালতলৈ গ'লে সকলো মুণ্ডায়েই বেচান মুণ্ডা হৈ যায়। বেচানৰ মাটি-বাৰী ঘৰ-দুৱাৰ যেতিয়া জগদীশ চাহুয়ে দখল কৰিছিল, বেচানে উকীল এজনক লৈছিল।

হাকিম চাহাবে—দোৱনীয়া আৰু উকীলে যি ক'লে, যি বুজালে—তাকেহে বুজিলে। তেওঁ হেনো বেচানৰ বেতেৰি-বন্ধীয়া কথা, বা কোনো মুণ্ডাৰ কথাকে একেবাৰে বুজি নাপায়। ইংৰাজীত বাজে হাকিমে একোৱেই নুবুজে। অথচ—তেওঁ বিচাৰ কৰে মুণ্ডা, চাঁওতাল, ওৰাওঁ, হো, কোলসৱৰ। উকীলে যি কয়, দোৱনীয়াৰে যি কয়, তেওঁ তাকে শুনে তাকে মানে তাকে গণে তাকে লিখে।

মোকৰ্দমাত বেচানৰ মাটি-বাৰী-ঘৰ-দুৱাৰ সকলো গ'ল। গাই-ম'হ-ছাগলী বেচা টকাৰে উকীল লগাইছিল। গ'ল।

বেচান বেয়াকৈ হাৰিল।

মাটি ঘূৰাই পোৱা নাছিল বেচানে। জগদীশৰ মাটিত গাই চৰোৱাৰ অপৰাধত জৰিমনাও ভৰিবলগীয়া হৈছিল সি।

সেয়েহে, ছোটনাগপুৰৰ প্ৰতিষ্ঠাতাৰ বংশধৰ হোৱা সত্বেও ছুগানা মুণ্ডা মগনিয়াৰটোৰ দৰে ঘূৰ্মুটি খাই ফুৰিছিল। আকালৰ দিনত মুণ্ডাহঁতৰ ম'হবিলাকে এনেকৈয়েই কিজানি হাড়ে-ছালে লগা হৈ গাঁৱে গাঁৱে-পথাৰে পথাৰে ঘূৰ্মুটিয়াই ফুৰে সেউজবুলীয়া ঘাঁহ বিচাৰি।

এইদৰে ঘূৰ্মুটিয়াই ফুৰোঁতেই ছুগানা পিতৃ হ'ল। উপজিলে দুজনী ছোৱালী—দাস্কিৰ আৰু চম্পা, শেহান্তৰত, ঘূৰি ঘূৰি ভাগৰি পৰি, বাম্বা পাই, পৰিবাৰ কৰ্মীয়ে ছুগানাক ক'লে, 'নতুনকৈ ঘৰ এটা বান্ধা। আপাটো হওক। তা' পাছত দিকুৱে যদি খেদি দিয়ে, গুচি যামগৈ আন ক'বালৈ।'

ছুগানাই টোকোৰা পঁজা এটা সাজিছিল।
সেই পঁজাতে ল'ৰা এটিয়ে জনম লৈছিল।
বাৰটো আছিল বৃহস্পতি।

নাম হ'ল তাৰ বীৰসা।

## দুই

পাহাৰৰ নামনিত, অটব্য অৰণ্যৰ দাঁতি-কাষৰত ঘৰ। পাশ্নাৰ ল'ৰাটোক বাঘে নিলে। আৰু তাৰ পাছত ওলালহি দিকু। ভোজপুৰী মহাজন। আকৌ মুণ্ডাহঁত উচ্ছেদ হ'ল। খেদা খালে।

ছুগানাই তাৰ পৰিবাৰ কৰ্মীক ক'লে, 'মোৰ ময়াৰ গাঁও চালকাড়লৈ যাওঁ চল্। তাত বাৰন্সিং মুণ্ডা আছে।'

'সি কী কৰিব ? তোমাক মান্কিটা—চৰ্দাৰটো পাতি দিবনে কি ?'

কথাষাৰ কৰ্মীয়ে শান্ত কণ্ঠেৰেই ক'লে। সিহঁতে সিহঁতৰ জীৱনান্তিক মৰণান্তিক কথাবোৰো শান্তভাৱেই কয়। ভাগ্য নামৰ চেকনীৰ কোৰ খাই খাই সিহঁতৰ মনৰ মাজত এনে উদাসীনতাই বাহ লৈছে।

ছুগানাই তাৰ শান্ত বেদনাগধুৰ চকুযুৰিৰে চালে, 'নাই, নাপাতে। বসত্ কৰিবলৈ দিব।'

'মিছনলৈ গৈ কিৰিস্তান হ'বা বুলি কৈছিলা যে—?'

'চল্, হৈ যাওঁ। ভয়ানক খৰ। মিছনৰ ছাহাবহঁতে খবৰ-বাতৰি লয়, চাউল-তাউল দিয়ে। ল'ৰাহঁতক পঢ়ায়।'

'পঢ়িনো কি হ'ব ?'

'মোৰ দুটা ছৱাল ডাঙৰ হ'ব, আৰু অনেক ডাঙৰ হ'ব। পঢ়ি-লিখি হ'লে সিহঁতে কাছাৰীৰ হাকিমৰ কথা বুজি পাব।'

'তুমি কাছাৰী-মুকদ্দমা কৰিবানে কি ?'

'জকল কৰিম, দৰ্কাৰ হ'লে কৰিম জকল। কত গিৰামে ঘৰ বান্ধিম বোল—? বোল্—কত গিৰামৰপৰা দিকুৱে খেদি দিয় ? আপন বোলা ঠাই এডোখৰ তো লাগে। চকি চকি ঘৰ এটা লাগে। না হ'লে ল'ৰাহঁত এদিন আৰকাটীয়াৰ পিছ্নে পিছ্নে চলি যাব। আৰু —আৰু সিহঁতৰ মুখ কোনো কালে দেখা পাবি নাই।'

সিহঁতহাল চালকাড়লৈ গ'ল। যোৱাৰ আগতে—ছুগানা, পাশ্‌না, কোম্‌তা, বীৰসা—আটাইকেইটায়েই খ্ৰিষ্টান হৈ আছিলগৈ জাৰ্মান মিশ্চনৰপৰা। ছুগানাৰ নাম হ'ল এতিয়া ছুগানা মছিদাস। বীৰসা হ'ল দাউদ মুণ্ডা, বা দাউদ বীৰসা।

এইবাৰ বীৰসাই জানিছিল, যে এদিন সি পঢ়া-লিখা শিকিব লাগিব, মানুহ হ'ব লাগিব। দিকুহঁতৰ ভাষা শিকিলেহে সি দিকুহঁতৰ টান মুঠিৰপৰা মাটি-বাৰী ৰক্ষা কৰিব পাৰিব। সি জানিছিল এইবোৰ কথা। কিন্তু চালকাড়ৰ মুণ্ডা ছুগানাৰ পুতেক হওন আৰু পঢ়া-লিখা জনা জীৱনক জানন—দুটাৰ মাজত যে বিস্তৰ আৱলী—মহাজন, গাঁওবুঢ়া, পুলিছ, দাৰোগা, হাকিম, পকী বাট-পথ—অনেক আৱলী! ইমানবোৰ আৱলী পাৰ হয় কেনেকৈ?

সি এতিয়াও যে নিচেই সৰুটো!

সৰু, কিন্তু কোনো মুণ্ডা ল'ৰায়েই আঠ বছৰ পালে আৰু বহি থকাত নাই। বীৰসায়ো বহি থকা নাছিল। ছাগলী চৰাই, হাবিৰপৰা খৰি পাত ফল কন্দ মৌ বুটলি আনি সংসাৰখন সুচল কৰি তোলাত সহায় কৰিছিল। কৰ্‌মীয়ে, তাৰ মাকে কৈছিল, 'সংসাৰটা হৈ পৰিল ছিণ্ডা-ফটা উৰলি যোৱা কানিৰ দৰে। ইপিনে চিলাওঁ, সিপিনে ছিঙে। আটাইবোৰ ফটা-ছিণ্ডা কোনো-কাহানিও যোৰাব নাই পাৰিম।'

মুণ্ডাৰ সংসাৰ যে ছিণ্ডা-ফটা কানিৰ দৰেই হয়, কথাটো আনকি নাওমান চলি বীৰসায়ো-নজনা-নুবুজাকৈ নাছিল। ওপজাৰেপৰাই সি ছিণ্ডা পালে ডিঙা দোলে—দেখি আহিছে, সংসাৰ ডিঙা। এই কথাত তাৰ মনত সিমান দুখ-তাপো নাছিল। কেৱল দিনৰ অন্তত ঘাটোৰ সৈতে নিমখ নাপালেহে নিজক বৰ দুঃখী যেন বোধ হৈছিল তাৰ।

দাদাক কোম্‌তাই কৈছিল, ডাঙৰ হৈ সি হেনো হাটৰপৰা একেবাৰতে এবস্তা নিমখ লৈ আহিব। তেতিয়া—যাৰ যিমান মন যায় —নিমখৰ বস্তাত কিলাকুটিলৈকে হাত ভৰাই দি নিমখ লাগে মানে তুলি আনি ঘাটোত মিহলাই জুতি লগাই খাব···যিয়ে যিমান পাৰে।'

দাদাকৰ এনে পৰেবতত কাছুকণীয়া কথা শুনি বীৰসাই হাঁহিছিল, বাঁহী হাতত লৈ ওলাই পৰিছিল অননিয়ে-বননিয়ে, পানীলাওৰ খোলাৰে বনোৱা 'টুইলা' আৰু বাঁহী, দুয়োটায়েই আছিল বীৰসাৰ অতি অনুগত।

টুইলাৰ ঝংকাৰ আৰু বাঁহীৰ সুৰৰ বাহাৰ—তাৰ লগে লগে ঘূৰি ফুৰিছিল। সি অৰণ্যত আপোন মনে বাঁহী বজাইছিল।

বীৰসা যেতিয়াই অৰণ্যলৈ বুলি খোজ লৈছিল, ধানী মুণ্ডায়ো তাৰ পিছ লৈছিল।

'হা! তুমি মোৰ লগে লগে ঘূৰা কেলেই ?'

'কেলেই নুঘূৰিম ? জংঘল তোৰ কিনা ?'

'কিনা তো, হয়তোন—এই বন মোৰ।'

ঘৰ পাই দেখে, মাকে মহুৱাগুটি খুন্দনাত গুড়ি কৰি আছে। মাকে খুন্দনাত গুড়ি কৰি দিব, বায়েকহঁতে পটাত পিহিব, তেহে তেল ওলাব, ঘৰত চাকি জ্বলিব। ডাঙৰ হোৱাৰ পাছত যাবলৈ মন গৈছিল তাৰ। হাটলৈ। কোম্তাৰ লগ লাগি হাটলৈ গৈ আটাইবোৰ নিমখৰ বস্তা, তেলৰ টিন্‌বোৰ আনি মাক কৰ্‌মীক দিবৰ মন গৈছিল।

কেৱল অৰণ্যলৈ অহাৰ পাছতহে সি এইবোৰ কথা পাহৰি থাকিব পাৰে। দিগন্ত বিয়পা নীলা নীলা পাহাৰবোৰলৈ চাই চাই সপোন সাজিব পাৰে। সপোনত সি কেৱল তাৰ সেই আদি-আদিম পুৰুষ-সকলকহে দেখা পায়। সপোনত সি দেখা পায়—

দুই ভাই-ককাই বান-বলিয়া নৈ পাৰ হৈ আহিব ধৰিছে। বিজুলীৰ পোহৰেৰে উদ্ভাসিত অৰণ্য-কুঁৱৰীয়ে দিশে দিশে ক'লা ক'লা হাত প্ৰসাৰিত কৰি কৈছে : 'এইবোৰ আমাৰ!' 'সিহঁত দুজনৰ মুখত ৰৰঘুণৰ ধাৰ। নৈৰ জলৰাশিয়ে সিহঁত দুয়োৰো ভৰি ধুৱাই দিছেহি। অৰণ্য-কুঁৱৰীৰ প্ৰহৰী এক সুবিশাল হস্তীয়ে আকাশৰ পিনে শুঁৰ দাঙি সুতীব্ৰ চিঞঁৰেৰে গগন ফালি সিহঁতলৈ স্বাগত জ্ঞাপন কৰিছে···।

নিজৰ সৈতে অকলে থাকিব পোৱা হেতুকে সি আপোনপাহৰাটো হৈ থাকিব পাৰে। সেয়েহে, সি খণ্ডতে ধানীক কৈছিল, 'এই বন মোৰ।'

ধানী তাৰ পিনে অলপ পৰলৈ চাই আছিল। চায়েই আছিল। তাৰ পাছত হঠাৎ কৰ্কশ কণ্ঠেৰে কৈছিল, 'মনত ৰাখিবি, কৈছিলি, এই বন এই জংঘল—এইবোৰ—তোৰ!'

গুচি গৈছিল ধানী।

ঘৰলৈ উভতি আহি বীৰসাই কেন্দুগছ এজোপাৰ তলত বহি গছৰ পাতেৰে বনোৱা টোপোলাত ঘাটো লৈ খাই থাকোঁতে দাদাকক ক'লে, 'ধানী মুণ্ডাটো কি? পাগলটো না কি টো?'

'লাড়াই বলিয়াটো।'

'কেমুন?'

'লাড়াই য'তে, সি ত'তে। তাৰ বয়সে আঠশ আশী আৰ আঠ চান্দ্ পালেগৈ। ইয়াৰ মাজত সি সেই পথম মুণ্ডা লাড়াই, হুল, খেৰোৱাৰৰ লাড়াই, চৰ্দাৰহঁতৰ মুল্কই লাড়াই, চব ঠাই লাড়াই কৰি আহিছে। ধানীটো একটা মস্ত ধানুকী।'

'ঐ বুঢ়া?'

'বুঢ়া হ'লে কি? সি বড়াছে বড়া ধানুকী। তীৰ-ধনুকে তাৰ টেঁৱনি পাকা। আৰ 'তাৰ মতন দেশ-বিদেশ দেখা কোনো নোলাৰ।'

'মোক দিগ্দি আছিল, খাপা কৰি আছিল।'

কৰ্মীয়ে চোতাল সাৰি থাকোঁতে কৈছিল, 'তাৰ কথা নাই শুনিবি বাপ। উ টা খাপাটো। আনেক্ ল'ৰাক সি লড়াইত লগাইছিল।'

'মোক সি মাৰিব নোৱাৰে।'

'যা বীৰসা, ছাঞ্জ্বেলা মৰাৰ কথা না বোল্।'

'তাক মই এদিন মাৰি দিম।'

'তোতকৈ ডাংগাৰ না ধানী? বুঢ়াটো না—?'

'কেলে' মোৰ খং তোলাই লয়?'

'কি কয় তোক?'

কৰ্মী নিচেই কাষত, বীৰসাৰ গাতে গা লগাই থিয় দিয়েছি। কোম্তা নহয়, ছোৱালী দুজনীৰ বাবে নহয়, এই ল'ৰাটোৰ বাবে কৰ্মীৰ বুকুৰ তলতে বৰ ভয়।

বীৰসাই লাওৰ খোলা এটাত তাঁৰ এডাল বান্ধি টুইলা বনাই-আছিল। চকু নদঙাকৈয়েই ক'লে সি, 'কত কথা।'

'কি? কি কয়?'

'নানান কথা কয়।'

'কি নানান কথা?'

'অগ্ৰম্-বগ্ৰম্ কত কি!'

'কি—?'

'কয়—এই যত বন আছে, যত পাহাৰ, চব হেনো মোৰ।'

'এই কথা কয়?'

'মা, তই কান্দিছ?'

বীৰসাই তাৰ আশ্চৰ্য্য নিষ্পাপ স্বচ্ছ সুন্দৰ চকুযুৰিৰে অবাক দৃষ্টি মেলি সুধিছিল।

'বীৰসা, তই মোৰ কলিজাৰ ধন, একটা কথা শুন্।'

'বোল্—।'

'ধানীৰ কথা কাণত নল'বি।'

'কেলে'?'

'সি বলিয়াটা।'

'কেলে'?'

'সি ভগৱানক বিচাৰি ফুৰে ৰে বীৰসা।'

'ভগৱানক বিচাৰি ফুৰে?'

'হাঁ ৰে।'

'কি নো তাজুব কথা!'

'কি তাজুব কথা ৰে?'

'ভগৱান কি হাটে-গিৰামে মিলে?'

'সি নাজানি কোনটা ভগৱান বিচাৰি ফুৰে। সেইটা ভগৱান না কি মুণ্ডা হৈ জনম ল'ব। সেই ভগৱানে সকল মুণ্ডাৰ বাবে খুটকাট্টি গিৰাম দিব। সেই ভগৱান আহি পালে বোলে দিকু না থাকিব। ভগৱানটা আহিলে বোলে সকল মুণ্ডাৰ গাত কাপোৰ থাকিব, চকুত থাকিব ঘাটো, নিমখ-কৰ্‌কচৰ কোনো নাটনি নাথাকিব, আৰু মঠীয়াত থাকিব মহুৱাৰ তেল। তেতিয়া মুণ্ডাসৱ হ'ব ৰজা।'

'ধুৰ! ই পাগলৰ কথা।'

'ঠিক কৈছ?'

'একদম পাগলটা।'

'হাঁ বাপ, তাৰ কথা তুমি নুশুনা।'

'কেলেই শুনিম?'

'সি পাগল, মুণ্ডা ল'ৰাইতক উত্‌ভায় সি। খাপা কৰে।'

'মা, তাৰ কথা বাদ দে। একটা মজা দেখ্‌বি?'

'কি মজা বাপ?'

'বৰ মজা!'

'কি—?'

'হু—ই—চৰাইটাবে গছৰপৰা নমাই আনিম, দেখ্‌বি?'

'উয়াবে নামাবা বাপ, উ তো কাৰো হানি কৰেনা। উয়াক তীৰ নামাব্‌বি বাপ মোৰ।'

'ধুৰ! তীৰ মাৰিম কেলে'?'

'তেন্তে—?'

'চাই থাক্ মজা!'

কোম্‌তাই কৈ উঠিল, 'হে! তোমাৰ পুতৰ কত গুণ! সি বানছুৰী বজাই হৰিণ বুলায়, শশাঙ্—শহা বুলায়; বনৰ যত পশু-পক্ষী তাৰ বশ।'

কৰ্‌মীয়ে ক'লে, 'বাঃ!'

বীৰসাই কৈ উঠিল, 'তেন্তে চা।'

বীৰসাই টুইলা বজালে ধৰিলে টুং টাং টুং টাং। টুইলাৰ লাহী তাঁৰ ডালত সি তাৰ কোমল আঙুলিৰে লাহেকৈ ছুই ছুই গ'ল। মুনি-চুনি পোহৰত, সন্ধিয়াৰ বতাহত টুইলাৰ টুং টাং ধ্বনি মিলি গৈ এক মোহনীয় মাধুৰ্য্যৰ সৃষ্টি হ'ল। তাৰ পাছত সোণোৱালী সুৰৰ দৰে বতাহত ডেউকা মেলি নাচি নাচি নামি আহিল সৰু হালধীয়া সখিয়তী চৰাই এজনী। বীৰসাৰ মূৰৰ ওপৰেদি ডেউকা কোবাই হালি-জালি তললৈ নামি নামি আকৌ ডেউকা মেলি দিলে নীলিম আকাশলৈ···।

কৰ্‌মীয়ে ক'লে, 'হঁা বীৰসা, তোৰ হাতত কি আছেৰে?'

বীৰসাই ক'লে, 'জাদু আছে।'

'কোনে শিকালে?'

'জংগলে যাইস্, জংগলত যে বাজনা বাজে শুনিব পাইস্‌না? পাতে পাতে বাজন বাজে। শুনি শুনি শিকিছোঁ।'

'জংঘলত অকলৈ নাযাৱ, বাপ্ মোৰ।'

'এদিন টুইলা বজাই তোক সেই নীল বৰণীয়া চৰাইটা ধৰি দিম। তই যে কৱ—সেই চৰাই ঘৰত থাকিলে চ—ৰ ভাল হয়, মংগল হয়?'

কোম্‌তাই ক'লে, 'থ থঃ, ক—ও ক'লোঁ তিতিৰি বুলাই আন্, মাংস খাওঁ। কেৰেপকে না কৰিলি। শুনিলিনে কথাটা?'

'কেলে' শুনিম? তিতিৰি মাৰি খাবি, জাল পেলাগৈ যা, কঁড়িয়াই মাৰগৈ যা। মই ধৰি দিম কেলে?'

কৰ্‌মীয়ে ক'লে, 'যা, ঘুম্ মাৰ— যা তইঁত। আন্ধাৰ হ'ল, ঘৰ যা।'

ৰাতিৰ পৰতে কৰ্‌মীয়ে ছুগানাক ক'লে, "বীৰসাক ক'বাত কামতে লাগাই দিয়া।'

'কি কাৰণে— ?'

'মোৰ ভৰ লাগে।'

'কিহৰ ডৰ?'

'নাজানো। পেটৰ ছৱাল। তথাপি তাক লাগে যেন অচিনা।'

'কেলৈ' ?'

'উ কোম্‌তাৰ দৰে নহয়, আন আন মুণ্ডাৰী ছৱালবদৰেও নহয়। উ তেন্তে কেমন ছৱাল ?'

'থ, এইবোৰ কথা ভাবিবি নাই।'

কিন্তু কথাটো ছুগানায়ো প্ৰায় তেনেকৈয়েই ভাবিছিল। ছুগানাই ভাবিছিল : বীৰসা মুণ্ডাৰী ল'ৰা, হয়, তথাপি যেন অন্য বিধৰ ল'ৰা। সি দেখাই-মেলায়ো আনবিলাকৰ দৰে নহয়, তাৰ চকু-মুখ আন। অৱশ্যে—সকলো মুণ্ডাৰী ল'ৰায়েই বাঁহী বজায়, টুইলা বজায়, আৰু বীৰসায়ো বজায়।

কিন্তু বীৰসাই কি সুৰেৰেনো বাঁহী জবায় ?

কেনেকুৱা সুৰনো ?

ছুগানা তেতিয়া সৰুটো হৈ আছিল, তেতিয়া মুণ্ডাৰীহঁতৰ দেৱতা হৰম্‌ আছুলৰ পূজাত বৰ ধুমধাম হৈছিল। গাঁওপহানে—গাঁৱৰ পুৰোহিতে কৈছিল, হৰম্‌ আছুলে বাঁহীৰ সুৰ শুনি বৰ ভাল পায়। সেয়েহে কোনো কোনো ল'ৰাৰ আঙুলিত আৰু ওঁঠত জনম কালতে হৰম্‌ আছুলে আশীৰ্বাদ দিয়ে।

বীৰসাকো হৰম্‌ আছুলে আশীৰ্বাদ দিলেনে? নহ'লেনো হাতত টুইলা, আৰু কঁকালত বাঁহী গুঁজি লৈ চেমনীয়া বীৰসাই যেতিয়া মুণ্ডাৰী ডেকা-গাভৰুহঁতৰ বাৰোৱাৰী নাচৰ ৰভাঘৰলৈ যায়, তেতিয়া আনকি ছুগানাৰ বয়সৰ, তাৰ মাক-দেউতাকৰ বয়সৰ, চালকাড়ৰ ল'ৰা-বুঢ়া মুণ্ডাহঁত কিয় সেই ৰভাঘৰলৈ গৈ তভক খাই ৰৈ থাকে? বীৰসাৰ বাঁহীবাদন বাও-শব্দ নকৰি ৰ লাগি শুনে কিয় ?

কিয় ?

ছুগানাৰ ককায়েক বড়া কানু পলুছ, সি দেখোন সেই কাহানিবেপৰাই খ্ৰিষ্টান। তাৰ সৈতে ছুগানাৰ ক'বলৈ গ'লে প্ৰায় দেখাদেখিয়েই নাই। সিও যোৱাবাৰ দেখাদেখি হওঁতে কিয় কৈ গ'ল, 'তোৰ এই ছৱালটো খুব শাহানদাৰবে ছুগানা। চোকা খুব। উয়াৰ বানছুৰী যি শুনিলোঁ, এমনটা আৰ এই জন্মতে শুনা নাই।'

আথবালৈ বীৰসা অহা বুলি গম পালে, লগে লগে বীৰসাৰ বয়সৰ আটাইবোৰেই তালৈ ঢাপলি মেলে, মুণ্ডাৰী মাকইতে কৰ্মীক কয়, 'হঁ'া বে কৰ্মী, ঐ দিকু নন্দ গোলদাৰ যে ঠাকুৰ পূজে, সেই কিষ্ণৰ দৰে তোৰ ছৱালটো বান্‌ছী বাজায় যে—? ছৱালে বান্‌ছী বজায় সকল মুণ্ডাৰ ঘৰে। সেই বান্‌ছী শুনি ছুটান্ত শহা, তুৰান্ত বৰা, হাবিয়লীয়া হিৰণ্, হৰিণা, চ—ৰ শান্ত হৈ খন্তেক খাৰা হৈ বৈ দিয়ে যে—, এয়া কোনোকালে নেদেখা কোনোদিনে নুশুনা কথা।'

ছুগানাৰ এই ল'ৰাটো কিয় এনেকুৱাটো হ'ল, সেই কথা সৱাৰ মুখে মুখে। বীৰসাৰে, তু আন সৱাৰ দৰে হ!

মুই ছুগানা মুণ্ডাটা, মোৰ মনতে নপৰে, ক'ৰ কোন কালত মোৰ উপৰিপুৰুষে চুটু আৰু নাগুলৈ আহি ছন পৰা মাটিত বন কৰি, কুমাৰী অৰণ্যৰ কুমাৰীত্ব গুচাই এই মুণ্ডাৰীসৱৰ বসতি থাপিছিল, পৰ্বতীয়া পাথৰ-মাটিক আবাদ কৰিছিল—সি যে কোন এলান্ধু কালতে। কোন কালতে সিহঁতৰ নামতে যে এই বাঘ বৰা ভালুকেৰে ভৰপূৰ শাল পিয়াল আজাৰ পলাশ কেচেক কেঁহেক কেন্‌লৌ, চিচু-চিচল শিৱম চেলেং ঔৱা-লতা নাহৰপতীয়া কোৱা-ঠুটীয়া গৰু-খিচ, গৰু মৰা ঘিমক ৰবালি বকুৱা মাটোকটোকা আদি কত যে জান-অজান গছ-গছনিৰ অৰণ্যানী, আৰু কিশোৰী ধৰিত্ৰীৰ উদ্বেল কুসুমিত বক্ষৰ দৰে নাতিউচ্চ পাহাৰেৰে আগুৰা অপৰূপ এই যে মনোমোহা দেশ, যি দেশখনৰ নামকৰণ কৰিছিল—ছোটনাগপুৰ!

যিসৱৰ নামেৰে ছোটনাগপুৰ নাম, সিসৱৰ বংশৰ মানুহ হৈ মই—ছুগানা মুণ্ডাটা ভিখাৰীৰো অধমটো, পেটত ঘাটো নাই, পিন্ধনৰ কানি টানকৈ বান্ধিলে ছিঙি যায়। কিমান যে ভাবিছোঁ, তাতকৈ পাখি থকা চৰাই-চিৰিকটি হ'লেও খেতি-পথাৰৰ দানা বুটলি বৰ্তি থাকিব পাৰিলোহেঁতেন। কিন্তু সেই কথা মোৰ মনত নাথাকে। সকলো মুণ্ডায়েই মোৰে নিচিনাকৈ জীয়াই থাকে, মৰি মৰি জীয়াই থাকে। হা বে! মোৰ কপালত হেংগেল-দাৰ সেই জুই জ্বলে বে—জ্বলে!

সেই আদিযুগত, আৰণি-পুৰণি দিনত, ছেংগেল-দাৰ জুয়ে পৃথিৱীখনক পুৰি ভস্ম কৰি পেলাইছিল। সিংবোঙাই আকাশৰপৰা অগ্নিবৃষ্টি কৰিছিল। সেই অগ্নিবৃষ্টিৰে সকলো মানুহ জ্বলি-পুৰি মৰি গ'ল। এটা কেঁকোৰাৰ গাঁতত আছিল ঠাণ্ডা পানী। মাটিৰ বুকুত শীতল জল। এটা ল'ৰা এটি ছোৱালী—মুণ্ডাৰী সিহঁতহাল—শালবনৰ ছাতি বহি ল'ৰাটোৱে টুইলা বজাই আছিল, ছোৱালীজনীয়ে নাচি আছিল। জুই দেখি সিহঁত থমক্ খাই বৈ দিলে।

সিংবোঙাই আকাশৰপৰা মুখ নমাই লৈ সিহঁত দুয়োকো ক'লে, 'হেই! পলা তহঁত। তহঁতৰ হাততে জনম-মৰণৰ ভাৰ। তহঁতৰেপৰা আকৌ জগৎ ছিৰ্জাম যে!'

সিহঁতহালে সুধিলে, 'পলাম—কুথা—ক'ত?'

'স—উ—চা!'

জুইবৰণীয়া সাপ, তেওঁ হ'ল নাগৰ দেৱতা নাগ-ইৰা, তেওঁ ফেঁট মেলি, ফেঁটৰ আঁৰত ঢাকি ধৰি সেই ল'ৰাটোক আৰু ছোৱালীজনীক আগবঢ়াই লৈ গ'ল সেই কেঁকোৰাৰ গাঁতলৈ। সেই শীতল পানীত সিহঁত ডুবি থাকিল। কত দিন কত কাল যে নিদ্ৰাই হৰিলে, ক'বকে নোৱাৰে সিহঁতে। তাৰ পাছত এদিন সিংবোঙাৰ মাতত সিহঁত জাগি উঠিল।

কেঁকোৰাৰ গাঁতৰপৰা ওলাই আহি চকু মেলি চালে সিহঁতে। কোন-কাহানিৰপৰা যে ৰবযুণ দি আছে কোনে ক'ব। সিংবোঙাই জুই চলাদি পানী ঢালি বিশ্ব-ভুবন শীতল কৰিলে। কোন-কাহানিৰপৰা কোনে ক'ব—অৰণ্য নৈ পাহাৰ পশু পক্ষী ফুল ফল কীট পতংগ—সকলো, সে—ই সক—লো স্ৰজিলে।

মেঘৰ আঁৰৰপৰা মূৰ উলিয়াই সিংবোঙাই ক'লে, 'যা! জগতত আন সকলো আছে, মানুহ নাই। তহঁতে মানুহ ছিৰ্জা। শুন, জগতখন মুণ্ডাৰী মানুহেৰে ভৰি পেলা!'

সেইটো ল'ৰা সেইটি ছোৱালীৰেপৰাই সকলো মুণ্ডাৰীৰ ওপজন, মুণ্ডাৰী-জগতৰ আৰম্ভণ।

কিন্তু ছুগানাৰ ভাগ্যত ছেংগেল-দাব অগনি! কপালত অগনি, পেটত অগনি, আৰু—অগনি বুকুতো।

সৰ্বপ্ৰকাৰৰ অগনিকে সি মানি লৈছে। তাৰ মাজত কোনো প্ৰতিবাদ নাই প্ৰতিৰোধ নাই। ইমান অগনি, কুৰাকুৰে জুই, সম্পূৰ্ণ কৈ নুমাই যাবনে ?

নাযায়।

মুণ্ডা জাতিৰ জীৱনত জুই জ্বলে জ্বলে।

সেই কথাতো ছুগানাৰ মনত দুখ-শোক নাই। পেট ভৰাই খালে, নিছিঙা-নফটা কাপোৰ পিন্ধিলে, নভগা-নুকখা ঘৰত টোপনি মাৰিলে যে কেনেকুৱাখন লাগে—মুণ্ডা ছুগানাই নাজানে তাক। সেইদেখিছে আধাপেটী বা তাতোকৈ কম খাই বা একেবাৰে নাখাই, ছিঙা-উৰলা ফটাকানি পিন্ধি ভগাবেৰ-ফুটাচাল থকা ঘৰত টোপনিয়াই তাৰ মন-প্ৰাণত একো দুখ-শোক নাই।

বৰঞ্চ মুণ্ডা ছুগানা আৰু কৰ্মীয়ে ভাগ্যলৈ ধন্যবাদহে জনাব। বহুততকৈ সিহঁত ভালেৰে আছে। সেৱকপট্টা লিখি দি জনম-দাস হ'বলগা হোৱা নাই, কোনো দিকুৰ ওচৰত বন্ধা-বেগাৰী খাটিবলগা হোৱা নাই, দাসত্বৰ শাসনৰ বাঘজৰী নাই, বঙা বঙা চাৱনি নাই—বহুত ভালেৰেই আছে সিহঁত।

কোম্তা, বীৰসা, পেটমচা কম্মু, তিনিওটায়েই ঘৰতে আছে। ছোৱালী দুজনীৰ বিয়া হৈ গ'ল। আৰুনো কি লাগিছে ?

আৰকাটীয়াই বছৰে বছৰে আহি চাহ বাগিচাত কুলীৰ কাম কৰিলে টকাত শিতান দি থাকিব পৰা হ'ব বুলি লোভত পেলাই মুণ্ডাহঁতক লৈ যায়।

সিহঁত কিন্তু কদাপি যোৱা নাই। ভালেৰেই আছে।

এই যে ধাৰ-কৰ্জা-অভাৱ-অনাহাৰ—এয়া, ছুগানাৰ ধাৰণা, জগতখনত তাৰ প্ৰাপ্য। সেইদেখি, এই চিনাকি চিনাকি জগতখন এৰি সি আন কিবাৰকমৰ হ'বলৈকো কদাপি নিবিচাৰে।

কিন্তু বীৰসা কিয়নো আন ৰকমৰ ?

বোহান্দাৰ জংঘলত সকলো মুণ্ডা ল'ৰায়েই তো গাই-ছাগলী চৰণি কৰাবলৈ যায়। অকল বীৰসাই কেমন কৰিনো জংঘলৰ সকলো ৰহস্যৰ ভেদ লয় ? ভাবে ছুগানাই।

ক'ত কন্দ আছে, ক'ৰ ঘুলিত মাছ আছে, ক'ত আছে সোৱাদ সোৱাদ বগৰী আৰু মিঠা-কেঁহা আমলখি, ক'ত আছে কণীকচু, ক'লীয়া কচু, ছ-মুখীয়া কচু, মানকচু, শ্যামাকচু, লাচকচু আৰু বিহুকচু— কেমন কৰি সম্ভেদ উলিয়ায় সি ? জংঘলেই তাক কৈ দিয়েনে তাৰ ক'ত কি কত কি আছে ? মগুহাল শহাপছ, কেটেলাপছু—ক'ত কেনেকৈ ধৰা যাব পোৱা যাব—সকলো কথাৰ কেৱল সিয়েইহে অন্ধি-সন্ধি জানেনে ? সিয়েই দেখোন ক'ব পাৰে। যেনিবা—অৰণ্যই নিজেই নিজৰ অপাৰ ৰহস্য তাৰ আগত উদঙাই ধৰে। কেৱল বীৰসাৰ চকুৰ আগতহে মেলি দিয়ে অৰণ্যই তাৰ সকলো গুপ্ত ঐশ্বৰ্য্যৰ সম্ভাৰ !

কিয় ?

বীৰসা, তই আন সকলোটিৰ দৰে হ। সিয়েই হয় ভাল ল'ৰা, যি মাক-দেউতাকৰ কোলা শুৱাই থাকে। টান বেমাৰ-আজাৰত পৰিলে, ৰোগ-ভোগ হ'লে, এই বছৰ আকাল হ'লে, মিছনলৈ গৈ খ্ৰিষ্টান হ'ব। আকৌ খেতি-খোলা নদন-বদন হৈ উঠিলেই—স্বধৰ্মলৈ ঘূৰি আহিব।

তই সিহঁতৰ দৰে হ, বীৰসা। ছুগানাই খাটাং কৰিলে, সুবিধা ওলোৱা মাত্ৰেই বীৰসাক ক'ৰবাত গৰখীয়াৰ কামত লগাই দিব।

## তিনি

ওলাল সুবিধা।

ছুগানা মুণ্ডাইঁতৰ জীৱনত নাওমান ল'বাক গৰখীয়াৰ কামত সাঙুৰি দিয়াৰ সুবিধা—তেনেই সামান্য কাৰণতো, সংসাৰৰ নিত্যবৃত্তৰ কোনোবা ঘটনাৰ লৈতে সাঙোৰ খাই পৰিব পাৰে। দুজনীকৈ ছোৱালীৰ বিয়াত ছুগানাৰ ধাৰ-কৰ্জা হ'ল ঢেৰ। কমেও চৈধ্য-পোন্ধৰ টকা। বীৰসাৰ পিছৰটো, পেটমচা কোলাৰ কন্থুটোও বগুৱা বাব পৰা হ'লেই। আৰু হ'ল ঘাটোৰ ভাগ ল'ব পৰাটো।

হঠাৎ পৰিয়ালখন বস্তুৰ নাটনিত পৰা যেন হৈ পৰিল।

হঠাৎ কৰ্‌মীৰ জেঠাকৰ ল'বা, তাইৰ দাদাক, আহি গ'ল এদিন চালকাড়লৈ। ক'লেহি, 'মাইকীটা ভাল নোহয়, বুজ্‌লি কৰ্‌মী? কাওনৰ গুটি বেচি টাকা দুটা পালোঁ। তাইক ক'লোঁ বোলে—মদ আনো, ফুর্ত্তি কৰোঁ, মুৰ্গী মাৰোঁ দুটা,—তো টাকা দুটা তাই কাঢ়ি লৈ গ'ল। বোলে—চাউল কিনিম। টাকা দে, চাউল লিব। থুই!'

মাটিত থুই দিলে নিবাই মুণ্ডাই। ক'লে, 'লিবি চাউল! লে। কিন্। মোৰ চাউল মাৰি কিনিলে তাই চাউল। আৰু ময়ো ৰাস্তাৰপৰা অলপমান চাউলকে লৈ আহিলোঁ। যা, ৰান্ধ্‌গা ভাত। আইজ খুব খাব।'

কৰ্‌মীয়ে শহা এটা পেলাইছিল জালত। মাংস আৰু ভাত সকলোকেইজনেই খালে। তাৰ পাছত নিবায়ে ক'লে, "চল্, লোবা দুটাক দে, লৈ যাওঁ। তোহাৰলেবকে লিবাৰ মুখ নাই, তোহাৰদেৰ খোৱাৰ মুখ ভাজাৰ ভাজাৰ।'

'ল'বা চৰ্‌কে কুথাকে দিবি, নি—?'

'তোৰ বাপেৰ ঘৰ নাই? দিবাই মুণ্ডা তোৰ বাপ, মোৰ দদাই, তাৰ ঘৰ নাই? তাত আমি নাই?'

'তাতে লৈ গ'লেও দেখোন তহঁতৰ মুখ বাঢ়িব, খোৱাৰ মুখ। কি বোল্‌?'

'কোম্‌তাটা দেখি কাম কৰিব পৰা হৈছে। তাক লৈ যাওঁ কুণ্ডী বৰতোলি। তাত ভুবা মুণ্ডা আছে।'

'কোন ভুবা? সেই চিক্‌নি ভুবা?'

'হাঁ বে। সেই চিক্‌নি ভুবা।'

'তাৰ ওচৰত কেলে'?'

'আবে! সি যে তিনি হালিচা ভুঁই আবাদ কৰি এতিয়া আগ ঢোলা—চোতাল্‌তে ভাখ্‌ৰী সাজিলে। ছৱাল নাই, চাবিটায়েই ছলী। তাত কোম্‌ত'টা গাই-ম'হ চৰ্‌ণি কৰালে তাৰ জীৱন কাটি যাব। তাহাঁতে ভাত খায়। আৰু লৱণ কত! দেখি আহিলোঁ মলাই মলাই ভৰা লৱণ আৰ্‌ লৱণ!'

'কোম্‌তাটা দছ বছৰ পাৰ কৰাছে। বীৰসা যে তাতোকৈ সৰুটা। মূৰৰ বীজকে গুচা নাই দেখোন সেইটাৰ।'

'আবা বে আবা! সৰুটা কি? উয়াৰ বয়সে তোৰ বাপ্‌ মোৰ পিঠিত লাঠিকে ফালিছিল। মই গাই চৰোৱা নাছিলোঁনে?'

'আবে—চৰ কি তোৰ মতন?'

'তোৰ বহিন্‌টা, জোনীটা তাক ভালপায় খুব। তাই তাক মৰম-বেথা কৰিব। সি এতিয়া তাত থাকক যাই।'

'তেনেকৈ তাৰ জীৱনৰ গত কিবা লাগিবনে?'

'চাল্‌গাত জয়পাল নাগ নাই আছে? পাছত তাৰ তাত দিম গাই-ম'হ চৰাবলৈ। হাঁ দেখ্‌, জয়পালে নাগে পঢ়াশালি খুলাছে। তাত—জয়পাল নাগৰ পাঠশালাত সি মন গ'লে পঢ়ি-লিখিও হ'ব পাৰিব —মানুহ হ'বাৰ পাৰিব। হয়।'

'পঢ়ি-লিখি হৈ কিটো হ'ব ?'

'আবা ৰে আবা! থাক চালকাড়্তে আৰ্ বতাহৰ গতি মুবুজ? এতিয়া শুদা কিৰিস্তানটা হৈ লাভ নাই। পঢ়ি-লিখি হ্ইলে মিছন যাব, পৰ্চাৰক হ'ব, মূৰত পাগ বান্ধি হাটে হাটে ঘূৰি ঘূৰি যিচুৰ কথা ক'ব।'

'সেই চব আমাৰ ভাগ্যত নাই, দাদা। লৈ যাবি যদি, লৈ যা। মই আৰু ভাবিব নোৱাৰোঁ। তিনিটাকৈ ল'ৰা আৰু ল'ৰাৰ বাপেকীটোক কি খুৱাওঁ, কি পিন্ধাওঁ, কেনেকৈ কি কৰোঁ, তাকে ভাবি ভাবি মোৰ বাউলী বাউলী যেন লাগে।' কৰ্মী ব'ল। আৰু তাৰ পাছত বীৰসাক ক'লে, 'কি ৰে বীৰসা, যাবি মামাৰ লগত ?'

'যাম।'

'সাঁচা-সাঁচি যাবি ?'

'ওঁতো।'

'ডাঙ্গাৰ হয়াছ বাপ,' খাব দিব নোৱাৰোঁ, বুকত বৰ কষ্ট—সেইহে যাব কৈছোঁ। না হ'লে তোক মই লগএৰা.কৰাত নাই, সোণ মোৰ!'

'তুমাৰ এক কথা!' নিবায়ে কৈ উঠিল, 'আঠ বচ্ছৰ হয়া গ'ল, এতিয়াও বহি বহি খায়নে ইমান ডাঙ্গাৰ লড়্কাই ?'

'কিমাননো ডাঙ্গাৰ, বাপ্ ?'

'আনে—ক ডাঙ্গাৰ।'

'আনেক ডাঙ্গাৰ ?'

'আ—নেক।'

'কত ?'

কৰ্মীৰ মাতৃ-মনে ক'লে: আঠ বছৰীয়া ল'ৰাটিক আঁচলেৰে ঢাকি থওঁ। কিন্তু তাই শুদা 'মা' নহয়, মুণ্ডাৰী মাতৃ। মুণ্ডাৰী মাতৃয়ে জানে, আঠ বছৰীয়া ল'ৰাই গৰখীয়াৰ কামতে হওক, বা কোনোবা ডিকুৰ পামতে হওক, বা—ৰাক দিয়া আদি নানান কামতে হওক, পেটৰ খাটোখিনি আৰ্জি লয়।

কৰ্‌মীৰ বাবাক দিবাই মুণ্ডা আছিল জ্ঞানী-গুণী মানুহ। কৰ্‌মীয়ে তেওঁৰপৰা শুনিছিল—বোলে এসময়ত সৰ'লে' অৰণ্য আৰু পাহাৰ-পৰ্বতৰ গৰাকী-আছিল মুণ্ডা, ওৰাওঁ, হো, কোল আৰু চাঁওতালইঁত। তেতিয়া মুণ্ডাৰী-মাতৃয়ে মুণ্ডাৰী পুত্ৰক দিকুইঁতৰ পুত্ৰইঁতৰ দৰেই বহু দিন ধৰি মাতৃৰ মধুৰ মধুৰ মৰমৰ ছাঁত ডাঙৰ-দীঘল কৰিছিল, আদৰ-আপডাল কৰিছিল, কৰিব পাৰিছিল।

সেয়া অযুত-নিযুত চান্দ্ আগৰ কথা। তেতিয়া পৃথিৱীখন ইমান নিৰ্মম, ইমান কঠিন হোৱা নাছিল। পোনে পোনেই হৰম্ আছুলে সকলো আৰু সকলোকে শাসন কৰিছিল। সেই যে সেই ল'ৰা-ছোৱালীহাল, কেঁকোৰাৰ গাঁতত সোমাই শীতল জলৰ ভিতৰত কত যে কাল ধৰি ভুব দি আছিল, তেতিয়া যে হৰম্ আছুলে পানী ঢালি পৃথিৱীৰ অগনি নুমালে।

আগতে স্ৰজিলে পানীৰ জীৱ। মাছবিলাকক মাত লগাই ক'লে, "সাগৰতলীৰ মাটি আন্, মাটিৰ জীৱ ছিৰ্জাম।'

সাগৰে মাটি দিব কিয় ?

নিদিয়ে।

হৰম্ আছুলে ভুৰু কোঁচালে।

সাগৰৰ ইমান সাহস !

হয়নে ?

মাছবিলাকে মুখত ভৰাই মাটি লৈ ভাহি উঠে, সাগৰে ঢৌৱাই মাটিখিনি লৈ যায়। ইপিনে—হৰম্ আছুলে সিংভূমতকৈয়ো ডাঙৰ আৰু বহল হাতখন মেলি, বঢ়ায়েই ৰৈ আছে। মাটি পাব, তেহে মাটিৰ জীৱ স্ৰজিব।

শেহান্তৰত সাগৰতলীৰপৰা উঠি আহিল কেঁচু। কেঁচুৱে তাৰ পেটত থকা মাটি বাহিৰ কৰি দিলে মলৰ লগত। আৰু এইকণ মাটি পালে বুলিহে হৰম্ আছুলে স—কলো গঢ়িবলৈ পালে।

সেয়া আছিল সুখ-শান্তিৰ সহজ দিন। সৰল দিন।

সেই যে সেই ল'ৰা আৰু ছোৱালীহাল, সিহঁতৰ উপজিল এটি ল'ৰা। ল'ৰাটো বেমাৰত পৰিল। অতি টান বেমাৰ। একেবাৰে ৰোৱা-খোৱা অৱস্থা।

সেই আদি মুণ্ডা নৰ-নাৰীয়ে ভাবি ভাবি পাৰ-কূল নাপায়! সন্তানৰ মৃত্যু হ'লে সিহঁতে হৰম্ আছুলৰ মুণ্ডাৰী-পৃথিৱীক, সিংবোঙাৰ মুণ্ডাৰী-ধৰিত্ৰীক ক'লা ক'লা মানুহেৰে ভৰি দিব কি উপায়েৰে?

'হেই আবা হৰম্ আছুল!' এই বুলি কৈ, সেই যে সেই আদি জননী, সেই আদি জননীয়ে কান্দিছিল খুব। ক'লা গ্ৰেনাইট শিলেৰে গঢ়া মুখখনৰ ফুকাৰেদি হীৰাৰ দৰে উজ্জ্বল অশ্ৰু কিমান যে নিগৰি-বাগৰি পৰিছিল!

হৰম্ আছুলে ক'লে, 'আইটী, ভুৱনখন ছিৰ্জি টৌপনি-বহীয়া হৈছিলোঁহে মাথোন, তেক্ষণে মাতিলা?'

সেই আদি জনক-জননীয়ে ক'লে:

আমাৰ 'সন্তান যে মৰোঁ মৰোঁ ঠাকুৰ! চোৱা! একেবাৰে ৰোৱা-খোৱা অৱস্থা! কোৱা, তোমাক নামাতিনো মাতিম কাক?'

'কেলে'? ছুৱাৰ বেঢ়ি চৌকাঠ জুৰি এণ্ডাবেৰে ছবি আঁকা। চাই —বেমাৰে পলাই ফাট মাৰিব। মোলৈ পূজা আগ কৰা। বগা কুকুৰা বলি দিয়া।'

সেই পূজা দিলতহে পুত্ৰ ভাল হৈ উঠিল।

কেনে আছিল তেনেবোৰ দিন! কিমান সহজতে যে দেৱতা তুষ্ট হৈছিল!

আৰু—এতিয়া?

ক'লৈ যে গ'ল সেইবোৰ দিন!

কৰ্মীয়ে হুমুনিয়াহ ছাৰিলে। মনত পৰিল অতীতৰ কত কথা। সেইবোৰ কথা মনত পৰি বুকু হুম হুম কৰে। সেইবোৰ কথাৰে মালা গুঁঠিলে আজিও অতীতৰ সুগন্ধ ভাহি আছে······ভাহি ভাহি আছে···।

এতিয়াও কৰমীহঁত খ্ৰিষ্টান হয়, আকৌ বোঙাবুঙি পূজাও নকৰা নহয়। কিন্তু ৰক্ষাকৰ্তা দেৱতা আৰু মুণ্ডাসৱৰ মাজত এতিয়া মৃত মুণ্ডাৰ সমাধি-ফলি শ্মশানডিৰিৰ দৰে বিৰাট বিৰাট বাধা। বৈষ্ণৱ ধৰ্ম, সন্ন্যাস ধৰ্ম, গোসাঁই ধৰ্ম, খ্ৰিষ্টান ধৰ্ম, সদান অৰ্থাৎ হিন্দু ধৰ্ম, দিকু, ক'ৰ্ট-কাছাৰী আদালত-মহাজন-সুত-বন্ধাবেগাৰী-সেৱকপট্টা-বন্দুৱা-চহীমোহৰী আদি বাৰেকুৰি বাধা। ইমানবোৰ বাধাৰ প্ৰাচীৰ পাৰ হৈ, দেৱতাসকলেও আৰু মুণ্ডাহঁতৰ মংগল কৰিব নোৱাৰে।

নোৱাৰে।

কৰ্‌মীয়ে হুমুনিয়াহ কাঢ়ি ক'লে, 'সেয়ে হওক। মই আৰু যে ভাবিব নোৱৰা হৈ পৰিছোঁ। লঘোনে লঘোনে মূৰ আচন্দ্ৰাই কৰে, চকুৰ আগত সৰিয়হৰ ফুল ফুলে, মৰি যাওঁ মৰি যাওঁ যেন লাগে।'

সেয়ে হ'লগৈ।

কোম্‌তা আৰু বীৰসা নিবাইৰ লগত গ'লগৈ। কোম্‌তা গ'ল কুণ্ডী ৰবতোলিলৈ। তাত সি ভুৰা মুণ্ডাৰ খেতি-পথাৰত কাম কৰিব, লগতে ৰাখোৱালৰ কামটোও অৱশ্যে কৰিব লাগিব। ভুৰাৰ ভুৰি ভুৰি গাই-ম'হ-ছাগলী। আৰু তাৰ চৰণীয়া পথাৰৰো কম্‌তি নাই।

কৰ্‌মীৰ ভনীয়েক জোনীয়ে ক'লে, 'তই ইখানে থাক্ বীৰসা। আন দেশ যাবি কেনে?'

বীৰসাই মূৰ জোকাৰি ক'লে, 'মাক কৈ আছিছোঁ, ডাঙ্গাৰ হয়া গেছি মুই। মই আৰ্‌ ডাঙ্গাৰ হ'ম।'

জোনীয়ে লুচৰ আঁৰত হাঁহিলে। ক'লে, 'পাগ্‌লাৰে তু। পাগ্‌লাটা খাপাটা। ডাঙ্গাৰ হ'বি। কি কৰ্‌বি ডাঙ্গাৰ হয়া?'

'মাক মোনা ভৰ্তি লৱণ আনি দিম, আৰ আনি দিম চাউল, আৰ কত দানা।'

'তই ডকাইতটা হ'বিনে কি?'

'পৰ্‌চাৰক হ'ম মুই।'

'কেমুন কৰি?'

'পাঠশালাত্‌ পঢ়ি।'

'আৰুনো কি কৰিবি?'

'তোৰ গাই চৰ্‌ণি কৰাব, বেৰ বান্ধি দিব, বনৰপৰা ফল টুণ্ডি আনব, খৰিকাঠ বুট্‌লি আনিম।'

'পাঠশাল কিমান দূৰ জান তই?'

'জানি।'

'জয়পাল নাগৰ ৰাগ খুব। তাৰ বৰ দমদমনি।'

'কি কৰে? মাৰে—?'

'না না, মাৰে না। পিছে বৰ খিংখিঙীয়া। সি সদায় বোলে ৰৌ বৌৱাই থাকে।'

'মোক একো না ক'ব।'

'তেনেহ'লে এই ভুংৰিটা পিন্হ। তোৰ কাপোৰ-কানিখিনি মই চুজিমাটিৰে চাফা কৰি দিওঁ।'

জোনীয়ে বীৰসাৰ কাপোৰ-কানি বোলোঁতে যিখিনি আছিল অতি যত্নৰে চাফা কৰি দিলে।

আৰু তাৰ পাছত, চাফা কাপোৰ পিন্ধি, কাঠৰ ফলি, এডাৰ আৰু ফলি-মচা ফটাকানি অলপ লৈ, এদিন বীৰসা গ'ল জয়পাল নাগৰ পাঠাশালালৈ। ক'লে, 'তোমাৰ পাঠাশালাত মোক লোৱা।'

'আৰে! কোন ৰে তই?'

'দিবাই পহানেৰ নাতি গ' মুই, কৰ্মী মোৰ মা হয়। মোৰে তুমাৰ পাঠশালে লোৱা।'

'অ'—তইঁহতৰ ঘৰ চালকাড়ত, নহয় জানো?'

'চালকাড়ৰপৰা চাল্‌গা—কোনোবা আহিব পাৰেনে? মই আহিলোঁ আয়ুভাতু। তাৰপৰা তোমাৰ ওচ'ত।'

'খলপুৱাতে পাঠশালা। সাৱধানে আহিবা, বোপা। বাটত হাবি, হাবিত বাঘ।'

'বাঘ মই আনেক দেখোঁ।'

'ডৰাইস্ না?'

'ডৰাই না।'

একো প্ৰকাৰে ভয় নকৰা হ'ল মুৰৰ বীজ মুগুচা বীৰসাই। ডাঙৰ সি হ'বই, বহুত ডাঙৰ।

ধীৰে-খাঁতে খোজ দি দি, হাবি-বননিৰ লুংলুঙীয়া বাটৰ মাজেদি। খুদমান বীৰসা অহা-যোৱা কৰি থাকিল চাল্‌গাৰপৰা আয়ুভাতুলৈ।

আৰু এদিন বীৰসা চিয়ঁৰি-বাথৰি খলক লগাই ঘৰ পালেহি।

জোনীয়ে কুলাত লৈ ধ-ধান জাৰি আছিল। তাই ভেবা লাগি সুধিলে, 'কি হ'ল—তোৰ?'

বীৰসাই কিছুপৰলৈ বীৰদৰ্পে চোতালখনৰ চাৰিওফালে তয়-নাচ মাৰি থাকিল। তাৰ পাছত ফলিখন দাঙি ধৰি ক'লে, 'কি দেখাছ?'

'কি এটা?'

'এইটা—ক, এইটা—খ, আৰ এইটা একটা—গ। মই চব শিকাছি, চব শিকি লয়াছি।'

তাৰ কথা শুনি জোনী হাঁহিবইনে জঁাপ মাৰি দিব ঠাৱৰ কৰিব নোৱাৰি ক'লে, 'তই ইম্‌মানবোৰ শিকি পেলালি!'

'ওঁ তো। শিকি পেলালোঁ তো।'

'আহ, খাবি আহ।'

জৈ—মানে যৱধান ভজা, তিতিৰি চৰাইৰ মাংস আৰু বন্‌ধোৱা ভোলৰ আঞ্জা। মাহীয়েকৰ ওচৰত খাই-বৈ বৰ সুখ। মাহীয়েকে কেৱল ঘাটোকে নিদিয়ে। বনৰ কচু আৰু কন্দ, চৰাই, শহা, কেটেলা আদিৰ মাংস খাই খাই বীৰসাই ভাবে: এই পিথিৱীখনত ইমান যে খোৱাবস্তু আছে! তেনেহ'লেনো তাৰ মাক কৰ্‌মীজনীয়ে ঘাটোৰ লগত নিমখ এজেবাও কিয় নোপোৱা হয়?

মাহীৰ ঘৰত মহাসুখ। বৰ উম্ মাহেউৰ ঘৰত। মাহীৰ ঘৰটো বৰ পোহৰ—কৰুৱা তেলৰ ধোঁৱা ওলোৱা গছাবো।

কিন্তু বসন্তৰ কুলি তো হেমন্তত নাথাকে।

সদায় নাথাকে।

জোনীবো এদিন বিয়া পতা হ'ল।

'অ' মৌচা ঔ!' বুলি বীৰসা কান্দি আকুল হ'ল।

জোনীয়ে হালধি সনা হাতেৰে বীৰসাক ওচৰ চপাই আনি ক'লে, 'কান্দিছ কেনে? তই তো মোৰ ছাথ্ খাটাংগালৈ যাবি।'

'ঊৱাঁবা থাক্‌বাৰ না দিবে।'

'চুপ্ ৰে চুপ্! তাত বেনাইতৰ ঘৰত গাই-ভঁইছ চৰাবি, মোৰ গুচ'তে থাকিবি।'

'থাকিম মুই।'

'নাই কান্দিবি আৰ।'

'নাই কান্দিম।'

'মোৰ কথা শুন্‌বি।'

'শুন্‌ব।'

জোনীয়ে বীৰসাৰ চুলিকোচাত হাত ফুৰাই ফুৰাই ক'লে, 'বড় হয়াছি, বড় হ'বাৰ লাগ্‌ব। —অত বড় হইস্ নাইৰে তই।'

'কেলে'?'

'মোকে ছাড়ি থাকতে নাই পাৰিস্—?'

'তু চলি গ'লে মোৰে কোনে খাবলৈ দিব?'

'হয়তোন, হয়।'

কিন্তু বীৰসাৰ মাহীয়েক, নিবাই মুণ্ডাৰ ঘৈণীয়েকে ক'লে, 'যাইস্ না বীৰসা, তোৰ বান্‌ছী শুনিব নাপাম, টুইলা বজাই বজাই তই আৰ নাচবি না, আয়ুভাতু কণা হৈ যাব।'

জয়পাল নাগে ক'লে, 'যাইস্ না বীৰসা। তোৰ মতন ছৱাল মোৰ এই পাঠশালে আৰু অহা নাই। মই যি জানো, যিমান জানো, তোক সকলো শিকাই দিম।'

গাঁৱৰ ল'ৰাইঁতে ক'লে, 'যাইস্ না বীৰসা। তই গুচি গ'লে আমাৰ আখ্‌ৰা কণা।'

বীৰসাই ক'লে, 'মই বহুত বড় হ'ব না লাগিব জানো? ইথা থাকলে মই বড় হ'ম?'

বীৰসাই জনা নাছিল, জোনীয়ে জনা নাছিল, জয়পাল নাগে জনা নাছিল, গাঁৱৰ ল'ৰাইঁতে জনা নাছিল—মুণ্ডাৰী জগত আৰু জীৱনৰপৰা কোনে বীৰসাক বাহিৰলৈ আকৰ্ষণ কৰি আছিল।

প্ৰবল, ভয়ংকৰ, দুৰ্বাৰ সেই আকৰ্ষণ···।

মুণ্ডাৰী জীৱন মানে—বাবেকুৰি অনুশাসন আৰু তেওঁৰ তলত বিশ্বাসৰ অনুৰণন। আজি তুমি মুণ্ডাৰী, কালিলৈ খ্রিষ্টান, আকৌ মুণ্ডাৰী, আকৌ খ্রিষ্টান। এই তোমাৰ নাম আজি ছুগানা-কোম্‌তা-ডোন্‌কা-ভৰ্‌মি-নবাম-থানী—আৰু কালিলৈ-পলুছ-দাউদ-মথি-যোহান-আব্রাহাম। কিন্তু তেওঁত থাকিব সেই সিংবোঙাৰ ততোৱাল সাম্ফল শাসন, আৰু লগতে হৰম্ আছুলৰ ভ্রূকুটি-চাৱন।

সেইদেখিহে—যি অৰণ্য-পাহাৰ-নিজৰা তোমাৰেই জননী—তালৈকো তোমাৰ কিমান যে ভয়! সদায় ভাব হয়: আবা ৰে আবা। সিংবোঙাই যেতিয়া অসুৰবিলাকক পুৰি ভস্ম কৰিলে, তেতিয়া অসুৰহঁতৰ পত্নীহঁতে সিংবোঙাক খাটিছিলগৈ···কত যে কাবৌ-কাকুতি কৰিছিলগৈ··!

আৰু সিবোঙাই অসুৰ-পত্নীহঁতৰ চুলিত মুঠি মাৰি ধৰি শূন্যৰপৰা তললৈ দলিয়াই পেলালে পাহাৰ-অৰণ্যলৈ। আৰু সেই তেতিয়াৰেপৰাই সেই অসুৰপত্নীহঁত পাহাৰে-পৰ্বতে হাবিয়ে-বননিয়ে প্রান্তৰে প্রান্তৰে দুষ্টাত্মা হৈ খোপনি লৈছে···খলি লৈছে···ডেং মেলি মেলি ঘূৰি ফুৰিছে।

অসুৰ-পত্নী তথা দুষ্টাত্মাবিলাকৰ যিমান খং—জাবিব কেৱল মানুহৰ ওপৰত। কেতিয়াবা অপৰূপা মুণ্ডাৰী যুৱতী, কেতিয়াবা চালে চকু ৰৈ যোৱা হৰিণী, আৰু কেতিয়াবা মুখৰপৰা জুই ওলোৱা শিয়ালৰ ৰূপ ধৰি দুষ্টাত্মাবিলাকে মুণ্ডা পুৰুষসকলক ভোল নিয়াই মুহি মুহি অৰণ্যৰ গভীৰলৈ হাত-বাউল দি দি লৈ যায়।

নি মাৰি পেলায়।

এয়ে মুণ্ডাৰী জীৱন · এয়ে মুণ্ডাৰী জীৱনৰ পৰম বিশ্বাস···।

আৰু এই বিশ্বাস মনত লৈয়েই বীৰসা ডাঙৰ-দীঘল হ'ল।

সি এই কথা জানে, লাখ-বিলাখ মুণ্ডাই মুণ্ডাৰী হৈ যেনেকৈ জীৱন নিয়ায়, তাত বাজে অন্য জীৱনৰ কথা ভবাটোও মহা পাপ।

কিন্তু তথাপি বীৰসাই সেই মহাপাপ কৰি আছিল। তাৰ তেওঁত, সি নজনাকৈয়েই ক'ৰবাত প্রচণ্ড প্রতিবাদে খলমা বান্ধিছিলহি।

খাটাংগাত জোনীৰ গিৰিয়েকে জোনীক ক'লে, 'ছেলাটাক তই ভাল পায়। তো তাক মিছামিছি আৰ কাৰো তাত দিম কেনে'? সি আমাৰ গাই-ছাগলীকে চৰ্ণি কৰোক।'

জোনীৰো এয়ে ইচ্ছা আছিল। গিৰিয়েকৰ তিনিজনী গাই আৰু সাতজনী ছাগলী আছে যে—তাই বিয়া সোমোৱাৰ আগতেই জানিছিল। তাৰ বাদে মাটি-বাৰীও গিৰিয়েকে বাৰুখিনি হাছিল কৰাৰ খবৰ তাই বিয়া সোমোৱাৰ আগেই পায়।

গিৰিয়েকৰ কথাত ভালেই পালে তাই।

জোনীয়ে ৰীৰসাক ক'লে, 'এ কেমন ভাল হ'ল, বোল্? মোৰ ওচ'তে থাকবি ছৱালৰ মতন।'

মহাদেউয়ে ক'লে, 'একটা কথা। মুই ঐ পঢ়ি-লিখি মুণ্ডাক চকু পাৰি চাবকে নোৱাৰোঁ। গাই চৰ্ণি কৰ্, ভৰপেটা খা, আখাৰা যাই লাচ্ কৰ গান গা। বাচ্। মুণ্ডা যেতিয়া পঢ়া-লিখা কৰি দিকু হ'বলৈ দো-টানত পৰে, তেতিয়া মৰে। মুণ্ডা হুয়া জনম লিব, আৰু', পঢ়ি-লিখি লিখি-পঢ়ি আলি-চিবা খেলব, উ চব চালকাড়ৰ চাল।'

কেটামান দিনৰ ভিতৰতে ৰীৰসাই এই কথাটি পানী পানীকৈ বুজি পালে যে মহাদেউ মানুহ হিচাপে বৰ বেয়া নহয়, পিছে তেনেই খিংখিঙীয়া। তাৰ লগত হাই-হুই নোহোৱা, কাজিয়া-পেচাল নলগা মানুহ খাটাংগাত পাবলৈ নাই। মহাদেউৰ আমঠ স্বভাৱৰ কথাৰ বৌঢ়ি উঠিল খুব। আৰু সেই কাৰণে, এবাৰ মাইল নিলগীয়া আয়ুভাতুৰপৰাহে বিয়াৰ কইনা বিয়া কৰাই আনিবলগীয়া হ'ল। ওচৰ-পাঁজৰৰ কোনো মুণ্ডায়েই মহাদেউক ছোৱালী-তোৱালী নিদিয়া হ'ল।

ঘাছি মুণ্ডাৰ সৈতেহে জোনীৰ গিৰিয়েকৰ বিবাদ বৰ বেছি। ঘাছি মুণ্ডাৰ আৰু তাৰ মাটি লগ লগা। দুয়োৰো মাটিৰ মাজত মাথোন শিয়ালনেজাৰ জোপোহাৰ টাটী। কিন্তু আমাৰ মহাদেউৰ মনত এই বিশ্বাসে খলি পুতিছে যে এই শিয়ালনেজাৰ টাটীক কেনেবাকৈ চাইবেগেতমান, আঁতৰাই, ঘাছিয়ে তাৰ মাটিৰ ভালেখিনি বে-দখল কৰিলে।

শিয়ালনেজাৰ টাটী যে আঁতৰ কৰা অসম্ভৱ, সেই কথা মহাক মহা মহা ৰথীয়েও বুজাব নোৱাৰিব। আনকি গাঁৱৰ পহানে—মান্যৱন্ত পুৰোহিতেও পৰা নাই বুজাব। ক'লেই মহাদেউয়ে ক'ব, 'কি ক'লা? কোনোবাই চকুৰে দেখি কৈছেনে কাণেৰে দেখি?'

তাক বেছিকৈ জোকাবলৈকো বাইজে ভয় কৰে। ই বণ্ডাল হওক খণ্ডাল হওক যি হওক, তুক-তুকালি জৰা-ফুকা বেজ-বেজালি জানে খুব।

কথাটো নজনা কোনো নাই যে বীৰসাৰ মহাকৰ লগত দুষ্ট আত্মা, নাছানবোঙা আদিৰ হৰিল-গৰিল। সিহঁতে আৰু জানে—নিজৰা নলা ঘুলি বিলৰ যি পানীত বোঙা নাগীৰা, মানে—নাগ-ইবা থাকে, সেই পানীত গা ধুলে বেৰেল্ সুদ্, বোৰ্ সুদ, পুঁড়ি সুদ্—কোনো নহয় কোনো জাতৰ ৰবৰোগ—শুকুলা, বা কুষ্ঠ হ'বই হ'ব।

এই নাগ বা নাগীৰা কোনখিনি পানীত এতিয়া আছে, বা নাই, সেই কথাটি কেৱল বীৰসাৰ মহাকেহে ক'ব পাৰিব, আন কেৱে নোৱাৰে।

তাক আনকি পঁহানেও—মান্যমান পুৰোহিতেও—বা গাঁওবুঢ়ায়ো খাতিৰ-বাতিৰ কৰে তাৰ বাবে।

আকাল অনাবৃষ্টি বনাগ্নি গো-মাউৰ আই হাইজা—কোনটো যে কোনজন নাছানবোঙাৰ শাওপাতৰ ফলত হৈছে, সেই কথানো বাইজক কোনে ক'ব—?

আৰু ক'ব লাগিছেনে?—ক'ব বীৰসাৰ মহাদেউয়ে।

সি ডাকিনীও ধৰি দিব পাৰে। ডাকিনীহঁত কেতিয়াবা ক'লী মেকুৰী, কেতিয়াবা বুঢ়া আঙুলিহেন মানুহটো হৈ মুণ্ডাহঁতৰ ঘৰত সুৰুকৰুৰে সোমাই পৰে আৰু টোপনিত লাল-কাল দি থকাহঁতক থুইৰে চেলেকি দিয়েহি। এনেকৈ চেলেকি দিয়া মানুহ মৰিবই যে—সেই কথা ধ্ৰুপ।

কোন যে ডাইনী, এইদৰে আনৰ আয়ুস টুটাই নিজৰ আয়ুস কোনে যে বঢ়াইছে—কোনে ক'ব পাৰিব? কোৱা বাহুল্য, বীৰসাৰ মহাকেই।

এনেহেন মানুহজনৰ, আনকি ঘাছি মুণ্ডায়ো খং তোলাই নলয়।

বীৰসাই তাৰ মহাদেউৰ কথাৰ কোনো বাদ-প্ৰতিবাদেই নকৰা হ'ল। বীৰসাই ভাবি থাকিল : মামানো কেনেকুৱা মানুহ ? জোনহেন জোনীৰ কাৰণে মামাই এটা যুৱান দৰা যোগাৰ কৰিব নোৱাৰিলেনে ? যিয়ে টুইলা বজাই, বাঁহী বজাই নাচি-গীত গাই গাঁওখন মতলীয়া কৰিব পাৰে ? এনেকুৱা চফল দৰা এটা ?

কিন্তু কেদিন মানৰ অন্তত বীৰসায়ো বুজি পোৱা হ'ল যে—প্ৰতিদিন পেট পূৰাই খোৱা, গায়ে-মূৰে তেল সনা, ভাল ভাল চুৰিয়া গামোছা পিন্ধিব-উৰিব পোৱাৰ অন্য এক সুখ আছে। সেই সুখে মানুহক ডৰপুকু আৰু কমজোৰী কৰি তোলে। কাণ্ডটো চোৱা! খাবলৈ নাপালে, পিন্ধিবলৈ নাপালে, মানুহে বীৰসাৰ দেউতাকৰ দৰে কমজোৰী আৰু ডৰপুকু হৈ যায়। তেতিয়া সদায় ভাব হয় : আই আবা ! আৰে বাপ্ ! ডাঙৰকৈ কথা নকওঁ, যদি কাৰোবাৰ খং উঠে ?

আকৌ চোৱা, খাব-পিন্ধিব পোৱা হ'লে, তেল-তুল সানিব পোৱা হ'লে, মানুহ হৈ যায়—জোনী মাহেউৰ দৰে কমজোৰী আৰু ডৰপুকু। তেতিয়া ভাব হয় : আই আবা ! হেই বাপ্ ! বঢ়া কথা নকওঁ, তেতিয়া যদি এই ধানমান সুখৰো মুদা মৰে !

জোনী বদলি গ'ল খুব।

তাই কৰম্ পৰবৰ নাচৰপৰা মূৰত থকা ফুলটো পেলাই দি গুচি আহিছিল, কোনোবাই তাইৰ ভৰিত গচকি দিয়া বাবে।

সেইজনী জোনীয়েই মহাদেউৰ মাৰ-কিল খায়ো সকলো ৰকমৰ অলিয়া কথা বলিয়া কাণ্ড সহা হ'ল।

ভাবি—বীৰসাৰ মনত জোনীলৈ পুতৌ উপজিল।

এদিন জোনীয়ে বীৰসাক ক'লে, 'মানুচটো বদৰাগী, বাঙ্গা ঘোঁৰাত উঠি আহাবিধৰ। কিন্তু ক্ষেমতা খুব বে। কত কি জানে, দেখা নাই ? তাৰ লগত ছাঁটোৰ দৰে থাক্, তোকো চব শিকাই দিব। তেতিয়া তোকো এটা গুণিন্ বুলি লোকে তোৰ মান ধৰিব। তোৰো গোহালিত থাকিব গাই-ম'হ, চোতালতে থাকিব ধানৰ ভাকৰী।'

বীৰসাই জোনীৰ কথাৰ উত্তৰত একো নক'লে। সি পাৰিলেহেঁতেন ক'ব ঃ 'মাহেউ, মোৰ আবা মিছ্‌নে গৈ নাম লিখাছে। আবা কিবিস্তান, আৰু ময়ো এতিয়া—বীৰসা দাউদ। আমাৰ গোট-গিয়াতিৰ জান্-পইছান্ কতজন মিছ্‌নতে যায়-আহে—আহে-যায়। মিছ্‌নত নাম লগোৱা কত মুণ্ডা পৰ্‌চাৰকক আমি দেখা পাওঁ। মিছ্‌নে কয়, নাছানবোঙ্গা, নাগ্‌-ইৰা চ—ৰ মিছা। সিংবোঙ্গা হৰম্ আছুলো হেনো মিছা। কয়, শুকুলা—কুষ্ঠ বেমাৰ হয় বোলে ছুলে, তেজৰ মিহলা-মিহলি হ'লে। হায়জা হয়—হেনো পঁচা-গেলা খোৱাবস্তুৰপৰা, বেয়া খোৱাপানীৰ পৰা, আৰু চেচক—আইবেমাৰৰ বীজ হেনো বাৰে-বতাহতে উৰে। সিসকল কথাৰ সকল সঁচেকাটে সঁচা কিনা নাজানো। পিছে—তোমালোকৰ নিচিনা এনেবোৰ গুণিন্-ওজা-জাতুমন্তৰ-ফুছ্‌মন্তৰ—এইচবতো ডৰ কমি যায় যেন।

জোনীয়ে ক'লে, 'কুছ্‌ না ক'ৱ ?'

'ভাবোঁ।'

'কি, কী ভাব ?'

'মই বুল্‌লে হ'ব না কি ? মাঁ নাই, বাপ নাই—।'

'মুই বুল্‌লে ভি নাই হ'ব ?'

জোনী জানিবা আহত হ'ল খুব। মনত বৰ আঘাত পালে। ক'লে, 'তু আগে, মোৰ পেটত যিটা আছে, সেইটা তোৰ পৰে। মুই বুল্‌লেও নাই হ'ব ?'

বীৰসা হঠাৎ যেনিবা ডাঙৰ হৈ গ'ল। জোনীৰ দেউতাক দিবাই মুণ্ডা জীয়াই থকাহেঁতেন যেনেকুৱা মাতেৰে তাইক সান্ত্বনা দিলেহেঁতেন, তেনেকুৱা কণ্ঠেৰে বীৰসাই জোনীক ক'লে, 'তেওঁৰ কথা আৰু মোৰ কথা না হয় বে। মহাদেউ যদি ভাল মনত থাকে, বঙত থাকে, তেহে !'

'বঙ্‌তে গুৰ্‌লাগুকল হৈ থাকে দেখোন !'

'বৰ খেচখেচাই থাকে। খেচায় খুব।'

'মানুচটা তেনেকুৱাই।'

জোনীয়ে হুমুনিয়াহ কাঢ়িলে। ক'লে, 'তুই নাথাকলে, মুই মৰি গ'লোঁ হয়। এতিয়া উব্‌ৰি হয়া চোতাল সৰা-পোঁচা কৰাত, নিজৰাৰপৰা পানী কঢ়িয়াই অনাত, শৰীল আলাহ আলাহ·লাগে।'

বীৰসাই চোতাল সাৰিলে, কুকুৰাবোৰক খেদি নি গড়ালত ভৰাই থ'লে, গোহালিত সাঁজৰ চাকি গলাই গাইবিলাককো ভৰাই থ'লে, আৰু তাৰ পাছত কলহ লৈ নিজৰালৈ বুলি খোজ ল'লে।

জৰ্ জৰ্ ঝৰ্ ঝৰ্—বৈ যায় নিজৰাৰ পানী।

বীৰসাই কলহ ভৰাই ল'লে···নিজৰাৰ ফটিক পানীৰে, আৰু ভৰা ভৰা কলহটো শিল এচটাৰ থৈ ওপৰত থিয় হৈ থাকিল।

দিনৰ আঁৰপট নামিছে। বিষণ্ণ আতুৰ তাৰ মাতৃ কৰ্মীৰ দৰে শীৰ্ণ ক্লিষ্ট সন্ধ্যা। সন্ধ্যাতৰাৰ চাৱনি সাইলাখ তাৰ মাতৃৰ চকু দুটিৰ চাৱনিৰ দৰে।

লুকাছ আহিছিল। লুকাছ হ'ল প্ৰচাৰক।

খ্ৰিষ্টবাণীৰ প্ৰচাৰক। মিছনৰ কামত আহিছিল। বীৰসাৰ মহাকে লুকাছক গাঁৱৰ বাজ কৰিহে এৰিলে।

লুকাছে বীৰসাক কৈছে, 'গৰখীয়া এটা হৈহেনে জীৱন কটাবি? গুচি আহ, লিখা-পঢ়াত ধৰ্, ক—ত্ত কাম কৰিব পাৰিবি।'

লিখা-পঢ়া—বীৰসায়ো শিকিবলৈ নিবিচৰা নহয়। বিচাৰে শিকিব। কিন্তু কিয় যে সি ইমান দুখী-ভুকীয়া পিতৃৰ পুত্ৰটি হ'ল। পিতৃয়ে খোৱা-পিন্ধা কৰাব নোৱাৰে বুলিহে সি আছেহি মাহীয়েকৰ ঘৰত।

তাৰ পাছত মহীয়েকৰ বিয়া হ'ল, বিয়া হোৱাৰ পাছত—ইয়াত। ইয়াত জীৱন মানে—গাই-ম'হ চৰণি কৰা, খটা-পিটা কৰা, পেট পূৰাই খোৱা-বোৱা কৰা। খাটাঁ, খোৱাঁ, আৰু খুছি হৈ থাকাঁ।

কিন্তু বীৰসাই জানে, বীৰসা খুছি হৈ থকা নাই।

দীঘলকৈ হুমুনিয়াহ কাঢ়িলে সি, কিবা যেন বেদনাৰ হাহাকাৰৰ হুমুনিয়াহ। আৰু পগৰত ধৰি পানীভৰ্তি কলহটো দাঙি ল'লে।

চাৰিওফালে উন্মুক্ত বনাঞ্চল আৰু পাহাৰৰ শানি। দৃষ্টিয়ে বাধা নাপায়। কিন্তু তথাপি জীৱনটোক বৰ আবদ্ধ হৈ পৰা যেন লাগে। খাটাংগা—ইমান যে বিচ্ছিন্ন, ইমান যে ঘোকট আন্ধাৰ গাঁও এখন। চালকাড়তো সকলো আছিল—দুঃখ দাৰিদ্র্য অনাহাৰ—আৰু কত যে কি। কিন্তু তথাপি যেন জীৱনৰ এক অনন্ত প্ৰবাহই চালকাড়ক ছুই ছুই গৈছিল।

হাটলৈ অহা-যোৱা কৰোঁতে হাটৰুৱা-বাটৰুৱাই চালকাড় হৈহে অহা-যোৱা কৰিছিল। মিছনৰপৰা, আৰু মিছনলৈ অহা-যোৱাও কৰিছিল চালকাড় হৈ। ধানীৰ দৰে অঘৰী আহিছিল, বাঁচী খুন্টি তামাৰ নদ গাঁও—আদি সকলো ঠাইৰ ইটো-সিটো-বহুতোবিধৰ খবৰ-বাতৰি অ হৈছিল।

খাটাংগা—

সকল আৰু সকলোৰেপৰা ইমান যে দূৰ!

নিজক ইমান যে আবদ্ধ আৰু বন্দী বন্দী লাগে।

জহকালি অৰণ্যত থকা পানীৰ নিজৰা ঘুলি জান-জুৰি সকলো শুকাই পানী নোহোৱা হয়। তথাপি যে ক'ত পানী থাকে, কোন দ'ত কোন কোবোকানিত কোন ঘুলিত কোন ডোঙত—জানে জীৱ-জন্তুবিলাকে—

আৰু জানে বীৰসাই।

সিবাৰ, সেই কোনেও নজনা, কোনো মানুহে গম নোপোৱা দ আৰু বিল, আনকি ঘুলিবোৰো শুকাই ছিৰা মেলিছিল। নিজৰা আৰু বালিৰ বুকুৰেদি বগুৱা বাই গাঁতৰ গা ছুই ছুই এটোপ এটোপকৈ শৰতৰ শিশিৰহেন পানী গোট খাইছিলহি ডোঙত। আৰু বোৱাৰী পুৱাৰেপৰাই ছোৱালী-গাভৰু-তিৰোতাইঁতে সেই পানী নিবলৈ ঢপলিয়াই আহিছিল। কিয়নো, খাওঁ খাওঁ মূৰ্তি ধৰি বেলিয়ে ওলাইছিল সেই ছেংগেল-দাৰ অগনি ঢালি ঢালি। আৰু—বেলি ওলোৱাৰ লগে লগেই খোৰৰ ডোঙৰ পানীখিনিও ভাঁপ হৈ উৰি গৈছিল।

তেতিয়া সেই বীৰসা গৈছিল অৰণ্যৰ উদৰলৈ, গভীৰ-গহনত। তাত, এটা ডোঙৰ পানী প্ৰায় আটাইখিনি শুকাই সোঁমাজত অলপ ফটিক যটিক কাকচক্ষুহেন আছিলগৈ, আৰু—আৰু চাৰিওফালে আছিল আঁঠুৱনীয়া বোকা।

আৰু সি দেখা পাইছিল, সেই আঁঠুৱনীয়া বোকাত পোত গৈ থিয় হৈ আছে এটা মস্ত ডাঙৰ সুগৰী পহু। পহুটোৰ ঠেংবোৰ ভালেখিনি-মান বোকাত পোত খাই পৰিছে, আৰু সেই পাতাল-দ' বোকাৰপৰা উঠি অহাৰ চেষ্টা কৰাত, লৰচৰ কৰাত, ক্ৰমাত আৰু বেছিকৈহে বোকাৰ ভিতৰত পোত গৈছে।

তাৰ পাছত এসময়ত সুগৰী পহুটোৱে ঠাৱৰ কৰিব পৰা হ'ল যে সেই বোকাৰ মাজত থকা ফটিক ফটিক পানীখিনি একোপধ্যে ঢুকি নাপায়। আৰু সি বুজি পালে যে ইমান বোকাৰপৰা উঠি ওলাই যাবও নোৱাৰে। চকুৰ আগত পানী, কিন্তু সেই পানী নোখোৱাকৈয়েই ভয়ানক মৃত্যুক আঁকোৱালি ল'ব লাগিব। চাৰিওফালে অননি-বননি, কিন্তু তথাপি মুক্ত আৰণ্যক জীৱনলৈ আৰু ঘূৰি যাব নোৱাৰিব। সমুখত ভীষণ-নিৰ্মম মৃত্যু!

আৰু সমুখতে এক ভয়ংকৰ নিৰ্মম মৃত্যুৱে হাত-বাউল দিয়াত সুগৰী পহুটোৰ মাজত ফুটি উঠিছিল অব্যক্ত ভীতিৰ কবলত পৰা নিঃশেষিত পৰাজিত আত্মসমৰ্পণ।

এতিয়া বীৰসায়েই সেই সুগৰী পহুটো হৈ পৰিলনে? চাৰিউফালে মুক্ত বিস্তীৰ্ণ জীৱনৰ হাত-বাউল, তথাপিনো সি ইয়াতে আবদ্ধ হৈ থাকিবনে?

কথাটো ভাবিলে ভয় ভয় লাগি যায়।

সুগৰী পহুটোৰ জঁকাটো, বাৰিষা নহালৈকে তাতেই পোত খাই পোন হৈ থিয় হৈ আছিল।

এক বীভৎস বেদনাময় দৃশ্য।

পানীৰ কলহটো লৈ বীৰসা ঘৰমুৱা হ'ল।

আজি-কালি সি দিনে-নিশাই এনেবোৰ কথা ভাবে। আৰু যেতিয়াই ভাবে, তেতিয়া ক'ত আছে, কি ঘটিছে চাৰিওফালে— সেইবোৰ সমূলি পাহৰি থাকে।

একোৱেই মনত নপৰা হয়।

মানুহ পশু নহয়, আৰু সেয়েহে, ভয়ংকৰ আবদ্ধতাৰপৰা অকস্মাৎ মুক্তিও লভিব পাৰে।

বীৰসায়ো লভিলে।

মহাকৰ গাই-ছাগলী লৈ চৰাবলৈ ওলাইছিল সি। এতিয়া ফাগুনৰ শেষ, খেতি-পথাৰত ঘেঁহুৰ সানন্দ সমাৰোহ।

এজোপা সৰল গছৰ তলত বহি বীৰসাই আপোন-পাহৰা হৈ কিবাকিবি ভাবি আছিল। ভাবি ভাবি পাৰ-কূল নোহোৱা হৈ এসময়ত টোপনি-ৰহীয়া হৈ পৰিল···টোপনিৰ কোলাত জাহ গ'ল। আৰু মহাদেউৰ লাঠিৰ কোব পিঠিত নপৰালৈকে সি টোপনিত লাল-কাল দিয়েই আছিল।

তাৰ মহাকৰ অভিধানত যিবোৰ অপৰাধ ক্ষমাৰ অযোগ্য, তাৰ প্ৰতিটো অপৰাধেই বীৰসাই কৰি পেলাইছিল।

গাই-ছাগলী চৰাবলৈ ওলাই টোপনি মাৰিছিল।

গাই-ছাগলীবোৰে ঘাছি মুণ্ডাৰ খেতি-পথাৰত সোমাই লহপহীয়া শস্যবোৰ কচৰ কচৰকৈ চোবাই খালে। ঘাছিয়ে লাঠি দলিয়াই পঠালে। লাঠিৰ কোব খাই এজনী ছাগলীৰ ঠেং ভাগিল। এতিয়া ছাগলীজনীক কাটি খোৱাৰ বাহিৰে তাইৰ কষ্ট পাতলাবৰ আৰু উপায় নাই।

ঘাছি আছিল সদা-জগৰীয়া, আৰু মহাদেউ আছিল একেবাৰেই অ-জগৰ বা নিজগৰীয়া। এতিয়া মহাক কথাৰে কোবাই উকৰাই নিবলৈ চল পালে ঘাছিয়ে। ভাল ছুতা পাই গ'ল সি। তাৰ খেতি-খোলা একেবাৰে তছিলং কৰি পেলাইছে মহাকৰ মৰমৰ গাই-ছাগলীবোৰে!

আৰু এইবোৰৰ ঘাই হ'ল বীৰসা।

মহাকে বীৰসাক একেবাৰে যাক বোলে গৰু-পিটন দিলে। বীৰসাই ইমান পিটন খায়ো—না এবাৰলৈকো উচুপিলে, না এষাৰ মাতো মাতিলে। খুদমান বীৰসাই মুখখন জপাই সকলো, চৰ ভুকু লাঠিৰ কোব খালে, শলামাত সহিলে, এটা কথাও নক'লে সি। কোনো ৰা-বা, কোনো প্ৰতিবাদকে নকৰিলে।

জোনীৰ মনৰপৰাও ভীতিৰ আৱলীবোৰ আঁতৰি গ'ল যেনিবা। প্ৰথমে তাই অলপ কড়ুৱা তেল তপতাই লৈ বীৰসাৰ গাত মৰম ঢালি মালিছ কৰি দিলে।

আৰু তাৰ পাছত গিৰিয়েকৰ চৈধ্য পুৰুষ উদ্ধাৰ কৰিবলৈ ধৰিলে।

'কটা—বুঢ়া বোন্দাটা, জানে—ছেলাটা মোৰ ছেলাৰ মতন, তাৰ াত লাঠিৰ কোব শোধালে। পেটত থকাটাক মুই তাক নি ' স দাদাৰ ঘৰে গুচি যাম মুই।

'হেঁ—এঃ। এইটা আৰু' গুণিন্—জৰা জানে ফুকা জানে মন্তৰ জানে তন্তৰ জানে, কত কি যে জানে আৰু কত লোকে মানে! এত যদি মানস্তা বংশৰ জানন্তাটা ঘৰৰ ওচ'তে নিজৰ গাঁৱতে কয়না মিলেনা কেন্? ঐ চাণ্ডাল ৰাগৰ কাৰ্ণে! ঘৰৰ ওচ'ত ঘৰ্ণী নাই, সাত্ মাইল যাই বাট কোবাই। থাকক নিজৰ খং-ৰাগ লয়া। উয়াৰ ভাত মই নাখাওঁ। গুচি যাম দাদাৰ ওচ'তে।'

গাত বিহু-কাঁড় লগা যেন পাই, হাত-ভৰি-পিঠি-কিলাকনিৰ গাঁঠিয়ে গাঁঠিয়ে বেজাই বিষ, তথাপি, জোনীৰ গলিয়াগলি বোল-মাত শুনি বীৰসাৰ পেটে পেটে হাঁহি উঠিল। মাউহেই যে মৰণান্তিক আঘাত পাইছে মহাকৰ আচৰণত, কথাটি বীৰসাই মৰ্মে মৰ্মে উপলব্ধি কৰিলে। খণ্ডে-দুখে বেবাক ভয়-ভীত পাহৰি ইমান কথা বান্ধিবলৈ, কথা পিন্ধাবলৈ সাহস গোটাব পাৰিছে। তাতোকৈ অবাক কাণ্ড, মহাই চুপচাপ বহি বহিয়েই এনে গোত্ৰৰ গালিবোৰ চকু-কাণ মুদি কালোপ কালোপ কৰে গিলিছে। মহাকৰ ভাবটো আছিল: কি আৰু কৰা যাব, তোমাৰ পাতলিত পৰিছোঁ যেতিয়া, যেই কৰা সেই!

জোনীয়ে আগতে গালি পাৰি তেভূত কৰি ল'লে, তাৰ পাছত ঠেং মেলি ওদালৰ গুৰিত বহা দি বহিল—কান্দিবলৈ।

তেতিয়া, আৰু অসহনি হোৱাত, মহাদেৱে কৈ উঠিল, 'আৰে— আয়ুভাতুৰ ছাহা-বাহাক দাদাৰে একো নাই শিকোৱানে কি?'

'কি, কী শিখোৱা নাই?' মহাকে ক'বলৈ পালেহে, জোনী জুইশলাৰ দৰে ফোচ্ কৈ জ্বলি উঠি উজ্জ্বল দি উঠিল।

'পোৱাঁতী মাইয়া সাঁঝ্‌বেলা চকুৰ পানী বোৱালে, কান্‌লে, ডাইন বা-বতাহৰ লগত পেটৰ ভিতৰ্‌তে সোমাই ছৱালৰ অনিষ্ট কৰে। ল, উঠ্, চকু-মুখত পানী দে। মোৰে খাব দে, বীৰসাকো দে, নিজেও ল। [illegible] ত আনেক দিলি। আৰে—যি কৰাছি যা কৰাছি খঙৰ [illegible] খং উঠি গ'লে মই কি কৰিম? আৰু—চবে জানে, খং [illegible]মে চ[illegible]লে। না হ'লে মুখেৰে উত্‌ৰা-উত্‌ৰি কৰোঁ, হাতেৰে মৰিয়াওঁনে -কোনো দিনা? খঙতে জাম্‌দগ্নি হ'লোঁ,—বুলিহে এইকণ হৈ গ'ল। কি কৰিম ক'?' মহাগুণী মহাবলী মহাদেৱে বেয়াকৈ চোঠেঙীয়া হৈও আংমবাটিৰ দৰে কোমল কাটি সুৰসুৰীয়াটি হৈ ক'লে, নেগুৰৰ জুই হাতে মুমাবলৈ চেষ্টা দিলে।

ইয়াক এবিধ পৰাজয়েই বুলিব পাৰি। নহয়নো কি? নহ'লে মহাকে ইমান কাওঁ-বাওঁ হৈ সিমান বান বাই থাকেনে?

আৰু শতুৰুৱে যদি সেও মানেই, তাৰনো আৰু কি কাণ মুচৰি দিবা? কিখননো যুঁজিবা তাৰ বিৰুদ্ধে? নচলে যুঁজ। ওজাৰ নাকত খৰে খালেই। ওপৰ-চাপৰ নাচাই কাম কৰিলে এনেকুৱা হ'বই। ভাবিলে জোনীজনীয়ে: টেঙৰৰ ডিঙিতো মাজে সময়ে-ডোল লাগে তেন্তে! ভালেই পালে তাই।

যেই কি নহওক, সেই যে ভৰি মেলি ওদালৰ গুৰিত বহা দি বহিছিল, এতিয়া আৰু ৰণ দিয়াৰ ৰাস্তা নেদেখি তাই বহাৰপৰা উঠিল। উঠি—চকুত পানী দি, মুখখন ধুই, হাত চাফা কৰি গিৰিয়েকক খাবলৈ দিলে, বাঢ়ি দিলে বীৰসাকো, আৰু নিজেও বাঢ়ি ল'লে।

পাছদিনা, আগবেলা, বীৰসাই নিজেই হাবিৰপৰা হাড় যোৰোৱা লতা লৈ আহিলগৈ। যিজনী ছাগলীৰ ঠেং ভাগি ছাল কাটি হাড় ওলাই পৰিছিল, সেই ছাগলীজনীৰ আহত ঠেংখন টানকৈ ধৰি ঠিক ঠিক ঠাইত হাড় যোৰা লগাই হাড় যোৰোৱা লতা পটাত পিহি প্ৰলেপ লগাই দিলে আৰু সেই প্ৰলেপৰ ওপৰত বেড়িৰ পাত মেৰিয়াই এচটা পাতল কাঠৰ তক্তা ভগা ঠেংখনৰ সৈতে লগাই আটিলকৈ বান্ধি দিলে। তাৰ পাছত আছুতীয়াকৈ এইজনী ছাগলীক এঠাইত বান্ধি থ'লে।

পোন্ধ সোলোকা দিয়া মহাবীৰ মহাদেৱে বীৰসাৰ এইবোৰ জীয়াৰ অষুধি দিয়া মৰস্তাক জাতীয় কাণ্ডাকাণ্ডলৈ লক্ষ্য কৰি আছিল। মহাদেউয়ে মিহিন মাতেৰে মাত লগালে বীৰসাক, 'হাঁ বে, কাম হ'ব? ঠেংটা আৰু' ঠিক হৈ যাব, না কি—ইটাক—'

বীৰসাই মূৰ দাঙি চালে।

মহাদেউৱে ক'লে, 'ইটাক কাটি—'

'দিকুবিলাকৰ টাটুঘোঁৰাৰ ঠেং ভাগিলে ত এইদৰে যুৰে। এই হাড্ডি-যোৰোৱা লতা খুব ভাল্ অষুদ।'

ভালেই পালে কিজানি মহাকে। কিয়নো সিদিনাই অলপ পাছত এখন পিতলৰ আৰ্চী উলিয়াই আনি মহাদেৱে বীৰসাক দিলে। 'ক'লে, 'মই আৰু মুখ নাই দেখি বে, বয়সৰ বোন্দাটা হ'লোঁ, আৰুনো কেলে'? তই মুখ দেখিবি, ল, ইখান তোৰ।'

জোনীক ক'লে, 'না বে, বাগেৰ বশে মেৰাছি, পিছে—যেনেকে' লৰা-চৰা কৰাছিল, দেখ্লাম চায়া—তেনেকে' চোট লাগা নাই কুছু।'

বেলিয়ে লাহ 'দিয়াৰ আগে আগেই বীৰসাই বহুত কাম কৰি পেলালে। নিজবাৰপৰা পানী কঢ়িয়াই আনি আনি মঠীয়া ভৰাই পেলালে, চোতালৰ ইমূৰৰপৰা সিমূৰলৈকে সাৰিলে, শুকান খৰি-কাঠ-বাঁহ গোটাই-পিটাই লতাৰে মেৰিয়াই বান্ধি টানি টানি পিছ-চোতালৰ এচুকত চিজিল লগাই দ'মাই থ'লে। গোহালি-গড়াল নিকাই-চিকুণাই-কু মাৰি ভাত খাব পৰা কৰি পেলালে।

জোনীয়ে হাঁহি মাৰি ক'লে, 'পাগল খেপে কেন? কুটুম্ব আহিবনে কি ঘৰে?'

বীৰসাই ক'লে, 'বাহিৰে বাহিৰে থাকোঁ, এইবোৰ কাম কৰাত একলা তোৰ যত কষ্ট।'

শুনি জোনীৰ চকুপানী ওলাই আহিল।

আজিপৰ্যে আন কোনেও এনে কথা কোৱা নাই, এনেকৈ তাইৰ দুখ-কষ্টৰ কথা কোনেও কদাপি অনুভৱ কৰা নাই। অথচ—বীৰসানো কিমান ডাঙৰ? ক'বলৈ গ'লে—এতিয়াও প্ৰায় পিয়াহ দঁতাটোৱেই।

ভাবি জোনীৰ বুকুখন হুম্ হুম্ কৰি উঠিল।

ৰাতি, আন দিনাৰ দৰেই বীৰসা শুবলৈ গ'ল। কিন্তু ফেহুজালি নৌ দিওঁতেই—সেই বোৱাৰীপুৱাতেই পাটী এৰি উঠি আহিল সি। কোনেও গম নোপোৱাকৈ ঘৰৰপৰা ওলাই আহিল, আৰু তাৰ পাছত পুৱঁতি-ভোটাক দেখি দেখি আগুৱাই গৈ থাকিল কুণ্ডী বৰতোলিলৈ।

হয়, সি কুণ্ডী বৰতোলিলৈ যাব। তাত ভুৰা মুণ্ডাৰ তাতে ককায়েক কোম্তাই কাম কৰি আছে। কোম্তাই গৰখীয়া-কাম কৰে, হয়, কিন্তু সৱে জানে, তাত তাৰ কিমান কদৰ-আদৰ। তাত কোমতাৰ বৰপীৰা। কিয়নো—আগলৈ কোম্তা হ'বগৈ কি বোলেনে—চিক্নি ভুৰাৰ জোঁৱায়েক। বীৰসাই কোম্তাক সকলো কথা ক'বগৈ।

জোনীৰ কষ্ট হ'ব খুব।

কিন্তু কিনো কৰিব পাৰে বীৰসাই?

কষ্ট তাৰো নোহোৱাকৈ নাথাকে।

ইমান দিন ধৰি সুখে-দুখে সাঙোৰ খাই আছিল তো!

কিন্তু সিদিনা তাক মহাকে মাৰি-পিটি ভালেই কৰিলে কিজানি, কিয়নো এই ঘটনা নঘটাহেঁতেন বীৰসা—বীৰসা ইয়াতে আবদ্ধ হৈ থাকিবলগা হ'লহেঁতেন। এই গাইচৰী কৰি, কাঠ কাটি, বনৰপৰা বনজ ফল টুপি আনি জীৱন কটাবলগীয়া হ'লহেঁতেন কেঁচাশাল মহাকৰ মুঠিৰ মাজত। খাটাংগাৰপৰা কেতিয়াও ওলাবকে নোৱাৰিলেহেঁতেন।

আৰু বীৰসাই ভালেকৈয়ে জানে, জোনীয়ে তাৰ ওপৰত ভাৰসা কৰে এই কথাও যেনে ঠিক, আকৌ সেই একেটা কাৰণতে জোনীৰ অসুবিধাও যে ঢেৰ, সেই কথাটোও ঠিক। মাজত সি নথকাহ'লে গিৰিয়েক-ঘৈণীয়েকৰ ইমান দন্দ-বান্দ খোৱা-কামোৰা নহ'ব চাগে'। মহাদেউৱে—বীৰসা খং উঠি গুচি গ'লগৈ বুলি ভাবিবই। কিন্তু বীৰসাই, দাৰিদ্ৰ্যৰ যুক্তিবাদিতাৰে সি বুজে, খং সি কৰিব নোৱাৰে, কিয়নো মহাকে কোনো অন্যায় কৰা নাই। গৰু-ছাগলীয়ে-গিয়াতি-শতুৰুৰ খেতি-পথাৰ তহিলং কৰাত দ্বন্দ-খৰিয়ালৰ বাট মুকলি হ'ল। পোহনীয়া প্ৰাণী এটি জখম হ'ল, যদিও ভাল হৈ উঠিবও পাৰে। কিন্তু—সেই বুলি মহাদেউৱে তাক—বীৰসাক—

ভাল পাব কিয় ?

## পাঁচ

বেলিয়ে হালি দিয়াৰ লগে লগে বীৰসা কুণ্ডী ৰৰতোলি পালেগৈ। কোম্‌তাৰ লগত তাৰ দেখাদেখি হোৱা নাছিল। কোম্‌তা গৈছিল আখাৰালৈ। ভুৰা মুণ্ডাৰ পৰিবাৰে তাক আদৰ কৰিলে খুব। ঘেঁহুৰ আধা ভঙা দানা সিজাই পগাই হালুৱাৰ দৰে ডাঠ কৰি তপতে তপত— ক'বলৈ গ'লে বহামাত্ৰকে খাবলৈ দিলে। কাঁচৰ বাটি এটাত তেল দিলে ভৰি দুখনত মালিছ কৰিবলৈ। তেল-পানী-গামোছা—ৰ'দে-ঘামে ভাগৰি-জুগৰি অহাজনক যি যেনেকৈ লাগে সকলো দিলে।

কোম্‌তা আখাৰাৰপৰা উলটি অহাৰ লগে লগে ভুৰাই ক'লে, 'তোৰ ভাইটা আহিল। কিছু কইস্ না তাক। ল'ৰাটা বৰ জিদা, আৰ গোঁৱাৰো হয়। না হ'লে অত পথ খোজ কাঢ়ি কাঢ়ি আহেনে?'

ৰাতি, দাদাকৰ কাষত শুই বীৰসাই সুধিলে, 'হেই দাদা, তু ইথানে বিভা কৰ্‌বি?'

'হাঁ ৰে।'

'ছোৱালীগুলা দেখাত কেনে?'

'ভাল্ নাই। আঁহে আঁহে কথা কয় লাহে লাহে খোজ লয়, আৰ—'

'তবে কেনে আবান্দি—বিভা কৰ্‌বি?'

'ভুৰাৰ চচুৰৰ খুটকাট্টি মাটি আছে, আৰ আছে তিনিজনী ম'হ। তাৰ ছৱাল নাই। একটা ছলি—ঐ একটাই জী, আৰ ভুৰাৰ মাইকী। বোলে, ডাঙাৰটো নাত্‌নীৰ আবান্দি হয়াছে—বিভা হয়াছে বুলি জনালে— য'তে যত যি আছে—সকল সাহন নাতি-জামাইক দিব।'

'ভুৰা কি বোলে ?'

'বোলে—চব ইথানে লৈ থাক্। তোৰ আবা-মাকো লৈ আহ।'

'আবা আহিব ?'

'আহিলে তো ভাল হ'ব বে বীৰসা। তবে তোন্ আমাৰদেৰ সংসাৰটাত বান্ধ্ আহে।'

কোম্‌তা শোৱাৰপৰা উঠি বহিল।

বীৰসা আৰু তাৰ ককায়েক কোম্‌তাৰ মাজত আশৈশৱ তেজে তেজে জনাজনি। তাৰ ককায়েক কোম্‌তাই ভুৰা মুণ্ডাৰ তেৰ বছৰীয়া ঝীণ-কঁটীয়া আৰু আগঢ়ী ছোৱালীজনীক বিয়া কৰায়েই যদি—কোম্‌তাই তাৰ বাবে কৈফত্ দিব নালাগে। কাৰো ওচৰত কৈফিয়ৎ দিবলৈ নাই। বীৰসাই এই কথা নিশঙ্ক জানিব, কোম্‌তাই এইটি কাম কৰিলে—সংসাৰখনক বান্ধ খুৱাবলৈহে কৰিব।

গৰিব বোপাইৰ মৰমৰ পো কোম্‌তা। তাৰ মূৰত কেৱল এটাহে চিন্তা, কেনেকৈ তিনিউ ভাই বাবাক-মাক লৈ একেটা চালৰ তলত এমুঠিমান খাই একেলগে থাকিব পাৰি। বাবাক অক্ষম, সেইদেখি কোম্‌তায়ো ভাবে, নিজৰ ভাল-বেয়া হাবিলাস-অভিলাস বাদ দি, বিসৰজন দি সংসাৰখনক কেনেকৈ কি কৰি সংহত কৰিব পাৰি, গত লগাব পাৰি, বান্ধ্ খুৱাব পাৰি।

কোম্‌তাৰ স্বভাৱৰ আন এটা দিশও আছে।

কোম্‌তাই জানে, বীৰসা তাতকৈ কিছু,—কিছু নহয়, ভালেখিনি বেলেগ ধৰণৰ। ভায়েকৰ এনে স্বতন্ত্ৰীয়া স্বভাৱলৈ কোম্‌তাৰ মনত কোনো হিংসা বা অশ্ৰদ্ধা নাই, শ্ৰদ্ধাহে আছে।

বীৰসাই আৰু একো নোসোধা হ'ল।

কোম্‌তাই বীৰসাক সুধিলে, 'তই কি কৰিবি ?'

'তইনো কি কৰিবলৈ ক'ৱ ?'

'মোৰ কথা বাদ দে।'

'মোৰ তো—পঢ়া-লিখা কৰাতে মন।'

দাৰিদ্ৰ্যৰ কেঁকোৰা-চেপনত পৰি কোম্‌তা একেবাৰে বয়সিয়ালৰ দৰে হৈ পৰিছে।

অলপ ভাবি লৈ কোম্‌তাই লাহেকৈ বীৰসাক ক'লে, 'বেয়া নহয় ৰে, বীৰসা।'

'কি ?'

'এই পঢ়াই-লিখাই।'

'অ।'

কোম্‌তাই অসহায় আৰু করুণকৈ এবুলীয়া হাঁহি এটি মাৰিলে, 'মোকে দি তো না হ'ল।'

'তোকে দি চেষ্টা কৰ্‌ল কোনে ? চেষ্টা কৰ্‌লেও যদি না হ'ল হয়, তবে ক'লি হয় না হ'ল বুলি। এতিয়া এমুন ক'ৱ কেলে' ?'

'কোনে নো চেষ্টা দিবৰে বীৰসা ? আবা আৰ মঁা—কষ্ট কৰাছে খুব। খৰ-আকালতে আমাক বাচাই ৰেখাছে। আৰ আমাক পৰাণে বাঞ্চায়ে ৰাখ্‌তে দুজনা মৰাছে। লিখাই-পঢ়াই কৰাইত কেমুন কৰি ?'

'জানি।'

'তোৰ হ'ব। কিয় জাননে ? তোৰ দিমাগ্‌—মগ্‌জু বেছি। তা বাদে, সংসাৰৰ যুঁৰলি মই টানিম। তোৰ উপৰ কোনো দায় নাই, ভাৰ নাই। তই পঢ়্‌—পঢ়ি থাক।'

'কি ক'ৱ তই, পঢ়িম মই—ছাঁচ্‌

'হাঁ ৰে! পঢ়্‌লে পৰ্‌চাৰক হ'বি। একটা ল'ৰা মিশ্‌নে থাক্‌লে—আবাৰ-মোৰ বল-ভাৰ্‌সা বাঢ়ি যাব।'

'তেন্তে—ক'ত—কুথাকে যাম ?'

'কেলে' ? লুকাছ পৰ্‌চাৰক খাটাংগা গৈছিলে নহয় ? সি তাতে আছে। তোক লৈ যাব বুৰ্‌জুত, জাৰ্‌মান মিশ্‌নত।'

বীৰসাই বুজি পালে, ভাগ্যই তাক সেই ফাললৈকেহে হাত-বাউল দি মাতিছে। মাতিছে—মুণ্ডাৰী ধাৰণাৰ ঠেক জগতখনৰ বাহিৰলৈ।

লুকাছ প্ৰচাৰকে বীৰসাক বুৰ্‌জুৰ জাৰ্মান মিশ্যনলৈ লৈ গ'ল।

বেভাৰেগু পুটছ্‌কিঙে ক'লে, 'ল'ম ভৰ্তি কৰি। পিছে এটা কথা। নিম্ন প্ৰাইমেৰি পৰীক্ষা দিহে ওলাব পাৰিব। মুণ্ডা ল'ৰাহঁতৰ বুদ্ধিও নথকা নহয়, পঢ়াৰ ইচ্ছাও নথকা নহয়। কিন্তু—ঘৰুৱা লেঠাত পৰি, কামৰ হেঁচাত পৰি, টনা-আঁজোৰা খেলত পৰি সিহঁতে পঢ়া-লিখাত আধ্যা পেলাই গুচি যায়গৈ।'

বীৰসাই ক'লে, 'মই গুচি নাযাওঁ।'

বুৰ্‌জুৰ জাৰ্মান মিশ্যনখন জন-বসতিৰপৰা ভালেখিনি নিলগত, নিৰলা ঠাইত। তাত বীৰসাই তাৰ নতুন জীৱনৰ পাতন তৰিলে। মিশ্যনৰ পৰিষ্কাৰ-পৰিচ্ছন্ন, নিয়ম-শৃংখলাপূৰ্ণ জীৱনধাৰা—বীৰসাই ইমান দিনে দেখিঅহা পাইঅহা জীৱনধাৰাৰপৰা একেবাৰে অন্য ৰকমৰ। বীৰসা এই জীৱনসমুদ্ৰত ডুব গ'ল।

পঢ়া-লিখাৰ জগৎখন একেবাৰে অন্য এখন জগত। এটি এটিকৈ আখৰ, একোটাকৈ শব্দ পঢ়াৰ সক্ষমতা, আশ্চৰ্য্য এক বিজয়ৰ বোধ—তেজত উলাহৰ উথল-পাথল-একেবাৰে 'কম্পাই শিৰ কেশৰ উল্লাসি, তুলিলা আছোটে হাসি' 'উল্লাসিয়া লোমগণ সিহৰিলা গাৱ'ৰ নিচিনা কথা। কাঁড়েৰে লক্ষ্যবিদ্ধ কৰি যি উল্লাস, তাতোকৈ অধিক যেন, অতিকে' অধিক।

বীৰসাৰ চুচকুৰ আগত আশ্চৰ্য্য জগতৰ মুক্ত দুৱাৰ!

'মূৰ্খ শিয়াল আৰু টেঙা আঙুৰকল'ৰ সাধুটো যিদিনা সি পঢ়িব পৰা হ'ল, ইংৰাজী পঢ়ি যিদিনা সি বুজি পালে, সেইদিনা বীৰসাই কান্দি পেলালে। পাৰিছে, পাৰিছে সি পঢ়িব, বুজিব পাৰিছে সি, এয়া এক বিৰাট জয়! বীৰসাৰ ভাগ্যই তাক অন্য এক জীৱনৰ চকৰিত বান্ধি ঘূৰাই মাৰিছিল। সেই অনুশাসনক তুচ্ছ কৰি বীৰসাই অন্য জীৱনক আঁকোৱালি ল'ব পাৰিলে। প্ৰমাণ কৰিলে, সি পুৰুষ, নিয়তিৰ নিৰ্দেশক সি অমোঘ অলংঘ্যনীয় আৰু শেষ কথা বুলি নাভাবে।

'ওৱান ডে' এ ফক্স'...
বীৰসাই আকৌ পঢ়িলে।...
ক্লাছত বেভাৰেণ্ড পুট্‌ছকিণ্ডে ক'লে তাক—
'তুমি পাৰিবা।'

বীৰসাই দুবছৰতে নিম্ন প্ৰাইমেৰি পৰীক্ষাত উত্তীৰ্ণ হ'ল।

বেভাৰেণ্ডে ক'লে, 'আমাৰ ইয়াত আৰু পঢ়াৰ ব্যৱস্থা নাই। তুমি চাইবাসালৈ যোৱাগৈ। তুমি পঢ়া-শুনা এৰি নিদিবা। তোমাৰ ভৱিষ্যৎ অতি উজ্জ্বল।'

এঘাৰ বছৰ বয়সত বীৰসা এদিন চালকাড়লৈ উভতি গ'ল। ছুগানাক ক'লে বীৰসাই, 'আবা, মুই চাইবাসা যাব। আৰো পঢ়্‌ব।'

'চাইবাসা—? চাইবাসা যাবি!'

কি কয় ই!

ছুগানাই তাৰ মৰমলগা শান্ত চকুযুৰি মেলি পুত্ৰৰ মুখলৈ চাইছিল। মিছনৰ ফাদাৰহঁতে খ্ৰিস্তান ল'ৰাহঁতক পঢ়াবলৈ কয়। পঢ়ি-লিখি কৰিলে, জয়পাল নাগৰ পাঠশালাতে হওক, বা বুৰ্জুৰ মিছনৰ পঢ়াশালিতে হওক, য'তেই নহওক—পঢ়িলেহে ধৰিব পাৰি, পিথিৱীখনক জানিব পাৰি।

জানিব পাৰি—এইখন পৃথিৱী কিমান যে ডাঙৰ! সেই পৃথিৱী দেখাত একদম অন্য ৰকমৰ।

ছুগানাৰ লগত যেতিয়া কৰ্মীৰ যোৰা পতা হৈছিল, তেতিয়া সেই বিভাত—সেই বিয়াৰ উছৱত ছুগানাৰ মাকে ৰং গুলি লৈ কত যে আলিপন আঁকিছিল।

ছুগানাহঁতৰ বিয়াত পৃথিৱীৰ ছবিখন আছিল তিনি চুকীয়া। কিন্তু—

এতিয়া, পুত্ৰৰ চকুৰ পিনে চাই ছুগানাই বুজি পালে যে আন একপ্ৰকাৰৰ পৃথিৱীও আছে, যি পৃথিৱীখনৰ সীমা নাই, আৰু সেইখন বিৰাট-বিশাল অশ্ৰুত-অজ্ঞাত পৃথিৱীৰ বিং তাৰ পুত্ৰই শুনিবলৈ পাইছে।

ডকুক হাঁহনে হাঁহিলে বীৰসাই। ডৰপুক্ দুগানাৰ পৃথিৱীখন এই চালকাড়ৰপৰা বাম্‌বা, বাম্‌বাৰপৰা কুকম্‌বদালৈকেহে। যতমানে কেঁচেৰা বণিয়া-বেহেৰুৱাহঁতৰ হাতত হাতালিৰ বস্তু হোৱা খুটকাট্টি গাঁৱৰপৰা খুটকাট্টি গাঁৱলৈ।

সিমানেই।

দুগানাৰ পৃথিৱীখন সীমাই সীমাই বন্ধা। একেবাৰে সীমাবদ্ধ। সেইখন পৃথিৱীত দুসাজ দুকাঁহী ঘাটো, বছৰি দুযোৰ হাতে-বোৱা কপাহী কাপোৰ, ঠৰঙা লগা জাৰত তুঁহৰ বস্তাৰ উম, মহাজনৰ কম্বলৰপৰা বেহাই, চাকি জ্বলাবৰ বাবে মহুৱাৰ তেল, ঘাটো খাবলৈ এডুখৰি ক'লা কৰ্‌কচ্, বনৰ কন্দ আৰু মউ, হৰিণা শহা কেটেলাৰ আৰু ডাউক তিতিৰি বালিমাহী ঘিলাহাঁহ মাছৰোকা কানকুৰিকা বগলী পাকৈটোঁৰা আদি চৰাই—এইবোৰ পোৱা হ'লেই ৰজা হ'ব পাৰি।

দুগানাই ক'লে, 'বহুত পঢ়িলি বাপ্ মোৰ। ইমান পঢ়ন চালকাড়ৰ কোনো লোৰাটা—কোনোটা ছৱালে পঢ়া নাই। এতিয়া ভৰিত ধৰিলে, অলপ কেও-মেও কৰিলে, মিশ্‌নৰ ছাহাবহঁতে তোক বাগানৰ কাম দিব। ছাহাবৰ মালী হ'লেও সুখ। দুবেলা-দুসাজ ভাত পাবি। আৰান্দিত—বিহাত্-পূজাত যেনে ভাত খাৱ, তেনে ভাত।'

'আবা, মই চাইবাসা যাম, পঢ়িম।'

'আৰ পঢ়িনো কি হ'ব বাপ্? আৰ পঢ়িলে এই সংসাৰত তোৰ মন নবহা হ'ব। তেতিয়া তই মুণ্ডা ল'ৰাহঁতক ভাবিবি নঙঠাটা, অসভ্যটা। যত পঢ়িবি বাপ্, তত দুঃখ। মোৰ দুঃখ নাই, লঘ্‌নে লঘ্‌নে ভিখ্‌মাঙাটা হ'লোঁ, তো ভি দুঃখ নাই। তই শুদাই শুদাই দুঃখ পাবি আনেক আনেক পঢ়ি-লিখি কৰ্‌লেভি তোক কোনেও বাবু না বুলবে, কোনো গাঁৱত মান্‌কি—চৰ্দাৰ নাই কৰি দিবে। শেষত খেতনৰ ছৱালবিলাকৰ দৰে কয়লাখানত কুলী হ'বি, আৰকাটীয়াৰ পিছে পিছে এদিন চাহ বাগিচালৈ গুচি যাবিগৈ। তই ঘৰ্‌তে থাক্। এইবাৰ ধাৰ-কৰ্জা কৰি আৰ একটা গাই কিনিম, চৰাবি।'

বীৰসাই তাৰ শান্ত-কোমল দৃষ্টিৰে দেউতাকলৈ চালে, 'আবা! পঢ়া-লিখা কৰিলে মই ছাহেবহঁতৰ সমান হ'ম, ছাহেব বলাছে।'

ছুগানাই হুমুনিয়াহ কাঢ়িলে। ক'লে, 'তবে—হাটৰপৰা চুজি-মাটি আনোগৈ। কাপোৰ-চোলা চাফা কৰি ল'। খেতনৰ ঘৰৰপৰা বেজি খুজি আন্‌গৈ, মঁা ছিঙা-ফটা চিলাই দিব।'

'আন তিনিটা ল'বাও যাব। আমি একলগ হৈ থাই থাকিম লান্দিৰুলিৰ অভিৰাম, কুন্দাৰিৰ ইছাক আৰু বান্বা।'

দূৰত্ব হ'ল মনৰ কথা। মনৰ ওপৰত নিৰ্ভৰশীল। কেতিয়াবা কেতিয়াবা নিচেই কম দূৰত্বকো ভীষণ দূৰ বুলি বোধ হ'ব পাৰে। আকৌ কেতিয়াবা দীৰ্ঘ দূৰত্বকো নিকটৱৰ্তী বুলি বোধ হ'ব পাৰে।

চালকাড়পৰা চাইবাসা নিশ্চয় দূৰৰ বাট।

১৮৮৬ চনত চাৰিটি ল'ৰাক ছুগানা মুণ্ডাই লৈ গৈছিল চাইবাসালৈ। লান্দিকলিৰ যোহানাৰ পুতেক অভিৰাম, মাছিদাসৰ ল'ৰা বাম্বা, কুণ্ডাৰিৰ প্ৰচাৰক দায়ুদৰ ছৱাল ইশাক। ইহঁতকেইটাই দিনে-নিশাই বাট বুলি বুলিহে এই দূৰত্ব, দীৰ্ঘ দূৰত্ব পাৰ হৈছিল।

আৰু—বীৰসাই ক'ব নোৱৰাকৈ, খোজ লৈছিল এক জীৱনৰপৰা অন্য এক জীৱনলৈ···।

ছুগানাই বীৰসাৰ মুখলৈ আলেঙে আলেঙে চাই আছিল। নিজৰ পুত্ৰকে বৰ অচিনাকি যেন লাগি গৈছিল তাৰ। ছৱালে নিম্ন প্ৰাইমেৰি পাচ্‌ কৰিলে বুৰ্‌জু মিছনৰপৰা। আৰুনো কি লাগিছে? পঢ়া—ঢেৰ ঢেৰ হ'লেই দেখোন। আৰু কিনো পঢ়িব সি? কি জানিব? এই চিনাকি জগতখন এৰি বাহিৰ ওলাব খুজিছে—কিয়? কিয় নো?

মাটি-বাৰী, খেতি-বাতি, নিউজ-নিপুত্ৰী নহৈ নিজাপীকৈ নিগাজী হৈ থকা—ছুগানাক ইমানেই লাগে, ইমানখিনিহে বুজে। ছুগানাৰ ভায়েক পাশানা বাম্‌বাতে থাকি গ'ল। বীৰসা তেতিয়া নিচেই নাওমানটো। কমুটো তো ওপজাই নাছিল। পাশানাৰ ছৱালটিক হোঁকোৰাই নিলে। বীৰসা তেতিয়া সৰুটো। নিচেই সৰু, একদম খুদমান।

এতিয়া এনেহে লাগে, যেনিবা বীৰসা কোনোকালে সৰুটো হৈ নাছিলেই। চিৰটি দিনেই আছিল এই এতিয়াৰ দৰেই জনাটো বুজাটো, আৰু পুৰাণকসকলৰ দৰে পুৰণিটো।

কোম্‌তা—সি ছুগানাৰ দৰে ঘৰ-সংসাৰৰ আও-ভাও ছল-ছন্দ বুদ্ধি-সন্ধি বুজি পোৱা হৱাল। বীৰসাই সংসাৰখনৰ কাম যিমান কৰিব পাৰে, কোম্‌তাই নোৱাৰে। কিন্তু বীৰসাৰ মাজত সংসাৰলৈ কোনো আসক্তি আকৰ্ষণ যেনিবা নায়েই।

ছুগানাৰ মনত ডাক্ দি উঠিল: অ' বীৰসা, আবা মোৰ! তই চাইবাসা যাইস্‌না বাপ্! ব'ল, ঘৰ্ যাওঁ, ঘৰলৈ ফিৰি যাওঁ ব'ল। এইবাৰৰ কৰম্ পৰৱত তোক নতুন চুৰিয়া দিম, কুসুমেৰে ৰঙা-ৰঙিয়াল কৰি দিম। তুমি তোমাৰ চুলিকোচাত গুঞ্জাফলৰ লাতুৰমণিৰ মালা পিন্ধি নাচ কৰিবা, আবা মোৰ! ফিৰা, চালকাড়লৈ ফিৰি যাওঁ ব'লা।

বীৰসাই কৈ উঠিল, 'সৌ, হু—ঈ যে—মিছ্‌নৰ ঘৰটো দেখা গৈছে।'

ছুগানাই লাহেকৈ ক'লে, 'দেখাছি, সোণাইটি।' ছুগানাৰ মাত অবোধ্য আবেগেৰে ৰুদ্ধ হৈ আহিব ধৰিছিল।

বীৰসাই ক'লে, 'কিম্‌মান যে ডাঙৰ ঘৰটো! বাবা ৰে! কত ইটা পুৰাল ক' দেখি? তবে না অমন গাঁথন তুল্‌ল!'

ছুগানাই ক'লে, 'ব—হোত্ ইটা!'

'এই এহিমানে পাঢ়িম, এহি ঘৰটাতে।'

'হঁা, সোণাইটি!'

'দাদাটা—!'

'কি বলিস্?'

'চিৰটা কাল সংসাৰ লয়া থাক্‌ল। দাদাটা না শিখ্‌ল পাঢ়া-লিখা, না জান্‌ল কিচ্ছু।'

'সক্‌লেৰ কি চব হয় ৰে?'

'দাদাটা—!'

'হঁা! বীৰসা, আহি পাওঁহিয়েই।'

## ছয়

খোজ কাঢ়ি কাঢ়ি ভাগৰি-জুগৰি সিহঁত যেতিয়া চালকাণ্ডৰপৰা চাইবাসা পালেগৈ, তেতিয়া সাঁজ লাগিছেহে মাথোন। বীৰসা মজিয়াতে ধুপুচকৈ বহি পৰিল। তাৰ ভৰি বিষাইছে।

ৰেভাৰেণ্ড ছাহাবে ক'লে, 'ভৰ্তি লোৱাৰ টাইম আৰু নাই। তোমালোক উভতি যোৱাগৈ।'

'দক্ষিণ তামাৰ, বা আন চব ঠাইৰপৰাই তো ইয়াতে ল'ৰাহঁত আছে, আমিও আহিছোঁ।'

'ঠাই নাই।'

'ঠাই নাই!' অভিৰাম, ইশাক, বীৰসাৰ দেউতাকে পৰস্পৰৰ মুখলৈ চালে। ঠাই নাই—মানে! ইমান ডাঙৰ পকী ঘৰ, ইম্‌মানবোৰ কোঠা, —ঠাই নাই?

বীৰসাই ৰেভাৰেণ্ড ছাহাবক ক'লে, 'মই ফিৰি নাযাওঁ। মোৰ ভৰিত শিলৰ খুন্দা লাগি ঘা হ'ল! মই খোজ দিব নোৱাৰিম।'

'ঘা ভাল হৈ যাব, দৰব দিছোঁ।'

'না! মোক বুৰজুৰপৰা ছাহাবে চিঠি লিখা কৰি দিছে।'

'তাত পঢ়াগৈ যোৱা।'

'তাৰ পঢ়া মই শেষ কৰিলোঁ। পাশ্ কৰাছি।'

'অ'—।' ছাহাবে খন্তেকমান ভাবি লৈ ক'লে, 'কালিলৈ আহিবা, তোমাক ভৰ্তি কৰি ল'ম।'

ৰাতি, সিহঁতে মিশ্যনৰ দুৱাৰমুখতে থকা এজোপা বন-কেঁচেক গছৰ তলত শুই থাকিল। ৰাতিপুৱা মিশ্যনৰ মহামান্য ৰেভাৰেণ্ড ছাহাবে বীৰসাক ভৰ্তি কৰি ল'লে। বাপা, অভিৰাম, আৰু ইশাকক নল'লে।

মিশ্যনত বীৰসাক দুখন চাবোন, দুটা চোলা, পটলুন দুটা আৰু এখন গামোচা দিয়া হ'ল। ছাহাবে এজন ল'ৰাক ক'লে, 'কেনেকৈ গাত চাবোন লগাই গা ধুব লাগে, তাক দেখুৱাই বুজাই দিয়া।'

এই ল'ৰাজনৰ নাম অমূল্য। ওখ-পাখ কিন্তু কাঁইঠীয়া আৰু শান্ত-শিষ্ট ল'ৰা। বয়সত বীৰসাতকৈ কিজানি ডাঙৰেই হ'ব অলপ।

কুঁৱাৰ পাৰত অমূল্যই বীৰসাক চাবোনেৰে গা ধুবলৈ শিকাই-বুজাই দিলে। এডাল বছী দি ক'লে, 'পটলুনত—কঁকালত মেৰিয়াই বান্ধি লোৱা। আৰু চোলাটো এনেকৈ পটলুনৰ ভিতৰত গুজি দিয়া।'

'তোৰ নাম কি?'

'অমূল্য।'

'তই—বাবু?'

'হঁা। মই বাঙালী।'

'তবে যে মুণ্ডাৰীত মাত-বোল কৰিছ?'

'মই অৰ্‌ফানিজৰ—অনাথ আশ্ৰমৰ ল'ৰা। মুণ্ডাৰী ক'ব পাৰোঁ।'

'তই মোৰ ছাথ্‌ থকা কৰিবি?'

'থাকিম।—শুনা, কাকো 'তই' বুলি নক'বা। তঁয়া-তোকাকৈ মাতিব-বুলিব নাপায়, মাতিলে তঁয়াতোকা লাগিব পাৰে। সকলোকে 'তুমি' বুলি ক'বা। তেতিয়া দেখিবা ছাহাবসকলো আচৰিত হ'ব। তেওঁলোকে মুণ্ডা ল'ৰাহঁতক দিয়া প্ৰথম পাঠেই হ'ল—'তই বুলি নক'বা'।'

বীৰসাই খন্তেকমান ভাবি লৈ ক'লে, 'তুমি ডাঙৰ হ'লে কি দিকু হ'বি? বাবুবিলাক তো দিকু হৈ যায়।'

'আন বাবুবিলাকে দিকু হ'লেও—মই নহওঁ।'

'কি হ'বি—হ'বা?'

'ডাক্তৰ হ'ম। চাকৰি কৰিম।'

'হোঃ!'

'কি হ'ল?'

'চাকৰি কৰিলে দিকু হয়।'

'তুমি কি হ'বা ?'

'পঢ়া-লিখা শিকিম। আ—নেক পঢ়া-লিখা। তা বাদে কাছাৰি কৰি আমাৰ খুটকাট্টি গাঁৱৰ মাটি ঘিৰাই আনিম।'

'তাৰ পাছত ?'

পৰ্চাৰক্ হ'ম। চন্নকে যিচুৰ কথা ক'ম।'

'তাৰ পাছত ?'

'তেখনে দেখা যাব।'

অতি ভাল ল'ৰাটি হৈ বীৰসা মিশ্যন স্কুলত থাকিল।

সি মিশ্যনত যিমান গান শিকিলে, আটাইবোৰ গানৰ সুৰ বাঁহীৰে বজাব পৰা হ'ল। অমূল্যই তাক মেপ—মানচিত্ৰ আঁকিবলৈ শিকায়। অংক শিকায়, কিতাপ পঢ়িবলৈ শিকায়। এইবোৰ শিকায় অমূল্যই ইস্কুলৰ পাঠ হৈ যোৱাৰ পাছত, আজৰি সময়ত।

বীৰসাই অমূল্যক কয় তাৰ 'দেশ'ৰ, গাঁৱৰ, অৰণ্যৰ কত কত যে জান-অজান নানান গল্প।

এদিন সিহঁত দুয়ো ছাহাবক কৈ-মেলি সম্মতি আদায় কৰি চহৰলৈ গ'ল ফুৰিবলৈ। অমূল্য জলপানি পোৱা ছাত্ৰ, চাৰি অনা পইচা আছিল তাৰ ওচৰত। সিহঁতে কুঁহিয়াৰ কিনিলে, চেনিৰে পগোৱা তপতে-তপত 'তিলুৱা' নামৰ মিঠাই কিনিলে।

বীৰসাই অমূল্যক ক'লে, 'দোকানত কিমান নিমখ—দেখিছানে !'

'নিমখ তো দোকানতে থাকে।'

'মাটিতেলো কিমান চাবা !'

'দোকানত তেল নাথাকিব ?'

'ডাঙৰ হ'লে মই মোৰ মাক বস্তা বস্তা নিমখ কিনি দিম। এই তেল গাঁৱলৈ লৈ যাম। মাই চাকি জ্বলাব।'

'বস্তা বস্তা নিমখ ?'—অমূল্যই অবাক মানি সুধিলে।

'ওঁ তো, নিমখ মিহলাই ল'লে ঘাটোৰ সোৱাদ হয় কত। মাই আমাক আটাইখিনি নিমখ দিয়ে, আৰু নিজে নিমখ নোহোৱাকৈ খায়। সদায় সদায় নিমখ নোহোৱা ঘাটো খাই খাই মঁা শুকাই-খীণাই গৈছে।'

'বীৰসা, সৌ বুঢ়া মানুহজনে তোমাক মাতিছে।'

পিছ ফাললৈ ঘূৰি চায়েই বীৰসাই থমক খাই ৰৈ দিলে।

ধানী মুণ্ডাটো! লগত এজনী বুঢ়ী।

'তই—ইয়ালৈকো আহিলিয়েইনে?'

'নাহিম কিয়? চাইবাসা কি তোৰ কিনা?'

আগৰ কথা মনত পৰাত বীৰসাই হাঁহিলে। হাঁহি হাঁহিয়েই ক'লে, 'হাঁ তো, মোৰ কিনাই তো।'

'দেখা যাব।'

'কি দেখ্‌বি?'

'তোক দেখ্‌ব বে!' ধানীৰ লগত অহা বুঢ়ী মানুহজনী আগুৱাই আহিছিল। কৈছিল, 'তোৰ কপালটা যেন্ কেমন, হাত-ভৰি কেমন, তুই কে বে?'

'মুই বীৰসা।'

'তবে যা না, চলি যা।'

'কথি?'

'তোক বিচাৰি আছে যে—।'

'কোনে?'

'মোৰ ভাই এই ধানীটা, মান্‌কিইঁতে—চৰ্দাৰইঁতে।'

'চৰ্দাৰইঁতে!'

'মুলুকই লাঢ়াই জান নাই? চৰ্দাৰইঁতৰ কথা—নাই জানিস্ তু? তুই কেনে মুণ্ডা বে!'

বীৰসা অবাক শুনি। তৎক্ষণাৎ মানিলে সি। তাক, ছুগানা মুণ্ডাৰ যোল বছৰীয়া ল'ৰাটোক বিচাৰি আছে? চৰ্দাৰসৱে?

কিয়? কিয়?

কথা আচৰিত হ'লেও সঁচা। পাছত মিশ্যনতে সকলো কথা ক্ৰমাত আৰ-তাৰ মুখে শুনা গ'ল।

মিশ্যনত এগৰাকী ডাক্তৰ আছে, এ. নট্ৰট। এদিন জাৰ্মান লুথেৰান চাৰ্চত খ্ৰিষ্টান হোৱা মুণ্ডাহঁতে পোনে পোনেই তেওঁক লগ কৰিলেহি।

কথা কি—?

'আৰ্জী আছে।'

'কি আৰ্জী?'

'ছোটনাগপুৰত টেনিয়াৰ আইনত—পট্টা আইনত—কোৱা হৈছে যে—যাৰ মাটি সিয়েইহে ৰাখিব পাৰিব। তুমি ছাহাব। আমাৰ খুটকাট্টি গাঁওবিলাক আমাক ফিৰাই দিয়াৰ বন্দবস্ত কৰা।'

'খুটকাট্টি গাঁও বোলা আক কিবা আছে নে কি?'

'নাই।'

'তেনেহ'লে? যি নাই, তাক ফিৰাই দিয়া যাব কেনেকৈ?'

'নাই—কিয় নাই? দিকুবিলাকে লৈ গ'ল বুলিহে নাই।'

'মই কি কৰিম?'

'তুমি ছাহাব, দেশৰ চৰকাৰো ছাহাব। ছাহাব-চৰকাৰক কৈ দিয়া। ব্যৱস্থা কৰা।'

'মই মিশ্যনৰ ছাহাবহে, চৰকাৰে মোৰ কথালৈ কাণ নিদিয়ে।'

'তবে মৰ। তোমাৰ মিছ্‌নত নাথাকিমহে আমি। যাম তোৰ্‌পা মিছ্‌নলৈ। কেথলিক মিছন তোমোৰাৰ এই তলা-উদী মিছ্‌নতকৈ ঢেৰ ভাল। তোৰ্‌পা মিছ্‌নৰ লিয়েভেন্‌ছ্‌ ছাহাবে মুণ্ডাৰ দুখ বুজে।'

মাউথে উটিলে গুড়ি পকৱাবো মৰণ নাই। সিহঁতেও মাউথে উটিলে। দলে-বলে পালেগৈ তোৰ্‌পা। জাৰ্মান লুথেৰান মিশ্যন এৰি গ'ল কেথলিক মিশ্যনলৈ। গৈ লিয়েভেন্‌ছ্‌ ছাহাবৰ ওচৰত কেথলিক খ্ৰিষ্টান হিচাপে দীক্ষা ল'লে। বীৰসাই শুনিলে, লিয়েভেন্‌ছে হেনো মুণ্ডাহঁতক কৈছে: যিহঁত অত্যাচাৰী, সিহঁতৰ বিৰুদ্ধে যুঁজ দিয়াগৈ। সিহঁতে একমাত্ৰ—যুঁজিলেহে বুজিব।'

শুনিলে বীৰসাই, চৰকাৰে সৈন্য পঠিয়াই চৰ্দাৰহঁতক ধৰি নিছে। আৰু লিয়েভেন্‌ছক চাৰ্চ-কৰ্তৃপক্ষই তাৰপৰা বদলি কৰিছে। চৰ্দাৰহঁতৰ মাজত ভালেমানকে ধৰা হ'ল। চল্লিছজন চৰ্দাৰৰ নামত কেছ ৰুজু কৰা হ'ল। কিন্তু আদালতৰ কাঠ-গৰা গৈ পোৱাৰ আগতেই, ৰাঁচীৰ জেলখানাতে আঠগৰাকী চৰ্দাৰৰ মৃত্যু হ'ল।

শুনিলে, চৰ্দাৰহঁতে যিবিলাক উকীল লৈছিল, সেইবিলাকে একোৱেই নকৰা হ'ল। মুণ্ডাহঁতৰ হকে যুঁজিছে কেৱল বাৰিস্টাৰ জেকবে। তেওঁ কলিকতাৰপৰা ৰাঁচীলৈ গৈ মকৰ্দমা চলাইছে।

বৰদিনৰ বন্ধত বীৰসা ঘৰলৈ গ'ল। বোকোম্‌বাৰপৰা ধানী মুণ্ডায়ো তাৰ লগ ল'লে। ধানীৰ বয়স এতিয়া বহুত। তিনিকাল গৈ একাল। হয়, তেনেকুৱাই।

ধানীয়ে ক্ষুভিতভাৱে ক'লে, 'নশ যাঠিটা চান্দ পাৰ কৰিলোঁ, এটা ভগৱান নাহিল ৰে!'

'ভগৱান দেখোন এক্‌টাই। ছাহাবহঁতে কয়।'

'সিহঁতৰ কথা বাদ দে।'

'তেন্তে—কোন্‌টা ভগৱানৰ কথা কৈছ তই?'

'যি ভগৱানটা মুণ্ডা হৈ আহিব, মুলুকই লড়াইত ধিমা ধিমা—উমি উমি জুই জ্বলাই দিব।'

'তাৰ বাদে?'

'ছাহাব-দিকু চব্‌কে খেদিব। খুটকাট্টি গাঁও-কে-গাঁও বসত কৰাই দিব মুণ্ডাহঁতক।'

'মোক কইস্ কেলে'?'

বীৰসাই অবাক হৈ সুধিলে।

'তই পাৰিলি হয় বীৰসা, তয়েই পাৰিবি। ছোটনাগপুৰ তোৰ আদিপুৰুষে গঢ়িছিল। তই ভগৱান হ'ব পাৰিলি হয়।'

'ঘৰ্ যা ধানী।'

'কেলে' ?'

'না হ'লে বনলৈ যা, তামাৰলৈ যাগৈ। শুনি আছিলোঁ, ঘোঁৰাত উঠি পুলিছ ওলাব তহঁতক বিচাৰি। এইবোৰত।'

'হয়নে কি ?'

'হয়। আন্ধাৰে-মুন্ধাৰে আহি ওলাবহি।'

'এতিয়াৰপৰা চৰ্দাৰহঁতে ছাহাবৰ বিৰুদ্ধে যুঁজ দিব, জমিদাৰ-মহাজনৰ বিৰুদ্ধেও যুঁজিব।'

'ধিমা ধিমা ?—ধিপ-ধিপাই যুঁজিব ?'

'চাবি তেতিয়া। আগৰ—পুৰণি চৰ্দাৰবিলাকেৰে কাম নহ'ব।'

'তবে—?'

'মাইষ্—মাইষ্—মান্‌চেৰ মতন মানুচ লাগিব।'

ধানীৰ কথাৰ খেও বীৰসাই বুজি নাপালে।

বীৰসাই ধীৰভাৱে শান্ত কণ্ঠেৰে ক'লে, 'বনলৈ যাগৈ যা। তহঁতক ধৰা কৰালে এতিয়া পান্ পান্ টাকা বচ্‌কিছ—পাঁচ টকাকৈ বখছিছ।'

'ঐ মিছন এৰি গুচি আহ তই। ছাহাবে কয় কি—মুণ্ডাহঁত জংলী, লেংটা থাকে। সকলো মুণ্ডা চোৰ আৰু ডাকু। তই ঐ মিছন এৰি গুচি আহ।'

'তই যাগৈ, ধানী!'

বন্ধৰ অন্তত বীৰসা পুনৰ মিছনলৈ উভতি গ'ল।

এতিয়া তাৰ মন বৰ উগুল-থুগুল, বৰ অস্থিৰ। মুণ্ডাহঁতৰ মাজত যিহঁতে খ্ৰিষ্টান হৈছিল, সেই জাৰ্মন লুথেৰান চাৰ্চৰ খ্ৰিষ্টানহঁত, ৰোমান কেথলিক চাৰ্চৰ খ্ৰিষ্টানহঁত পুনৰ চৰ্দাৰহঁতৰ মুলকই লড়াইত চামিল হৈছেহি। বীৰসাই এই কথা শুনি আহিছে, সিহঁত এই কথা কোৱা শুনিছে: 'মিছনৰ ছাহাব আৰু চৰকাৰৰ ছাহাব আচলতে একেই ছাহাব। সাপৰনো সৰু-বৰ কি? ছাহাবৰপৰা মুণ্ডাৰ মঙ্গল-কুশল কোনো কালে নহ'ব।' এই কথাবোৰ এতিয়া মুণ্ডাহঁতৰ মুখে মুখে।

মিশ্যনৰ আন মুণ্ডা ল'ৰাহঁতে উদগ্ৰীৱ আগ্ৰহৰে বাট চাই আছিল বীৰসাৰ। এলিয়াজেৰ, গিডিয়ুন, য়োহানা, মাইকা, টেংগা, ভুট্‌কা আদিয়ে আগুৰি ধৰিলেহি তাক।

'বোল্ বীৰসা, কি শুনি আহিলি বোল্।'

'চৰ্দাৰসবৰ লড়াই আৰম্ভ হ'ল।'

'আমি কি কৰিম?'

'ছাহাবে কি বোলে? ফাদাৰ নট্ৰট্?'

'ফাদাৰে কয়—তোমালোকৰ লগত কথা নাই। বীৰস আহক, তাৰ লগত কথা হ'ম।'

'ঠিক আছে, হওক।'

'তোৰ আবাই কি ক'লে?'

'আবাৰ—তুই নাৱত তুই ভৰি, তুই বাৱ-বতাহত হিলে-দুলে। এবাৰ কয়—চৰ্দাৰহঁতে যি কয় তাকে শুন্, মিছন এৰি গুচি আহ। আকৌ একোবাৰ বোলে—অমুন কাম কেতিও না কৰা বাপ্ মোৰ। মিছ্‌নত ধৰি থাক্।'

'ফাদাৰে তোক কি কয় শুন্‌গৈ যা।'

এটা ল'ৰাই ক'লে।

'তই যি ক'বি, আমি তাকে মানি ল'ম।'

আন এটাই ক'লে ঃ

'তই আমাৰ পহান্—গাওঁবুঢ়াটো।'

বীৰসাই কৈ উঠিল, 'চুপ্ চুপ্, পহান্-তহান্ নক'বি। সেইবোৰ কথা মিছনত ক'ব নাপায়। কাণত পৰিলে কাণত ধৰি খেদিব।'

মুণ্ডাল'ৰাহঁতে ক'লে, 'ঐ অমূল্যটোৰ লগত মিলা-মিচা কৰ কেলে' তই? সি বাবু, সি দিকু হ'ব, উ টা মুণ্ডাৰ দুছমন।'

'কোনে বলাছে?'

'এয়া আমাৰ কথা। কোনো বাবু ল'ৰা কোনো দিনে মুণ্ডা ল'ৰাৰ বন্ধু হয় নাই, নাই হ'ব, হ'ব নোৱাৰে। ই আসন্তৰৰ কথা।'

বীৰসাৰ চকু ৰঙা হৈ উঠিল। সি ক'লে, হেঁঃ—'পঢ়া শিখ, লিখা শিখ, মুণ্ডা মুণ্ডায়েই থাকি যায়। অমূল্য মোৰ বন্ধু। মই তাক নেৰোঁ। তাৰ কাৰণে তহঁতে মোকে এৰ যদি এৰিবি।'

মুণ্ডা ল'ৰা কেইটোই ইটোৱে সিটোৰ মুখলৈ চালে। তাৰ পাছত টেংগাই ক'লে, 'খালী খালী চকু লাল কৰ কিয়? তই আমাৰ চলাওঁতা, তোক যদি লাগেই, অমূল্য কিয় যাক লাগে তাক বন্ধু কৰিবি।'

মুণ্ডাৰী ল'ৰাহঁতৰ গা-মন যে চেংচেঙীয়া হৈ উঠিছে, বাহিৰৰ বা' যে লাগিছে সিহঁতৰ গাত, ফাদাৰ নট্ৰটে বুজাকৈ নাছিল কথাটো। তেওঁ বীৰসাক মতাই অনালে।

ফাদাৰ নট্ৰটে বীৰসাক ক'লে, 'তুমি আমাৰ বিশ্বাসী ল'ৰা। বিশ্বাস কৰা মোৰ কথা, চৰ্দাৰহঁতৰ কথাত কাণ দিলে মুণ্ডা ল'ৰাহঁতৰ মুঠেই ভাল নহ'ব। মিছন এৰি গুচি গ'লে কিবা লাভ হ'ব জানো?'

'না জানো। বুঝি না।'

'চোৱা, মিছনত থাকিলে সকলো ফালৰেপৰাই ভাল হ'ব। মোৰ কথা মানি চলা যদি—চৰকাৰেও তোমালোকক ভাল ল'ৰা বুলি ভাল পাব। তোমালোকৰ ভাল হ'ব খুব।'

'মাটি-বাৰী ঘূৰাই পাম?'

'নিশ্চয়।'

'সকলো মুণ্ডাই মাটি পাব?'

'মিছনৰ মুণ্ডাহঁতে পাব।'

'ল'ৰাহঁতক এই কথা ক'লে ভাল।'

'চোৱা, চৰ্দাৰহঁতে কেছ কৰিবলৈ আদালতলৈ গ'ল। কেছ কজু কৰি কিবা হ'লনে? আইনৰ আগত সিহঁত তিষ্ঠিব পাৰিলেনে?'

বীৰসা মনে মনে থাকিল।

ছাহাবক সকলো কথা কোৱা নাযায়, ক'ব নাপায়। ছাহাবে চিৰ-দুখী মুণ্ডাহঁতৰ মন-প্ৰাণৰ সকলো কথা, বা কোনো কথায়েই কিজানি নুবুজে।

অমূল্যই বুজে।

অমূল্যই ক'লে, 'এয়া একেবাৰে দিনৰ পোহৰৰ দৰে অনা কথা, বীৰসা। মুণ্ডা মানুহে উকীল খাৰা কৰে, উকীলে মুণ্ডাৰ টকা ঠিকেই খায়, কিন্তু টকা খায়ো একো নকৰে। হাকিমক উলট-পুলট বুজাই দিয়ে।'

'মুণ্ডাক দেখা পোৱামাত্ৰেই সকলো দিকু হয়।'

'ঠিকেই।'

'সেইদেখি বিশ্বাস কৰা টান হৈ পৰে। বুজিছা নহয়?'

'বুজোঁ, বীৰসা।'

'তুমি আজি ভাল হৈ আছা। যেতিয়া মিছনৰপৰা যাবাগৈ? যেতিয়া ডাক্তৰ হ'বা? তেতিয়া? তেতিয়া আৰু ভালটো হৈ থাকিবানে? তেতিয়া মোৰ লগত মাত-বোল কৰিবলৈকো লাজ লাগিব তোমাৰ—।'

বীৰসাই অমূল্যৰ পিনে নোচোৱাকৈ ক'লে।

'কেতিয়াও নহয়!'

অমূল্য যেনিবা গুজৰি উঠিল।

'কেতিয়াও নহয়?'

'নহয়।'

'দেখা যাব।'

'দেখি থাকিবা।'

অমূল্যৰ মুখত এইবাৰ হাঁহিয়ে জিলমিলাই উঠিল।

'বাৰু।'

বীৰসাৰ চকুযুৰিয়েও হাঁহিলে।

'কাদাৰে কিবা ক'লেনে?'

'ক'লে বহুত কথা।'

'কথাৰ পৰা কাম হ'বনে কিবা?'

বীৰসাই এই কথাৰ উত্তৰ দিব নোৱাৰিলে।

অমূল্যই নাজানিছিল, বীৰসায়ো সম্পূর্ণকৈ নাজানিছিল, বহুতো কাম বহু বহু কথা চোবোৱাই পাহুতো কম্মিনকালেও হ'বলগীয়া নহয়।

১৮৭৮ চনত, মুণ্ডাইঁতে চৰকাৰলৈ আবজী পেশ্ কৰি লিখিতভাৱে জনাইছিল যে—ছোটনাগপুৰ হ'ল সিহঁতৰ পুৰুষ-পৰম্পৰাৰ 'দেশ'। সেই 'দেশ'ত সিহঁতৰ অধিকাৰ স্বীকৃত হওক।

মুণ্ডাসৱে একোৱে মনিব পৰা নাছিল। সকলো কথা-কাণ্ড ধূলিয়ৰি যেন হৈ পৰিছে, সকলো বিষয়-ব্যৱস্থায়েই যেনিবা কুঁৱলীয়ে নেদেখা কৰি পেলাইছে।

সিহঁত আছে, ছোটনাগপুৰৰ মাটিত, সিহঁতৰ 'দেশ'ৰ মাটিতে আছে; কিন্তু নায়ো, ছোটনাগপুৰত নাই, কিয়নো—সেই মাটিত সিহঁতৰ অধিকাৰ নাই। সিহঁতৰ সৈতে সিহঁতৰ মাতৃভূমিৰ যোগাযোগ প্ৰায় নায়েই। সিহঁত আৰু সিহঁতৰ মাতৃভূমিৰ মাজত কিমান যে বাধাৰ প্ৰাচীৰ। মিশ্যন আৰু মিশ্যনৰ ছাহাবহঁত এটা প্ৰাচীৰ। মস্ত ওখ প্ৰাচীৰ। সিহঁত—সেই ছাহাবহঁত থকা হেতুকেহে সিংবোঙাৰ সৰ্বশক্তিমানতাৰ ওচৰত আত্মসমৰ্পণ কৰিব নোৱাৰি। আৰু সেই দেখিছে, সিংবোঙায়ো মুণ্ডাহঁতক তেনেকৈ বিপদ-বিঘিনিৰপৰা ৰক্ষা নকৰা হ'ল। সেই প্ৰাচীন দিনবোৰেই আছিল কিজানি ভাল। মুণ্ডাহঁতে সিংবোঙা বিনে একোকে নাজানিছিল। সেয়ে, হেংগেলদা-ই যেতিয়া অগ্নিবৃষ্টি কৰিছিল, সিংবোঙাই মুণ্ডাসকলৰ আদি পিতৃ-মাতৃক কোঁকোৰাৰ গাঁতত লুকুৱাই থৈ ৰক্ষা কৰিছিল।

সিংবোঙা আছিল মুণ্ডাসৱৰ বুকুৰ আপোন। মুণ্ডাসৱো আছিল সিংবোঙাৰ!

অভিন্ন।

অচ্ছেদ্য।

১৮৭৮ চনত আৰ্জীৰে একো সুফল হোৱা নাছিল।

১৮৮১ চনত কিছুমান চৰ্দাৰ মুণ্ডাই মিছন এৰি ওলাই আহিছিল। কৈছিল: 'আমি মেয়েলৰ চিলড্ৰেন্ হয়। আমাৰ নেতা হ'ল এক মুণ্ডা, জন দা বেপ্‌টিস্ট। আমি আমাৰ ছোটনাগপুৰীয়া ৰজাসকলৰ সেই আদ্য ঠাই দোৱেছালৈ গৈ পুনৰ ৰজা পাতিম।'

কিন্তু মুণ্ডাহঁতৰ এই আস্ফোট-আস্ফালন নিটিকিল। সিহঁতক ধৰি ধৰি কাটেকত ভৰাই থোৱা হ'ল। সিহঁতে পুনৰ ফাদাৰ নট্রটক বজ্রলেপ ধৰাদি ধৰিছিলহি। কৈছিল: ছোটনাগপুৰৰ ভূমিস্বত্ব আইন অনুসাৰে সকলো মাটি সিহঁতক ঘূৰাই দিব লাগে। তাৰ পাছত, ফাদাৰে যেতিয়া ফুহৰি তৰণ্ডাই সিহঁতক নিৰাশ কৰিলে, সিহঁত দলে-বলে লুথেৰান খ্রিষ্টৰ ওঠালবতিহাল কালি কেথলিক খ্রিষ্টৰ ওদাইদাৰ ফাদাৰ লিয়েভেন্‌ছক লগ ধৰিছিলগৈ।

এইবোৰ ঘটনা ঘটিছিল, ঘটি আছিল। মিশ্যনৰ প্রতি মুণ্ডাহঁতৰ বিশ্বাস ক্রমাত শিথিল হৈ পাৰিব ধৰিছিল। চৰ্দাৰহঁতৰ আন্দোলনৰ জোৱাৰে তেতিয়া সকলো মুণ্ডাকে আঁজুৰিছে, আন্দোলনত সক-ডাঙৰ সকলো মুণ্ডায়েই জঁপিয়াই পৰিছে। মুণ্ডাসকলৰ মিশ্যনলৈ আকৰ্ষণ আৰু নোহোৱা হৈছে।

ফাদাৰহঁতে প্রমাদ গণিছে, ফাদাৰবো ফাদাৰ আছে, আৰু সেই ফাদাৰসকল ওচৰত এই ফাদাৰসকলে কৈফিয়তো দিব লাগে। কি কৈফিয়ৎ দিয়ে? কিমতে কি বেঙেটি চোবায়?

মুণ্ডাসৰে মিশ্যন এৰিছে দলে দলে, প্রবীণ চৰ্দাৰহঁতে কৈছে: সিংবোঙা কিনো বেয়া আছিল? সিংবোঙাৰ দিনত কমেও মুণ্ডাৰ জীৱনত বন্তি জ্বলিছিল। দিকুও আছিল, বন্তিও স্নমাল। দিকুহঁত অহাৰ দিনৰেপৰাই মুণ্ডাৰ জীৱনত এন্ধাৰৰ ৰাজত্ব। আৰু মিছনত নাম লগায়েইবা মুণ্ডাৰ কিটো লাভ হ'ল? মুণ্ডাৰ জীৱনত নিমজ অন্ধকাৰ আৰু বিয়পি পৰিলহে মাথোন।

মুণ্ডাসৰৰ মুদথোৱা চকু লাহে লাহে মেল খাবলৈ ধৰিলে। সহস্র দুখতো নেমেলা মুখ ক্রমাত মুখৰ হৈ উঠিল।

চৰ্দাৰহঁতৰ সহস্র অগ্নিগৰ্ভা কথাৰ তৌ তৌৱা শিখাই চাইবাসা মিশ্যনৰ সুথিৰ সুন্দৰ পৰিবেশতো উত্তাপ সৃষ্টি নকৰাকৈ নাছিল। লিয়েভেনছৰ গুচৰালৈ যোৱাইঁতৰ মাজত প্রায় চল্লিছজন ধৰা পৰিছিল। আৰু বিচাৰাধীন অৱস্থাতে আঠ-নজনৰ মৃত্যু হৈছিল।

মুণ্ডাসকলে এতিয়া আৰু মিছনক সিহঁতৰ ত্ৰাণকৰ্তা বুলি নভবা হ'ল। মিছনে কেতিয়া মোৰ বুলিব—তাঁলৈ চাই থাকিলে বৈ থাকিলে নহৈছে আৰু। মৌ দেখিলে মাখি পৰে, মুণ্ডাক দেখিলে মিছনাৰি; কিন্তু বিপদকালত মিছনেও দেখোন ঔহে পাবে! গতিকে—

ভাৰসা নাই।

মুণ্ডাৰ এতিয়া প্ৰকৃত ভাৰসাৰ থলী জেকব। বাৰিস্টাৰ জেকব। কলিকতীয়া বাৰিস্টাৰ জেকবৰ ওপৰতহে সিহঁতৰ নিৰ্ভৰতা।

জেকব হেনো ইংৰাজকুলৰ কলংক। চৰকাৰ আৰু মিছনাৰিয়ে মুণ্ডাহঁতক নিতে নৱ পদ্ধতিৰে ততেৰে ৰাখিব খোজে, প্ৰমত্তাক প্ৰলাপৰ প্ৰলেপ লগাই হিমচেঁচা কৰি পেলাব খোজে, সক্ষোভ বিক্ষোভক পাৰ্য্যমানে কৌশল-কিটিপেৰে প্ৰশমিত কৰে।

আৰু এই কলিকতীয়া জেকবটোৱে মুণ্ডাহঁতক শিকায়, আইনৰ আশ্ৰয় লৈ নাই তই নাই মই কৰিবলৈ!

কথাতে বোলে—কলিকতীয়া ফাঁকি! কথাফাকি ঠিকেই।

ফাদাৰ নট্ৰটৰ কলিজা নকঁপাকৈ নাছিল।

তেওঁ সকলো মুণ্ডা ল'ৰাক মতাই অনাই ভাৰসা দিলে, 'লোৰাহঁত! ঠোমালোকে কিংডাম অব হেভ্‌নত বিশ্বাস নেহেৰুৱাবাঁ। মিছনৰ ওপৰত ভাৰসা ৰাখিবাঁ। ঠোমালোকে সকলো মাটি-বাৰী ঘূৰাই পাবাঁ।'

অমূল্যাই বীৰসাক ক'লে, 'ফাদাৰ নট্ৰট নিশ্চয় বেজাই দমি গ'ল। নহ'লে এইবোৰ কথা এনেয়ে কিয় ক'ব? নিশ্চয় কিবা ঘমঘণ্টীয়া কাৰণ থাকিব পায়।'

কিন্তু বীৰসাক অন্য এক জীৱনে বিঙিয়াইছিল।

১৮৮৭-৮৮ চনৰ ভিতৰত চৰ্দাৰহঁতৰ সৈতে মিছনৰ সম্পৰ্কচ্ছেদ হৈ গ'ল।

আৰু তাৰ পাছত এদিন সেই ফাদাৰ নট্ৰটে ক'লে: 'মুণ্ডা চৰ্দাৰহঁতৰ আটাইবিলাকেই হ'ল জুৱাচোৰ প্ৰবঞ্চক প্ৰতাৰক!'

এই কথাত বীৰসাই মনত প্ৰচণ্ড আঘাত পালে। সি তো কিংডাম্ অৱ হেভ্‌নত বিশ্বাস স্থাপন কৰিছিল। সি বিশ্বাস কৰিছিল—ফাদাৰ নট্ৰটৰ গাৰ কামিজটো যেনেকৈ ধকধকীয়া বগা, তেওঁৰ অন্তৰখনো তেনেকুৱাই শুভ্ৰ। সি দেখোন এই কথাত পৰিপূৰ্ণভাৱে বিশ্বাস কৰিছিল যে প্ৰকৃত খ্ৰিষ্টানে কাৰো মাজতে মন্দ নেদেখে। এই সুন্দৰ সুখিল পৰিবেশ, আটোমটোকাৰীকৈ সজোৱা প্ৰাৰ্থনাসভা, গিৰ্জাৰ গান—এই সকলোবোৰকে সি ভাল পাইছে দেখোন। সি ফাদাৰসকলৰ ওচৰত ধৰুৱা, কৃতজ্ঞও। তেওঁলোকেই তাক পঢ়িবলৈ শিকালে, অন্ধকাৰ পৃথিৱীৰ আলোকৰ জ্যোতিৰ্ময় দুৱাৰখন মেলি দিলে তাৰ ৰুদ্ধদৃষ্টিৰ সমুখত!

এই কথা ঠিক।

সহস্ৰবাৰ সহস্ৰমুখে ক'ব সি।

তেওঁলোকেই তাক আলোকৰ দুৱাৰখন অতি সামান্যকৈ হ'লেও মেলি দেখুৱাইছিল, তাৰ অন্ধ চকুৰ আগত বন্ধ দুৱাৰ খুলি দিছিল।

ঠিক কথা।

কিন্তু চৰ্দাৰহঁত মুণ্ডামানুহ। মুণ্ডা মানুহ হৈ মুণ্ডা চৰ্দাৰসকলে মুণ্ডাৰ মংগল কামনা কৰিছে। নহ'লে কোনোবাই এনেয়ে ফাটেক খাবলগীয়া হয়নে? ফাটেক খাই তেনেকৈ মৰেনে?

চৰ্দাৰহঁতক জুৱাচোৰ প্ৰতাৰক বঞ্চক বুলি অভিহিত কৰিলে বীৰসাৰ মুণ্ডা-তেজত দপ্‌কৰে জুই জ্বলে। মুণ্ডাৰ দেহৰ এক বিন্দু তেজৰ অৰ্থ হ'ল সমগ্ৰ কৃষ্ণভাৰতবৰ্ষ। সেই ভাৰতবৰ্ষখন ছেংগেল-দাৰ জুয়েৰে অতি সহজেই জ্বলি উঠিব পাৰে। অতি সহজ। কিয়নো, সেই ভাৰতৰ দাহ্যভূমি একেবাৰে শুষ্ক, কেৱল দাবাগ্নিহে লাগে। কিম্বা মাথোন এটি ফিৰিঙতি।

বীৰসাই মুণ্ডাল'ৰাহঁতক ক'লে:

'ফাদাৰহঁত বদমাছ!'

'আমাৰ চৰ্দাৰিচৱকে এতিয়া সিহঁতে বঞ্চক জুৱাচোৰ বুলি কয়। চৰ্দাৰিচৱে মিছন এৰি গুচি গ'ল বুলি ফাদাৰহঁত দমদমাই উঠিছে।'

ফাদাৰ নট্ৰটে বীৰসাক মতাই অনালে। ক'লে, 'বীৰসা দায়ুদ, তুমি মিছনৰ নামত নিন্দা ৰটিছা কিয় ?'

'আপোনালোকে আমাৰ চৰ্দাৰসকলক জুৱাচোৰ বুলি কৈছে কিয় ? কিয় চৰ্দাৰসকলক মিছাতে গালি পাৰিছে ?'

'সিহঁত জুৱাচোৰ।'

'নাই!'

বীৰসাৰ যেনিবা ব্ৰহ্মৰন্ধ্ৰ জ্বলি উঠিল।

নট্ৰট অবাক!

বীৰসাৰো যে ইমান জমদগ্নি খং আছে, তেওঁনো কেনেকৈ তাৰ ভেদ পাব ? তেওঁ বীৰসাৰ ইমান ক্ৰোধৰ কথা কল্পনাও কৰিব পৰা নাছিল।

'বীৰসা! তুমি মোৰ আগত থিয় হৈ মোৰে লগত কথা পাতি আছা। তলমুৰ হৈ তলমুৰীয়াকৈ কথা কোৱা।'

'নাই!'

বীৰসা দমদমাই উঠিল। ক'লে, 'চৰ্দাৰগুলাই কি জুৱাচুৰি কৰিব ? চৰ্দাৰগুলাই মুণ্ডাৰ হকে যুঁজাছে, ফাটেক খায়াছে, জান্ দিয়াছে। তেওঁলোক জুৱাচোৰ ? নাই—নাই—নহয়!'

ফাদাৰ নট্ৰটেও খঙতে একোনাই হৈ ক'লে, 'মুণ্ডা মুণ্ডা এক সমান। ভিকহুটো হৈ মিছনলৈ আহে, কিছুদিনৰ বাবে ভিজা মেকুৰীটি হৈ থাকি —তাৰ পাছত মিছনক ভাঁৱে। ভাও জোৰে—যেনিবা আমাক আৰু যিচুকহে কেৱল জানে, কিন্তু ভিতৰি ভিতৰি চৰ্দাৰহঁতৰ বচনহে মানে। মুণ্ডা—আটাইমখায়েই বে-ইমান্।'

'না!'

বীৰসাই তাৰ সমস্ত শক্তিৰে চিয়ঁৰি উঠিল, 'তোমাৰ কথা ফিৰাই লোৱা। বেইমানী কোনোকালে নাজানে হে মুণ্ডাই। যদি জানিলে হয়, মিছন-কে-মিছন উৰাই দিলে হয় মুণ্ডাই!'

'তুমি ওলাই যোৱা ইয়াৰপৰা। এই মিছনত তোমাৰো আৰু ঠাই নহ'ব।'

'যাম।'

বীৰসাৰ চকু পুৰিবলৈ ধৰিলে। খণ্ডত শিলহেন হৈ বীৰসাই ক'লে, 'ছাহেব ছাহেব এক টোপি, মুণ্ডা মাৰে ৰেপি ৰেপি। যেইছা চৰকাৰ ৰাম চিং, তেইছা মিছ্‌নাৰি ধিটিং টিং। চৰকাৰো যি, মিছনো সি। চব একে চুপাৰ বাঁহ। এক চকুৰে তেল বেচে, এক চকুৰে পানী। যেইছা ছাহাব চৰকাৰী, তেইছা ছাহাব মিছ্‌নাৰি।' ইত্যাদি।

বীৰসা মিছন এৰি যাবগৈ। শুনি অমূল্য হেঁপাই-কোঁপাই আহিল। ক'লে, 'নাযাবা বীৰসা, ছাহাববপৰা ক্ষমা প্ৰাৰ্থনা কৰা। এবাৰ মাত্ৰ ক'লেই হৈ যাব। ক্ষমা খুজি লোৱাগৈ যোৱা।'

'নাই।'

'তোমাৰ পঢ়া-লিখা? তোমাৰ ভৱিষ্যৎ—?'

'মুণ্ডাৰ পঢ়া-লিখা? মুণ্ডাৰ ভৱিষ্যৎ? মুণ্ডা কিবা—বাবুনে? মুণ্ডা কিবা—দিকুনে? ভৱিষ্যতৰ কথা ভাবি ছাহাবৰ লাথ্‌ খাম?'

'বীৰসা, মোৰ কথা শুনা।'

'নাহ্‌।'

অমূল্যই তাৰ হাতখনত ধৰিলে। হাঁহি মুখেৰে ক'লে, 'হাতত ধৰিলে হাতখন এৰুৱাই নিব পাৰিবানে তুমি? মই তোমাৰ বন্ধু। তুমি মাফি মাগি লোৱা, বীৰসা। মিছনত থাকি, পঢ়া-লিখা কৰি, ঢেৰ ডাঙৰ মানুহ হোৱা। তাৰে তুমি মুণ্ডাহঁতৰ ঢেৰ বেছি উপকাৰ সাধিব পাৰিবা।'

'হাত এৰি দিয়া।'

'নেৰোঁ যদি—?'

বীৰসাই হাতখন জোৰেৰে জোকাৰি দিলে। কিন্তু অমূল্যই তথাপি নেৰিলে হাতখন। তেতিয়া বীৰসাই তাৰ দেহৰ সমস্ত শক্তিৰে প্ৰচণ্ডভাৱে জোকাৰ মাৰি হাতখন অমূল্যৰ হাতৰপৰা এৰুৱাই ল'লে। কিন্তু বীৰসাৰ হাতখন দুৱাৰৰ কপাটৰ কেৰেয়াত লাগি তেজ ওলাল।

নিৰ্বাক অমূল্য ঠৰ হৈ থিয় হৈ থাকিল।

চাইবাসা মিশ্বন এৰি বীৰসা চালকাড় পালেগৈ।

আৰু বীৰসাৰ মুখে কথাবোৰ শুনি ছুগানা অবাক হৈ পৰিল।

ভয়ো খালে।

ছুগানাই বীৰসাক ক'লে, 'গালি পাবিলি কেলে'?'

'আমাৰ চৰ্চ্চাৰইতক জুৱাচোৰ বুলি ক'লে কেলে'?'

'তই তো চৰ্চ্চাৰ নোহয়।'

'চৰ্চ্চাৰগুলান্ মুণ্ডা, ময়ো মুণ্ডা।'

'অ—।'

'হয়।'

'কিন্তুক—।'

'কিন্তুক নাই।'

'তাৰ বাদে?

'আবা, ছাহেব ছাহেব এক টোপি, মুণ্ডা মাৰে বেপি বেপি—এই কথা কৈছে গুচি আহিছোঁ। চব ছাহাব যে একে বাঁহৰ কাকৈ—এক গল এক নল—এই কথা আগে নাই জানিছিলোঁ।'

ছুগানা চুপ হৈ থাকিল।

কি ক'ব?

খন্তেকমানৰ পাছত পুনৰ শুধিলে:

'এতিয়া—?'

'জানিলোঁ।'

'কি জানিলি?'

'আমিও মিছন এৰি দিলে ভাল। চৰ্চ্চাৰচৰে ছুটা মিছন এৰি পুনৰ নিজ নিজ ধৰ্মৰ কোলাতে ফিৰি গ'ল।'

'নহ'লে এৰিলোঁৱেইবা। মিছন বাক এৰিলোঁ। তবে—ফিৰ্ কি সিংবোঙাকে পূজিম? নে কি সদান্—হেন্দু হৈ যাম? নে মহাপৰভুৰ পথকে ল'ম, নে সাধু-সনিয়াসী হৈ যাম?'

'আগে মিছন এৰা, পাছে যাক ধৰা তাক ধৰা।'

'হা! তোৰ হাত কাটিল কেনেকে'?'

'এটা বাবু ল'ৰাই হাতত ধৰিছিল। তাৰ নাম অ—মূ—ল্য। তাৰ হাতৰপৰা হাতখন এক্কেবাৰে গৈ কাটিল। এই বাবু ল'ৰাটা—মই গুটি অহাৰ কাৰণে আৰা,—কথা শুনাত আচৰিত হ'লেও সঁচা, সাঁচেকাটে সঁচা কথা—সি কান্দি আছিল। কৈ আহিলোঁ, যদি দিকু হোৱা নাই বুলি আগলৈ দেখা পাওঁ, তাৰ লগত মাত-বোল কৰিম। না হ'লে নামাতোঁ আৰু।'

'ব'ল, কালিকে মিছ্‌নৰপৰা নামকাটা কৰি আহোঁগৈ।'

## সাত

কিন্তু ধানী তাৰ লগ নেবা হ'ল।

এদিন ওলালহি।

ধানীয়ে বীৰসালৈ চাই বিচিত্ৰ ধৰণে হাঁহি এটি মাৰিলে।

আৰু ধানীৰ হাঁহনে বীৰসাৰ মনত কঁপন তুলিলেনে কি?

বীৰসাই অলপ ভেবা লাগি চালে ধানীলৈ।

ধানীয়ে ক'লে, 'চৰ্দাৰইতৰ মুলুকই লাঢ়াই শেষ হওঁ হওঁ যেন হৈছে অ' বীৰসা। মিছন এৰিলি, তই এতিয়া তাতে যা। না কি তু মুণ্ডাটা নাই আছিস্?'

'ধানী, তই সপোন দেখি থাক্ যা।'

'কেলে'?'

'তই যা বুলি ক'লেই মুই যামনে কি?'

'তবে— ?'

'মুই না বুজোঁ বে। মনটা বৰ উগুল-থুগুল লাগে। বৰ আথিৰ আথিৰ কৰে।'

'হাবিয়ে হাবিয়ে ঘূৰিস্ পাগলটাৰ মতন!'

'কুনি কয় বে?'

'মুই জানো।'

'মুই জানো নাই। কত কথা মনত ভুমুক্ মাৰি উঠে। মুই কোন ঠাইৰপৰা আহিলোঁ, কিয় যে আহিলোঁ, কেনে' আহিলোঁ যে—।'

'তু ছেংগেলদা-ৰ সন্তু কথা শুনা নাই? শুনা নাই সেই কাল কাল যোৱা আৰ্‌ণি-পুৰ্‌ণি সাধুকথা?'

'শুনিছোঁ।'

'তব্ তো জান চব্। সিংবোঙা এক্বাৰ দেখ্‌ল ধৰ্তীভৰা কেৱল মুণ্ডা আৰ্ মুণ্ডা। ইমান মুণ্ডা যে—আনকি থেপাথেপিকৈ থিয় হৈ থকাৰো ঠায়ে নাজোৰা হৈ গ'ল। ইটাৰ গাত খুন্দা লাগি সিটা সমুদ্ৰবে পৰেকি-না-পৰে, নৈত মৰেকি-না-মৰে। পথাৰভৰা ধানে-খেতিয়ে নাজোৰে। ইমান মুণ্ডাক ধৰ্তীয়ে খুৱাব নোৱৰা হৈ পৰিল। হাবিত যিমান জান্‌ৱৰ থাকে, মঙহে না কুলায়। চব অকুলান হৈ গ'ল। তেতিয়া উগ্ৰতকৈয়ো উগ্ৰ খং উঠি সিংবোঙাই নমাই দিলে ছেংগেলদা-ৰ অগনি। কী যে অগনিৰ বৰষণ! পানী নমাৰ দৰে অগনিৰ ঢল নামি আহিছে আকাশৰপৰা। আৰু তেখ্‌নে এক মুণ্ডা ল'ৰা এক মুণ্ডা ছোৱালীক সিংবোঙাই সুমুৱাই দিলে কেঁকোৰাৰ গাঁতত। বহু কালৰ পাছত সিহঁত দুয়ো গাঁতৰপৰা ওলাল। পাছে তাৰ্দেৰ্পৰা আমি উপ্‌জিলোঁ।'

'এই গল্পে মোৰ মন ভৰে না।'

'কেন ৰে?'

'কেন—নাই জানি।'

'তবে কি কৰ্বি?'

'জান্‌বাৰ যাব। দেখি, কোনেও জানেনে কি।'

'ক'তি যাবি?'

খন্তেকমান চুপ হৈ থকাৰ পাছত বীৰসাই ক'লে:

'বন্দ্‌গাঁৱৰ জমিন্দাৰ জাগ্‌মোহন সিং। তাৰ মুন্সী আনন্দ্ পাঁড়েই হেনো চব জানে। জনা মানুহ। তেওঁ শিকাব বুলি কৈছে।'

'কি শিখাব?'

'ঠাকুৰ ভগৱানৰ কথা।'

'ক'লোঁ, তই আহ, ভগৱান হ। মুণ্ডাৰ ঘৰত জনম লৈছ, মুণ্ডাৰে দেখ্-ভাল্ কৰ্। তবে যা, দিকুবিলাকৰ দৰে পূজা কৰ্গা যা।'

'কৰ্লে কৰিম। তই যা ধানী, মোক জ্বালা-কালা নাই কৰ্বি।'

'যাম তো, নাযামনে কি?'

ধানী ভুপভুপাই গ'লগৈ।

আৰু বীৰসা গ'লগৈ বন্দগাঁৱৰ আনন্দ পাঁড়েৰ ওচৰলৈ। তাত বীৰসাই লগুণ ল'লে, চন্দনৰ ফোঁট ল'লে, তুলসী পূজিলে। ৰামায়ণ-মহাভাৰত পুৰাণ-পাঠ শুনিলে, নিজেও কিছু ছেগা-চোৰোকাকৈ পঢ়িলে।

কিন্তু তথাপি মন নভৰে যে নভৰে। একোপধ্যে থিৰ নহয় মনটো। বৰ অথিৰ, বৰ অশান্ত বীৰসা। সি দেখাত এতিয়া অতি সুন্দৰ। মুণ্ডাৰ ঘৰত ইমান ওখ আটিল সুগঢ়িত দেহ ধুনীয়া নাক চকু আৰু চকুৰ চাৱনি—দেখা পোৱা টানেই।

আনন্দ, আৰু তাৰ ভায়েক সুখনাথ পাঁড়েই ক'লে, 'তই কাঁহা কাঁহা যাইস্‌ৰে বীৰসা?'

'ঘূৰি ফুৰোঁ।'

'কেলেই?'

'বৰ আথিৰ আথিৰ কৰে বক্তটা।'

'কৰিব, উম্‌ৰটা—বয়সটা তো বাঢ়ি অহা!'

'হোঃ!'

'কেলেই?'

'বুঝ নাই কিছু?'

'কি বুঝি নাই ৰে? তোৰ বান্সুৰী শুনি চৰেই বুজে।'

'কিছু বুঝে না।'

'শান্ত্ হৈ যা। জপ কৰ্, পূজাত ধৰ্। তুলসীৰ মালা আঙুলিত একটা একটাকৈ ফিৰা।'

'বছ—?'

'হাঁ।'

'তাৰে তোমাৰলোকৰ শান্তি হয়। মুণ্ডাৰ হ'বনে?'

'চবকো ছান্তি হোবে।'

'আমাৰদেৰ ভগৱান যে আলাদা। আমি হ'লোঁ—সিংবোঙাৰ পৰজা। আমাৰ আদিপুৰুষ হ'ল হৰম্‌বোৰা।'

'ভাগ্‌মান এক ৰে—কৃষ্ণ্ ভাগ্‌মান!'

বৰ অথিৰ-অবিৰ কৰে মন। সেইদেখি, সাঁজবেলা পুখুৰীৰ পাৰত বহি বাঁহী বজায়। তাৰ বাঁহী শুনি উত্ৰাৱল হৈ সেই পুখুৰীৰ পাৰ ওলাইছিলহি গুপ্পা আৰু ৰাতা, দুজনী মুণ্ডা ছোৱালী। কৈছিল: 'তু আমাৰকে লয়া চল্ বীৰসা, গাঁৱকে লয়া চল্।'

'কেনে' ?'

'তোক আৰান্দি কৰিম।' গুপ্পাই কৈছিল।

ৰাতাই একো নকৈছিল। তাই কেৱল কৈছিল, 'তোৰ বাঁহীত কি আছে ৰে, বীৰসা ? কিয় মোৰ গা-মন ৰাইঁ-জাইঁ কৰে ? ৰাগী লাগাৰ নিচ্না হয় কিয় ? কেন মোৰ দেহা এমুন কেন্‌বাখেন কেন্‌বাখেন কৰে ৰে ?'

বীৰসাই বাঁহী-বাদন বন্ধ কৰিছিল। বাঁহীডাল মুখৰপৰা কোলাত নমাই থৈছিল। শান্তভাৱে, লাহেকৈ কৈছিল, 'তহঁত ঘৰ্ যা। সাঁঝ্ হৈ আহিল। শীতৰ সাঁঝ্। ' বাটত হুড়াৰ—হোঁকোৰা—কুকুৰনেচীয়া কত কি ওলাব পাৰে।'

ৰাতাই এদিন তাক কৈছিল, 'মোৰ আবা গাঁৱত মান্‌কি হয়। আবাই কৈছে, যিয়ে মোক আৰান্দি কৰাব, তাকে গাই-গৰু মাটি-জমিন্ দিয়া বসত্ কৰা দিব।'

বীৰসাই কৈছিল, 'ঘৰ্ যা, ৰাতা।'

'ঘৰ তো যাব, তাৰ আগে তোৰ বান্সুৰী শুন্‌ব।'

'আইজ ঘৰ যা, ৰাতা।'

'না। বাজা আইজ, তবে যাব।'

'ৰাতিৰ আন্ধাৰে একলা যাবি ?'

'তু কি গানটা বাজাইস্ ?'

'গানটা নাজানো, সুৰটা জানো।'

গানটো দূৰ-দূৰণিৰ পাহাৰ আৰু অৰণ্যত চৰ্দাৰহঁতে গাইছিল। কেৱল চৰ্দাৰহঁতেই নহয়, আন বহুতেই গাইছিল গানটো। গানটোৰ সুৰ অতি মনোমোহা, কিন্তু গানটোৰ কথা বীৰসাই নাজানিছিল।

এই গান বহু বহু কালৰ গান।

ক'বলৈ গ'লে—এই গান—মুণ্ডাৰ প্ৰাণ।

এই গান মুণ্ডাসৱে গাইছিল ঘৰে ঘৰে, পৰ্বত-প্ৰান্তৰে, পথাৰে-সমাৰে আৰু বেদনাৰে ভৰা অন্তৰে অন্তৰে।...

কথাটো কিশোৰোত্তীৰ্ণ বীৰসাই তেতিয়াও নাজানিছিল।

ছুনাৰা মুণ্ডা, এটি বন্ধুৱা কিশোৰ, সি তাক গানটো এদিন গাই শুনাইছিল। সকলোৱেই বীৰসাক অলপ ভয় কৰিছিল। কোন্‌নো এই মুণ্ডা ল'ৰাটো? মিছনৰ ছাহাবৰ মুখে মুখে মগল-পাঠান খেলি ৰণচণ্ডী উঠি ছাহাবৰ নাকৰ গুৰিত টিলিকি মাৰি মিছন এৰি গুচি আহে? আকৌ বামুণৰ ঘৰলৈ গৈ ডিঙিত লগুণ লয়? সদা-অস্থিৰ সদা-অশান্ত চঞ্চল? একো এটাতো সুখ নাই তাৰ?

কোন?

কোননো ই?

কোনেও তাৰ কাষ নাচাপিছিল।

কিন্তু চাপি গৈছিল ছুনাৰাই।

এই ছুনাৰাই এদিন বীৰসাই সদায় বজোৱা বাঁহীৰ সুৰটো গানেৰে গাই শুনায়েই তাৰপৰা একেলৰে গুচি গৈছিল।

'বোলোপে বোলোপে হেগা
মিছি হোন্ কো
হোইও ডুডুগৰ্ হিজু তানা
বোলোপে......

দৌৰ মাৰি ছুনাৰাই বৰ বেছি দূৰলৈ গুচি যোৱা নাছিল। এচটা প্ৰকাণ্ড শিলৰ আঁৰত থিয় হৈ তাৰ চকুহাল পৰিপূৰ্ণ কৈ মেলি কৈছিল, 'এই গানটা মুই চব্‌টা জানো।'

'তবে গা চব্‌টা।'

গাইছিল ছুনাৰাই।

বীৰসাই তাক তাৰ কাষত বহুৱাই লৈ, গানটো তেতিয়াই তাৰপৰা শিকি লৈছিল।

'এই গান কিহৰ গানৰে ছুনাৰা ?'

'জানি না।'

'তবে গাইস্ কিয় ?'

'এই গান যি গায়, যিয়ে শুনে, সকলে ভাই ভাই হয়।'

বীৰসাই তাক গুচি যাবলৈ কৈছিল।

কিন্তু ছুগানাই তাৰ ওচৰলৈ ভৰ্মি, দাসো আৰু মাতাবিক পঠালে যিদিনা, সিদিনা বীৰসাই সিহঁতক গুচি যাবলৈ ক'ব পৰা নাছিল।

ভৰ্মিহঁত আহিছিল ছিগ্ৰিড়া গাঁৱৰপৰা। কৈছিল, 'বাহিৰে আয়ৰে বীৰসা, মুণ্ডাসৱৰ জীৱন বৰ্বাদ হৈ যাইছে, চৰকাৰে চৱকে জেহেল কৰি দিছে। তুল্সী পূজি কি হ'ব, বোল্ ?'

'কি হৈছে ?'

'আমাৰদেৰ্কে জংঘলৰপৰা উৎপাৰ কৰি দিলে। একদম।'

'কোনে ?'

'চৰকাৰে। তোৰ ছাহেব-চৰকাৰে।'

'মোৰ !'

'মোৰ ছাহেব-চৰকাৰ !'

হাতৰ তলুৱাৰ বিপৰীত ফালেদি বীৰসাই ভৰ্মিৰ মুখত এমাৰ মাৰিছিল। কৈছিল, 'মোৰ ছাহেব-চৰকাৰ ? মোৰ ? ফিৰ্ বোল্— ?'

ভৰ্মিয়ে মুখখন ভালকৈ মোহাৰি-মচি লৈ কৈছিল, 'কি কৰিস্ ? হাঁথ দিয়া লোহা ডলিস্ ?'

কথা 'কি বোল্।'

'জংলা কাম্বন এতিয়া লাগু কৰিছে।'

'ক'থি ?'

'পালামৌ, মানভূম, সিংভূমত।'

'সিংভূমত কি কৰিলে ? কাম্বন তো ছিল ১৮৭৮ চনৰ !'

'কানুন ছিল, লাগু কৰা না ছিল, চলোৱা না ছিল। এতিয়া গাঁৱে গাঁৱে ঢোল পিটি জাননী দিছে চৰ্ গিৰামেৰ চৰ্ খাচ্ মাটি জংঘলাৰ আপিছে লৈ ল'লে। আমি জংঘলত লাখ-বিলাখ চান্দ্ ধৰি গাই-ছাগলী চৰ্ণি কৰাছিলোঁ, কাঠখৰি বুটুলি আনাছিলোঁ। হা! বীৰসা! হাবি-বন-জংঘল চব তো লৈয়েই গ'ল। এতিয়াৰপৰা জংঘলত কোনেও গাই-ছাগলী চৰ্ণি কৰাব নোৱাৰিব। জংঘলৰপৰা খৰি-পাত কন্দ-মধু-আনিব নোৱাৰিব। বনৰ ফল টুঙি আনিব নোৱাৰিব। চিকাৰ বাদ। জংঘলৰ যিমান গিৰাম্ আছে চব উছন দিল!'

'নাই!'

নাই!

বীৰসাই তাৰ কণ্ঠৰ আটাইখিনি শক্তিৰে চিয়ঁৰি দিছিল।

'নাই!'

বীৰসাৰ তেজৰ তলত বহি চুটুৱা আৰু নাগুৱে চিয়ঁৰি উঠিছিল।

'নাই!'

অৰণ্যৰ অধিকাৰ!

অৰণ্যৰ অধিকাৰ—কৃষ্ণ-ভাৰতৰ আদি অধিকাৰ!

বগা মানুহৰ দেশবোৰ যেতিয়া অঠাই সাগৰৰ অতল তলীত আছিল নিদ্ৰিত, ভাৰতৰ, কৃষ্ণবৰ্ণ মানুহে সেই তেতিয়াৰেপৰাই অপৰূপা অৰণ্যক মাতৃ বুলি জানিছিল।

বীৰসাই কৈছিল:

'নাই!'

বীৰসাই কোৱা নাছিল—

তাৰ তেজৰপৰা শব্দটো ওলাই আহিছিল।

বীৰসাই কোৱা নাছিল—

সমগ্ৰ কৃষ্ণ-ভাৰতৰ সমস্ত ক'লীয়া মানুহে কোৱাইছিল তাক।

এই কণ্ঠস্বৰ আছিল সমগ্ৰ কৃষ্ণ ভাৰতৰ কণ্ঠস্বৰ!

বীৰসা তাৰ গৃহলৈ আৰু উভতি যোৱা নাছিল।

তাৰেপৰাই ভৰ্‌মিহঁতক লগত লৈ চাইবাসালৈ গৈছিল। আৰ্‌জী লিখি বন-বিভাগৰ উচ্চ বিষয়াৰ হাতত দিছিলগৈ।

বন-বিভাগৰ অফিছৰ সমুখত মুণ্ডাসকলৰ হাট বহি গৈছিল যেন। সকলো মুণ্ডায়েই এখন এখনকৈ আৰ্জী লৈ আহিছিল।

আৰু আৰ্জী পঢ়ি অফিছৰ বাবু-বিষয়াইঁতে হো হোকৰে হাঁহিছিল। সুধিছিল, 'কি লাগে তইঁতক—?'

'অৰণ্যৰ অধিকাৰ লাগে।'

'কোনে দিব?'

'চৰকাৰে।'

'সাগৰ সাঁতুৰি পাৰ হৈ বিলাতলৈ যাগে যা। তাত মহাৰাণীয়ে তইঁতৰ বাট চাই বৈ আছে। আৰে বাপ্‌ৰে বাপ্‌! মুণ্ডাইঁতৰ ভৰত তেওঁ থৰ্থবিমান!'

'আৰ্জী ফাইল কৰা।'

'এঁ—! ফাইল! ফাইল কয় দেখোন! পঢ়া-লিখা শিকিছনে কি?'

'তই-তোকৰা কৰিছা কিয়? মুণ্ডাইঁত মানুহ নহয় নে কি? ছাহাব দেখিলে আপুনি বুলি কোৱা, বণিয়াক কোৱা তুমি, আৰু মুণ্ডাক—তই?'

'চুপ থাক্‌!'

'এ—ই দিকু! মোৰ নাম বীৰসা। মই ছাহাব-তাহাব পৰোৱা নকৰোঁ। ঠিকমতে কথা কোৱা!'

'এ—ই!'

'না হ'লে কুচিলাৰ কাঁড়েৰে খতম্ কৰি দিম।'

অগ্নিমূৰ্তি ধৰি বৌ বৌৱাই উঠি গুজৰি-গুমৰি বীৰসা বাহিৰ হৈ আহিছিল বন-বিভাগৰ অফিছৰপৰা। আৰু ওলাই আহি ভৰমিহঁতক কৈছিল, 'আৰ্‌জী! আৰ্‌জীত চৰকাৰৰ কাণত কিবা পানী সোমাবনে? চাই আহিলোঁ—ৰোগোতা, গুভৰি, ছুৰকাৰপীৰ—সকলো ঠাইতেই অফিছৰ বাবুবিলাকে আৰ্‌জী একাষৰীয়াকৈ পেলাই থৈছে।'

'তেনেহ'লে কি হ'ব, বীৰসা ?'

'চৰকাৰ থাকে চহৰত, তাত বহি কানুন বনায়। যিহঁতে কানুন বনায়, সিহঁতে মুণ্ডা-কোল-হো-ওৰাওঁ-ছন্থালহঁতৰ কথা নাভাবে।'

'তবে কি হ'ব ?'

'তবে কি হ'ব—নিজে নিজে ভাবি মৰ্‌গৈ যা। কোনেও কেতিয়াও একো ভবা-চিন্তা নকৰিবি, চৰ্ কথা আনে ভাবি-চিন্তি দিব, তহঁতক খুৱায়ো দিব। তহঁত সেই ভবা-চিন্তা কথাটাৰ ওচৰতে যাবি, সেইটা গুচি গ'লে জেহেলে সুমাবিগৈ। এই যে নিজৰ কথা নিজে নাভাৱে, তাৰ ফলতে তহঁত মৰ। আৰু মৰিছ—মহুৱা আৰু লাউপানীত। কী যে মদ খোৱা শিকিছ তহঁতে! নিজৰ জীৱনতে জুই লাগি যায়। জংঘলত যাবৰ হক্ নোহোৱা হৈ যায়। তহঁত বৌ বৌৱাই উঠ, জ্বলিও উঠ, আকৌ অলপ পাছত মদ খাই চব কথা পাহৰি পেলায়।'

'তু কি কৰিবি ?'

'দেখি কি কৰি।'

'তোৰ মাই-বাপ ভুখে মৰে কিন্তুক—।'

'মৰিব তো। জংঘ্‌লবেপৰাই তো জীয়াই আছিল।'

'জংঘলৰ গছৰ ছাঁত উপ্‌জা চীনাঘাঁহৰ দানাবে বঢ়িয়া ঘাটো হৈছিল।'

'জানো।'

ক্ষোভিত্ অস্থিৰ বীৰসা বন্দগাঁৱলৈ উভতি গ'ল। কিন্তু আনন্দ পাঁড়েই খাৰাংখাচ কৈ দিলে, 'ইয়াত তোৰ ঠাই নাই হ'ব।'

'কিয় ?'

'চৰকাৰৰ নামত আৰ্জী কৰ, চৰ্দাৰহঁতৰ কথাত খাপা হ'ৱ, তোক ঠাই দিলে জমিদাৰ খণ্ডত জামদগ্নি হ'ব।'

বীৰসাই ভুৰু কোঁচাই চাই আছিল। যি ৰঙা কুঁচফলৰপৰা কুচিলা বিষ হয়, তাৰ চকুৰ মণি সেই কুঁচফলৰ দৰেই ৰঙা পৰিছিল। সি ক'লে, 'মই গুচি যাম হে! কিন্তু এটি কথা কোৱা তুমি।'

'কি ?'

'মুই মুণ্ডা না হ'লে কি খেদি দিলা হয় ?'

'তাৰ মানে—?'

'মানে হ'ল—মুণ্ডাটা হেবাংটা হোজাটা জানোৱাৰটা আছিল—তাৰ বাবে গাই-ম'হ চৰ্‌ণি কৰাই লৈছা, কিমান খৰিকাঠ ফলাই লৈছা। আজি মুণ্ডাটাই নিজৰ কথা কৈছে, দে তাক খেদি। নহয় জানো ?'

'যা যা! তই পাগল আছ।'

'তোমাৰ ভগৱানে তোমাক এই শিকায় ? তো এমন ভগৱানে কাম নাই মোৰ।'

'চিংবোঙ্গা পূজা কৰ্ গিয়া, চ্যল্—ফুট্ !'

'সিংবোঙা নাই পূজিম, তোমাৰ ঠাকুৰ্‌কো নাই পূজিম। তোমাৰ নিমখ খাইছিলোঁ, সেইদেখি সাৰিলা।'

'নহ'লে—?'

'তোমাক মই পাথৰ দলিয়াই গুড়ি কৰি দিলোঁ হয়।'

## আঠ

বীৰসা গৈছিলগৈ চালকাড়লৈ।

তাৰ মন, তাৰ বোধশক্তি, ভীষণ অন্ধকাৰে আবৰি ধৰিছিল। সি একোকে নেদেখা-নমনা হৈ পৰিছিল। ঠিক যেন সেই তাহানিৰ সিংবোঙাৰ অগ্নিবৃষ্টিৰ পাছৰ অন্ধকাৰ অৱস্থা!

চালকাড়ত তেতিয়া ছুগানা আৰু কৰ্মীয়ে দিনৰ পাছত দিন ধৰি লঘোনে-অনাহাৰে কটাইছে। কৰ্মীয়ে চেৰেউ-ফেৰেউকৈ কান্দি কান্দি কৈছিল, 'হা বীৰসা! ক'তি তই থৈলা থৈলা নিমখ-কৰ্কচ্ আনিবি, টিনা টিনা মাটিতেল আনিবি, গাই-বলধ জমিন্-জেগা কৰিবি, আবাৰে দেখ্-ভাল্ কৰিবি, মঁাৰে সেখা কৰ্বি—না একি হল? হা ৰে, তু জনম্ লিতে ভিন্ গাঁৱৰ মান্চে মোৰ ঘৰৰ আলাচতে তিনিটা তৰাক জ্বলা-নুমোৱা দেখা পাইছিল। জংঘলৰ বুকুৰপৰা কোনোবাই মাত লগাই কৈছিল, ইমান দিনত ধৰ্তী-আবা জনম নিল। উ তোৰ কি চেহাৰাটা ৰে! তু দেখোন ভিখমাঙাটাৰো আধম! তোৰ কথাত মিছন এৰি আহি আমাৰ কী যে এলাই-এথানি হ'ল। হাৰে বীৰসা! এতিয়া আৰু ছাহাবহঁতেও ভিখ নাদিয়ে!'

বীৰসাই একো কোৱা নাছিল। তাৰ অন্তৰখন পুৰি আছিল। মনত ভাব হৈছিল, এইবাৰ হয় মৰিব, নহ'লে মানুহৰ দৰে বাঁচিব।

কিন্তু বৰ ক্ষুধার্ত। জংঘলত তো এতিয়া আৰু সোমাব নোৱাৰি। সোমালেই গাঁৱৰ মান্কিহঁতে জংঘলৰ অফিছত ৰিপ'র্ট কৰি দিয়ে। ৰিপ'র্ট পালেই হাতে হাতে টকা। ৰিপ'র্ট পোৱামাত্রেই মুণ্ডাইভৰ জৰিমনা। অফিছৰপৰা হুকুম পাব এলেকাদাৰে, এলেকাদাৰৰ পৰা জৰিমনা আদায় কৰাৰ হুকুম পাব দণ্ড-মুণ্ডৰ কর্তা চকিদাৰে।

তাৰ পাছত জৰিমনা, বা হাজোত বাস। এবাৰ দুবাৰ তিনিবাৰ। তিনিবাৰ জংঘলৰ আইন অমান্য কৰিলে ঘৰৰ লগত লাগি থকা মাটিডৰাও জংঘল-অফিছে জংঘল-মহল বুলি কাঢ়ি লৈ যাব।

অতিচাৰ-অত্যাচাৰৰ শেষ নাই। ইটো নহ'লে সিটো, সিটো নহ'লে আনটো। নিতে ন ন অত্যাচাৰ।

আৰু—

আচৰিত কথা!

এনে বিষম অমানৱিক অত্যাচাৰতো কাৰো মুখে ৰাও-শব্দ নাই! সকলো যেন বোবা! মুণ্ডাৰ হৈ এবাৰ মাত মাতোঁতাও নায়েই যেন!

বীৰসাই, তলমূৰ হৈ তাৰ দেউতাকক লাহেকৈ সুধিলে, 'নদীত কি মাছো নিমিলে?'

ছুগানাই হুমুনিয়াহ কাঢ়িলে।

'ক'ত মাছ মিলিব। জংলত এতিয়া পহৰাদাৰহঁতে তম্বু তৰিছে, সিহঁতে চটা-চটা পাথৰ পেলাই পানী বান্ধি মাছ মাৰে।'

'ৰাতি জংঘললৈ গ'লে বন-কচু মিলে না?'

'নাই বে।'

'তেতেলীপাত সিজাই খাই চাইছা?'

'বমি হৈ যায়।'

বীৰসাৰ এনেহে লাগিল, যেনিবা যতমানে নেদেখা অদ্ভুত শক্তিয়ে তাক হকৰাই দিছে। অন্তৰৰপৰা প্ৰাচীন বিশ্বাসৰ ছুৱাৰডলি সি একোপধ্যে আৰু পাব পৰা নাই। আৰু সেইদেখি, বোঙাসৱে তাক এন্ধাৰৰ শক্তিৰ দৰে হকৰাই দিছে।

সেয়ে হ'ব। এয়া নিশ্চয় বোঙাসৱৰ প্ৰতিশোধ। বীৰসাৰ অন্তৰখনে কিয় আদি-আদিম দেৱতাত আশ্ৰয় নলভা হৈছে? কিয় বীৰসা এবাৰ কিৰিস্তান হ'বগৈ আৰু এবাৰ সদান হ'বলৈ, হিন্দু হ'বলৈ আনন্দ পাঁড়েক গুৰু হিচাপে ধৰিবগৈ? কিয়? কিয় তাৰ প্ৰাচীন ধৰ্মই তাক ধাৰণ কৰিব পৰা নাই বুলি ভাবিব সি? সেইদেখি অগ্নিসম ক্ৰুদ্ধ বোঙাসৱে এতিয়া নিশ্চয়েই চূড়ান্ত প্ৰতিশোধ লৈছে।

বীৰসা এখোজ-দুখোজকৈ কেতিয়া যেন গাঁৱৰ বাহিৰ হৈ গুচি আহিছিল। খোজ দি দি পাইছিলহি চাল্‌কি মুণ্ডানীক পুতি থোৱা ঠাই। তাত, সেই শ্মশানত, এচটা পাথৰৰ ওপৰত বহিছিলহি সি। সন্তান ফুকাবলৈ গৈ চাল্‌কিৰ মৃত্যু হৈছিল। চাল্‌কিৰ, আৰু তাইৰ সন্তানৰ আত্মা—'বোৱা'ই সিপুৰীত কি বেচি খাব, সেই কথা ভাবি মুণ্ডাইঁতে চাল্‌কিৰ দেহৰপৰা ৰূপৰ আঙঠিটোক সোলোকাই লোৱা নাছিল। আৰু চাল্‌কিৰ মৃতদেহৰ লগতে তাইৰ গিৰিয়েকে নগদ আঠ অনা পইচাও কবৰত থৈ দিছিল।

শ্মশান-পৰীয়া বোঙাৰ অনুশাসনক নামানি, কবৰ খান্দি বীৰসাই চাল্‌কিৰ মৃতদেহ টানি উলিয়াই আনিছিল। টানি উলিয়াই আনোতে সি মনত ভাবি আছিল: ভয়-ডৰ নকৰোঁ মই।

আৰু ভয়-ডৰ সি সঁচাকৈয়ে কৰাও নাছিল।

চাল্‌কিৰ মৃতদেহ এন্ধাৰতে খেপিয়াই থাকোঁতে বীৰসাই আন এটা কথাও বাৰুকৈ উপলব্ধি কৰিলে।

ভোক।

ক্ষুধা!

পেটৰ ক্ষুধায়েই হ'ল আটাইতকৈ দুৰ্বাবোগ্য। ক্ষুধাই আনকি সৰ্বশক্তিমান বোঙাসৱৰ শাসনকো তুচ্ছ কৰাৰ সাহস আনি দিয়ে বুকত।

হয়, দিয়ে।

ইমানেই ক্ষুধাৰ শকতি।

চাল্‌কিৰ মৃতদেহৰপৰা ৰূপৰ আঙঠি আৰু পইচাখিনি উলিয়াই লৈ ৰাতিৰ নিকপকপীয়া এন্ধাৰত ভেজা দি বীৰসা একেলৰে পলাই গৈছিল সেই বড়াবান্ধিৰ বজাৰৰ পিনে।

তাত, শনিবৰীয়া হাটত, সি চাল্‌কিৰ সেই ৰূপৰ আঙঠি বেচি, চাউল কিনিছিল। চাউলৰ ভাত ৰান্ধি ছুগানা বা কৰমীয়ে কেতিয়াও নিয়মিত-ভাৱে খোৱা নাছিল।

আৰু বড়াবাম্বিৰ বজাৰতে আঙঠি বেচা বীৰসাক দেখা পাইছিল তাৰ দাদাক কোম্‌তাৰ এটা গিয়াতি-খুলশালিয়েকে। তেতিয়াই সি এই কথাটো চালকাড়ত সদৰি কৰি দিছিল।

কৰ্‌মীয়ে খঙে-দুখে বাউলীজনী হৈ হায়ও বিঙৈকে কান্দিছিল। চাউলখিনি গুৰিয়াই সিচঁৰতি কৰি পেলাইছিল। তাই খঙতে একোনাই হৈ কৈছিল, 'তোক এঘ্‌ৰীয়া কৰি দিম ঐ বীৰসা। তু পিশ্‌চীয়া হৈছ, তু আৰ মানুচ্‌টা নাই। হা!'

কৰ্‌মীয়ে খঙে-দুখে কত যে কান্দিছিল!

কী যে কৰিব তাই—

কাক যে কি ক'ব-নক'ব······।

তাৰ পাছত এসময়ত শিলহেন হৈ পৰিছিল।

তেতিয়া অতিপাত গৰম। জেঠমহীয়া জুইহেন গৰম। বীৰসাৰ মূৰতো জুই জ্বলি উঠিছিল। মাকক বোল-মাত কৰিছিল সি, শাওপাতেৰে থকা-সৰকা কৰিছিল। সি চিয়ঁৰি কৈছিল, 'চাল্‌কিৰ ৰোয়া—আত্মা বোলা একো নাই। ৰোয়া মানুহ নহয়। ৰোয়াৰ ভোক-পিয়াহ নাই। আভুকীয়া। মানুহ ভুকীয়া। ৰোয়াই পোৱাতকৈ তোৰ পেটে এমুঠি ভাত পায় যদি, বহুত ভাল। লথিয়াই চাউলখিনি পেলাই দিলি? এইখিনি চাউল—মই ইমান কষ্ট কৰি অনা চাউলখিনি লথিয়াই পেলাই দিলি, মঁা? কি কৰিলি ক'চোন?'

চিয়ঁৰি-বাখৰি ভাগৰি পৰি বনলৈ গুচি গৈছিল সি।

অৰণ্যলৈ গ'লেই সি চিৰ দিন শান্তি পাই আহিছে। কিন্তু আজি নাপালে। 'সকলো মোৰ হে, মোক কোনো কানুনে বাধা দিব নোৱাৰে।' এই বুলি কৈ কৈ সি বনৰ ভিতৰলৈ যাবলৈ খোজ লোৱাৰ লগে লগে কৰ্‌মীয়ে-আৰ্ত চিয়ঁৰ মাৰি কৈছিল, 'তোক জেহেলত দিব ঐ বীৰসা!'

কিন্তু কৰ্‌মীৰ চিয়ঁৰ বীৰসাৰ কাণত পৰা নাছিল।

বীৰসাই কেৱল কৈ আছিল, 'ধানীয়ে মোক চব কথা কৈছে। কাকো দিব না মুই। হা জংগল! তুমি নোকোৱা কেনে', তোমাৰ কিৰ্‌পা কাঢ়ি লোৱাৰ হক্‌ কাৰো নাই?' জংগলৰ পেটৰ ভিতৰলৈ সোমাই গৈছিল সি। জংগল সকলো মুণ্ডাৰ মাতৃ! কিন্তু তাৰ অৰণ্যজননীৰ ক্ৰন্দন বীৰসাই শুনিছিল। সি বুজি পাইছিল—তাৰ অৰণ্য-জননীয়ে কান্দি আছে। অৰণ্য ধৰ্ষিতা, অৰণ্য-জননী-আজি দিকুহঁতৰ হাতত, আইনৰ নিগড়ত বন্দিনী!

জননী অৰণ্যই কৈছিল:

'মোক ৰক্ষা কৰ্‌ বীৰসা, মই শুচি শুদ্ধ নিষ্কলঙ্ক হওঁ।'

বীৰসাই মাটিত তাৰ মুখখন ঘঁহিছিল, গছৰ গাত নিজৰ গা ঘঁহিছিল। শিশুৰ দুঃসাহসেৰে বীৰসাই তাৰ অৰণ্য-জননীক অসম্ভৱ প্ৰতিশ্ৰুতি দিছিল:

'দিম, দিম তোমাক শুচি কৰি দিম। হা! তুমি মোৰ মঁা হয় তো, তুমি সকল মুণ্ডাৰ মঁা গ', তোমাৰেপৰাই ঘৰৰ চাল, ঘৰৰ বেৰা, মঁা গ'—তোমাৰেপৰাই ক্ষুধাৰ কন্দ ফল মূল, কেটেলা শহা বৰা হৰিণা চৰাইৰ মঙহ—মঁা গ'—মঁা!'

কথাখিনি কৈয়েই সি সতৰ্ক আৰু ক্ষিপ্ৰ চৰাই এটিৰ দৰে নিজৰ কানতে মূৰ কাতি কৰিছিল, কিয়নো তাৰ তেজৰ তলত বহি উশাহ এৰি এৰি কথা কৈছিল অৰণ্যই। অভিমানত অবুজ দৰিদ্ৰ নিঃস্ব শুষ্কস্তনা মুণ্ডা জননীৰ দৰেই অৰণ্যই উচুপিছিল, আৰু সেই উচুপনি বীৰসাই শুনি আছিল।

'হা! মুঞি অশুচ্‌ ৰে!'

বীৰসাই বনলৈ স্থিৰ দৃষ্টিৰে চালে।

'হা দেখ্‌! মোৰ পিনে চা ৰে! দিকুৰে-ছাহেবে মিলি মোৰে বাৰে বাৰে অশুচ্‌ কৰে।'

'শুচা কৰি দিব তোকে, মঁা ৰে!'

'মোৰ ছৱালগুলাৰে ঘৰ-ছাড়া কৰিলে, আঘৰী কৰিলে।'

'সিহঁতক ঘূৰাই আনিম।'

'মুণ্ডা কোল উৰাওঁ হো ছন্থাল—চবে আৰকাটীয়াৰ ডাকে দেশ এৰি যায় গৈ।'

'যাবলৈ নিদিওঁ।'

'মোৰ কান্দোন কোনেও নুশুনে।'

'মুই শুনাছি।'

'মোৰ পিনে ঘূৰিও নাচায় কেও।'

'ক'ত তুমি, আই মোৰ?'

'তোৰ বুকুত, তোৰ ৰক্তত।'

'মোৰ বুকত, মোৰ ৰক্তত!'

'আকনো ক'তে ৰ'ম আবা মোৰ, বোপা মোৰ!'

'ক'ত?'

'চা, চাই ল'।'

বীৰসাই ৰক্তৰ পিনে চাইছিল। আহা! তাৰ দেহটো ছোটনাগপুৰৰ পৃথিৱী—তাৰ ৰক্তনদীৰ ধাৰা—সেই নৈৰ তীৰত মা, তাৰ আই, তাৰ অৰণ্য-মাতৃ—নগ্নদেহ যুৱতী মুণ্ডাৰী কুমাৰী যেন—কিন্তু এই নগ্নতাই লালসাৰ সৃষ্টি নকৰে, লুব্ধ কৰি নোতোলে, এই নগ্নতাই বুকৰ তলত দুখৰ অগনি তৌ তৌৱাই তোলে।

'কোনে নো তোমাক উলংগ কৰিলে, আই!'

'সিহঁতে অশুচি কৰাছে।'

'মই তোমাক তেজ দিম।'

'দে, বাপ্ মোৰ!'

'তোমাৰ লাজ ঢাকি দিম।'

'দে, আবা মোৰ। সিহঁতে মোক উলংগ-বিবস্ত্ৰ কৰি আকাশৰ তলত এৰি দিলে। তু মোৰ লাজ-লজ্জা ঢাকি দে।'

'দিব গ'—দিব।'

'কষ্ট পাবি খুব।'

'কেনে ?'

'তোক বৰ কষ্ট দিব।'

'কোনে ?'

'না হ'লে যে তোমাৰকেই ভগৱান হ'ব লাগিব, বাপ্ মোৰ।'

'ভগৱান—?'

'হঁা বাপ্, ধৰ্‌তী-আবা হ'ব লাগিব। ধৰ্‌তীৰ—এই ধৰিত্ৰীৰ আবা না হ'লে—বাপ্ না হ'লে—ধৰ্‌তীৰ লজ্জা ঢাকিব পাৰেনে কেও ?'

'তোৰ আবা হ'ম তবে।'

'তোৰে বাঁচ্‌বাৰ না দিবে।'

'ভগৱান হ'লে তাৰে মাৰে গ'মঁা! যিশুক মাৰিছিল—মিছ্‌নত জানিছোঁ। কিষ্ণকো মাৰিছিল চৰণত বাণ মাৰি।'

'কষ্ট পাবি, সুখ দিবি।'

'সুখ দিম ?'

'তোৰ থাকি—তোৰপৰা সকল মুণ্ডাই সুখ পাব।'

বীৰসাই চিয়ঁৰি দিছিল, 'দিম সকল্‌কে সুখ, হঁা, মুই হ'ম ভগৱান। বীৰসা ভগৱান! ধৰ্‌তী-আবা হৈ যাম তবে! হঁা, মুঞি সেই চুটুৱা আৰু নাগুৰ তেজ হয়! মোৰেপৰা মুণ্ডাসৱ ৰসাতল যোৱাৰ পৰা ৰক্ষা পৰিব, ত্ৰাণ হ'ব, মোৰ বুকত চোট মাৰি, হঁা, মই মোৰ এই তপত তেজত জানিলোঁ হে!'

ভীষণ ভয়ংকৰ গাজনি-গুমৰণি-ঢেৰেকনি আৰু বিজুলীৰ চমকনিয়ে আকাশখন যেনিবা ছিৰাছিৰ কৰি পেলাইছিল। দূৰত—বহু দূৰৰপৰা ভাহি আহিব ধৰিছিল হস্তীৰ বৃংহন ব্যাঘ্ৰৰ গৰ্জন আৰু পক্ষীকুলৰ অসহায় ক্ৰন্দন। আকাশৰ পিনে মূৰ দাঙি বৃষ্টিৰ ধাৰাৰে মুখখন প্লাৱিত কৰি থাকোঁতে বীৰসাই কৈ উঠিছিল: 'সকলো মোৰ! সকলো মোৰ! এই সকলো মোৰ! এই সীমা না থাকা অৰণ্য মোৰ। মুই ধৰ্‌তী-আবা! হয়, মুই এই ধৰিত্ৰীৰ পিতৃ!'

ইপিনে চালকাড়ত কাৰো চকুত টোপনি নাছিল। সকলো হৈ পৰিছিল নিদ্ৰাহীন, সকলোটিয়েই জানি গৈছিল, ছুগানা মুণ্ডাৰ ছৱাল বীৰসা মুণ্ডা পাগল হৈ গ'ল।

কৰ্মীয়ে কৈছিল, 'নাই নাইঃ!'

সকলোটিয়ে কৈছিল, 'কিয় মিছ্‌নলৈ গৈ ছাহাবৰ ছাথ্‌ ঝাগ্‌ড়া কৰি বিপদ কৰ্‌ল উ?'

'জিদাটা চিৰটাকাল। গঁওৱাৰটা!'

'কিয় আনন্দ পাঁড়েৰ তাতে থাকিলগৈ?'

'চিৰটা কাল বৰ ছটবটাটা।'

'কিয় চাল্‌কিৰ মৰা শ'টা খান্দি উঠাল?'

'মোক চাউল আনি দিব বুলি।'

'কিয় জংলে জংলে হাবিয়ে হাবিয়ে ফিৰে?'

'মোৰ উপ্‌ৰি ৰাগ কৰা চলা গ'ল।'

'হা, তোৰ ছৱালটা পাগল!'

কৰ্মীয়ে নিজৰ মূৰতে নিজেই এমাৰ মাৰি আলাসলৈ আথাউনি চাৱনে চাই চোতালত বহি থাকিল।

ছুগানাই ক'লে, 'আদিষ্টত যি আছে, সেয়া না হৈ পাৰেনে? কপালত যি লিখা নাই, সি কেতিয়াও হয় নে? না হ'লে আমাৰ অমুন ছৱালটা—ছা-তাগ্‌ড়াই যুৱানটা তেমুন হৈ যায়নে?'

'এই ধুমুহা-বৰ্ষুণ যোৱা চাইদিন ধৰি চলাছে, আকাশটা খাপা হাঁথীটা হয়া মেঘৰ শুঁৰেৰে পানী ঢালাছে, বজৰ্‌পাত হৈছে, জংলত উ একৃলা ফিৰে কেনে? কথা একৃটা সুধালে ৰাও-শৱদ না কৰে, কেৱল চকি চকি ক'থি ক'থি ফিৰে—কি যে কৰে উ—! কেনে—?'

'কেনেকে' বুল্‌বো—?'

'তুমি তাৰ বাপ্‌টা।'

'তো কি হ'ল?'

'হাত সাবটি বহি থাকিবা?'

ছুগানই ধীৰে-শাঁতে ক'লে, 'মোৰ কথা সি শুনিব? সি কোনো দিনে মোৰ কথা মেনাছে? কোনো দিনে বঢ়া কথা বোলে নাই, যি কৈছোঁ চব্ মনপুতি শুনাছে। কিন্তুক—যেতিয়া কাম কৰিবলৈ লৈছে, তেতিয়া নিজৰ মনে পতা কাম্কে কৰাছে। উ মোৰ ছৱাল, হয়, কিন্তুক উৱাক মই চিনি নাপাওঁ। তু ভি চিনি নাপায়। মুণ্ডাৰ ঘৰত এনে ছৱাল আগে কাহানিও উপ্জা নাই। কোনো কালে কোনো মুণ্ডাই এনে ছৱাল দেখা নাই।'

'হা! তুমিও এমুন কোৱা?'

'কওঁ।'

'না কোৱা। এইচব কথা শুনিলে মোৰ ডৰ লাগে, ডৰ খাওঁ মুই। এমুন ছৱাল এমুন ছৱাল—কেমুন ছৱাল? উ সকল ছৱালৰ নিচ্না হলে মুই ডৰ নাই কৰতাম। উ যেন কেনেকুৱা। কি হ'ব তাৰ? কী যে মোৰ হ'ব। মনে ধৰে, মাৰৰ মনে কয়, তাৰ কিজানি কিমতে কত কি যে কি সৰ্বনাশ হয়!'

'হলেউ—সেই সৰ্বনাশ তই মই বন্ধ কৰিব পাৰিম? সকল চৰ্দাৰে তাৰ বাট চাই আছে।'

ছুগানাৰ চকুযুৰি চলচলীয়া হৈ উঠিছিল।

'জানো।'

কৰমীয়ে হাহাৰয়ে কান্দিছিল।

কৈছিল, 'এত ছৱাল থাকৃতে মোৰ ছৱালৰ পিনে সিহঁতৰ দিষ্টি কিয়? কিয় বীৰসা জনম্ হওঁতে আকাশত তিনিটা তৰা দেখা গৈছিল? কিয় সকল মানুহে কৈছিল, তোৰ ঘৰত ধৰ্তী-আবা জনম লৈল, বুলি? হা'ৰে! হা মোক ধৰ্তী-আবা নালাগে ৰে! মই ধৰ্তী-আবাক নিবিচাৰোঁ। মোক লাগে কেৱল মোৰ বুকুৰ ভিত্ৰে থকা মোৰ সেই ছৱালটা!'

কৰ্মীয়ে হিয়াধুনি হাহাৰয়ে কান্দিছিল। কৈ আছিল, 'মাৰৰ বেথা এই ছিষ্টিত কেও না বুঝে ৰে!'

তাৰ পাছত বজ্ৰ বিজুলী শিল-বৰষুণৰ লগত কোবাল বতাহে কোবাই যোৱা শাল-মহুৱা-পলাশ-চেগুন-কেহেৰু-কেঁচেৰু-কেন্দ গছৰ হাহাকাৰৰ মাজত, কৰ্মীহঁতৰ উকথা-পঁজাৰ দুৱাৰমুখ হঠাৎ নাগেৰাৰ শব্দেৰে মুখৰ হৈ উঠিছিল।

এই নাগেৰা পহানৰ—গাঁওবুঢ়াৰ ঘৰতহে থাকে। ভয়ংকৰ কিবা বিপদ হ'লে, বীভৎস বনাগ্নি বিয়পি পৰিলে, দুৰ্দান্ত ঢলনি পানীয়ে মানুহ পশু উৰি আপ্ৰাণী শহ উটুৱাই লৈ যোৱা হ'লে, পুলিছৰ অতিচাৰ অত্যাচাৰ হ'লে—পহানে এই বিৰাট নাগেৰা উলিয়াই দিয়ে। এই নাগেৰাৰ আৱাজ-আৰাও অতি ভয়ানক, গম্ভীৰ, তুম্বলি দিয়া। ভূঁইকঁপ হ'লে পৃথিৱীৰ পেটৰপৰা এই নাগেৰাৰ আৱাজৰ দৰে গম্ভীৰ আৱাজ ততোৱাল হুম্‌হুম্‌কাৰেৰে ফাটি ওলায়।

শব্দ উঠিছিল নাগেৰাৰ……

ক্‌ড়্‌ৰ্‌ৰ্‌…কড়্‌ৰ্‌ৰ্‌……

ডু ডু ডুম্—ডু ডু ম্…ডুম্……

দুৱাৰ খুলি দিছিল ছুগানাই।

'কি হয়াছে ?'

মানুহ। কেৱল মানুহ আৰু মানুহ। গাঁৱৰ সকলো মানুহক বজ্ৰ-বিজুলীৰ নীলা নীলা পোহৰৰ মাজত দেখা গৈছে—ক'লীয়া দেহৰপৰা বাগৰি বাগৰি পৰিছে বৃষ্টিধাৰা, আৰু সুগম্ভীৰ নিনাদৰে বাজি বাজি উঠিছে প্ৰাণ-কঁপাই যোৱা ভয়ংকৰ সেই নাগেৰা।

সকলোৱে কৈ আছিল ঃ

দেখ হে দেখ! চকু ডাঙ্গি ডাঙ্গি দেখ হে। মুণ্ডাৰ ঘৰত ধৰ্‌তী-আবাক দেখি লোৱা হে!'

সকলোটিয়েই একেলগে ঘূৰি চাইছিল।

এক অদ্ভুত-অত্যাশ্চাৰ্য্য দৃশ্য!

সেই দৃশ্য চকুত পৰিলে গাৰ নোম ডাল ডাল হৈ উঠে। বুকুত উঠে গুৰ্‌গুৰ্‌কৈ কঁপনি!

অৰণ্যত ধুমুহাৰ ধুমধুপাল, গছ-গছনিৰ চেপা আৰ্তনাদ, আকাশত বজ্র-বিজুলীৰ বৃংহন-ধ্বনি, আৰু আলাস-ভঙা ধাৰাসাৰ প্লাৱনৰ পানী।

আৰু আকাশৰ পিনে দুয়োখন হাত দাঙি—বীৰসা—ধীৰগামী।
বীৰসাৰ চকু-মুখত বৃষ্টিজল, তাৰ দৃষ্টি উজ্জ্বল, আৰু ভয়ংকৰ ভবিষ্যতৰ দৰে, ভীষণ ভয়ংকৰ নিষ্কম্প স্থিৰ তাৰ মুখমণ্ডল…।

আগ বাঢ়ি আহি আছিল বীৰসা। মূৰৰ দুকাষেদি হাত দুয়োখন আকাশলৈ দাঙি দাঙি। আহিব ধৰিছিল বীৰসা—এই বিনাশনী বজ্র-বিজুলী গুমনি গাজনি-বিধ্বংসী প্ৰলয়ংকৰ প্লাৱনৰ মাজেদি…।

ছুগানা আৰু কৰ্‌মীৰ মুখত ৰা নাছিল।

স্তব্ধ, স্থিৰ, নিশ্চল দুয়ো!

যেনিবা প্ৰস্তৰমূৰ্তি!

'—বীৰসা!'

কৰ্‌মীৰ মুখ-চকুত অবিশ্বাস।

'বীৰসা বুলি কইস্ না, মঁা। মুই ভগৱান। মুই মুণ্ডাসৱক নিচুকাই পাহৰাই নাৰাখোঁ। মুই মুণ্ডাক কথাতে নুভুলাওঁ, কোলাতে নোদোলাওঁ। মুই সক্‌লো মুণ্ডাৰ বাবে এই জংগল-পাহাৰ-জমিন্—চব জিনি আনি দিম। মুণ্ডাসৱে ভগৱানক বিচাৰি ফুৰিছিল, মঁা, মুই ভগৱান হৈ ফিৰি আহিলোঁ।'

'মোৰ বুকত আহ্, বাপ্ মোৰ!'

কৰ্‌মীৰ শীৰ্ণ কোঁচ খাই পৰা বুকু বীৰসাই তাৰ কপালখনেৰে স্পৰ্শ কৰিছিল। কৰ্‌মীৰ হাত দুখন নিজৰ হাতত লৈ কৈছিল, 'মুই ভগৱান, মঁা মোৰ, আৰু তোৰ কোলাত মোক তই ধৰি ৰাখিব নোৱাৰিবি। নোৱাৰিবি। মুই ধৰ্‌তী-আবা!'

কৰ্‌মীৰ আৰ্ত হাহাকাৰ অগণন মুণ্ডাৰ জয়োল্লাসৰ ধ্বনিৰ মাজত নোহোৱা হৈ পৰিছিল, অশ্ৰুত-অব্যক্ত হৈ পৰিছিল, বিৰাট নাগেৰাৰ ডুমডুম্ ডুমডুম্ গম্ভীৰ ঘোষণাৰ দুৱাৰ গঁৰিলাৰ তলত কৰ্‌মীৰ বুকু-ভঙা হাহাকাৰ জাহ গৈছিল।

মুণ্ডাসকলে টেঁটুফালি চিঞঁৰি আছিল : 'ভগৱান হয়াছে গ'—আমাৰ বীৰসা। বীৰসা ভগৱান! সকল কগা-ভুগা ভাল হৈ যাব, মৰাক জীয়াব, ভুখাক ভাত দিব বীৰসা ভগৱানে—এ—এ—!'

নাগেৰা গম্ভীৰ আৱাজেৰে ডুডুম্ ডুম্ ডুডুম্ ডুম্কৈ বাজিছিল।

'সকলোৰে সকল জমীন্ ফিৰা দিব, জাংঘাল ফিৰা দিব, দিকুবিলাকক খেদি দিব আমাৰ বীৰসা ভগৱানে—এ—এ—

নাগেৰাত কোব পৰিছিল।

ছুগানাই তাৰ দুই হাতেৰে দুয়োখন কাণত চেপি ধৰি থাকিল। ক'লে, 'কৰ্মীৰে! তোক নাই কৈছিলোঁ মুই—? এই ছৱালটাই তোক আনন্দ দিব যত, কন্দুৱাব তত?'

'হা! কি হ'ব?'

'ভগৱানৰ বাপ্ মুই, মা তুই। উ যৈছন হঁহুৱাব-কন্দুৱাব, আমি তৈছন হাঁহিম-কান্দিম।'

গভীৰ অবোধ্য দুখে-ভয়ে ছুগানাই বাৰে বাৰে মূৰ জোকাৰিছিল।

ন

চাওঁতে চাওঁতে ছুগানাৰ উকথা-পঁজায়েই এক পবিত্ৰ তীৰ্থক্ষেত্ৰহেন হৈ উঠিল।

বীৰসিং মুণ্ডা, যিজনে ছুগানাহঁতক এই গাঁৱত বসত্ কৰাইছিল, যাৰ সহায়ত ছুগানা-কৰ্মীহঁত বসতীয়া হৈছিল, সেইজন বীৰসিং চৰ্দাৰহঁতৰ দলত বহুদিন ধৰি আছে।

বীৰসিঙে সকলো চৰ্দাৰক সম্বাদটো দিলে গৈ।

শিমলুৰ গুটি ফাটি তুলা ওলাই সেই তুলাৰ আঁহবোৰ দিশ-বিদিশলৈ দিহিঙে-দিপাঙে উৰি যায়। বীৰসাৰ বাতৰিয়েও পালেগৈ দিশ-বিদিশ দূৰ-দূৰান্তৰ। লোঙ্গাকুৰিয়া, নাৰাঙ্গা, তুবিল, মুচিয়া, কত যে দূৰ দূৰণিৰপৰা দলে দলে মানুহ-মুনিহ টপলিয়াই আহি থাকিল···আহিয়েই থাকিল···।

যেনিবা কোনো দিনে-কোনো কালে শেষ নোহোৱা নিজৰাৰ স্ৰোত।

মুণ্ডাসৱৰ সকলো প্ৰত্যাশা পূৰ্ণ কৰি ভগৱানে মানুহৰ ৰূপ লৈ জনমিলে মুণ্ডাৰ ঘৰতে। দলে দলে মানুহ আহে মনুষ্যৰূপী এই ভগৱানক চাবলৈ।

এটি বাৰৰ বাবে চাই ধন্য মানিবলৈ।

সেই কিশোৰ গায়ক ছুনাৰাই তাৰ গৰাকীৰ ছাগলীবোৰ বনত চৰিবলৈ এৰি দি এটা টিলাৰ ওপৰত থকা বিৰাট ওখ বন-কেঁহেৰ এজোপাৰ মূধত উঠিলগৈ। তাত বহি বহি সি চাই থাকিল হাজাৰ-বিজাৰ মুণ্ডামানুহ গীত গাই গাই লয়লাসে চালকাঢ়লৈ গৈ থকাৰ অপৰূপ দৃশ্য। ওখতকৈয়ো ওখ গছজোপাৰপৰা সেই মাউথে যোৱা মানুহবিলাকক পকৰাৰ লানি যেনহে লাগিছে তাৰ।

ছুনাবাই ভুরু কোঁচাই গালত হাত ফুৰাবলৈ ধৰিলে। ভাবিলে: এয়ানো কিহৰ বান আহিল? কিয় আৰু কেনেকুৱা আশ্রয় বিচাৰিনো অগণন এই মানুহ বীৰসাৰ কাষ চাপিছেগৈ?

ছুনাবাই বীৰসাক সেই 'বোলোপে বোলোপে' গানটো গাই শুনাইছিল। এই অসংখ্য মানুহে এতিয়া কোনটো গান গাই আছে?

'নে মুলুক্ দিছুম্‌ৰে ধৰ্‌তী আবায়
হাইজি লেখায়ে ভাদ্রমাসে,
যানোৱা হোন্‌কো ৰসিকতানাৰে ভাদ্রমাসে...'

[ এই দেশতে ধৰ্‌তী-আবা জনম ল'লে ভাদ মাহত
সকলোটি উথল-মাথল ভাদ মাহত,
লানি লগাই আহিল সৰে ধৰিবলে' থাটনি গ',
বুলি বুলি মাউথ বান্ধি যায় গ'...

* * *

চল্ সৰে আনন্দ্ কৰোঁ ধৰ্‌তী-আবাক সেৱা কৰোঁ
ধৰ্‌তী-আবাই বন্দী কৰে দুছ্‌মনকে ভাদ মাহত।'

ছুনাবাই অবাক মানিলে।

কালি—তাৰ গৰাকীৰ সৈতে ছুনাবা হাটলৈ গৈছিল। গৈ—সেই হাটৰ পৰা সি কত যে নতুন নতুন নভৱা-নজনা কোনো-কাহানিও নুশুনা কথা শুনি আহিল।

শুনি আহিল যে—বীৰসা যে ধৰ্‌তী-আবা—সেই খবৰে আনকি পালামৌলৈকো ঢৌৱাই গৈছে। আৰু—কোনো জাত-পাতৰ কথা নাই, বাধা নাই। বীৰসা সকলোৰে। বীৰসা এতিয়া প্রবল বান। এই বানে বৰ বৰ শিল হেন বাধা কুটাৰ দৰে উটি-ভাহি যায়...।

শিলাময় তেজহেন ৰঙা ৰঙা সগৰ্ভা মাটিৰ বুকুৰেদি বৈ যাব ধৰিছে তাজ্‌নে নৈ, কান্‌চা নৈ। এইবোৰ নৈত বান আহিলে মানুহ-দুনুহ হৰিণা-হস্তী নালাগে পাষাণ পাষাণ চপৰা-চপৰে পাথৰো উটি যায়।

বীৰসা এতিয়া ধৰ্‌তী-আবা। ধৰিত্ৰীৰ নিয়ন্তা।

কিমান কালৰপৰা যে আদিবাসী সকলে বীৰসাৰ তুল্য কাৰোবাক বিচাৰি আছিল, বাট চাই আছিল, কোনে ক'ব?

সিংবোঙাৰ আৰু মিশ্যনৰ ধৰ্মৰ বিৰুদ্ধে যিজনে একে উশাহতে যুঁজ দিব পাৰিব, সেইজন ধৰ্‌তী-আবালৈ অনন্তকাল ধৰি বাট চাই ৰৈ আছিল। ওৰাওঁ, কোল, খাৰিয়াৰহঁতক সিংবোঙাই আৰু ৰক্ষা কৰিব নোৱৰা হৈ পৰিছিল। যিশুৰ চৰণৰ শৰণতো এইসয়ে আৰু ভাৰসা পোৱা নাছিল। সিহঁতক লাগিছিল এজনা ন ভগৱান! সিহঁতক লাগিছিল তেনেহেন ভগৱান, যিজনাই কেৱল জাদু-অলৌকিকত্বৰ কলা-কৌশল আৰু অপদেৱতা আৰু অভিসম্পাতৰ অমোঘ ভীতিৰে বোবা কৰি নাৰাখিব। সিহঁতক তেনেহেন ভগৱানৰ দৰ্শন লাগিছিল, যিজনা ভগৱন্তই চৰা-লঘোনীয়াক কিংডাম অৱ হেভ্‌নৰ কথা নক'ব।

যিজনা ভগৱানে কয়: অপদেৱতাক নহয়, কোনো কল্পনাৰ ভূত পিশাচ বীৰা যথক নহয়, দিকু আৰু বণিয়াক, সুতখোৰ মহাজন আৰু অতিচাৰী-অত্যাচাৰী চৰকাৰক খতম কৰাঁ, নিজৰ প্ৰাপ্য নিজে বলেৰে আদায় কৰি লোৱাঁ—সেইজনা ভগৱানক লাগে—।

লাগিছিল—যিজনাই কয়, যিজনা ভগৱানে ক'ব: লাগিলে মৰিবাঁ, মৃত্যুক আঁকোৱালি ল'বাঁ—তেনেহেন ভগৱান।

সেইজনা ভগৱানৰ বতৰাই দূৰ-দূৰান্ত দিক-দিগন্ত পাইছিলগৈ, ক'ত পালামৌ, ক'ত ছোটনাগপুৰ। পালামৌৰ বাৰোৱাৰী আৰু চেচাৰিলৈকো বতাহী গতিৰে এই বতৰাই বিয়পি পৰিছিলগৈ।

আৰু অধিকভাগ ওৰাওঁ আৰু মুণ্ডা হৈ পৰিছিল—বীৰসাইত।

নাই, জাতি-মহতৰ প্ৰশ্নই মূৰ দাঙি উঠা নাছিল। জাত-পাতৰ বাধা উটি-ভাহি গৈছিল। হিন্দু-মুছলমান—সকলোৱেই চালকাড়লৈ এক সুৰময়-ছন্দময় গতিৰে খোজ লৈছিল।

সকলোটিয়েই বীৰসাক চাব।

বীৰসা ভগৱানক।

ধৰ্মাধৰ্ম নিৰ্বিশেষে মুগুাসৰে সমকণ্ঠে সমলয়ে গান গাই আছিল, কণ্ঠতে কণ্ঠ মিলাই গান গাই আছিল সদানৃহঁতে—হিন্দুহঁতে ঃ

'কাবৌ কৰিছোঁ, কোৱাঁ,
কত দূৰ চালকাড় ?
চালকাড় আৰ কত দূৰ ?
বাটে ভাঙি ভাঙি যাম
খৰেকৈ খোজ ল'ম
কোনে কয় পূবে আৰু কোনে কয় দক্ষিণে
বাট ভাঙি ভাঙি যাম পিনে পিনে পোনে পোনে।
গৰজে হাবিত কত ঢেকীয়াপতীয়া
ভলুকা ভালুক আছে তেও যাম দিয়া,
লাহে ধীৰে যাম ?
আমি মাউখে যাম ?
বীৰসাৰ মাতে হেনো পোহৰ ওলায় ?
আমি গৈয়েই থাকিম···
তাৰ বচন শুনিম।

ছুনাৰাই হাটত এই কথাটোও শুনি আহিছে যে চৰকাৰে এই খবৰটো পাই গ'লেই। চৰকাৰক হেনো লিখি জনোৱা হৈছে যে—ৰুগীয়া-ভুগীয়া, কণা-কলা, লেঙুৰ-ভেঙুৰ, আতুৰ-চতুৰ—সকলো তালৈ, —চালকাড়লৈ বুলি ঢাপলি মেলিছে। কিমান যে দূৰ চালকাড়, আৰু কিমান যে দুৰ্গম জঙ্ঘটীয়া জঙ্গলী বাট-পথ! তাত থকা-মেলাৰো কোনো ঠাই নাই। তথাপি, এনে দুৰ্ঘোৰ বাৰিষা, দুৰ্গম জংগল চালকাড়তে পতা হ'ল বীৰসাইত ভক্তসৱৰ মেলা!

গোঙং মুণ্ডাই ছুনাৰাক ক'লে, 'মুইয়ো গৈছিলোঁ।'

'দেখিলি ?'

'দেখিলোঁ।'

'কি ৰকম দেখিলি ?'

'ভ—গ—ৱা—ন!'

'ভগৱান!'

'হঁা বে। আগে দেখাছি ক—ত, তুও দেখাছিস্। এতিয়া দেখ্‌লে সেই বীৰসাক চিনি নাই পাবি। উস্! কী-যে বিষ্টি-বৰ্‌ষুণবে জুনাৰা! আকাশৰপৰা ছেদ-ভেদ নাই হুৱাকৈ কেৱল পানী আৰু পানীৰ ধাৰ! ইম্—মান যে পানী ঝুঁৰাইছে! মোৰা মাথাৰ উপ্‌বে বাঁহৰ ছাতি ধৰি বৈ থাকিলোঁ। ছাত্‌তু আৰু নিমখ লৈ যাইছিলোঁ এই—ইম্‌মান। যতদিন ছাত্‌তু থাকল, একমুঠি-আধামুঠিকৈ খাই কথম্‌পি বৈ থাকিলোঁ। যেতিয়া নহোৱা হ'ল—ফিৰি আহিলোঁ।'

'কি দেখ্‌লি?'

'যত কণা খোঁৰা-কণ-ভুগা—চব যায়া বহি আছে তাত। খুব গান বেন্ধাছে বাল্‌ভুৰ গোমী মুণ্ডাটা।'

'কি গান বেন্ধাছে?'

'চল্ মিতা চালকাড় যাওঁ—
বনৰ বুকুত চালকাড় যাওঁ—
তাক দেখিম ব'লা যাওঁ।
সক্‌লে যায় আমিও যাম তাবে দেখা পাম,
তাক দেখিবলে' যাম।
আকাশী ঐ সুতা বগাই নামি আহিল সি,
নতুন কথা গলতে লৈ আহিলে নামি
লাওৰ খোলাত পানী ভৰাই লৈ যামে কঢ়িয়াই
আহিমেগৈ তাবেপৰা মনৰ আশাকে পূৰাই—
যেন বেলিৰ দবে ওলাল সি, যেন পূৰ্ণিমাৰে জোন—
সদায় সদায় নাছিব হে, নোহোৱা হৈ যাব এ,
তাক চাই আহোঁগৈ যাওঁ,
নোহোৱা হৈ যায়হে যদি নাপামে তাক ক'তো খুজি
দেশক ভেজি যাব গুচি আন্ধাৰ্‌তে তাক ক'থি পাম।

'আবাৰ গা।'

গোতঙে ক'লে।

'পাছত।'

'গা না বে।'

'ক'লোঁ তো—পাছ্‌তে।'

'ঠিক আছে। তা বাদে বোল্‌—কি হ'ল—?'

ছুনাৰাই শুনি আছে, গোতঙে তাক কৈ আছে—

'বীৰসাই কয় হেনো, ছাহেবহঁতৰ গাৰ বৰণ হ'ল বগা। বগা কুকুৰা, বগা বৰণৰ গাহৰি, আটাইবোৰ আশুচি। সেই দেখি, মুণ্ডাসকলাই বগা কুকুৰা বগা গাহৰি—চব কাটি কাটি খাই পেলাব ধৰিছে।

'বীৰসাই হেনো আকাশ-বতাহ-জংগল-জমিনৰ গতি-গোত্র চাই কৈছে—১৮৯৫ চনত ভয়ংকৰ আকালে দেখা দিব। সকলো পাপেৰে ভৰি পৰিছে। ছেংগেল-দাব অগনিতকৈয়ো আৰু ডাঙৰ সৰ্বনাশ আকাশৰপৰা নামি আহিব। সকলো অবিশ্বাসীৰ মিত্যু হ'ব।

'কেৱল বীৰসাত বিশ্বাসীসকল জীয়াই থাকিব।'

'হাঁ—?'

'হাঁ।'

আৰু তাৰ পাছত আহিব সুখৰ দিন।

সেই সুখতে আদিবাসীহঁতে খেতি-খোলা, কাম-বন নকৰা হৈছে। আহক প্রলয়, কৰক ধ্বংস অবিশ্বাসীহঁতক। পাপৰ ৰাজ্য ধ্বংস হওক। খেতি-বাতি কৰি, বন্ধা-বেগাৰী কৰি, সেৱকপট্টাত লিখা চৰ্তমতে মুৰৰ ঘাম ভৰিত পেলাই হাড়ভঙা পৰিশ্ৰম কৰি দিকু বণিয়া মহাজনহঁতক পেট-শকত পেটভিয়াৰ কৰাৰ কিনো সকাম?

একদম নৌতন দিন।

বীৰসাই নতুন দিন আনি দিব।

নতুন দিনত উদ্দেশ্যে মুণ্ডাসকলৰ সুখৰ বাবে শ্ৰম কৰা যাব। এতিয়া কাম-কাজ বন্ধ্‌।

চৰ্দাবইঁতে কৈ ফুৰা হৈছে: 'ভগৱানে কৈছে, মহাপলয় মহাসৰ্বনাহ আহিব ধৰাছে। এই সৰ্বনাহ্ দহোটা হেংগেল-দাতকৈয়ো ডাঙৰ সৰ্বনাহ্। কোনেও যেন খেতি-বাতি নকৰা, কৰ-কাটল নিদিয়া, যাৰ যাৰ যত যত খেতি আছে,—চব্-সমুদায় খাই শেষ কৰি পেলোৱা।'

· এই বিষম বাতৰি শুনি মুণ্ডাইঁত উলাহৰ মাদলী। লগতে ভয়ো লাগিছে। এইবোৰ ভগৱানৰ কথানে চৰ্দাবইঁতৰ মনে পতা পংকথা, কোনেও ভাবি চোৱা নাই। প্ৰায় আটাইবিলাকেই খেতি-পথাৰতে গাই-ছাগলীবিলাকক মেলি দিছে। আহিনীয়া শালি ধানৰ লহপহীয়া সেউজবৰণীয়া পুলিবোৰ নিৰ্মূল হৈছে। চবেই যাৰ যাৰ ঘৰৰ কুকুৰাবোৰ কাটি খাইছে। সকলো বয়-বস্তু বেচি হাটবপৰা নতুন চুৰিয়া চোলা, শাড়ী আদি কিনিব ধৰিছে। নতুন কাপোৰ-কানি পিন্ধি গীত গাই গাই ভগৱান-দৰ্শনলৈ ওলাইছে। বণিয়াইঁতে কাপোৰ-কানি বেচি বেচিয়েই ধনেদি মঠ বান্ধিলে, লাভৰো উপৰি লাভ কৰিলে।

ছুনাবাই মুৰ জোকাৰিলে। চব কথা ফটফটীয়া যেন লগা নাই।

কাটুই গাঁৱত হাইজা লাগিল। খবৰ পায়েই ভগৱান উৎকণ্ঠিত হৈ নিজে নিজেই উধাতু খাই লৰৰি গ'ল তালৈ। ক'লে, 'বেমাৰীক বেলেগে ৰাখা, নিমখ পানীৰে উতলাই-সিজাই সেই নিমখ-পানী বেমাৰীক খাবলৈ দিয়া। বেমাৰীৰ কাপোৰ-কানি কুঁৱাৰ পাৰত, পুখুৰীত, নিজৰাত নুধুবা। সকলোৱে পানী তপতাই-উতলাই খোৱা। এইবোৰ নিশ্চয় মানিবা। নহ'লে মাউৰে নেৰিব। ভাত—গৰম কৰ্কৰা পইতা যেনে-কুৱাই নহওক, যাটো আমানি যেয়ে যিহকে নোখোৱা—ঢাকি থ'বা। মাখি নবহালৈ চকু দিবা। বাহী পঁচা কেতিয়াও ভুলতো নাখাবা।'

'ভগৱান, তোমাক পূজা না কৰিম?'

'এইবোৰ্তে মোৰ পূজা হে।'

'তো—মন্তৰ কৈ নিদিবা?'

'দিব হে।'

ভগৱানে ধুৰা নৈৰ পাৰ পালেগৈ।

ক'লে, 'পাথৰ পেলাই পানী বান্ধিলে কোনে? পানী ডোঙা বান্ধি সেউজীয়া হৈ পৰিছে।'

'আমি কৰাছি।'

'ভাল কৰা নাই হে।'

ভগৱানে পাথৰবোৰ পানীৰপৰা উঠাই দলিয়াই পেলালে। হাত-যোৰ কৰি, চকুযুৰি মুদি ক'লে: এইচব্‌কে গিয়ান দিয়া হে, হে মোৰ মাজত থকা ভগৱান! আমাৰ মুণ্ডাসৱ যে বিঘাত মৰণে মৰে!'

ভগৱান বীৰসাই ক'লে, 'এই বৈ যোৱা ধাৰৰ পানী খাবা। মন্ত্ৰ মাতি দিলোঁ। এতিয়াৰপৰা আৰু হাইজা নহ'ব। আপাং গছ তোমালোকে চবে চিন। আপাঙৰ শিপা পিছি খাবলৈ নাপাহৰা।'

তাৰ পাছত, ভগৱানে কোৱা মতে কাম কৰিলত, সঁচাসঁচিকৈয়েই আৰু হাইজা হোৱা নাছিল।

চৰ্দাৰহঁতে ক'লে, 'দেখিলিনে? ভগৱানৰ মন্তৰ শুনি জহনী বুঢ়ী—হাইজা কেনেকৈ' চৰাইটো হৈ ডোকা কোবাই উৰি গুচি নোহোৱা হৈ গ'ল—দেখিলিনে? এতিয়া চিন বীৰসা ভগৱানক।'

ছুনাৰাই মুৰ তুপিয়ালে। হয়, বীৰসা যদি ভগৱান হয়েই, মুণ্ডাৰ ভগৱান, তেনেহ'লে ছুনাৰা বীৰসা ভগৱানৰ শিচ্ হ'বগৈ। যদি ছেংগেলদা সঁচাসঁচিকৈ পুনৰ নামি আহেই তেনেহ'লে কিয়নো সি তাৰ গৰাকীৰ গেমেছা কিল খাবলৈ তাৰ ঘৰত তাৰ ঠেঙৰ চেপা গোলামটো হৈ থাকিব? গৰাকী, গৰাকীৰ গোটে গিয়াতি বাণিয়া মহাজন, গৰাকী গৰাকীৰো জমিদাৰ, জমিদাৰৰ মুনিব ৰজা—সকলো খাপাটো হৈ খাওঁ খাওঁ মূৰ্তি ধৰিছে।

'পাগল একটা, খাপাটা! বাঢ়ি অহা ছাৱল, চুৰ্তি-বুধি নাহোৱা হৈ বাইলুং কোবাই ভূতগুলাক উত্‌ভাই তুলিছে!'

ধুৰা নৈও নৈয়েই, কিন্তু ধুৰা নৈত সোঁত নাই।

কিয় নাই?

এইবোৰ কথা মুনিব-মহাজনৰ মাজত হোৱা কথা। মহাজনে কয়: 'ইবাৰ আকাশৰ গতি-মতি ভাল নোহয়। বীৰসাক জখলত লৈ যাই ভগৱান কৰিব বুলি কেদিনমান ধুমুহা-বৰষুণ হৈছিল। তাৰ পাছৰপৰা বতৰ কেনে বেয়া হ'ল মন কৰিছা? পানীৰ নামকে নাই যে—?'

'না, নাই। আৰ আকাশৰ এনে গতি-মতিখনৰ বুজ-বাজ লৈ সেই বেটাই কৈছে—এইবেলি ছিষ্টি অলি-পুৰি চেচ্ হৈ যাব। চৰ্ অলিপুৰি ছাইমুঠি হ'ব।'

'ছৰ্দাৰ বেটাহঁত কি কম বদমাছ? এই বেটাহঁতে কৈছে বোলে—এ বাদে শুকান খেতি-পথাৰত জুই লগাই দিব। মুণ্ডাহঁতে জানিব—ভগৱানে সঁচা কথাকে কৈছিল।'

'কিন্তু গতি-মতি বৰ বয়া হে—।'

'কেলৈ?'

'আকাল আহে, মুণ্ডাবেটাহঁতো আকালৰ লগে লগে আহি যায়, আমি সেৱকপট্টা লিখাওঁ, বেটাহঁতক বন্ধুৱা বাখোঁ। তা বাদেও সুখ কত! বেটাহঁতে আমাৰ খেতি-পথাৰত কাম কৰে, ঘৰুৱা কাম-কাজও কৰে, দোলা কচিয়ায়, বেটাহঁত—অবুজন হাবাং। খেতি-খোলা পৰ দিব —কিন্তু চুৰি নকৰে এটাও দানা। ঘৰত ঠাকুৰ পূজা কৰা দেখিলে ডৰতো উপ্ৰি ডৰ্—ছুনা ডৰ খায়।'

'ভোদা, ভেলেকা।'

দুয়ো হাঁহিলে হি হিকৈ।

'কিন্তুক—এইবাৰ কথা বৰ বিষম।'

'আঁ—?'

'হয়। এইবাৰ কোনো মুণ্ডাটা—কোনো এক্‌টাও আহে নাই বিক্ৰি হবাৰ লাগি। ছৰ্দাৰবেটাহঁতে বৌঢ়ি উঠাই দিছে—মানুহ কিনা-বেচা বে-আইন! আৰে বে-আইন যে—চেই কথা আমিবোৰে কি না জানো না কি? আইন-বেআইন তো আমিও জানো। পট্টা-কট্টা তো উ চৰ্কো ডৰ খুৱাবৰ কাৰ্ণে কৰা হোয়।'

'হঁা, কথাটা ময়ো শুনিছোঁ, হোয়। এইবাৰ তো চৰ্ অলি-পুৰি চণ্ডনাশ্ হৈ যাব, তবে আৰ কিহৰ ডৰ? দেখ, যিহঁতে চিৰটাকাল ভয়ৰ কোৰত দৌলা-কেঁকোৰা দি থাকে, সিহঁত যেতিয়া ভয় নোহোৱা হয়, একদম ভয় নোহোৱা হয়, যেতিয়া মুণ্ডাইঁতে হঁাহি হঁাহি নিজৰ খেতি-খোলা নিজেই নষ্ট কৰি পেলায়, তেতিয়া লা-লক্ষণ অতি বেয়া বুলি ক'বই লাগিব। এই বীৰসাৰ পৰা আমাৰ লোচ্কান হ'ব খুব। ইমান দিন মুণ্ডাইঁতে কি কৰিছিল কোৱাছোন? ডৰ কৰে নাই?'

'হঁা, ইমান দিন ডৰ কৰিছিল।'

'বীৰসাই সিহঁতক বুজাই দিছে—মৰিবি যদি ডৰিবি কেলেই?'

'আমাৰ কথা বাদেই দিয়া। মিছনৰ ছাহাবহঁতৰে ধী-ধিয়নী লাগি গৈছে। ছাহাবহঁতবো থৰ্থৰণি কি চাবা! এতিয়া আৰু কোনো কিৰিস্তান হ'বলৈ নোযোৱা হৈছে, সেই বাটলৈ খোজেই নোলোৱা হৈছে। সিহঁতেও চালাম জনাই উভতি খোজ লৈছে। ছাহাবহঁতে কয় বোলে—আমাৰ ওচৰত চাৰি বছৰ ধৰি বীৰসাই যিবোৰ কথা শিকিলে কাম শিকিলে, তাৰেই বেটাই এতিয়া মুণ্ডাইঁতৰ মুণ্ড ঘূৰাই দিছে।'

'এই কথাত ডৰৰ কি আছে? আকাল হয়, চাউল পায়, তালৈ গৈ খিৰিস্তান হয়। তাৰ পাছত কাচিৎ-কেতিয়াবা মুৰকথহঁতে উচল কাটি চৰকাৰৰ বিৰুদ্ধে যুঁজ দিবলৈ ওলায়। মাৰ খায়, জেল কঁাচী চাবুকৰ ভয়ত গৈ খিৰিস্তান হয়গৈ। দুবছৰ ফচল পায়, পেটত দানা পৰে, মিছন এৰি গুচি আহে। ছাহাবহঁতে ডৰাবৰ কি হ'ল। মিছামিছি কিহৰ ডৰতনো সিহঁতৰ থৰ্থৰণি উঠিব লাগে?'

'ডৰ হ'ল বীৰসাক। সি যে কি কৰে-নকৰে কৰিব-নকৰিব, সেই কথা ঠাৱৰ কৰাটো টানেই।'

'বুজি পালে ডৰ নাথাকে, নুবুজিলে ডৰ।'

ছুনাবাই শুনি আছিল, আৰু ভাবি আছিল এইবোৰ কথা-কাণ্ড। আৰু সি চায়েই আছিল অগণন মানুহৰ সমদল চালকাড়লৈ যোৱালৈ।

কোনেও ক'ব নোৱাৰে, বীৰসা ভগৱানৰ কথাখিনিৰ মাজত কিমান-খিনি যে বীৰসাৰ, কোনেও ন-দি ক'ব নোৱাৰে, কোনেও নাজানে।

বীৰুসাই তাৰ মাক কৰ্মীৰ বান্ধন-বাচনেই খাই আছিল, কৰ্মীৰ ঘৰতে আছিল সি। কিন্তু কৰ্মীয়ে জানে, তাই আৰু কদাপি তাইৰ এই আপাটোক আগৰ দৰে নিজাকৈ নাপায়। কোলাত লৈ মৰম কৰিব নাপায়। সি এতিয়া হৈ গ'ল ধৰ্তী-আবা। সিয়েই হ'ল এই মাটিৰ পৃথিৱীখনৰ মূৰ্তিমন্ত ৰূপ। মানুহৰ দেহৰূপধাৰী সিয়েই হ'ল পৃথিৱী। ছৱালক এতিয়া আৰু কৰ্মীয়ে কেনেকৈ ক'ব, 'তোক দেখি মোৰ ভৰ কৰে বে বীৰসা, তোৰ লাগি ডৰ কৰে। ইমান মানুহে পূজে যাক, বৰ ডৰ লাগে তাক। কিন্তু মানুহ বৰ অপলাগী বে বীৰসা, আজি যাক মূৰত তুলি নাচে, কালিলৈ তাকেই আছাৰ মাৰি পেলায়।' এই কথা আজি কোৱাৰ সাধ্য কি তাইৰ।

ইপিনে—হৰ্মু ওজাৰ চক্ ছুটিল।

চন্দ্ৰ-সূৰ্য্য থাকেমানে চিৰটিকাল ধৰি মুণ্ডাইঁতক ভূতে লঙ্ঘে, ডাইনীয়ে কুদিষ্টি দিয়ে, শতুৰুৱে বাণ মাৰে। আৰু এইবোৰৰ প্ৰতিকাৰ বিচাৰি চিৰটিকালেই সিহঁতে হৰ্মু ওজাৰ ওচৰত আঁঠু লয়। আৰু হৰ্মু ওজাই চাউল কুকুৰা খাহী পঠা আদি লৈছিল প্ৰতিকাৰৰ বিনিময়ত। তুক্-তাক্ জৰা-ফুকা যাগ-যজ্ঞ কৰিছিল। সকলো মুণ্ডায়েই হৰ্মুৰ কথা হৰিয়ে গোৱৰ্ধন ধৰি ৰখা কথাৰ দৰেই একেবাৰে যাক বোলে সাঁচে-কাটে সঁচা বুলি ভাবিছিল।

এতিয়া, বীৰসা যদি সিংবোঙা হেন হৈ উঠে, যদি হৈ উঠে তাৰ মান শক্তিমান, মুণ্ডাই হৰ্মুক বাৰু কিয় মানিব? কিয় তাক হাল নোহোৱা হলধৰ বুলি নাভাবিব?

বীৰসাই কয়: মন্ত্ৰ-তন্ত্ৰত বিশ্বাস নকৰিবা, মনৰ আন্ধাৰ আঁতৰ কৰাঁ, সমুখত বিষম দুৰ্দিন।'

আৰু সেইদেখি, গাঁৱত যেতিয়া আই-বেমাৰে দেখা দিলে, তেতিয়া হৰ্মুৱে ঢৌ বানাহ দিলে, 'বীৰুৱাৰ পাপৰ ফলত আমাৰ গাঁৱত চেচক—আই ওলাল, তাৰ পাপেই আমাৰ শাপ।'

বীৰসাই হৰ্মুক সুধিলে, 'মই যদি গাঁও এৰি গুচি যাওঁ, চেচক— আই—নোহোৱা হ'বনে ?'

'হ'ব।'

বীৰসা গাঁও এৰি গুচি গ'ল। চালকাড় এৰি গুচি গ'ল বীৰসা। কিন্তু আই-মাউৰৰ অন্ত নপৰিল। ঘৰে ঘৰে আইৰ কবলত পৰি মানুহ মৰিবলৈ ধৰিলে।

মুণ্ডাইঁতে ৰাউতমুৱা হৈ উঠি হৰ্মুক ক'লে, 'হৰ্মু ওজা! তোক আমি মাৰি ভৈয়াম কৰি, তোৰ লাহাচটো হাবিত দলিয়াই পেলাম। তু ভগৱানক খেদা কৰিলি, সেই পাপত গাঁৱত চেচকে খলি ল'লে।'

হৰ্মু ওজাৰ বুকুখনে থৰহবিকম্প দিলে। সি বীৰসাক ক'লেগৈ, 'তেখ্নে মুই বুজা নাইৰে বীৰসা। তু ধৰ্তী-আবা হোয়। তোৰ জীৱন থাকোতেলৈকে আৰ বোঙা-বুঙি পূজা কৰাৰ সকাম নাই? এতিয়া তু চল্। চেচক খেদা কৰ্। নাহ'লে মুণ্ডাগুলাই মোক মাৰি লাহাচ্ কৰি হাবিত পেলাই দিব।'

বীৰসা পুনৰ চালকাড়লৈ উভতি আহিল। আহি সকলোকে মতাই অনালে। গোট খুৱালে। বীৰসাৰ পিন্ধনত হালধীয়া ৰঙেৰে বোলোৱা নতুন চুৰিয়া, ডিঙিত লগুণ, কপালত চন্দনৰ ফোঁট। বীৰসাই সিহঁতৰ ঘৰৰ দুৱাৰমুখত থকা পাভটি চাং এখনৰ ওপৰত উঠি, আকাশৰ পিনে হাত দুখন দাঙি, থিয় হৈ, বহুবতাপৰলৈকে চকুযুৰি মুদি, মনে মনে থাকিল। তাৰ পাছত কৈ উঠিল: 'সবে শুন হে!'

'কোৱা হে ভগৱান!'

'যিসৱক চেচকে ধৰে নাই, সিসয়ে নিমগছৰ পাত সিজাই সেই নিমৰ পানী খাব লাগে, নিমপাত পানীত সিজাই সেই পানীতে গা মচিব লাগে। যাৰ গাত চেচকে ধৰিছে, কিন্তু গুটি ওলোৱা নাই, তাক তুলসী পাতৰ ৰস উলিয়াই আদাৰ ৰসৰ লগত মিহলাই খুৱাব লাগে, তেতিয়া গুটি ওলাব। তা বাজে সকল চেচক বেমাৰীক কেৰেলাৰ পাত পিহি তাৰ লগ্তে কেঁচা হালধিৰ ৰস মিহলাই নিতৌ তিন্বাৰকৈ খুৱাব লাগে।'

'আৰু কহ হে—!'

'বেমাৰীৰ গা মচি দিয়া, বেমাৰীক খাবলৈ দিয়া আদি আলপৈচান ধৰাৰ কাম মাত্র এজনে বা এজনীয়েহে কৰিব লাগে! বাদবাকীবিলাক যি ঘৰত চেচক নাই, সেই ঘৰ্‌তে চুবুৰীয়াৰ লগত একেলগে থাকিব লাগে। যি কওঁ আখ্‌ৰে আখ্‌ৰে শুনিব লাগে মানিব লাগে।'

'মোৰ ছৱালটা যে নিচেই কেঁচুৱাটা, ভগৱান! ইটো তো খোজ দিব পৰাও হোৱা নাই। তাৰ চেচক হ'ল যে—?'

বীৰসা চিন্তিত হ'ল। খন্তেকমান ভাবিলে।

আৰু তাৰ পাছত হৰ্‌মুক ধীৰে কিন্তু দৃঢ়ভাৱে ক'লে, 'মুই তাৰ দেখ্‌-ভাল কৰিম। আৰ—শুন, যেইটো মৰিব তাৰ কাপোৰ-কানিৰ মায়া কৰিব নালাগে। কাপোৰ-কানি জ্বলাই পেলাব লাগে। চাফা কৰি পুনৰ পিন্ধাৰ নালাগে। যি ঘঁাহৰ চটাইত—বাঁহৰ চৰাত শুইছে, বেমাৰীৰ সেই চটায়ো পুৰি পেলাব লাগে।'

'তা বাদে— ?'

'তোমাৰলোগ যোৱাগৈ। মই শিলত চন্দন পিহি লৈ যাম, আই গুটিৰ ঘাত চন্দন লগাই দিম, জুৰ পৰিব গা।'

বীৰসাই ঘৰে ঘৰে ঘূৰি ফুৰিব ধৰিলে।

ঘৰে ঘৰে ঘূৰি ঘূৰি কৈ থাকিল—মুণ্ডাই কাহানিও নুশুনা কোনোকালে নজনা কথাবোৰ।

ইমান কাল ধৰি মুণ্ডাহঁতে হাইজা আই সাপেখোটা-বাঘে খোৱা আদি মৃত্যুক ভাগ্যৰ নির্মম কিন্তু অমোঘ নিয়ম বুলি জানিছিল, আৰু মানিছিল। বীৰসাইহে সিহঁতক পোন প্রথমে শিকালে যে চেচক-হাইজাৰ বিৰুদ্ধেও যুঁজ দিব পাৰি। বীৰসাই দেখুৱালে যে জীয়া ভগৱান এটাই ব্যৱস্থা ল'লে হাইজা-বুঢ়া চেচক-বুঢ়ীও কেঁচাৰ মুৰ ছিঙা লৰ দি পলায়।

যেই কি নহওক, নানান পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ ব্যৱস্থা হাততে লোৱাত গাঁৱৰপৰা আই বেমাৰে মেলানি মাগিলে।

তাৰ পাছত কৰ্মীয়ে ক'লে, 'বীৰসা, তু সঁচাসঁচি ভগৱান হৈছিস্ বাপ্ ? চেচক হ'ল কিন্তু বিছ-পঞ্চাছটা মুণ্ডা নমৰিল, এয়া মুই মোৰ জীৱন কালতে নাই দেখা।'

বীৰসাই ক'লে, 'ইমান মানুহৰ মাজত মই তোৰ বীৰসা নহওঁ ৰে মাই ! মই ধৰ্‌তী-আবা হ'লোঁ।'

'ধৰ্‌তী-আবায়েই হৈছিস্।'

'ভগৱান হৈ আছিছোঁ, মই তোহঁতক পথ দেখাম। তা বাদে গুচি যাম। মনতে জানিলোঁ, মোৰ ক্ষেম্‌তা দেখি দিকুবিলাক সেও নহ'লে মুণ্ডাসৱৰ আক একোপধ্যে ৰক্ষা নাই !'

## দহ

বীৰসাই উপলব্ধি কৰিব পাৰিছিল কথাটো।

উপলব্ধি কৰিব পাৰিছিল যে—কেৱল নতুন ধৰ্মমতৰ প্ৰচাৰ—ৰকক-মাৰীৰ কৱলৰপৰা ৰক্ষাৰ উপায় দিয়া—কেৱল এইবোৰেই ধৰ্ত্তী-আৰা হোৱা টান। এতিয়ালৈকে কৰা বা কোৱাখিনিৰ আঁৰত আছে মিশ্যন-জীৱনৰ শিক্ষা, জানোবা বৈষ্ণৱধৰ্মৰ শিক্ষাও থাকিব পায়। চাক-চিকুণ হৈ থকা, নিয়মিতভাৱে গা-পা ধোৱা, পৰিষ্কাৰ-পৰিচ্ছন্নতা, শুচি-শুধ্ দেহ-মনৰে ঈশ্বৰলৈ প্ৰাৰ্থনা কৰা—মুণ্ডাসৱলৈ তাৰ এইবোৰ উপদেশ-নিৰ্দেশৰ অন্তৰালত তাৰ নিজৰ জীৱনৰ বিগত ছয়-সাত বছৰৰ অভিজ্ঞতাই কাম কৰিছে।

কিন্তু কেৱল এইখিনিৰে নহ'ব। অন্য উপায়ো ল'ব লাগিব। নহ'লে উঠি ধান মুঠি নহ'ব।

অন্তৰত বীৰসাই তাৰ অৰণ্য-জননীৰ উচুপনি সদায় শুনিছিল। অৰণ্য-জননীয়ে সদা-সৰ্বক্ষণ তাক উচুপি কয়: মুঞি শুচি-শুধ্ হ'ম!

অন্তৰত—তাৰ তেজৰ নদীকূলত বীৰসাই তাৰ সেই জননীক অহর্নিশে দেখা পাইছিল। নগ্নিকা মুণ্ডাৰী-যুৱতী যেন তাৰ সেই কৃষ্ণা জননী—আদিম সেই আৰণ্যিকাই চকুলো বোৱাইছিল আৰু কৈ আছিল: মুঞি বিবস্ত্ৰ হৈ নাথাকোঁ। সিহঁতে মোৰ লাজ-লজ্জা কাঢ়ি লৈ মোক উলংগ কৰি আকাশৰ তলত পেলাই থৈছে···।

তাৰ অন্তৰৰ একাকীত্বই তাক কন্দুৱাইছিল। কান্দি আছিল তাৰ অন্তৰৰ অন্ধকাৰ একাকীত্বত—নিৰ্বাসিত জননী—কৃষ্ণা ভাৰত। জননীয়ে কৈ আছিল: বুকুত মোৰ আজিও আছে অমৃত—ক্ষীৰধাৰা, তথাপি মোৰ সন্তানহঁতে ভোগ কৰিব নাপায়, হা! এনে অদাত্য-পাতক!

অস্থিৰ অহৌ বলিয়াহেন হৈ উঠিছিল বীৰসা।

আৰু তাৰ এই অস্থিৰতালৈ তীব্ৰ-তীক্ষ্ণভাৱে লক্ষ্য কৰি এনিশা কৰ্মী উঠি আহিছিল শোৱাৰপৰা।

কৰ্মীয়ে কৈছিল, 'ধৰ্তী-আবাটো হইলি, তেও তোৰ ছাটিফুটি কিয় মুগুচিল, ক'চোন বাপ মোৰ? ৰাতিভৰ্ জালত পৰা বাঘ্টোৰ দৰে কৰি থাকিস্ কিয়? হা বীৰসা, তোক কি লাগে নো?'

'মাঁ, তুই কি ৰাতি ঘুম্ কৰিস্ না?'

'না বাপ! যিদ্নাৰপৰা তুমি ধৰ্তী-আবা হয়াছ, মোৰ চকুত আৰু ঘুম না হয়। মোৰ চকুৰ ঘুম তুমি কাঢ়ি নিয়াছ।'

'কিয় মাঁ, কিয়?'

'বাপ্ মোৰ! তুমি তো মোৰ বুকুৰ বেথা নুবুজা। তুমি যে এতিয়া চব্ মানুচৰ বেথা বুজা হ'লা। মোৰে কেও জান্‌ছিল নাই, চিন্‌ছিল নাই—এতিয়া মোক দেখিলে পহান-বাণিয়া উঠি খাড়া হয়। বোলে—ৰবাপো ৰে ৰবাপো! তোমাৰ ছৱাল ভগৱান, তোমাৰ আগ্তে আমি বহিবাৰ পাৰি?'

'তাতে তোৰ দুখ, না সুখ?'

খন্তেকমান ভভক খাই বৈ, কৰ্মীয়ে ক'লে:

'সুখ যত দুখো তত ৰে বীৰসা। কোম্তা-কমুৰ মতন হ'লে তুমি—বৌড়ী আস্ত ঘৰে, লোৱা-লুৰি হৈত, দুখ না থাকৃত কিচ্ছুটা। কিয় তুই ভগৱান হইলি ৰে বীৰসা? ইমান ডাঙ্গাৰ হইলি যে মোৰ কোলাত আৰু তুই নাধৰা হইলি! মোৰ বুকত নটা হইলি। তু কিয় কইস্—চলি যাবি? ক'তেনো যাবি, মোৰ বাপ্ ঐ, মোৰ আবা? কিয় তুই জনম্ হ'লি আৰ আমাৰ ঘৰৰ আকাশত মানুচবিলাকে তিনিটা তৰা দেখ্‌ল? কিয় ধানীৰ ভনীটাই তোক চাইবাছাত দেখি আহি সকলেৰ মাজত পৰ্চাৰ্ কৰি দিল—কৰ্মীৰ পেটৈত ভগৱান জনম লৈছে—বুলি? কি কাৰ্ণে, কি কাৰ্ণে? কিয়?'

'চল্, ঘুম কৰ্বি, চল্।'

'সকলে ঘুম কৰে, ভগৱানৰ আছ্বয়ত আছে, নিচিন্ত মনেৰে ঘুম কৰে। মোৰ চকুত ঘুম নাই। ভগৱানৰ মাঁ মুই, ভগৱানৰ কি হ'ব— সেই ভৰতে মই সাৰে থাকি কান্দো।'

'চল্ মাঁ, তোক কাষত লৈ ঘুম্ কৰিম।'

'সেই কোন-কাহানি যে মোৰ কাষত তই ঘুম কৰ্তি, কেতিয়া যে তোক মই খাব দিছোঁ, কোন-কেতিয়া যে তোৰ গাত বেথা লাগ্লে, কোলাত লৈ থপ্‌বিয়াই থপবিয়াই নিচুকাইছোঁ, তোৰ কান্দুৰা মুখত হাঁহি উজ্লাইছোঁ, সেই চব্ কথাই এতিয়া কুঁৱলী কুঁৱলী লাগেৰে বীৰুসা!'

'চল্ মাঁ।'

'শুনাছিলোঁ—একজনী মুণ্ডা মাৰৰ ছৱালটাক লৈ গৈছিল এটা আৰকাটীয়াই। ছৱালটা কোন বাটেৰে ঘৰত ঘূৰি আহিব, সেই বাট চাই, নৈৰ পাৰত বহি কান্দি কান্দি—কান্দি কান্দি সেই মাঁ এদিন শিল হৈ গৈছিল। তু মোৰে যত কান্দাবি বে বীৰসা, সেই কথা তো মনে জেনাছি। মুয়ো শিল হৈ যাম কিজানি!'

'নাই, মাঁ, ডৰিস্ না।'

'আহ, মোৰ কাষত আহ।'

বীৰসা তাৰ মাকৰ—কৰ্মীৰ গাতে গা লগাই বহিলহি। কৰ্মীয়ে তাইৰ মৰহা শীৰ্ণ-জীৰ্ণ বুকুৰ মাজত পুত্ৰ বীৰসাক গুঁজি ল'লে আৰু মূৰৰ গন্ধ শুঙি শুঙি ক'লে, 'তোৰ গা-মাথাতে আৰু সেই চিনাকি চিনাকি গন্ধ আৰ নাই বে—।'

'তই শো মাঁ, শো। শো, মই তোৰ মাথাত্ হাত বুলাই দিওঁ।'

'বুলা। বুলা। তই আইজ কাৰত আছ, আইজ মোৰ দুচকুত টোপনিৰ ঢল নামিব।'

'গোটে দিনটা খাট কিয়?'

'বাপো বে! এতিয়া মই ভগৱানৰ সংসাৰ চোৱা-চিন্তা কৰোঁ না? মই নাখাট্লে এত এত মানুহ ভাত-পানী পায়—না কি ঘৰ-দুৱাৰ লিপা-পুঁছা-নিকা হয়?'

কৰ্‌মী টোপনি গ'ল।

আৰু বীৰসাই ভূক কোঁচাই বহি চৰ্দাৰহঁতৰ নানান কাৰ্য্যকলাপৰ কথা ভাবি থাকিল।

মাঝিয়া মুণ্ডা, বুধ মুণ্ডা, পৰাণ পহান,—যিহঁত হ'ল তাৰ বিচেই কাযৰ মানুহ—সিহঁতে তাক কৈছে, 'ভগৱান, চৰ্দাৰহঁতে তোমাৰ কান্ধত কুঠাৰ থৈ শালগছত ঘপিয়াব খুজিছে।'

জানে বীৰসাই, নজনা নহয় কথাটো।

চৰ্দাৰহঁতৰ আন্দোলন মানে—আৰ্জী দাখিলৰ আন্দোলন। সেই আন্দোলনত কোনোদিনে এই কথাটো স্পষ্ট হোৱা নাছিল যে—যিটো আন্দোলন চৰকাৰৰ বিৰুদ্ধে, সেই একেটা আন্দোলনেই মিছনাৰিহঁতৰ বিৰুদ্ধেও হ'ব লাগে। কোৱা হোৱা নাই, যে মিছনাৰিহঁতো আচলতে মুণ্ডাৰ স্বাৰ্থৰ বিৰোধী। প্ৰাণৰ মমতা এৰি, নাই ৰঙামাটি নাই গুৱাহাটী কৰি, মৰোঁ-জীওঁ সোঁ আখিকৈ যুঁজাটোৱেই যে একমাত্ৰ বাট, সেই কথাৰো বোধকৰোঁ চৰ্দাৰহঁতে একো মূল্য দিয়া নাই—যদিও এই চৰ্দাৰহঁতেও মুণ্ডাসৱৰ স্বাৰ্থৰ হকেই আন্দোলন চলাইছে। কিন্তু সেয়া জানোচা কেৱল ছোটনাগপুৰ টেনিঅ'ৰ এক্ট—ছোটনাগপুৰ প্ৰজাস্বত্ব আইন কাৰ্য্যকৰী কৰাবহে আন্দোলন। আৰু—ইমান দিনৰ পাছত এই বাৰৰ আন্দোলনতহে চৰ্দাৰহঁতে মিছনৰ সংস্ৰৱ এৰিলে। এইবাৰেই দেখা গ'ল, সিহঁত সিহঁতৰ উদ্দেশ্যত মোটামুটিভাৱে কিছুখিনি স্থিৰ, হয় জিকিম নহয় মৰিম বিধৰ।

চৰ্দাৰহঁত তাৰ ওচৰলৈ নহা নহয়, আহিছে। আটাইবোৰ চৰ্দাৰেই কাষ চাপিছেহি তাৰ। কিন্তু এই অহাৰ আঁৰত নানানৰ নানান উদ্দেশ্যও নথকা নহয়।

এইয়া—এই যে বীৰসিং মুণ্ডা—যি বীৰসিঙে সিহঁতক এই চালকাড়ত বসতি কৰালে, ইয়াতে স্থিত হৈ থাকিবলৈ বা-বন্দবস্ত কৰি দিলে, তাৰ কথাটোকে ধৰা যাওক।

বীৰসিং মুণ্ডা হ'ল এজন বয়সিয়াল—প্ৰবীণ চৰ্দাৰ। ১৮৩১-৩২ চনৰ কোল বিদ্ৰোহত যোগ দিয়াৰ কাৰণে তাৰ ককাকে চালকাড়ৰে সৈতে বাইছখন গাঁৱৰ চৰ্দাৰ হৈ থকাৰ বাব হেকৰাবলগীয়া হৈছিল। এতিয়া, এইজন বীৰসিঙে কায়মনোবাক্যে ইয়াকে বিচাৰে যে বীৰসাই প্ৰচণ্ড আন্দোলন-আলোড়ন কৰক। আৰু সেই আন্দোলনত দেহে-কেহে ভাগ লৈ, হাত উজান দি, বীৰসিং হওক মান্যমান মানুহ।

হয়, বীৰসিঙক ইয়াকে লাগে। নালাগিবইবা কিয় ?

মাংগা মুণ্ডা, জন্ মুণ্ডা, মাৰ্টিন মুণ্ডাৰ লেখীয়া চৰ্দাৰহঁতো তাৰ কাষ চাপিছেহি। কিয়নো, এওঁলোকে জানে, চৰ্দাৰহঁতৰ আন্দোলন দবাচলতে বৰ দুৰ্বল।

এই চৰ্দাৰ কেইজনে লগতে এই কথাটোও জানে যে—বীৰসা ভগৱানৰ ওপৰত মুণ্ডাবাইজৰ আস্থা অপৰিসীম। সেইদেখি—মাংগা-জন্-মাৰ্টিনহঁতে বীৰসাক যেনেতেনে কামত লগাব খুজিছে। তেতিয়া চৰ্দাৰ-আন্দোলন সফল হ'ব পাৰে।

অন্ততঃ—সম্ভাৱনা এটা আছে।

চৰ্দাৰহঁতেই বীৰসাৰ অলৌকিক ক্ষমতাৰ কথা পঞ্চমুখে প্ৰচাৰ কৰিছে। গিডিয়ন, ইলায়াজাৰ, প্ৰভুদয়ালৰ লেখীয়া বিশিষ্ট বিশিষ্ট চৰ্দাৰসকলো বীৰসাৰ কাষ চাপি নহা নহয়।

ভাল। খুবেই ভাল।

তাৰ আন্দোলনৰ সৈতে চৰ্দাৰহঁতৰ আন্দোলন এক হৈ পৰক। কিন্তু সেই বুলি আনৰ হাতত চিলিম ফুহুপিব, চৰ্দাৰহঁতৰ হাতৰ পুতলাটো হৈ সিহঁতৰ হাতে খোঁৱা নাখাব।

নেতৃত্ব সিয়েই দিব।

তেনেহ'লে—বীৰসাই এতিয়া মুণ্ডাৰাজৰ ধ্বনি—মুণ্ডাৰাজ প্ৰতিষ্ঠা কৰাৰ আহ্বান—জনাবনে ? যি মুণ্ডাৰাজৰপৰা সকলো বহিৰাগত তথা বিদেশী হ'ব বিতাড়িত-বহিষ্কৃত ?

স্বয়ং বীৰসায়েই হ'ব যি মুণ্ডাৰাজ্যৰ প্ৰধান পুৰুষ ?

বীৰসাই এই কথাটি ছিদাংকৈ অনুভৱ কৰিলে : কেৱল এক ঈশ্বৰৰ ধৰ্ম,, নতুন ৰীতি-পদ্ধতিৰে উপাসনা—এইবোৰ কথা ক'বলৈ বা প্ৰচাৰ কৰিবলৈ সি ধৰ্‌তী-আবা হোৱা নাই। তাৰ মাতৃ, সেই অৰণ্য-জননীৰ দুঃখ-লজ্জা তাৰে গুচাব পৰা নহ'ব। সি অন্য কথা ক'ব লাগিব।

বীৰসাই তাৰ মনতে স্থিৰ কৰিলে, এতিয়াৰ পৰা মুণ্ডাত বাজে আন কাৰো সৈতে মাত-বোল নকৰিব সি। তাৰ সভা-সমাবেশত বাণিয়া, মহাজন, দিকু আদিক সোমাবলৈকো নিদিব। সি মুণ্ডাৰাইজক ক'ব : জমিদাৰ, মহাজন আৰু বাণিয়াহঁত—মুণ্ডাৰ শতুৰু। হয়, শত্ৰুৱেই।

কিন্তু বীৰসাৰ নামত বেবুৱা লাগিছিল দিকুহঁত। চৰ্দাৰহঁত যে বীৰসাৰ লগত লগ লাগিছেইগৈ, আৰু চৰকাৰৰ ফালৰপৰা মিশ্যনৰ ফাদাৰ ছাহাবহঁতৰ ওচৰলৈ সেই খবৰ পঠোৱা হৈছে, সেই খবৰটো বীৰসাই পোৱা নাছিল। ছাহাবহঁতে ৰিপ'ৰ্ট যুগুত কৰিছে, চাইবাসা আৰু ৰাঁচীত পুলিছ তৎপৰ হৈ উঠিছে, সক্ষম হৈছে। মুণ্ডাহঁতে হেনো মাত্ৰ এটা নাম জপ কৰিছে, এজন মাত্ৰ মানুহৰ ওচৰলৈ ঢাপলি মেলিছে আৰু খৰ-আকাল চৰকাৰ পুলিছ আদিলৈ ভয়-ভীত পাহৰি সেই নামটিৰ ধ্বনিৰে আকাশ-বতাহ কোবাইছে।

ছাহাব-চৰকাৰে এনেহেন পৰিস্থিতিৰ বাবে সমূলি প্ৰস্তুত নাছিল। ছাহাব-চৰকাৰে ভয় খালে।

তাৰ নামত যে সদায় বৰ বৰ ৰিপ'ৰ্ট পঠোৱা হৈছে, বীৰসাই তাৰ উম-ঘাম পোৱা নাছিল। মিশ্যনৰ ছাহাবহঁতে লিখি পঠাইছে : বীৰসাই আমাৰ ইয়াত যিবোৰ কথা শিকিছিল, সেইবোৰ, সেই বাইবল (বাইবেল) সাধুকথাবোৰ কৈ কৈ মুণ্ডাহঁতক ভোল নিয়াইছে। মাউৰ-মৰকত আমাক সি যেনেকৈ সেৱা-শুশ্ৰূষা কৰা দেখিছিল, এতিয়া সি নিজেই তেনেবোৰ তেনেকৈ কৰি মুণ্ডামখাৰ মন মুহি পেলাইছে। বীৰসা নামৰ মুণ্ডাটো এটা অশিক্ষিত, বদমাছ, মোট-শক, আৰু নিশ্চয় ভুৱাবাজ।

চৰকাৰী চিঠি আছিল: 'যদি সেয়ে হয়, তেনেহ'লে তামাৰৰপৰা মুণ্ডাহঁত তাৰ ওচৰলৈ চাপলি মেলিছে কিয়? আৰু সি নিজেই বা কিয় মিশ্যনৰ প্ৰচাৰকহঁতৰ আড্ডাই আড্ডাই চকৰি ঘূৰাদি ঘূৰে? বীৰসাক কিহৰ পুনৰ্জন্ম লাগিছেনো? এক আদিম ধৰ্ম-বিশ্বাসৰ নে বিদ্ৰোহৰ? মনত ৰাখিব লাগিব ১৮৩১-৩২ চনতো তামাৰত বিদ্ৰোহৰ অগনি জ্বলি উঠিছিল। মনত ৰাখিব লাগিব, চৰ্দাৰবিলাকৰ বিদ্ৰোহৰ মাজত পোনতে ছাহাব চৰকাৰৰ বিৰুদ্ধে কোনো ধৰণৰ প্ৰতিবাদ পৰিলক্ষিত হোৱা নাছিল। চৰ্দাৰহঁতে দিকুহঁতৰ—বহিৰাগতৰ বিৰুদ্ধেহে মৰি-মুজি যুঁজিছিল। ছাহাব-চৰকাৰও যে শত্ৰু, এই বিশ্বাসে পাছতহে সিহঁতৰ মনত শিপাইছিল। কিন্তু এতিয়া অৱস্থা সম্পূৰ্ণ বেলেগ। এতিয়া, আজিৰ দিনৰ চৰ্দাৰহঁতে জানে, ছাহাবৰ চৰকাৰ সিহঁতৰ শত্ৰু।

পত্ৰোত্তৰত জনোৱা হ'ল: বীৰসাই যিয়েই নকওক, মুখেৰে যিমানেই ধৰ্মৰ কথা নকওক, তাৰ ভক্তমথাই কিন্তু নানান হাতিয়াৰ—বিধোবিধ অস্ত্ৰ-শস্ত্ৰ দ'মাইছে। বীৰসাৰ ধৰ্ম যে কি—সেই কথাৰ বুজ ল'ব পৰা হোৱা নাই; কিন্তু সি যে ধান খেৰেদি উজান মাৰিব খুজিছে, সেই কথা ধুৰুপেই। এইবাৰ ঘোৰ আকাল। তথাপি মুণ্ডাবিলাকৰ এটাও মিছনলৈ অহা নাই, আছি বাজহুৱা খিচিৰী-খোৱা-ঘৰো আমাক খুলিবলৈ কোৱা নাই। বীৰসাৰ প্ৰভাৱ ইমানেই বাঢ়ি উঠিছে যে আনকি চৰ্দাৰহঁতো চাকিন নোহোৱা হৈ পৰিছে। বীৰসাই এবাৰ মাত্ৰ আহ্বান জনালেই, সকলো মুণ্ডায়েই বিদ্ৰোহত অংশ গ্ৰহণ কৰিবই।

ছাহাবহঁতৰ এনেবোৰ কথাৰ সা-সন্ধান নোপোৱা-নোলোৱাকৈয়েই বীৰসাই মুণ্ডাবাইজক কৈছিল, 'নানানভাৱে দেখিলা হে, ময়েই ভগৱান।'

'দেখিলোঁ হে।'

'এতিয়া শুনা। মুণ্ডা মানুহ নানানভাৱে বান্ধ খাই বন্দীয়াৰ হৈ পৰিছে। দিকুবিলাকে মুণ্ডাসৱক উধাৰ-কৰজ কয়লাখান বেল-জেহেল আদালতত কচু-গাঁঠি দি বাখিছে। এতিয়া আমাৰ্কে চৰ্‌ৰকমে আজাদ হ'ব লাগে। আমি সকল বিদেশী বাহিৰা মানুহক ইয়াৰপৰা খেদিম।'

এখন্তেক বৈ পুনৰ ক'লে, 'আমি কাকো কোনোবিধৰ খাজনা-টাজনা নিদিম। সকলো হাবি-বন-জংগল-বুক আমি—আকৌ দখল কৰিম। যেনেকে' আগে আমি দখল কৰাছি, তেনেকে' এতিয়াও কৰিম।'

'কেতি ?'

'মুঞি কৈ দিম। আজিৰপৰা মুঞি কোনো' দিকু-বাণিয়া-মহাজন-বাবু বগা মানুহৰ লগত মাত-বোল নাই কৰিম। মোক কেও কেতিয়াও বাবু বুলি নাকোৱা।'

'না কওঁ, মান ধৰি কৈছিলং।'

'বাবু ডাক্‌লে মোক মান দিয়া হয় না হে।'

'না কওঁ।'

'কেতিয়া লাঢ়াই আৰম্ভ হ'ব মুই কৈ দিম। এতিয়াৰেপৰাই ছবে চব্‌ গিৰামে গিৰামে তীৰ-কাঁড় পঠাওহে ! পাত পঠালে জানিবা—মুই ধৰমৰ কথা শুনিব মাতি পঠাছি। তীৰ-কাঁড় পঠালে জানিবা লাঢ়াই।'

'হাঁ হাঁ ! বুঝিলং। পাঠাই দিম তীৰ-কাঁড়। কুচিলাৰ তীৰ-কাঁড় পঠাম ৰে।' বুঢ়া ধানী মুণ্ডাই তিনি জ'াপ মাৰি, তাৰ ক'লা সুদৃঢ় হাত দুখন আকাশৰ পিনে দাঙি চিয়ঁৰি দিছিল, 'লৈ যা তহঁতে ! লৈ যা যোৱা পাঁচ বছৰ ধৰি মুঞি অ—নেক তীৰ-কাঁড় তৈয়াৰ কৰাছি ৰে ! বীৰসা—আমাৰ ভগৱান বীৰসাই যে এদিন তীৰ পাঠাবলৈ ক'ব মোক—মুঞি—হা হা হা—! জানিছিলোঁ। এইবাৰ ! এইবাৰ ! হাঃ ! এইবাৰ !'

## এঘাৰ

ধানীয়ে বনোৱা কুচিলা-কাঁড়বোৰ গাঁৱে গাঁৱে গৈ নৌপাওঁতেই চৰকাৰৰ চকবি চৰপ্ চৰপ্ কৰে ঘূৰিবলৈ ধৰিলে।

মুণ্ডাবিলাকে হাল-কোৰো হাতত লোৱা নাই, পইচা-পাতিও সিহঁতৰ-পৰা পাবলৈ নাই, চহ নকৰে, খেতি-বাতি নকৰে, খাজনাও নিদিয়ে।

পেটে পেটে বৰ ভয় খাইছিল জমিদাৰ জগমোহন সিং, মহাজন সূৰয সিং, পাটোৱাৰী বনৰাম সাউ, আবকাটীয়া শিউলাল আদিয়ে। খাজনা নিদিব, সুত নিদিব, ধান-ঘেঁহু ধাৰলৈ নিনিব, মাটি-বাৰী বন্ধকত থৈ—চাহ বাগিচালৈ নাযাব কুলীৰ কাম কৰিবলৈ। হাঁ—এটাও দেখোন নাযায়-নলৰে নচৰে!

কি হ'লনো ইহঁতৰ?

বুকুত ধৰফৰনি উঠিছিল মিছনৰ ছাহাবহঁতৰো। মুণ্ডাহঁতে আৰু খ্ৰিষ্টান হ'বলৈ একেবাৰে আগ্ৰহ দেখুৱা নাই দেখোন! তদুপৰি—মুঠিত থকাখিনিও বা-বতৰা মুঠিমাঠি চাই মুঠিৰপৰা ওলাই গৈছেহে। মিছনৰপৰা মেলানি মাগিছেহে।

এইবাৰ চৰকাৰ লৰি-চৰি বহিল।

এইবোৰ কাণ্ড-কাৰ্যনাও যদি বিদ্ৰোহৰ প্ৰস্তুতি নহয়, তেনেহ'লে এয়ানো কিহৰ ইংগিত? সিহঁতে কি ভাবসাৰেনো খেতি-বাতি নকৰা হৈছে? খেতি-খোলা কৰি, বছৰ দিনটো আকাশলৈ মু কৰি আকাশৰ দয়ালৈ চাই চাই চকু বিষায়ো যিহঁতৰ পেটত—ভাতৰ কথাই নুঠে—আনকি ছুসাজ ছুবাটি খাটোও নোজোৰা হয়, সিহঁতৰ মন-প্ৰাণত ইমান সাহসৰ যোগান ধৰিলে কোনে?

কিহে?

ডেপুটি কমিশ্যনাৰে খবৰ কৰিলে তামাৰৰ দাৰোগা ছাহাবক।

১৮৯৫ চনৰ ৬ অগাস্ট তাৰিখে খবৰ আহিল: বীৰসাই কৈছে, চৰকাৰ 'উৎগেছে', উৎপাৰ হৈছে, খতম্। এইবাৰ মুণ্ডাৰীৰাজৰ থাপনা হ'ব। আৰু ঠিক এইছোৱা সময়তে দাৰোকা চাহাবে দুজন অতিৰিক্ত কনস্টেবল্ লগত দি পঠোৱা হেড কনস্টেবল্ বপুৰা তালৈ ৰাওনা হ'ল।

কনস্টেবলত্ৰয় চালকাড় পালেগৈ যেতিয়া, তেতিয়া দুপৰ নিশা। ছুগানাৰ ঘৰৰ আশে-কাষে সমুখে-পিছে য'তে-ত'তে বীৰসাইতহঁতে ঘৰ সাজি লৈছিল। আৰু তাৰেই এটা ঘৰত বহি থাকিল পুলিছ।

বীৰসাইতহঁত তেতিয়া গাঁৱে গাঁৱে কাঁড়-তীৰ, কুচিলা-কাঁড় বিলাবলৈ ওলাইছিল। এন্ধাৰ নিশা। গোটেইখন অঞ্চল জুৰি তেতিয়া বৰষুণে থিৰিকিয়াইছিল। সেই থিৰিকনিৰ মাজতে ঘূৰি ঘূৰি কুচিলা-কাঁড় বিলোৱাৰ কাম চলি আছিল।

ৰাতিও পুৱাল আৰু কনস্টেবলহঁত বীৰসাৰ ঘৰ ওলাল।

হেড কনস্টেবলে মোচকোচাত তাও দি বীৰসাক ক'লে, 'তোক গিৰফ্তাৰ কৰিলোঁ, বীৰসা।'

কিন্তু বীৰসাক সিহঁতে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে।

ছুগানা আৰু আন বীৰসাইতহঁতে কনস্টেবল দুটাক ক'লে, 'তহঁত ইয়াৰপৰা গুচি যা।'

বীৰসাই কনস্টেবল্ দুটাক ক'লে, 'সৌ ঘৰটাত জিৰণি লোৱাগৈ। বৰষুণৰ মাজত তামাৰলৈ নাযাবা।'

হেড কনস্টেবলে ক'লে, 'ছুকা চকিদাৰ! তুমি কোচাঙলৈ যোৱা। এতিয়াই যোৱাগৈ। গৈ—পলুস পৰ্চাৰকক ভুৰস্তে লৈ আহাগৈ যোৱা।'

পলুস প্ৰচাৰকআৰু কনস্টেবল্ ইউছুফ খাঁ-ই সিহঁতৰ লগত প্ৰায় দুশ মুণ্ডা, মাহাতো, আৰু পাহান লৈ চমিকি আহি পালেহি চালকাড়। সিহঁত আটাইবোৰেই বীৰসাৰ ঘৰ পালেগৈ।

বীৰসাই মিঠাকৈ হাঁহি মাৰি পলুসৰ প্ৰচাৰকক ক'লে,' চৰকাৰৰ নিমখ খায়াছ, খাও—সেইদেখি মোক ধৰিব আহিছা, বুঝিলোঁ। কিন্তু মোক কিয় ধৰিবা কোৱা শুনো তো—?'

তাত গোট খাই থকা বীৰসাইতহঁতে কৈ উঠিল, 'জবাব দিয়া হে।'

'তুমি মুণ্ডাহঁতক উচটাই তুলিছা।'

'মই ধৰমৰ কথা কওঁ।'

'মুণ্ডাহঁত কিয় আহে?'

'মুই নাজানো'

'কোনে জানে?'

'তাহাঁতক সুধি চোৱা।'

'খাজনা নিদিয়া হ'ল কিয়?'

'তাহাঁতকে সোধা।'

'তই নক'বি কিয়?'

'নাজানো বুলি।'

'হাল নাবায়, খেতি নকৰে কিয়?'

'সুধি চোৱা তাহাঁতক।'

'তই ক'। তয়ে এইমখাক উচটাই গাই বোৱাইছ, তয়ে জবাব দে।'

বীৰসাই শান্ত কণ্ঠেৰে ক'লে, 'পলুস, তুমি ঐ পুলিছবিলাকক সুধি চোৱা, ইহঁত নও তাৰিখ দুপৰ ৰাতিৰপৰা সেইটা ঘৰত আছে, আমি জানো। মই ইহঁতক খেদিব পাৰ্‌লোঁ হয়, পিটি ভৈয়াম কৰি পেনমাৰ পাৰ্‌লোঁ হয়। একো নাই কৰা। বৰ্‌ মুণৰ মাজত যে ইহঁতক বাহাৰ্‌ কৰি নাই দিয়া, দোষ হৈছে মোৰ। ইহঁতক সুধাইছোঁ, কিহৰ অসুবিধা। দোষ হৈছে। ইহঁতকেটাক কোনেও চাউল-তাউল না বেচিব বুলি কৈছিল, মই কোৱাত ইহঁতক চাউল নিমখ-ডাউল বেচিল্‌। সিও মোৰে দোষ হৈছে।—এতিয়া কোৱা—তুমি, মুণ্ডা হৈও মোক বাক ধৰাই দিছা কিয়?'

'তুমি চৰকাৰৰ দুছমন।'

'মুই ভগৱান। মুণ্ডাসৱৰ ভগৱান মুই। হঁা, মুঞি চৰকাৰৰ দুছমন—যদি চৰকাৰে মুণ্ডাৰাইজৰ লগত দুছমনি কৰাছে। তুমি আজি পৰ্‌চাৰক হয়াছ। চৰকাৰে মুণ্ডাচৱকে বনৰপৰা খেদা কৰে, জমিদাৰ-মহাজনে চকু নাথকা মুণ্ডা মানুহক আইনৰ ডৰ দেখাই উচ্ছেদ কৰে। তুমি আৰু মুণ্ডা নাই, সেইদেখি মুণ্ডাৰ দুখে তোমাৰ বুক গধুৰ না কৰে। তুমিও—দুছমন।'

'কাৰ ?'

'মুণ্ডাৰ। সদায় মিছনত মোক কেও 'তই'ৰ বাদে 'তুমি' কোৱা নাছিল। কিয় ? কিয় কোৱা নাছিল ? —মুই মুণ্ডা। এইবিলাকে তো মোক ধৰা কৰাবই পলুস, এইবিলাকে কেৱল নামটা চহী কৰিব পাৰ্‌লেই চৰকাৰে চাকৰি দিব ইহঁতক। আৰু—মুণ্ডা যত পঢ়া-লিখা নাজানক, মুণ্ডাক চৰকাৰে চাক্‌ৰি দিয়াৰ বদ্‌লি থাক্‌ৰি নাহোৱা কৰিব। এইবিলাকে তো মোক ধৰা কৰাবই পলুস, এইহঁতৰ গিয়াতি-গোষ্ঠীয়ে মুণ্ডাসৱৰ জমিন্‌-ঘৰ-আবাদী-মাটি-বন—চব দখল কৰিলে। কিন্তু তুমিনো কৈছন মুণ্ডাহে পলুস প্ৰচাৰক ?'

'বীৰসা ! বেয়া হ'ব কিন্তু কৈ থ'লোঁ !'

পলুসে পলম্পি উঠি ক'লে।

'কাঁহে ? এনেকুৱা কথা শুনা নাই ? শুন পলুস, মই কবৰ খানি সেই কবৰৰপৰা মৰাশ উলিয়াই আনি মৰা শ'ৰ হাতৰ আংলিৰ আঙঠি আৰু পইচা চুৰ কৰিছিলোঁ। মঁা—মোৰ মঁাই খেদা কৰাত মই বনলৈ সোমাইছিলোঁ গৈ। তাত—বনে বনে বলিয়াটা হৈ অনাই-বনাই ফুৰিছিলোঁ। তা বাদে—যেতিয়া আকাশপৰা বজৰ্‌পাত হ'ল, বিজ্‌লীয়ে চম্‌কি উঠিল, তেতিয়া মোৰ ভিত্‌ৰে যেন্‌ সকল শান্তি হ'ল। সকলো যেন্‌ নিটাল্‌ মাৰি গ'ল। আৰ—ঠিক তেতিয়াই মোৰ মনতে মই জানিলোঁ, হঁা, মুঞি ভগৱান। মুঞি, বীৰসা, বীৰসা ভগৱান। মোৰ শক্তি—সিংবোঙাতকৈ, মিছ্‌নত যি ভগৱানৰ কথা কয়—তাতকৈ —সৱাতকৈ বেছি।'

বীৰসাৰ কথা শুনি পলুস হঠাৎ বেঙে মূতা গৰু যেন হৈ পৰিল। পলুস প্ৰচাৰকে হেড কনষ্টেবললৈ চালে। হেড কনষ্টেবলৰ চকুতো আতংকৰ আভাস। বীৰসাইত তথা মুণ্ডাহঁতে সিহঁতক চাৰিওফালৰপৰা আগুৰি ধৰিলে। গ্ৰানাইট শিলহেন ক'লা ক'লা মুখবোৰত কিমান যে দুঃসাহসৰ দীপ্তাগ্নি!

'মোক ধৰা কৰাবে চৰকাৰে? কৰক। ধৰা কৰালেও ধৰি ৰাখিব নোৱাৰিব। মৰিয়াব? নোৱাৰিব। যিমান দিন একো একোজন মুণ্ডা এটা এটা ধানপুলি কব, এজোপা বিৰিখ্ কাটিব, এটা ঘৰ সাজিব, তাৰ মাজতে মই থাকিমহে পলুস। মুঞি ধৰ্ত্তী-আবা! মুঞি বিনিশ্চিত কৰি কৈছোঁ, মোৰ বিনাশ নাই। তোমাৰ লোকৰ হাতত মোৰ বিনাশ নাই। মুঞি অবিনশ্বৰ!'

পলুস প্ৰচাৰকে যিবিলাক মুণ্ডাক লগত লৈ আহিছিল, সেই মুণ্ডাবিলাকে সিহঁতৰ লাঠি-যাঠিবোৰ কান্ধৰপৰা তললৈ নমালে। ক'লে, 'মহাপাপ কৰিব আহিছিলোঁ হে! আমাক মাফ কৰা ভগৱান!'

বীৰসাই চিয়ঁৰি কৈ উঠিল, 'এইবিলাকক খেদা কৰা। খেদা কৰা ইয়াৰপৰা!'

মুণ্ডাহঁতে তেতিয়া কনষ্টেবলহঁতক খেদি গ'ল। হাতত থকা লাঠি-যাঠিবোৰ পুলিছকিটাৰ পিঠিত লগাই বেগাই খেদি থাকিল। মুণ্ডা তিৰোতাহঁতে পুলিছকিটাৰ পিছফালে পিতলৰ ভোৰতাল বজালে, গালি পাৰিলে। আৰু পলায় বাসৰ পাছু নাচায় পথা খোৱা পলুসে নিৰন্তৰ ভাবি থাকিল: পটাত পিছা হোৱাৰপৰা, থেঁতেলা নকাটি হৈ নাক উলিয়াব নোৱৰা হোৱাৰপৰা, কেনেকৈ গা আলগা দিয়া যায়।

এইবাৰ ওলালহি ৰাঁচীৰ পুলিছৰ ডেপুটি ছুপাৰ মিয়াৰ্স। আৰু তেওঁৰ লগ লাগি আহিল মুৰ্হু মিশ্যনৰ বেভাৰেণ্ড লাস্টি, বন্দগাঁৱৰ জমিদাৰ জগমোহন সিং। আৰ কোৱা বাহুল্য—প্ৰচুৰসংখ্যক বন্দুকধাৰী পুলিছ। বিৰাট বাহিনী।

চালকাড় গাঁও বেঢ়ি ধৰি বেয়নেট দাঙি পুলিছ আগবাঢ়ি গৈ থাকিল। গাঁৱৰ প্ৰতিটো ঘৰৰ সমুখত পুলিছ, হাতত বন্দুক। বীৰসা তেতিয়া টোপনিত। পুলিছে অতি সহজেই বীৰসাক ধৰা পেলালে। ঘৰৰপৰা বাহিৰলৈ ওলাই আহি বীৰসাই মুণ্ডাবাইজক ক'লে, 'চিন্তা নকৰা। মই ফিৰি আহিম। আহিমেই ফিৰি।'

তাৰ পাছত বীৰসাই মুণ্ডাৰী ভাষাত ছুগানাক কিবাকিবি ক'লে। মিয়াৰ্সৰ কপালৰ গাঁঠি থুপ খাই পৰিল। বেভাৰেও লাস্‌টিয়ে ক'লে, 'বীৰসাই কৈছে—কোনো মুণ্ডাই যেন পুলিছক বাধা নিদিয়ে।'

'ধানী'—ধানীয়ে কি ক'লে ?'

'সি—ঠিক—কিবা যেন কেনেবা যেন ক'লে, ধানীৰ কাঁড় এতিয়াও মৌজুত হৈ আছে, এতিয়াও সময় আছে, তাৰ আদেশ নাপালে কোনেও যুঁজ দিবলৈ হাত নাদাঙে যেন।'

'এইযে ভগৱানক ধৰিলোঁ, কিন্তু ভগৱানে একো কৰিব নোৱাৰিলে, তাৰ কি ব্যাখ্যা দিলে ?'

'একেবাৰে যাক বোলে সলি-সিয়ান! ক'লে যে—এই বন্দীত্ব হেনো তাৰ ঈশ্বৰত্বৰহে পৰীক্ষা !!'

'পাছত হাঁহি হাঁহি কিবা যেন কৈছিল ?'

'প্ৰলাপ।'

'শুনোচোন তেও ?'

'ক'লীয়া কুঁচফলৰ গছ বিচাৰিবলৈ ক'লে।'

'কুঁচফলৰ গছ ?'

'ওঁ, ওঁ, কুঁচফলৰ তেল সিহঁতে মূৰত সানে।'

## বাৰ

কিন্তু জুই.চালকাড়ৰপৰা বাঁচীলৈকে উমি উমি জ্বলি থাকিল।

খুনটি, তামাৰ, বন্দ্‌গাঁও, কোচাং—তুঁহ-জুই জলাদি জ্বলি থাকিল। আৰু মুৰ্‌হু মিশ্যনৰ লাস্‌টিৰ বাবে, বন্দ্‌গাঁৱৰ জগমোহন জমিদাৰ বাবে পুলিছ-পৰীয়াৰ বন্দৱস্ত কৰিবলগীয়া হ'ল।

প্ৰাদেশিক চৰকাৰে ক'লে, 'বাঁচীৰ কৰ্তৃপক্ষেই এটা বিছ বছৰীয়া উদণ্ড মুণ্ডা ল'ৰাক লৈ বৰ বেছি হুই-হাই কৰিছে। নগণ্য এটা মুণ্ডা ল'ৰাৰ কথাত ইমান ভয়-পাতুৰা হোৱাৰ কোনো যুক্তিসংগত কাৰণ নেদেখোঁ। কিছুমান লাংপাং কথা চোবাই থাকিলেই সেইটোক এটা 'বিদ্ৰোহী' 'ৰাজদ্ৰোহী' বুলি আখ্যা দিয়াৰ যুক্তি নাই। এয়া হ'ল—লেজুতে সৰ্পভ্ৰম। মিয়াৰ্সে ইমান কায়দা-কিটিপ নকৰিলেও হ'লহেঁতেন। ভয়ত ইম্‌মান কানি-কষ্টা এৰিবলৈনো কি আছে?'

হেঁঃ!

একো নাই।

কি আছে?

বাঁচীৰপৰা ৰিপ'ৰ্ট পঠোৱা হ'ল—চালকাড় আৰু অন্যান্য জনবিৰল দৰিদ্ৰ মুণ্ডা গাঁওবিলাকতো বাইজৰ মনত বিক্ষোভ ধূমায়িত হৈছে। মুণ্ডাহঁতে অৱশ্যে মুখেৰে একো কোৱা নাই কিন্তু জমিদাৰ বা মহাজনৰ কথা মান্যও কৰা নাই। খেতি-বসুৱা পাবলৈ নাই, বন্ধা-বেগাৰী কৰিবলৈকো কোনো ওলোৱা নাই। 'নাখাই মৰিবি' বুলি ক'লে সিহঁতে—'আমি দিকু নহওঁ, চৰা-সৰোনতো আমাৰ ভয় নাই'—বুলি উত্তৰ দিয়া হৈছে।

প্ৰাদেশিক চৰকাৰে এই তথ্যটি বিশেষকৈ জানিব খুজিছে ঃ আকালে দেখোন দেখা দিলেই প্ৰায়। মুণ্ডাবিলাকে কি খাই জীয়াই আছেনো? নে কি গছৰ গুটি খালে কি হয় মুণ্ডাই নজনাকে হ'ল?

উত্তৰ দিয়া হ'লঃ ঘাঁহৰ দানাৰে তৈয়াৰী ঘাটো খাইছে সিহঁতে। পালে খায়, নাপালে নাই। তাৰ বাবে আফচোচ নাই।

এই উত্তৰ পাই লেফটেনাণ্ট গৱৰ্নৰে বৰ অসহায় যেন বোধ কৰিলে। অত্যন্ত অস্বস্তিত পৰিল তেওঁ।

কি বিপদ!

জমিদাৰ-মহাজনহঁত ক্ষুব্ধ। মুণ্ডাবিলাকে খেতি-খোলা কৰা নাই, ধাৰ-কৰ্জা লোৱা নাই, খুজি-মাগি-খোৱা নাই! সিহঁতে ঘাঁহৰ দানা খাইছে। আৰু ঘাঁহৰ দানা চৰকাৰী খাজনা আদায়যোগ্য গুটি-শস্য নহয়। গতিকে—

কথা বিষমেই যেম বোধ হৈছে?

ভাবিলে বিভ্ৰান্ত গৱৰ্নৰ মহোদয়েঃ এতিয়া দেখিছোঁ—বাঘৰো যিমান ভয়, ছাগৰো তিমানেই! ঘটনা যিমান সামান্য বুলি ভবা হৈছিল, সিমান সামান্য নহয়। বৰঞ্চ—অসামান্য বুলিও কোৱাৰ যুক্তি আছে। তেওঁ বৰ চিন্তিত হৈ উঠিল।

বৰলাট ছাহাব তেতিয়া ছিমলাত।

লেফটেনাণ্ট গৱৰ্নৰে ছিমলালৈ বাতৰি পঠালেঃ 'গৱৰ্নমেণ্টে এই কথালৈ মন নকৰিলে ভুল কৰিব যে গৱৰ্নমেণ্ট বাৰুদৰ পিপাৰ ওপৰতহে বহি আছে।'

ছিমলাত এই কথাষাৰ প্ৰশাসন মহলত জনাজনি হ'লত কথাটো লৈ ঠাট্টা-মস্কৰা হাঁহি-খিকিন্দালিৰ ধুম পৰিল। হে হে—বাৰুদৰ পিপা! মূৰ্খ মুণ্ডাহঁত বাৰু কেতিয়াবপৰা জীয়া বাৰুদ হ'ল? কিয়নোবা 'দেশ' এখন! পাথৰ পাহাৰ জংগল আৰু ছনভূঁইৰ কালা হেন মাটি। আৰু কেৱল সেই মুণ্ডাহঁতে আবাদ কৰি লোৱা অৰণ্য-ভূমিতহে কিঞ্চিত খেতি-বাতি কথমপি হয়, যি হয় সিও প্ৰয়োজনৰ তুলনাত অতি অপ্ৰতুল।

কি সুজলাং সুফলাং ঠাই এখন! আৰু তাৰ অধিবাসীবিলাকক কি চাবা! প্ৰায় নঙঠা, গাৰ বৰণ কয়লাতকৈয়ো ক'লা, এসাজ ঘাঁহৰ দানা সিজাই খায়, দেহত বল-শক্তি বোলা একো নাই, সদায় ভয়ত কোঁচমোচ, আৰু এইবিলাকৰ ভয়তে এখন দোৰ্দণ্ডপ্ৰতাপ চৰকাৰ তালবাল!

এই ৰিপ'ৰ্ট বৰলাটে ফুতে উৰাই দিলে।

কিন্তু লেফটেনাণ্ট গৱৰ্নৰে মিয়াৰ্সৰ ৰিপ'ৰ্ট খুজি পঠালে।

মিয়াৰ্সে জনালে: প্ৰথমতঃ, এই বিষয়ে তেওঁ স্থিৰ নিশ্চিত স্থিৰ যে বীৰসাৰ আন্দোলন আৰু চৰ্দাৰহঁতৰ 'মুলুকই লড়াই' এক আৰু অভিন্ন। দ্বিতীয়তঃ, প্ৰথমবাৰ বীৰসাক ধৰি আনিবলৈ যোৱা সেই হেড কনস্টেবলে সঠিক কথা কৈছিল। বীৰসাক ধৰিবলৈ যোৱা হেড কনস্টেবলে কৈছিল যে মুণ্ডা ৰাইজৰদ্বাৰা বীৰসা-বিৰোধী কোনো কাম কৰাব পৰা নহ'ব। কিয়নো—মুণ্ডা ৰাইজে মনে-চিতে বিশ্বাস কৰে, বীৰসা হ'ল মূৰ্তিমন্ত ভগৱন্ত। তৃতীয়তঃ, চাৰ্চৰ মিশ্বনাৰিসকলৰো মত এয়ে যে, বীৰসাক এৰি দিলে ৰাঁচী আৰু চাইবাসা জিলাত বিক্ষোভ প্ৰবল হৈ উঠিব। বীৰসাই এবাৰ—মাত্ৰ এটিবাৰলৈ আহ্বান জনালেই মুণ্ডাহঁতে মৃত্যুক তুচ্ছ কৰি যুঁজ দিবলৈ ওলাই আহিব।

এই প্ৰতিবেদন পঢ়াৰ অন্তত চিন্তিত লেফটেনাণ্ট গৱৰ্নৰে জানিব খুজিলে যে, বীৰসা সম্পৰ্কে মুণ্ডাহঁতৰ মনত অবিশ্বাস আৰু সংশয়-সন্দেহ সৃষ্টি কৰাৰ উপায় কি।

এই জিজ্ঞাসাৰ উত্তৰত মিয়াৰ্সে জনালে: ডাক্টৰৰ দ্বাৰা পৰীক্ষা কৰাই বীৰসাক উন্মাদ বুলি প্ৰতিপন্ন কৰিব লাগিব।

আৰু লগে লগে ৰাঁচীৰ কমিশ্যনাৰে ডাক্টৰ ৰজাৰ্সক মতাই অনালে।

ডাক্টৰ ৰজাৰ্সে কমিশ্যনাৰক ক'লে, আপুনি কোৱা মতে মই চাৰ্টিফিকেট লিখিব নোৱাৰিম।'

'কিয়?'

'বীৰসা উন্মাদ নহয়।'

'কিন্তু সি নিজক ভগৱান বুলি কয়।'

বজার্স বিৰক্ত হ'ল। তেওঁ কিঞ্চিত কঠুৱা মাতেৰে ক'লে, 'এয়া ইঅ'ৰোপ নহয়। প্ৰাচ্যদেশ। যিশুও আছিল প্ৰাচ্যদেশীয়। তেৰোঁ নিজক অলৌকিক শক্তিৰ অধিকাৰী বুলি ভাবিছিল।'

'যিশুৰ লগত বীৰসাৰ তুলনা!'

'নহয়। মই ক'ব খুজিছোঁ যে—যিশুক কোনেও পাগল বুলি ভবা বা কোৱা নাছিল। কোনোবা এজনে নিজক অলৌকিক শক্তিৰ অধিকাৰী বুলি ভবাৰ অৰ্থ এই নহয় যে—মানুহজন পাগল। তদুপৰি, মানুহজনৰ লগত কথা পাতি মোৰ ধাৰণা হৈছে যে—মানুহজন, অৰ্থাৎ বীৰসা তেনেই প্ৰকৃতিস্থ, স্বাভাৱিক আৰু বুদ্ধিমান। মুণ্ডা লোকসকলৰ প্ৰতি বীৰসাৰ মৰম অতি আন্তৰিক, প্ৰকৃততেই আন্তৰিক।'

'তেনেহ'লেনো সি চৰকাৰৰ বিৰুদ্ধে মুণ্ডাহঁতক উত্তেজিত কৰি তুলিছে কিয়? তাৰ এই জঘন্য কাৰ্য্যৰ ফলত—অতি উদাৰ তথা ন্যায়ৱান বৃটিছ চৰকাৰৰ বিৰুদ্ধে অতি অন্যায় কাৰ্য্যৰ ফলত যে তাৰ অতিকে' মৰমৰ মুণ্ডাহঁতেই বিপদত পৰিব—সি নাজানেনে?'

ডাক্তৰ বজার্সে শান্ত ধীৰ কণ্ঠেৰে ক'লে, 'মিস্টাৰ কমিশ্যনাৰ, মই বা বা আপুনি—আমি মুণ্ডা নহওঁ। বীৰসাই হয়তো কথাটো এনেকৈ ভাবিছে যে—মুণ্ডাহঁতৰ আৰুনো কি অতিৰিক্ত বিপদ হ'ব পাৰে? সিহঁতৰ বাসভূমি এতিয়া বহিৰাগতৰ অধিকাৰত। নিজ বাসভূমতে সিহঁত পৰবাসী! আৰু এই যে বহিৰাগতহঁত উৰি আহি জুৰি বহিছে, ইমান ডকা-হুঁকা দিছে, সেয়া—আমিয়েই যুগুত কৰা আইনৰ সহায়তহে।'

'আইনে মুণ্ডা বা আন মানুহত প্ৰভেদ পাৰ্থক্য নকৰে।'

কমিশ্যনাৰে কৰুকাই উঠিলে।

'সেই কথা আইনৰ কিতাপতে সীমাবদ্ধ। কামত কি হয় নহয়, আপুনি বঢ়িয়াকৈয়েই জানে। মুণ্ডাহঁতে বাংলা, হিন্দী, ইংৰাজী নাজানে নুবুজে। বিচাৰকে মুণ্ডাৰী ভাষাৰ যোগেদি মুণ্ডা লোকৰ বিচাৰ নকৰে।

কেছ যেতিয়া চলি থাকে, আচামীয়ে, অভিযুক্তই কি কয়, বিচাৰকে তাৰ এটা শব্দও বুজি নাপায়। ইপিনে দোৱনীয়াৰৰ ধুমুৰ মিছাৰ এটা বৰ্ণও অভিযুক্তয়ো বুজি নাপায়। গতিকে সি প্ৰতিবাদো কৰিব নোৱাৰে। কুকৰ্মৰ ফলত কি হয়, আপুনি জানেই। আপুনি জানেই যে—আনৰ খেতি-পথাৰৰপৰা তুপইচাৰ বস্তু বোটলাৰ অপৰাধতো মুণ্ডাৰ তুবছৰীয়া ফাটেকাদেশ নোহোৱা নহয়।'

'গড্!'

'এতিয়া—বীৰসাই যদি ভাবে, এই বৃটিছ-শাসনত মুণ্ডা লোকসকল যিমান বিপদগ্ৰস্ত হৈ পৰিছে, তেনেকুৱা বিপদগ্ৰস্ততাৰ সন্মুখীন মুণ্ডা জনসাধাৰণ তাৰ আগতে কেতিয়াও হোৱা নাছিল, তেনেহ'লে—ইক্সকিউজ মি, মই তাক দূষিব নোৱাৰোঁ, তাক মই একোপধ্যেই জগৰীয়া বুলি ভাবিব নোৱাৰোঁ।'

'হো—হ্বাট্ আৰ য়্যু টকিং?'

'এজন ইংৰাজ হিচাপে, ক্ৰাউনৰ এজন বিশ্বস্ত কৰ্মচাৰী হিচাপে মই তাৰ মনোভাৱ সমৰ্থন নকিৰব পাৰোঁ; কিন্তু তথাপি তাক দোষ দিব নোৱাৰোঁ। বীৰসাই তাৰ ভক্ত তথা সমৰ্থকসকলৰ মনত আত্মবিশ্বাসৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। এয়ে মুণ্ডাৰ জীৱনত প্ৰথম বাৰৰ বাবে উপলব্ধি হৈছে যে মুণ্ডা—মুণ্ডা হিচাপে গৰ্বিত হ'ব পাৰে। ইমান কাল ধৰি মুণ্ডা-জনমৰ বাবে মুণ্ডাই নিজক নিজেই জগৰীয়া কৰিছিল।'

'বীৰসাই আপোনাকো গৰধীয়া-নাম শিকায়েই দিলেনে?'

'মিস্টাৰ কমিশ্যনাৰ, তাৰ লগত কেইদিমমান কথা পাতিলে—আপুনিও কিজানি একেগতীকে হ'ব।'

'অথচ—আপুনি হ'ল আ ম্যান অভ্ চাইয়েন্স!'

'সেই কাৰণেহে তাক পাগল বুলি ক'ব পৰা নাই।'

'তেনেহ'লে তাক সাধাৰণ অপৰাধীৰ দৰে গণ্য কৰিহে বিচাৰ কৰিব লাগিব। বীৰসাৰ প্ৰতি মুণ্ডাহঁতৰ এই বিশ্বাসক চূৰ্ণ কৰিব লাগিবই।' ইটছ্ আ মাস্ট্!

'সেইয়া আপোনাৰ বুজ-বিবেচনাৰ কথা। কিন্তু—'

'কি ?'

'বিচাৰ কাৰ্য্যত বিলম্ব নকৰিব। দীৰ্ঘসূত্ৰিতাক পৰিহাৰ কৰিব। যদি সম্ভৱ হয়, মুণ্ডাৰী জনা অথচ মুণ্ডাসৱক জানোৱাৰ বুলি নভবা কাৰোবাৰ দ্বাৰা বিচাৰ কৰাব।'

ৰজাৰ্সে বিদায় ল'লে।

আৰু কমিশ্যনাৰে তেতিয়াই মনতে খাটাং কৰিলে যে ৰঙা ঘোঁৰাত উঠি অহা এই ৰেপি-কটা ৰজাৰ্সক অনতিপলমে বদলি কৰিব লাগিব।

কমিশ্যনাৰ ছাহাবে খবৰ ল'লে যে জেল-কৰ্মচাৰীহঁতৰ মাজত কোনে ভালকৈ মুণ্ডাৰী জানে। খবৰ লৈ জানিব পাৰিলে যে, মেডিকেল এছিস্টেণ্ট অমূল্যবাবুৱে জানে। মেডিকেল স্কুলৰপৰা ওলোৱা তৰুণ বাঙালী-ডাক্তৰ অমূল্য।

অমূল্যক লগত লৈ কমিশ্যনাৰ মহোদয় বীৰসাৰ কাষ চাপিলগৈ।

চকী এখনত বহিল তেওঁ। বীৰসাই অমূল্যলৈ চালে। তাৰ ওঁঠৰ কোণত ফুটি উঠিল মৃদু হাঁহিৰ ৰেখা।

কমিশ্যনাৰে অমূল্যক ক'লে, 'সোধা তাক, সি মুণ্ডাহঁতক উত্তেজিত কৰিছে কিয়।'

অমূল্যই একো নৌ ক'বলৈ পাওঁতেই বীৰসাই কৈ উঠিল, 'মই মুণ্ডাসৱক উত্তেজিত কৰি তোলা নাই।'

'কি কথা! তুমি ইংৰাজী জানা ?'

'মোৰ ফাইলত সেই কথা লিখা নাই, নহয় ?'

'এঁ—লিখা নথকা নহয়, আছে। যৎসামান্য জানা বুলি।'

'ঠিকেই লিখা হৈছে।'

'তেনেহ'লে ডাক্তৰ ছাহাবক কৈছিলা কিয় যে—নহয় নহয়, ডাক্তৰ ছাহাবেহে নিজেই কৈছিল—কিয় কৈছিল যে মুণ্ডাৰী জনা বিচাৰক লাগে!'

'কিয় নক'ব ?'

'তুমি দেখোন ইংলিছ বুজি পোৱা!'

'বিচাৰ—অকল মোৰেই হ'বনে?'

কমিশ্যনাৰ মহোদয়ে এই কথাৰ উত্তৰ নিদিয়াকৈ মনে মনে থাকিল। তেওঁ অন্য কথালৈ বাগৰিল।

'চালকাড়ত তুমি কি কৰি আছিলা?'

'কি কৰিছিলোঁ?'

'মুণ্ডাহঁতক উতণ্ডাই আছিলা।'

'ধৰ্মৰ কথা কৈ আছিলোঁ।'

'ধৰ্মৰ কথা কোৱাৰ তুমি কোন?'

'মই যে মুণ্ডাসৱৰ ভগৱান!'

'এই কথা যে সত্য নহয়, তুমিও জানা।'

'তেনেহ'লে কোন কথা সত্য?'

'তুমি ভগৱান-টগৱান একো নোহোৱা। তুমি মুণ্ডাহঁতক ধৰ্মৰ কথা কোৱা নাছিলা, সিহঁতক ৰাজদ্ৰোহলৈহে উচটাইছিলা, মুণ্ডা মানুহ-বিলাকক উত্তেজিত কৰি তুলিছিলা।'

'মই ভগৱান। মই তাহাঁতক ধৰ্মৰ কথা কওঁ।'

'তেনেহ'লে ইয়াত বন্দী হৈ আছাহি কিয়?'

'বন্দী হ'ল বুলি কোনোবা ভগৱান হ'ব নোৱাৰেনে?'

'নহয়, নোৱাৰে।'

'যিশু বন্দী হোৱা নাছিল? তেওঁৰ বিচাৰ হোৱা নাছিল? তেওঁ মৃত্যুদণ্ডেৰে দণ্ডিত হোৱা নাছিল?'

'তুমি উন্মাদ, প্ৰতাৰক, মূৰ্খ।'

'এয়া মোৰ কথাৰ উত্তৰ নহ'ল।'

'উত্তৰ দিবলৈ মই তো বাধ্য নহওঁ।'

'তেনেহ'লে আমি কথা পাতিছোঁ কিয়?'

'তুমি অৰণ্যত মুণ্ডাহঁতৰ অধিকাৰৰ দাবীত, খাজনা বন্ধ কৰাৰ বিষয়ত আন্দোলন অনুষ্ঠিত কৰিছা।'

'উত্তৰ দিবলৈ মই তো বাধ্য নহওঁ।'

কমিশ্যনাৰ মহোদয়ে কেইমুহূর্তমানলৈ ভ্রূকুটিৰে চাই থাকিল, তাৰ পাছত ক'লে, 'তোমাৰ বিচাৰ কৰা হ'ব। প্রকাশ্য বিচাৰ। তাতেই প্রমাণিত আৰু প্রকাশিত হৈ যাব যে তুমি এটা প্রতাৰক। মুণ্ডাইঁতেও পদে-প্রমাণে জানিব কথাটো।'

'ভাল।'

'যদি আত্মপক্ষ সমর্থন কৰিবলৈ বিচাৰা—উকিল পাবা।'

'উকিল ?'

'ওঁ, উকিল। বৃটিছ-বিচাৰ অত্যন্ত ধর্ম-সংগত আৰু ন্যায়সংগত। বাদী আৰু বিবাদী—দুয়ো পক্ষয়েই উকিল পায়।'

মৃদুকৈ হাঁহিলে বীৰসাই।

'মোক উকিল নালাগে।'

'কিয় ?'

'সদায় দেখি আহিছো, উকিল নলগালে মুণ্ডাই ফাটেক খায়, উকিল লগালে হয় জেল। গতিকে এইবাৰ উকিল নোলোৱাকৈ কি হয় চাবৈইচোন। ফলাফল যিন্দুলত একেই হ'ব—মাজত মাহ-খোৱা উকিল এটাক লাগিছেনো কিয় ?'

কমিশ্যনাৰে ওলাই যাবলৈ খোজ ল'লে। অমূল্যও ওলাই গ'ল বীৰসাৰ ছে'লবপৰা, কমিশ্যনাৰৰ পিছে পিছে।

কমিশ্যনাৰে অমূল্যক ক'লে, 'লুক আফ্‌টাৰ হিম্, বাবু।'

'ইয়েছ স্যাৰ।'

'উদ্ধত, অসভ্য! মই তাক আদালতৰ কাঠগৰাত নিশ্চয় থিয় কৰাম, তাৰ ভেদ ভাঙি দিম—পাব্‌লিকে নিজেই জানিব সি কিমানৰ কি, সি যে এটা প্রতাৰক।—লক্ষ্য ৰাখিবা, একোপধ্যে অসুস্থ নহয় যেন সি।'

'ইয়েছ স্যাৰ।'

'কি আচৰিত বেপৰোৱা সাহস! কিমান যে ঔদ্ধত্য তাৰ!'

অমূল্যই কোনো মন্তব্য নকৰিলে।

গধূলিৰ পাছত অমূল্য পুনৰ বীৰসাৰ ওচৰলৈ গ'ল।

'কি লাগে? কিয় আহিলা?'

'একো নালাগে। তোমাক চাবলৈহে আহিলোঁ।'

'কিয়?'

'তুমি অসুস্থ নোহোৱালৈ লক্ষ্য ৰখাটো মোৰ স্পেশ্যাল ডিউটি।'

অমূল্যই বীৰসাৰ হাত এখনত লাহেকৈ ধৰিবলৈ লওঁতেই বীৰসাই তলসুৰীয়াকৈ ক'লে, 'মোক নুছুবা তুমি। তুমি দিকু।'

'নহয়, বীৰসা, নহয়।'

'তুমি দিকু—বহিৰাগত—।'

'বীৰসা, মই—'

'কিহৰ কাৰণে দিকু হ'লা ক'বানে? খাবা বুলি পিন্ধিবা বুলি দোলাত উঠি যাবা বুলি ঘোঁৰা বাগী চলাই হাওৱা খাবা বুলি ৰায়ছাহাব ৰায়বাহাদুৰ বোলাবা বুলি ধনত শিতান দি থাকিবা বুলি—নে?'

'নূনহয়—!'

'মোৰ সৈতে তুমি আৰু নামাতিবা। ময়ো তোমাৰ লগত আৰু নামাতোঁ। তুমি যাক জানিছিলা, সেই বীৰসা আৰু নাই; মই যাক জানিছিলোঁ, সেই অমূল্যও আৰু নাই।'

'নহয় বীৰসা, তুমি সেইজন বীৰসায়েই হৈ আছা। তুমি যে এদিন মান্যমান পুৰুষ হ'বা, তেতিয়াই মই তাৰ উমান ল'ব পাৰিছিলোঁ।'

'এটা উপকাৰ কৰিব পাৰিবা?'

'তোমাৰ? কোৱা বীৰসা, কি উপকাৰ।'

'চৰকাৰে কি কি ব্যৱস্থা লৈছে, মোক ক'ব পাৰিবা? মই জানো, চৰকাৰে ব্যৱস্থা হাতত ল'ব। জানিছিলোঁ মই, গোহালিত জুই লগাৰ কথা চৰকাৰে নজনাকৈ নাথাকিব। ধোঁৱাই কুণ্ডলী বন্ধা দেখিয়েই চৰকাৰে জুই লগা বুলি জানিব।'

'ক'ম তোমাক। পিছে—দুই-চাৰি দিনৰ পাছত।'

'ঠিক আছে, হ'ব। এই অৱস্থা-ব্যৱস্থা এতিয়া চলি থাকিব।'

'শুনিলোঁ—বিচাৰ হেনো খৰতকীয়াকৈয়েই হ'ব।'

'নাই, নহ'ব।'

'নহ'ব—?'

'নহ'ব।'

'কিয় ?'

'নিশ্চয় নহ'ব!'

বীৰসাই লাহেকৈ ক'লে, মূৰ জোকাৰিলে, কম্বলখন টানি লৈ, কাতি হৈ শুই বাঁও কিলাকুটিখন মজিয়াত লগাই হাতৰ তলুৱাকে শিতান কৰি ল'লে। তাৰ প্ৰতিটো ভংগী, মূৰ কাতি কৰা, চাৱনি, আঙুলি লৰোৱা আদি সকলো অংগ-ভংগীৰ মাজতে অসম্ভৱ আত্মবিশ্বাস, স্থিৰতা, ব্যক্তিত্ব, আৰু—আৰু—আৰু জ্ঞান—সি জানে, সি যে কিমান ক্ষমতাৰ অধিকাৰী—সেই জ্ঞানৰ প্ৰকাশ। অমূল্য মুগ্ধ, অভিভূত।

কিয় অভিভূত ?

ই দেখোন মুঠেই বীৰসা, বীৰসা দাউদ! হতভগীয়া ছুগানা মুণ্ডাৰ ছৱালটো! পঢ়া-লিখাৰ মনেৰে চাইবাসালৈ গৈছিল। মিশ্যনলৈ। আছিল নাও-পেটা, ভাতে-হেঁচা। কাঁহীয়ে কাঁহীয়ে ভাত টিলিকিতে উৰাই দিছিল, চকুৰ পচাৰতে কাঁহীৰ ভাত কফুৰৰ দৰে উৰি গৈছিল। পটলুন কেনেকৈ পিন্ধিব লাগে তাকো নাজানিছিল। অমূল্যই তাক ভাটৌ শিকোৱা দি শিকাইছিল তাৰ জীৱনৰ নজনাবোৰ।

মিশ্যন এৰি অহাৰ পাছৰপৰা কিমান বাট পাৰ হ'ল বীৰসাই? কিমান কাঁইটীয়া পথ পাৰ হৈ আজি এই পথ পাইছেহি সি? কেনেকৈনো সি মুণ্ডাৰীসকলক ভৰসা দিয়ে, সূৰ্য্যটোক থাপ মাৰি ধৰিবলৈ সিহঁতেও আকাশ চুকি পাব পাৰে বুলি?

বীৰসাই পুনৰ ক'লে, 'বিচাৰ খৰতকে নকৰে। আগে কৰিছেনে কেতিয়াবা? কৰা নাই, নকৰে, নকৰিব।'

'বিচাৰ কৰাত দীৰ্ঘসূত্ৰিতা কৰিব, পলম কৰিব—তুমি জানিছা নে কি? বীৰসা, বীৰসা—তুমি সঁচাকৈয়ে প্ৰফেট নে?'

বীৰসাই তাৰ হাতখনেৰে তাৰ চকুযুৰি ঢাকি ধৰিলে। ক'লে, 'মুণ্ডাসকলৰ, কোলসকলৰ, ওৰাওঁসকলৰ, চৰ্দাৰহঁতৰ বিচাৰ কাহানিও খৰতকে হৈছেনে? হোৱা দেখিছানে? হাজোতত ভৰাই থয়, প্ৰমাণ নিমিল হয়, কেছ সজাই-পৰাই চকুতলগা বিধৰ কৰি তোলোঁতে ঢেৰ সময় লয়, কয়দীহঁত দাঁতে-জাপৰে লগা হয়, হাল্লাক-পৰিশ্ৰান হয়, এইবোৰ দেখোন হাতৰ তলুৱাখনক জনাৰ দৰে জনা কথা। এইবোৰ জানো দেখিছে ক'লোঁ যে মোৰ বিচাৰ কৰাত দেৰী হ'ব। ক'লোঁ বুলি যদি প্ৰফেট হ'লোঁ, জেনে প্ৰফেট—ভৱিষ্যদ্বক্তা। কিন্তু...'

'কি?'

'মনত ৰাখিবা, মই—মই মুণ্ডাসকলৰ ভৱিষ্যৎ সত্যে সত্যে জানো। আৰু কেৱল মইহে জানো। আন কেৱে নাজানে।'

বীৰসাই ঠিক কি ক'ব খুজিছে, অমূল্যই ঠাৱৰ কৰিব নোৱাৰিলে। যিসকল লোকৰ বৰ্তমান নাই, আছে কেৱল অতীত, সিসকল লোকৰ ভৱিষ্যৎনো কি থাকিব পাৰে? অতীত-বৰ্তমান-ভৱিষ্যৎ পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল নহয় জানো?

বীৰসাই অমূল্যক ক'লে, 'মোক কৈ যাবা কিন্তু।'

অমূল্যই কোনো উত্তৰ দিয়া নাছিল। অমূল্য হৈ পৰিছিল চিন্তামগ্ন। গম্ভীৰ চিন্তাৰে আচ্ছন্ন।

বীৰসাক প্ৰথমবাৰ ধৰি আনিবলৈ গৈ যেতিয়া পুলিছ কেইজনে তাক নধৰাকৈয়েই উলটি আহিছিল, তেতিয়াৰেপৰাই অশান্তি আৰু বিক্ষোভে সকলোতে শিপাইছিল, দ্ৰোহ-অগনিয়ে উমি উমি জ্বলি আছিল। বগৰী গছত জুই লগালে সেই জুই উমাজালে জ্বলে, আৰু বায়ুৰ সহায় পালে সেই উমাজালে জ্বলা জুইৰেপৰাই বিৰাট বনাগ্নি বিয়পি পৰে।

তেতিয়াৰেপৰাই মুণ্ডা জনসাধাৰণৰ গাঁও-পঞ্চায়ত সমূহত আলোচনা-বিলোচনাৰ উজান উঠিছিল খুব, বায়ু আছিল অতি উত্তপ্ত। মিয়াৰ্স বা লাস্টিয়ে সেই কথাৰ আটাইখিনি ঠাৱৰ কৰিব পৰা নাছিল, নাজানিছিল।

খেবোৱাৰ আৰু মুলুকই লড়াইত যিসকলে ভাগ লৈছিল, সেই বয়সিয়াল মুণ্ডাসকলে কৈছিল : আমাৰ মুণ্ডাসৱে কোনোদিনে সুবিচাৰ পোৱা নাই, সুবিচাৰ হোৱা নাই হে। চোৱা, বীৰসা ভগৱানে যত কথা আমাৰ্‌কে কৈছে, সেই কথাত এই কথাটোও নাই কোৱা নে?'

'কি কথা?'

'ৰজা জমিদাৰ দিকু ৰাজপুত আহীৰ বাম্ভণ গোসাঁই—চবে চৰকাৰৰ লগত ইকট্টা—চামিল হৈ থাকে যে—?'

'হাঁ, কৈছে ভগৱানে এই কথা।'

'মুণ্ডাক লৈ যত কথা হয়, চবতে চৰকাৰে মিছ্‌নাৰি ৰাজা জমিদাৰক মদ্‌ত দি ক'ৰে—?

'হক্ কথা।'

'মুণ্ডাসৱৰ খাজনা বাঢ়ে।'

'হক্ কথা।'

'আদালতও উ চবৰ দলত হে! একদম্ বহুত আৰ্‌জী জনালে তেহে মুণ্ডাদেশত চাহাব আহে। আহি খানা-পিনা-চিকাৰ কৰি চলা যায়।'

'চলা যায়।'

'বিচাৰ কৰে দিকুহঁতে, বাবুহঁতে।'

'বাবুহঁতেহে।'

'যাতে জমিদাৰৰ ভঁৰালত ধান উঠে, বাবুহঁতে তেমতে বিচাৰ কৰেহে!'

'হাঁ, তেমতেহে বিচাৰ কৰে!'

'দৰোগা কি গাঁৱত নাহে? আহে। আহে মান্‌কিহঁতক মদত দিবৰ বাবে আৰু জেপ গধুৰ কৰাৰ বাবে।'

'হক্ কথা।'

'ভগৱান বলাছে, এনে কৰি চলা সম্ভৱ না—আসম্ভৱ।'

'না, না। সম্ভৱ না—আসম্ভৱ।'

'ধুমুহা একটা উঠিব, আৰু সেই ধুমুহাই এই অতিপাতক অতিয়াচাৰী চৰকাৰক উৰুৱাই লৈ যাব—এয়া ভগৱানৰ কথা।'

বীৰসাই নাজানিছিল, প্ৰথমবাৰ তাক ধৰিবলৈ গৈ যেতিয়া তাক নধৰাকৈয়েই পুলিছ উভতি গৈছিল, তেতিয়াৰেপৰাই এনেবোৰ কথা পঞ্চায়তসমূহত হৈ আছিল। 'ভগৱান বলাছে' অৰ্থাৎ 'ভগৱানে কৈছে' বুলি কৈ কথা থকা সকল আছিল বহু যুদ্ধতে অভিজ্ঞ, প্ৰবীণ, ক্ষত-বিক্ষত বণুৱা। বীৰসাই একেবাৰে একোৱেই নাজানিছিল বুলি কোৱাটো ঠিক নহ'ব, কিছু কিছু কথা তাৰ কাণতো নপৰাকৈ নাছিল। কিন্তু অৰণ্যত ধুমুহা বলিলে আটাইবোৰ গছৰ পাত একেলগে কোবাল বতাহত পাক খাই খাই উৰে। সেই উৰণীয়া পাতবিলাকৰপৰা শাল-চেগুন কেহেৰু-কেঁচেৰু পলাশ-মদাৰৰ প্ৰভেদ-পাৰ্থক্য কৰাটো টান। মুণ্ডাসৱৰ জীৱনত যি ধুমক'লা ধুমুহা উঠিছিল, সেই ধুমুহাৰ কোবাল বতাহৰ বোকোচাত উঠি মুণ্ডাৰ মযিমূৰ হোৱা জীৱনৰ লক্ষ-হেজাৰ কথাই ডেউকা মেলিছিল।

কোন কথাটো বীৰসা ভগৱানৰ, আৰু কোনটো কোন চৰ্দাৰৰ, তাৰ প্ৰভেদৰ বুজ লোৱা টানেই আছিল। বাস্তৱিকতে টান। আৰু ছেগ বুজি, পৰ বুজি, কথাৰে কোবাই উৰুৱাই নিবলৈ, কথাৰে জুই জলাবলৈ, অভিজ্ঞ আৰু প্ৰবীণ চৰ্দাৰহঁতৰ তুলনা বিচাৰি পাবলৈ নাই।

বীৰসা বয়সত তৰুণ। আৰু, ক'বলগীয়া আছে তাৰ ঢেৰ। সেইদেখি, মুণ্ডা ৰাইজক কেৱল কথাৰে কোবাই উৰুৱাই নিবলৈ তাৰ কোনো আৱশ্যক হোৱা নাছিল।

কদাপিও হোৱা নাছিল।

এইবোৰ কথা-কাণ্ড আগতেই ঘটিছিল। তাৰ পাছতহে বীৰসা গ্ৰেপ্তাৰ হৈছিল।

এতিয়া অমূল্যই খবৰ কঢ়িয়াই লৈ আহিল যে খুন্‌টি আৰু তামাৰ থানাত অধিক সংখ্যাত কনস্টেবল মোতায়েন কৰা হৈছে। বন্দ্‌গাঁৱৰ জমিদাৰ জগমোহন সিঙক আৰু কোচাঙৰ ৰাইজক পৰ দিবলৈ আৰু সেই অঞ্চলত কি হৈছে-নহৈছে তাৰ লেখ ল'বলৈ ডিষ্ট্ৰিক্ট বিজাৰ্ভ ফ'ৰ্চৰ চল্লিছজন চিপাহী বন্দ্‌গাঁৱলৈ ঢপলিয়াই গৈছে।

যেভাবেও লাস্টিক পৰ দিবলৈ এটা সৈন্য ডিটাচমেণ্ট মুৰহুলৈ গ'ল। ৰাঁচীৰ ডেপুটি কমিশ্যনাৰে সেনাবাহিনীৰ এটা কম্প্যানিকে খুজি পঠিয়াইছিল। তেওঁৰ ভয়, বিক্ষুব্ধ মুণ্ডাহঁতে সিংভূমৰ অন্যান্য ঠাইতো জুই নিশ্চয়েই জ্বলাবগৈ।

কিন্তু ৰাঁচীৰ কমিশ্যনাৰে ডেপুটি কমিশ্যনাৰৰ সেই প্ৰস্তাৱ নাকচ কৰি দিলে। তেওঁৰ বক্তব্য হ'ল: চালকাড় আৰু অন্যান্য গাঁৱত পাঁচ মাহ ধৰি স্পেশ্যাল ফ'ৰ্স বলৱৎ ৰাখিলে অশান্তি বাঢ়িব। এই গাঁওবিলাক বৰ জন-বিৰল। আৰু অধিবাসীহঁতো দুখীয়া। সিহঁতে এই স্পেশ্যাল ফ'ৰ্সৰ ব্যয়ভাৰ বহন কৰিব নোৱাৰিব।

পিছে—মুণ্ডাহঁতৰ উদ্দেশ্য আৰু লক্ষ্য যে 'বিদ্ৰোহ', সেই কথাত কমিশ্যনাৰ মহোদয়ও একেবাৰে নিঃসন্দেহ। মুণ্ডাহঁতৰ সভা-সমাৱেশ আৰু উত্তেজনাপূৰ্ণ আলোচনা-বিলোচনা—তেৱোঁ তৎকালেই বন্ধ কৰিবলৈ বিচাৰে। দহোমুণ্ডাৰ মুণ্ড এঠাই হ'লেই সেই একেটাই কথা দহোমুণ্ডে হৈ থাকিব। বীৰসাৰ ভক্তহঁতে সভা-সমাবেশ কৰিবলৈ সচেষ্ট হ'বই। তাৰইপট্টিৰ মান্‌কি, সৰ্‌জুম্‌ডিৰ ঠাকুৰ, আৰু চাৰিওফালৰ জমিদাৰসকলক কৈ থোৱা হৈছে—কোন কোন কোল বা মুণ্ডা সভা-সমাবেশলৈ নাযায় তাৰ দেখ্‌-ভাল্‌ কৰিবলৈ, চকু দিবলৈ। এই কাম—তেওঁলোকৰে কাম। কৰিবই লাগিব। খৰছোৱানৰ ঠাকুৰক আৰু সিংভূমৰ সেই ডেপুটি কমিশ্যনাৰকো অনুৰূপ নিৰ্দেশ প্ৰদান কৰা হৈছে।

অমূল্যই আৰু ক'লে, 'বীৰসা, তোমাক যিমানখিনি ক'লোঁ, যদি ফাদিল হৈ পৰে, মোৰ চাকৰি নোহোৱা হ'ব পাৰে। কিন্তু তথাপি তোমাক নকৈ নোৱাৰিলোঁ। এয়া মোৰ কৰ্তব্য।'

'কিয় ?'

'ক'ব নোৱাৰোঁ। মনত তেনেকুৱাই বোধ হয়।'

'আৰু কিছু জানিলা ?'

'ছোটলাটৰ ওচৰলৈকো সকলো খবৰ পঠোৱা হ'ল।

'সেই কথাও জানা ?'

'হয়। কিন্তু তুমিও নিশ্চয় জানা, ছোটলাটেই শেষ কথা নহয়।'

'তেওঁৰ ওপৰতো আৰু আছে?'

'ওঁ, আছে। বৰলাট।'

'বৰলাট—সন্নাতোকৈ ডাঙৰ?'

'ভাৰতত।'

'তেওঁ কি কয়?'

বৰলাট ছেকণ্ড লৰ্ড এলগিনৰ ওচৰত সৰুলাট, লেফটেনাণ্ট গৱৰ্নৰৰ উদ্বেগ-আশংকা বৰ অবাস্তৱ, অপ্ৰয়োজনীয় আৰু খোলাকটিৰ তাল যেনহে বোধ হৈছে। মহ মাৰোঁতে ছিলৈ।

ছিম্‌লা আৰু দিল্লী বৰ দূৰণিবটীয়া। আৰু বাঁচীৰপৰা খুন্‌টি-তামাৰো কম দূৰণিবটীয়া নহয়।

ছিম্‌লা হ'ল ভাৰতৰ গ্ৰীষ্মকালীন ৰাজধানী। তাত লাট-প্ৰাসাদৰ বিশাল ইন্দ্ৰপুৰী সদৃশ অট্টালিকাত যিমান বিজুলী চাকি জ্বলে, মেজৰ ওপৰত যিমান মদ্য আৰু খাদ্য সজাই দিয়া হয়, তাৰ ফুলনি ফুলে ফুলে জাতিস্কাৰ কৰি তুলিবলৈ যিমানবোৰ আয়োজন কৰা হয়, সেইবোৰ আয়োজনৰ ধনেৰে সকলো মুণ্ডাৰ খুটকাট্টি গাঁওবোৰ ওভোতাই দিব পাৰি। তাত বহি থাকিলে—ক'লা, নগ্নপ্ৰায় মানুহ—সেইসকল মানুহৰ ক্ষুধা—সিসকলৰ 'ঘাটো'ৰ কাঁহী—সিবিলাকৰ নিমখৰ সপোন—সিহঁতৰ নিষ্প্ৰদীপ ভগাপঁজা—সকলো অবাস্তৱ যেন লাগে।

নাহ্‌। ছেকণ্ড লৰ্ড এলগিনে ছোটলাট ইমান চিন্তিত হোৱাৰ হেতু বিচাৰি পোৱা নাছিল। এটা বিশ বছৰীয়া চেৰা-বলিয়া উদণ্ড মুণ্ডাৰী যুৱকক ইমান ভয় কৰিবলগীয়া কি থাকিব পাৰে? আৰু—কী যে কদাকাৰ নামটো। অত্যন্ত শ্ৰুতিকটু। বীৰসা মুণ্ডা! ছেঃ!

এনেবোৰ নামৰ—দেশাত মানুহৰ নিচিনা প্ৰাণীবিলাক ক'ত থাকে? কিয় এইবোৰ বৰ্বৰ-অসভ্য নামবোৰ চৰকাৰী বিপৰ্টত ঠাই পোৱা হয়? কিয় এনেবোৰ কাণ্ড ঘটে?

বীৰসাই অমূল্যৰপৰা এইবোৰ কথা মনযোগৰে শুনিলে। তাৰ দৃষ্টি গাঢ় হৈ উঠিল। সি হৈ পৰিল স্বপ্নগভীৰ।

বীৰসাই ক'লে, 'আৰু নক'বা। আৰু নালাগে। তুমি আৰু নামাতিবা মোৰে সৈতে।'

'কিয় বীৰসা, কিয়?'

'তোমাৰ পথ, তোমাৰ জীৱন—মোৰ পথ, মোৰ জীৱনতকৈ বেলেগ।'

'জানো।'

'খৰতকীয়াকৈ বিচাৰ কৰিম—এয়া কমিশ্যনাৰৰ দম্ভৰ কথা।'

'হ'ব পাৰে। ক'ব নোৱাৰোঁ।'

বীৰসাই ফুটোঁ-নুফুটোঁকৈ ক'লে, 'যি শিকিছিলোঁ, সকলো পাহৰি যাব লাগিব। দেহে-কেহে কথাই-কামে মই মুণ্ডাৰো মুণ্ডা হ'ব লাগিব। তোমাৰ পথ বেলেগ।'

অমূল্য ওলাই গ'ল।

কমিশ্যনাৰে বিচৰামতে কাম নহ'ল। অগাস্ট মাহত বীৰসাক গ্ৰেপ্তাৰ কৰি অনা হৈছিল। কিন্তু কেছ আৰম্ভ কৰাত অকট'বাৰ শেষেই হৈ আহিল। অৱশেষত এদিন জাননী দিয়া হ'ল যে মুণ্ডা জনসাধাৰণৰ আগত প্ৰকাশ্য আদালতত বীৰসাৰ বিচাৰ কৰা হ'ব। বীৰসা কিমান জঘন্য প্ৰতাৰক, সেই কথা বিচাৰ কৰাৰ কালত দেখদেখকৈ ওলাই পৰিব। প্ৰমাণিত হ'ব—বীৰসা কোনো ভগৱান-টগৱান তো নহয়েই, আনকি কোনো অসাধাৰণত্বো তাৰ মাজত নাই। প্ৰমাণিত হ'ব—বীৰসা হ'ল এটা অশিক্ষিত-অলগৰ্ধ—নিচেই নগণ্য উদণ্ড মুণ্ডা মাথোন।

## তেৰ

তামাৰৰ হেড কনস্টেবল আৰু কোচাঙৰ বুড়ামুণ্ডাই বীৰসা আৰু তাৰ লগত বীৰসাইতসকলৰ বিৰুদ্ধে গোচৰ তৰিছিল।

বন্দগাঁৰত বহি মিয়াৰ্সে সেই গোচৰৰ তদন্ত কৰিছিল। তেওঁৰ সেই তদন্তৰ ভিত্তিত কেছ দাখিল কৰা হ'ল।

মিয়াৰ্সে ডেপুটি কমিশ্যনাৰক জনালে: বীৰসাৰ আন্দোলন আৰু চৰ্দাৰহঁতৰ আন্দোলন এক আৰু অভিন্ন। মুণ্ডা চৰ্দাৰ আৰু বিক্ষোভকাৰীহঁত বীৰসাৰ এই আন্দোলনত যে লগ লাগিছেহি, সেই কথাত বিন্দুমাত্ৰ সন্দেহো নাই।

হেড কনস্টেবলৰ ক্ষেত্ৰত যি ঘটনা ঘটিছিল, সেই ঘটনাত কোচাং আৰু অন্যান্য গাঁৱৰো মুণ্ডাহঁতৰ সক্ৰিয় সমৰ্থন আছিল। সকলো মুণ্ডায়েই বীৰসাৰ আন্দোলনত লগ লাগিছিলহি। একমাত্ৰ ব্যতিক্ৰম —কোচাঙৰ বুড়ামুণ্ডা।

বুড়ামুণ্ডাই যোগ দিয়া নাছিল। আৰু তাৰ কাৰণে—ইফালে যেতিয়া সি নহা হ'ল, তাক সিফলীয়া কৰিব বুলি ছমিউৱা হৈছিল।

লিখি থকোঁতে মিয়াৰ্সে ভাবিলে: বুড়ামুণ্ডাই কৈছে—থানীটা মোৰ পিনে ৰ' লাগি চাই থাকে, মোৰ ওপৰত নজৰদাৰী কৰে। তাক চৰে ডৰায় ছাহাব, তাৰ কুচিলা কাঁড় অতি ভায়ানক।

মিয়াৰ্সে লিখিলে: দেওকী পাঁড়ে আৰু সাউ মুণ্ডাই কৈছে, বীৰসাই হেনো মুণ্ডাবিলাকক উত্তেজিত কৰা নাছিল। সিহঁতৰ মতে—বীৰসাই মুণ্ডাহঁতক ইমানকে কৈছে যে কোনো বোঙা-বুঙিৰ পূজা কৰাৰ সকাম নাই, ভাল হৈ থাকিলেই হ'ল।—মোৰ ধাৰণা, কেথলিক আৰু প্ৰটেস্টাণ্ট, এই দুয়োটা মিশ্যনৰ কৰ্তৃপক্ষই যি কৈছে সেয়ে ঠিক কথা।

মিশ্যনৰ মতেঃ বীৰসা ইয়ালৈ উভতি আহিলে সৰ্বনাশ হ'ব। এতিয়া অৱস্থা আয়ত্তাধীন হৈ আছে ঠিকেই, কিন্তু সামান্য ফিৰিঙতিয়েই বিৰাট জুই জ্বলোৱাৰ পক্ষে যথেষ্ট হ'ব। অলপ ইফাল-সিফাল যেন দেখিলেই মুণ্ডাহঁত দলে দলে বীৰসাৰ আন্দোলনত চামিল হ'বগৈ।

মিয়াৰ্স এইখিনিতে ৰ'ল।

কলমডাল হাতত লৈ বহুতো পৰলৈকে আকাশ-পাতাল ভাবি থাকিল।

কিবা বাদ পৰিলনে ?

আকৌ পঢ়ি চালে প্ৰতিবেদনখন।

নাই, ঠিকেই আছে। আজিলৈ ইমানলৈকে লিখি পঠিওৱা যাওক।

মিয়াৰ্সৰ এই প্ৰতিবেদনক ডেপুটি কমিশ্যনাৰ মহোদয়ে প্ৰকৃত তথ্য সত্য বুলি মানি ল'লে। যিবোৰ অপৰাধৰ ভিত্তিত বীৰসাৰ নামত গ্ৰেপ্তাৰী পৰোৱানা জাৰী কৰা হৈছিল, সেই একেইবোৰৰ ভিত্তিত তাৰ বিচাৰৰ ব্যৱস্থা কৰা হ'ল।

ডেপুটি কমিশ্যনাৰে এবাৰ ভাবিলেঃ বীৰসা আৰু বীৰসাইতহঁতে সন্ত্ৰাস সৃষ্টি কৰা বুলি মুণ্ডাহঁতেই তাৰ বিৰুদ্ধে অভিযোগ উত্থাপন কৰাৰ ভিত্তিত বিচাৰৰ বন্দৱস্ত কৰা হওক। তাৰ পাছত পুনৰ ভাবিলেঃ নহয়, সেই কেছ নিটিকিব পাৰে।

পিছে—বিচাৰৰ ঠাই বাঁচীৰপৰা খুন্‌টিলৈ লৈ অহা হ'ল। মুণ্ডাহঁতৰ চকুৰ আগত বিচাৰ কৰা হ'ব বীৰসাৰ। মুণ্ডাহঁত বীৰসাৰ প্ৰৱঞ্চনাৰে ভোল গৈছে। বীৰসা সিহঁতৰ ত্ৰাণকৰ্তা দৌতা-বিধতা—এই মোহনী ভাং খুৱাই সি মুণ্ডাহঁতক মুহিছে। এতিয়া—তেনেই নিকৃষ্ট এটা অপৰাধীক বিচাৰ কৰা দি বিচাৰ কৰি মুণ্ডাহঁতক চমজাই দিয়া যাব যে সিহঁতৰ বীৰসা নামৰ ভগৱন্তটো এটা কেও-ক'তো নমনা নগণ্য সাধাৰণ ক্ষমতালোভী প্ৰৱঞ্চক মাথোন।

বিচাৰৰ তাৰিখ ধাৰ্য্য কৰা হ'ল ২৩ তাৰিখ।

২৩ তাৰিখৰ ৰাতিৰ পৰতে কৰ্নেল গৰ্ডনে—বহু দূৰ-দূৰান্তৰৰপৰা, পাহাৰৰ গা বগাই, কাষেদি, নামনিয়েদি, নৈৰ পাৰে পাৰে, হাবি ফালি ফালি, হাজাৰ-বিজাৰ নেজালতৰা অহাদি যেনিবা পোহৰৰ সহস্ৰ সমদল আগবাঢ়ি অহা চকুৰে জুই-আঙনি দেখাদি দেখা পালে। দেখি কৰ্নেলে দাৰোগাক সুধিলে, 'সেইবোৰ কি—?'

'হুজুৰ, মুণ্ডাহঁত আহিব ধৰিছে।'

'মুণ্ডাহঁত!'

'হয় হুজুৰ। কমিছনাৰ ছাহাবে তেনেকৈয়েই কৈছিল।'

'কি কৈছিল?'

'তেওঁ কৈছিল—মুণ্ডাহঁত দলে-বলে আহক, আৰু আহি—বীৰসাৰ বিচাৰ চাওকহি।'

'ইম্‌মান মুণ্ডা!'

'হুজুৰ, এয়া কেৱল ওৰাহে!'

অৰ্থ—?'

'হুজুৰ, এয়া কেৱল আৰম্ভণহে। এতিয়াও আটাইবোৰে খবৰেই পোৱা নাই। খবৰ পালে ইফালে-সিফালে এশমাইল আঁতৰৰপৰাও আহিব হুজুৰ। ইহঁত পঙ্গপালৰ বংশধৰ। খবৰ পোৱালৈহে কথা!'

'খবৰ পায় কেনেকৈনো ইমান দূৰত থকাইঁতে?'

'আমি এই কথা—কমিছনাৰ ছাহাবে কোৱা কথা, তেওঁৰ হুকুম মতে মাত্ৰ থনদিয়েক গাঁৱৰ মান্‌কিকেটাক কৈছিলোঁ। ইহঁতৰ হুজুৰ টেলিগ্ৰাফ নায়ো-নালাগেও। পাহাৰৰ ওপৰত উঠি জুই লগাই দিয়ে, জুই দেখি জানিব লগাখিনি জানি যায়, জুয়েই জনাই দিয়ে।'

'আহিব লাগিব যে—সেই কথাটোনো জনায় কেনেকৈ?'

'সিহঁতমখাই এইবোৰ কিটিপ বৰ ভালকৈ জানে। পঢ়া-লিখাৰ সঁচ নাথাকিলেও কি হ'ব—জংলী তো—? কেতিয়াবা তিনিকুৰা জুই জ্বলায়, কেতিয়াবা দুকুৰা, কেতিয়াবা চাৰিকুৰাতো জুই দিয়ে। তাৰেই সিহঁতে সঠিক জানি লয় ক'লৈ যাব লাগিব, বাঁচী নে তামাৰ নে ৰোগোতা নে—'

'আৰু 'নে' নেলাগে, এইবাৰ 'হেঁ' হওক।'

'হয় হুজুৰ।'

'আহিব বুলিও ইমান মুণ্ডা আহিবনে?' আলাবাহু কৰ্নেল গৱৰ্ণৰৰ মুখত পানী নোহোৱা হ'ল।

'ক'লৈৰেই নহয় হুজুৰ, ইহঁত হ'ল পঙ্গপালৰ দৰে। এয়া হৰিকথাৰ আৰম্ভ হ'লহে মাথোন হুজুৰ, কীৰ্তন আৰম্ভ হ'বলৈ এতিয়াও চাই থাকিব লাগিব। আজি মাত্ৰ আ'ভুণি, কালিলৈ চাব কি ওৱাদানি! চাব—কালিলৈ পালে পালে কিমান পায়হি। তেতিয়া বৰ পাহৰালেও পদাপাল দেখিব হুজুৰ। বীৰসাক দেখা পাব জানিলে ইহঁতৰ ল'ৰা-বুঢ়া ডেকা-গাভৰু এটাও আৰু ঘৰত নাথাকে। ঢপলিয়াই অহাহঁতে বাটৰ দুকাষৰ গছ-গছনি ঢাহি-মুহি আহিব—যাতে নজনাই বাট বিচাৰি পায় তাৰ বাবে। আৰু তাৰ ফলত নিমিষতে আনবিলাকে জানি যাব কোন পিনে কেনি পোনাব লাগিব।'

'কিবা হাতিয়াৰ—অস্ত্ৰ-শস্ত্ৰ লৈ আহিছেনে কি?'

'হাতিয়াৰ—অস্ত্ৰ-শস্ত্ৰ তো সিহঁতৰ গাটোৰ লগত ছাঁটোৰ দৰে, হুজুৰ। বনলৈ যায়, বনত থাকে, লগত থাকে বলোৱা যাঠি জোং। সিহঁতৰ মাইকীবিলাকেও যাঠি-লাঠি কাঁড়-তীৰ বৰছা-বলোৱা দা-কুঠাৰ সকলো অস্ত্ৰ-শস্ত্ৰয়েই সিহঁতে হেলাৰঙে চলাব পাৰে, হুজুৰ। ধানীমুণ্ডাৰ ভনীয়েকজনীয়ে এতিয়া চাইবাসাত খুজি-মাগি খায়। আৰুবেলি এই এনেকুৱা সময়ত তাইৰ নাতি ল'ৰাটোক খুটিলে সাপে। ওজাৰ ঘৰ—ডুভৰা বিৰাট জংগল পাৰ হৈ যাব লাগিব। সাপে-খোটা নাতি-ল'ৰাটোক পিঠিত বান্ধি লৈ কান্ধত কুঠাৰ হাতত যাঠি এপাট লৈ বুঢ়ীয়ে ল'লে খোজ ওজাৰ ঘৰলৈ বুলি! আমি এনেবোৰ সাহ গোটাব নোৱাৰিম হুজুৰ। বাঘ-ভালুকৰ ভয় আছে, ভয় আছে ভূত-পিশাচ ৰাক্ষস-ব্ৰহ্মদৈত্যৰ—কি নাই জংগলত? অপেশ্বৰীও নথকা নহয়। আৰু সিহঁতৰ হাতত পৰিলে—!' দোৰ্দণ্ডপ্ৰতাপ দাৰোগাই কথাবাৰ শেষ কৰাৰ আগতেই চিকেছি মাৰি উঠিল, আৰু গৰ্জনেও লক্ষ্য কৰিলে।

কৰ্নেল গৰ্ডন বপুৰাই প্ৰমাদ গণিলে।

'বৰ বিপদৰ কথা হ'ল দেখিছোঁ।'

'নহয় হুজুৰ, একদম চিন্তা নকৰিব। আমি আছোঁৱেই নহয়—? সিহঁতে বীৰসাক চাবলৈহে আহিব। দাৰোগাই তাৰ মোচকোচাত তাও দিবলৈ লৈয়ো পটৃকৈ বৈ দিলে। নাপায়। ছাহাব আছে যে!'

'তাক—ইয়ালৈ ননা হ'লেই ভাল আছিল কিজানি।'

গৰ্ডন চিন্তিত হ'ল।

'হওঁতে আমি সেই কথা কৈছিলোঁ হুজুৰ। এনেয়ে এই বজ্জাতহঁতে —মুণ্ডাহঁতে কপালৰ ঘাম মাটিত পেলাই কাম কৰি থাকিব। মুখেৰে ৰাও-শব্দ নাকাঢ়িব। আমি সিহঁতৰ চকুৰ আগত তপতে তপত ভাত খাই থাকিম, সিহঁতে খাব ঘাটো। আনকি এটা সৰু ল'ৰায়ো ভুলতো এমুঠি ভাত খাবলৈ নিবিচাৰিব। ভাতৰ পিনে চকু দাঙি নাচাবই। কিন্তু যদিহে এব্‌বাৰ কেনেবাকৈ খং উঠে—'

'উঠে যদি— ?'

কৰ্নেলৰ মুখৰ ৰবণ অলপ সলনি হ'ল।

'তেতিয়া তাৰ নাৰকী গবাকীক মেচি দাবে তৎক্ষণাৎ ঘচং কৰাত চকুৰ পচাৰটিও পেলোৱাৰ আৱশ্যক নহ'ব হুজুৰ। হিলৈ ফুটাম, দুটা, তিনিটা পাঁচটা—গুলী খাই লুটি খাই উবুৰি খাই পৰিব। কিন্তু সিহঁতমখা মাউখে আগুৱাই আহি থাকিবই, আহি থাকিবই। মুখেৰে এটা টুঁ শব্দও নকৰিব, আগুৱাই থাকিব যে থাকিবই। তেতিয়া হুজুৰ, আমি, বা আমাৰ গোঁফাল-নেজাল অফিছাৰহঁতো বেঙে মুতা গৰু যেন হয়, থাবৰ নল কঁপাদি কঁপেছে কঁপে!'

'সিহঁতে হাতিয়াৰ লৈ আহিছে বুলি কৈছা, হঠাৎ যদি খং উঠে—?'

'এ—নহয় হুজুৰ। মই সিহঁতৰ মাটিত খেতি-বাতি কৰিছোঁ। ইয়াতে মোৰ তিনিকাল গ'ল, মই ইহঁতৰ ধা-ধৰণ আৰু নাজানোনে কিবা? মুণ্ডাৰ মুখ শিলৰ দৰে। যদি কাঁচীৰ জৰীতো ওলমে, মুণ্ডাই নাকান্দে। সেই মুখৰ ভাবা আপোনালোকে হুজুৰ—বুবুজিব।

'কিন্তু আমি সেই শিলহেন মুখ চাই ঠিকেঠাকে বুজি পাম—মুণ্ডাই কি গুণা-গঁথা কৰিছে। এতিয়া যে সিহঁতমখাই সিহঁতৰ ভগৱানক চাবলৈ আহিছে, সেই কথাত ভুল নাই। ভগৱান—সিহঁতৰ ভগৱান গিৰেফতাৰ হোৱাত গোটেই মুণ্ডা জাতটোৱে অশৌচ পালন কৰিছে। অশৌচ অৱস্থাত সিহঁতে কাকো নবধে। জানো মই।'

'তুমি সিহঁতক দেখিলেই লেখিব পাৰা। নহয় জানো?'

'হয়, হুজুৰ। থানাতে তিনিকাল গৈ একালত লাগিল। দেউতায়ো থানাতে কাম কৰিছিল, তাৰ পাছত সোমাইছিলোঁ মই। মই সিহঁতৰ মুখৰ ৰেখাকিডালি পঢ়িব নোৱাৰিমনে? আগতে—আমাৰ ছট্ পূজাত, দশহৰাত, ফাঁকুৱাত—হোলিত কিমান যে আহিছিল! দলে-বলে আহিছিল, জাকে জাকে আহিছিল, হুজুৰ।'

'এতিয়া?

'হুজুৰ— ।'

'কোৱা, ব'লা কিয়? শুনিবলৈ মন গৈছে।'

'এই জগমোহন সিং সুৰয সিঙৰ নিচিনা মানুহখিনিয়ে সিহঁতৰ মাটি-বাৰী নানান কায়দা-কিটিপ কৰি কাঢ়ি নি, সিহঁতক বন্ধা-বেগাৰ কৰি, সুতৰ টকা আদায় কৰাৰ নামত কথাই কথাই সিহঁতৰ খেতি-পথাৰত হাতী নমাই খেতি-খোলা তহিলং কৰি—বিগতিত পেলাই—বন্ধুহেন বন্ধুৱাক একেবাৰে শত্ৰুহেন কৰি তুলিলে।'

'নাই, সিহঁতো বদ্‌মাছ হয়।'

'নহয় হুজুৰ, বদমাছ সিহঁত কোনোকালে নাছিল। সিহঁত বদমাছ হোৱাহেঁতেন—ভাবি চাওক—ইয়াত মাত্ৰ এমুঠিমানহে ভদ্ৰলোক, আৰু সিহঁত সংখ্যাত অগণন। সিহঁত বদমাছ হোৱাহেঁতেন, মাৰ-পিট কৰাহেঁতেন, ভদ্ৰলোকহঁতৰ এটাও ইয়াত টিকি থাকিলহেঁতেননে? বদমাছিৰ কথা যদি কয় হুজুৰ—আমাৰ সেইফেৰা সুনাম আমাৰ আদি-পুৰুষবেপৰাই আছে। বদমাছি কাক বোলে আমিহে জানো। মূৰ্খৰো মূৰ্খ মুণ্ডাই বদমাছিৰ কিটো জানিব?'

'তথাপি—সাৱধানৰ মাৰ নাই। সদায় সাৱধান হৈ থাকিবা।'

আৰু চট্‌পোহৰতে দেখা গ'ল—খুন্‌টিৰ থানা-ফাটেক আদালতৰ চাৰিওফালে আগুৰি ধৰি বহি আছে শই শই মুণ্ডা। ল'ৰা-ছোৱালী ডেকা-গাভৰু বুঢ়া-বুঢ়ী আলৰ-আলবী কণা-কুঁজা লেঙ্‌ৰ-ভেঙ্‌ৰ কোনো বাদ নাই।

ত্ৰিছজন মুণ্ডা পুৰুষ আগ বাঢ়ি আহিল।

পিন্ধনত ধকধককৰে বগা চুৰিয়া, হাতত কোনো অস্ত্ৰ নাই, মুৰ পোন, মুখ ভাৱলেশহীন।

'আৰ্জী আছে।'

কৰ্নেল গৰ্ডন, ডেপুটি কমিশ্যনাৰ, আগুৱাই আহি সিহঁতৰ আগত থিয় দিলে। কঠোৰ কণ্ঠেৰে সুধিলে, 'কিহৰ আৰ্জী?'

'আমি ধৰ্‌তী-আবাক দেখা কৰিম।'

'ধৰ্‌তী-আবা?—ধৰ্‌তী-আবা কোন?'

'যাক তোমাৰলোকে ধৰি ফাট্‌কত বন্ধ্ কৰি ৰাখিছা।'

'কি দেখিবা? কিয় দেখিবা?'

'পূজা দিম, বহু—বহু দিন ধৰি মোৰা অশুচ হৈ আছোঁ হে। তাৰে আমি দেখা কৰিম।'

গৰ্ডনে দেখা পালে, মুণ্ডা তিৰোতাহঁতৰ হাতত পাতৰ টোপোলাৰ ভিতৰত থোপাথোপে ফুল!

আৰু এই দৃশ্য চকুত পৰাৰ লগে লগেই তেওঁ আৰু এটা দৃশ্য দেখা পালে তেওঁৰ মনৰ চকুৰে। তেওঁৰ বোধ হ'ল: যেনিবা এখন বিৰাট প্ৰাচীৰ তেওঁৰ চকুৰ আগতে বহু ওপৰলৈ উঠি গৈছে। এই প্ৰাচীৰ ভেই, জঁপিয়াই তেওঁ কেতিয়াও ইহঁতৰ কাষ আৰু পাবগৈ নোৱাৰিব। প্ৰাচীৰখন এতিয়াই চুৰ্ মৈ কৰি দিয়া আৱশ্যক।

গৰ্ডন মনে মনে গৰ্জন কৰি থাকিল। মনে মনে অবচনীয়া বচনেৰে কমিশ্যনাৰৰ শৰাধেই কৰিলে: বীৰসাৰ ওপৰত থকা মুণ্ডাবিলাকৰ অন্ধ ভকতিক যেনেকৈয়েই নহওক ভাঙিবই লাগিব।

কেনেকৈ ভাঙিব পৰা যাব?

তেওঁ হাত দাঙিলে আৰু ক'লে, 'শুনা, এতিয়া আদালত চলি আছে। আদালতৰ বিচাৰ শেষ হোৱাৰ অন্তত তাক যেতিয়া পুনৰ ফাটেকলৈ লৈ যোৱা হ'ব, তেতিয়া চাবা তাক।'

'আমি ভগৱানক দেখা কৰিম।'

'ভগৱান নহয়, বীৰসা তোমালোকৰ দৰেই এজন সাধাৰণ মানুহ। ভগৱান ভগৱান বুলি কৈছা কিয়? কোৱা—বীৰসাক দেখিম।'

ত্ৰিছজন মুণ্ডাই একেলগে ঘূৰি চালে পিছলৈ। আৰু লগে লগে সেই ভিৰ যালি এশজন মুণ্ডা মানুহ ওলাই আহি সেই পোনে বাঢ়ি যাবলৈ ধৰিলে। সুধিলেহি, 'চাহাবে কি কয়াছে?'

'বীৰসা ভগৱান নোহয়!'

'বীৰসা—ভগৱান—নোহয়—!'

'নাহ্!'

'না!'

আটাইবোৰ জীৱন্ত মুখ শিলৰ মুখ হৈ গ'ল।

আলৈ-আপদে দেখা দিলে ভৰ্‌মিমুণ্ডাক সকলোৱে সদায় মাত লগায়। ভৰ্‌মি বজ্ৰকণ্ঠ। বজ্ৰৰ আৱাৰৰ দৰে তাৰ মাত।

ভৰ্‌মিয়ে মাত লগালে, 'আকৌ কোৱা।'

'বীৰসা ভগৱান নোহয়।'

'কোনে কয়?'

'কোনে কয় বীৰসা ভগৱান নোহয়?'

'তেনেহ'লে তাৰ বিচাৰ কৰা হৈছে কিয়?'

'উ আমাৰ্‌দেৰ গুৰু ভগৱান, চৰ্দাৰ। তোমাৰ কি জানিব ছাহেব, তাক ধৰা কৰাৰ পাছৰপৰা আমি অশুচ্ হৈ আছোঁ। কেও তেল না লোওঁ, চিকাৰ না ধৰোঁ, স্ত্ৰি-পুৰুষে হাতত না ধৰোঁ। উ আমাৰ্‌দেৰ ভগৱান। আমাৰ ভগৱান আমাৰ হাথ্ জীৱ-মৰিৱ। কেনে কৰি কোৱা তুমি বীৰসা ভগৱান নোহয়? হা! ধানী ৰে! অ' ধানী—তু কথা না ক'ৱ কেনে? তু বোল্! তু চৰতকৈ কুচা, তু বোল্ ৰে—!'

'মুঞি আক কি ক'ম যে ভব্‌মি, ছাহেবেৰ কথা কুছ্‌ না বুঝি যে। মুঞি মুকথ মুণ্ডাটা ছাহেব, মুঞি সুধাওঁ, যদি বিচাৰ কৰিবা, তবে তোমাৰ্‌লোগ তো চৰকাব, বিচাৰ না কৰ কেলে'? কেলে' তাক তিন্‌টা মাহ দিন ধৰি কাটেকত বাখিছা?'

গৰ্জনে ভুক কোঁচাই সিহঁতলৈ চালে।

তাৰ পাছত দাৰোগাক মাতিলে আৰু ক'লে, 'সিহঁতক মোৰ কথাখিনি বুজাই কোৱা।'

'কোনে বুঝাব? ঐ ভাৰত দৰোগা? উ আমাৰ্‌দেৰ কি বুঝাব?'

মানুহখিনিৰ জুমৰপৰা বিক্ৰপাত্মক হাঁহিৰ গিৰ্জনি উঠিল।

দাৰোগাই ডিঙি চাকা কৰি, দুই-চাৰি সক-সুৰা কাহ মাৰি, কটজটকৈ ক'লে সিহঁতক, 'তোমাৰ্‌লোক চব ঘৰ গুচি যোৱা হে, না হ'লে ঠাণ্ডা মাৰি বহু'।'

'তুমি বহু' গিয়া।'

'নাহ'লে ঘৰ্‌ যাও। কাছাৰিৰ দুৱাৰ তিন্‌টা বজাত বন্ধ্‌ হ'ব, তেতিয়া দেখা পাবা।'

'কেলে'?'

'এতিয়া বিচাৰ চলি আছে।'

'বিচাৰ-এতিয়া খতম্‌ কৰা। মোৰা আমাৰ্‌দেৰ ভগৱানক দেখিম। না হ'লে—আমাৰ মসিদাসক জানা, সি কিস্তক বৰ আম্‌ঠা। যদি তোমাৰলোকক এধুমুহা দিয়ে—।'

'হেই মসিদাস, তই সিহঁতক বুজাই ক'চোন—।'

মসিদাসে ক'লে, 'মই নিজে না বুঝলাম, সিহঁতক বুঝাম? দেখ' দৰোগা, ভগৱানক না দেখাও যদি, মই হাত সাব্‌টি জুপ্‌কা মাৰি বহি থকা ভকত নহওঁ, কৈ থ'লোঁ একা। মোক তুমি জানা।'

'হেই। হে—এই। আগ কিয় বাঢ়িছ বে? মাৰিবি?'

'মাৰিম কেলে'? মোৰ হাতত কিবা আছে নে কি?'

'আওৱাই আহিছ কিয় তেন্তে? মদপীটো হ'লিনে কি?'

'মদপী তোৰ বাপ হয়াছে বে ! মুণ্ডা মুই, বীৰসাইত মুই। মুই একটা বীৰসাইতটা হৈ মদ খাই ভগৱানৰ দৰ্শন কৰাত আছিছোঁ নে বে বেটা ?'

'ধানী, তই মসিদাসক মাতি নে।'

'কেলে' মাতিম ? এতিয়া বিচাৰ কৰ্। বিচাৰ কৰি আমাৰ ভগৱানক ফিৰাই দে। না হ'লে মোৰ ডিঙিটা কাট্। হোঁ, নে, কাট্। কাটি পেলা। মুণ্ডাক এদপালি দিয়াত তোৰ হাত আহে তো খুব।'

'হুজুৰ, ইহঁতে দেখোন ঘূৰাই টেঁটুতহে ধৰিছে!'

ছাহাবে ঘোলা চকুৰে দাৰোগালৈ চালে।

'হয় হুজুৰ, মোৰ কথালৈ একেবাৰে ভ্ৰুৰ্ভং নকৰা হৈছে।'

মসিদাস চিয়ঁৰি উঠিল, 'হেইয়া! তাত সেই চোৰটাৰ দৰে কোনে চাই আছে বে ? জাগ্‌মোহন চিঙক আনিছা কিয় ইয়াত ? সাখী দিয়াবা ? ৰাজসাখী ?'

ধানীয়ে মাটিত থুই দিলে। ক'লে, 'বাবু জাগ্‌লুমোহন চিং! বাবুক বাবু না বুলিলে বাবুৰ গৰম হয় কত! তেতিয়া বাবু হাঁথীৰ উপ্‌ৰত উঠি বহে আৰ ই—ম্‌মান লম্বা হাঁথীৰ শুঁৰ যেন চাবুক হাঁথত লৈ মুণ্ডাদেৰ্‌কে চাবৌপ্ চাবৌপ্‌কৈ মৰমৰ মাৰ মাৰে! বাবু বোল্, হে হে —বাবু বোল্—কি মসিদাস!'

মসিদাস সঁচাকৈয়ে আমঠ। একাচেকা। ক'লে 'কোনোবা দিকুক মই বাবু বুলি না কওঁ।'

পাত্ৰা মুণ্ডা, ভৰ্‌মি মুণ্ডা আদিয়ে চিয়ঁৰি ক'লে, 'বিচাৰ না হ'ব। বন্ধ্ কৰা বিচাৰ!'

তাত ভীষণ হৈ-চৈ লাগি পৰিল। মুণ্ডাইঁতে তেতিয়া টেঁটুফালি চিয়ঁৰি গগন ফালিছে, আটাইবিলাকেই প্ৰতিবাদৰ সুৰত নানান কথা কৈছে।

ভৰ্‌মিয়ে ক'লে, 'মোৰ লগে লগে তইঁতেও চিয়ঁৰি থাক্। আমি যে আছিছোঁ—ভগৱানে জানক।'

ভৰ্ মিয়ে গগন ফলা চিয়ঁৰ মাৰি কৈ উঠিল, 'ভগৱান!'

মুণ্ডাইঁতে চিয়ঁৰিলে, 'ভগৱান।'

'মোৰা আহিছোঁ৷ ধৰ্‌ত্রী-আবা।'

'আম্‌ৰা আহিলং।'

'তুমি ফাটেকত অহাৰেপৰা মোৰা অশুচ হৈ আছোঁ।'

'অশুচ হৈ আছোঁ গ' ভগৱান!'

'তুমি ফিৰি আহিলে মোৰা গা ধুম।'

গৰ্ডন ঘোঁৰাত উঠি কাছাৰীলৈ গ'ল। বিচাৰ বন্ধ হ'ল। এদল পুলিছ আগবাঢ়ি আহিল। সিহঁতৰ হাতত চাবুক আৰু হাত-কেৰেয়া।

এজন পুলিছ ঘোঁৰাত উঠি বাঁচীলৈ গ'ল।

পুলিছবিলাকৰ হাতত হাত-কেৰেয়া। ইফালে-সিফালে চাই পাত্রা মুণ্ডা জঁপিয়াই পৰিল পুলিছহঁতৰ মাজত, 'মোৰ হাতত হাত-কেৰেয়া লগাই দে, মুই ভগৱানৰ লগত জেহেলত থাকিম।'

'মোৰ হাতত কেৰেয়া পিন্ধা!'

'জেহেলত থাকিম মুই। মোক বান্ধি নে। ধৰ্ মোক।'

পুলিছবিলাকে হাত-কেৰেয়া পিন্ধাই থাকিল। ধৰা পৰিবলৈ, লোহ-শিকলিৰে ধৰা দিব, তাৰ কাৰণে হুলস্থুল লাগি পৰিল। মাজে-মধ্যে চাবুকৰ চাবৌপ চাবৌপ শব্দও উঠি থাকিল।

বাঁচীৰপৰা সৈন্য এদল বিজুলী সঞ্চাৰে চপালিয়াই আহিল।

আহি বীৰসাক লৈ গুচি গ'ল বাঁচীলৈ।

বাঁচীত মুণ্ডাৰী-নৰিছ ডেপুটি বাবু কালীকৃষ্ণ মুখাৰ্জীৰ এজলাছত গ্রেপ্তাৰ কৰি অনা মুণ্ডাইঁতৰ বিচাৰ কৰা হ'ল। কালীকৃষ্ণ মুখাৰ্জীয়ে সকলো মুণ্ডা আচামীক বেকছুৰ খালাছ কৰি দিলে। তেওঁ ৰায় দিলে: কোনো প্রকাৰৰ গণ্ডগোল সৃষ্টি কৰাৰ অভিপ্রায়-অভিসন্ধি মুণ্ডাসকলৰ নাছিল। মুণ্ডাসৱৰ মাত-বোল ডেপুটি কমিশ্যনাৰ মহোদয়ে বুজি পোৱা নাছিল। মুণ্ডা লোকসকলৰ বিৰুদ্ধে উত্থাপিত অভিযোগ ভিত্তিহীন।

কমিশ্যনাৰে ডেপুটি কমিশ্যনাৰক সেই ঠাইৰপৰা বদলি কৰি পঠালে। কিন্তু ডেপুটি কমিশ্যনাৰ-কৃত অভিযোগসমূহক নাকচ নকৰিলে। কালীকৃষ্ণ মুখাৰ্জীৰ ৰায়, নিজ ক্ষমতাৰ বলেৰে খাৰিজ কৰি দিলে।

আৰু খালাচ প্ৰাপ্ত মুণ্ডাহঁতক পুনৰ গ্ৰেপ্তাৰ কৰা হ'ল।

নতুন ডেপুটি কমিশ্যনাৰৰ এজলাছত পুনৰ বিচাৰ আৰম্ভ হ'ল। এইবাৰৰ বিচাৰকে ৰায় প্ৰদান কৰি ক'লে : চৰ্দাৰহঁতৰ আন্দোলন আৰু বীৰসাৰ আন্দোলনৰ মাজত যোগসূত্ৰ আছে। মুণ্ডা জনসাধাৰণ বিক্ষুব্ধ, আৰু এই বিক্ষুব্ধ অৱস্থাৰ কাৰণে বীৰসাৰ বৰঙনি যথেষ্ট বুলি প্ৰতীয়মান হৈছে। প্ৰকৃতাৰ্থত, বীৰসায়েই মুণ্ডাহঁতৰ এই বিক্ষোভত ইন্ধন যোগাইছে। এই বিক্ষোভকাৰীহঁতক মৃত্যুদণ্ডেৰে দণ্ডিত কৰা আৱশ্যক আছিল। তেতিয়া হ'লে সিহঁতে আগলৈ ভণ্ড ভগৱন্তৰূপী জঘন্য প্ৰৰোচক বীৰসাক অনুসৰণ নকৰিলেহেঁতেন। কিন্তু দুখৰ কথা, এই দণ্ডদান সম্ভৱ নহ'ল। বীৰসা প্ৰচাৰক, বিক্ষোভৰ স্ৰষ্টা। সি মুণ্ডাহঁতৰ মনত ন্যায়পৰায়ণ বৃটিছ চৰকাৰৰ বিৰুদ্ধে অনাস্থাৰ সৃষ্টি কৰিছে। তাৰ ফলত, এতিয়া হাটে-বাটে গাঁৱে-ভূঞে—সকলোতে মুণ্ডাহঁতে 'বৃটিছ চৰকাৰ খতম্ হ'ল' বুলি কৈ ফুৰিছে। এতিয়া, মহামান্য বৃটিছ গৱৰ্ণমেণ্টৰ ন্যায়পৰায়ণতা, তথা নিৰপেক্ষ শাসনৰ মৰ্য্যাদা ৰক্ষা, তথা মুণ্ডাহঁতৰ এই বিদ্ৰোহত অতি অন্যায় প্ৰৰোচনা যোগোৱাৰ কাৰণে আইনমতে যি সৰ্বাধিক দণ্ড প্ৰাপ্য, সেই সৰ্বাধিক দণ্ড প্ৰদান কৰা হওক।'

১৮৯৫ চনৰ ১৯ নৱেম্বৰৰ তাৰিখে বীৰসাক দুবছৰৰ বাবে সশ্ৰম কাৰাদণ্ডেৰে দণ্ডিত কৰা হ'ল। বিক্ষোভকাৰী আন্যান্য মুণ্ডাৰ গাইপতি বিছ টকাকৈ জৰিমনা কৰা হ'ল। জৰিমনা আদায় কৰিব পৰা নহ'লে তিনিমহীয়া সশ্ৰম কাৰাদণ্ডৰ আদেশ বিহা হ'ল।

বীৰসাক আত্মপক্ষ সমৰ্থন কৰিবলৈ কোৱা হ'ল।

কিন্তু বীৰসাই মুখ জোকাবিলে।

ৰায় শুনি ভৰ্মিয়ে ক'লে, 'ই কি হ'ল ভগৱান?'

বীৰসাই ক'লে, 'দুবছৰ দিন কি বৰ বেছি কাল, ভৰ্মি?'

'চৰকাৰে জুলুম কৰিব খুব।'

'কৰক। কৰি থাকক। বগা ছাহাবৰ চৰকাৰে জুলুম কেতিয়া কৰা নাছিল?'

আকৌ মুণ্ডাহঁত দলে দলে খ্ৰিষ্টান হ'বলৈ গৈ থাকিল মিশ্যনলৈ।

বুৰ্জুলৈ।

তোৰ্পালৈ।

ধানীয়ে ক'লে, 'না হ'ব কিয়? দুই বছৰ বাঁচক, তা বাদে দেখা যাব।'

তথাপি, বহুতো মুণ্ডা নোযোৱা হ'ল মিশ্যনলৈ।

বহু···বহু···বহুতো ··।

হফ্মানে মুখ ঢুপিয়ালে: গিৰ্জাৰ দুৱাৰ অবাৰিত। অবাধ। আমাৰ ঈশ্বৰে কদাপি শৰণাগতক বিমুখ নকৰে।

বাপ্তিস্মৰ, অৰ্থাৎ ব্যাপ্টিজমৰ পৱিত্ৰ পানী ছটিয়াই থাকোঁতে পলুস প্ৰচাৰকে মিশ্যনলৈ ঢপলিয়াই অহা মুণ্ডাহঁতক ক'লে, 'কিয় আকৌ আহিছনো তহঁত? তহঁত আকৌ সেই ভগৱানৰ শিচ্‌হে হ'বিগৈ দেখোন!'

জান্‌কি মুণ্ডাই ভেকাহি মাৰি কৈ উঠিল, 'তোৰনো তাত কি হ'ল ঐ পলুস? তই চাকৰ, পানী ছটিয়াবলৈ কৈছে, ছটিয়া। হাতীয়ে বোলে মোৰ দুটা দাঁত, নিগনিয়ে বোলে মোৰো দুটা দাঁত। তই বেটা নিগনি, নিগনিটোৰ দৰে থাক্। ভৰ্‌ৰকীয়াটো!'

'পানী ছটিয়াম ক'ত? গাতো মইলা, মুখো জধলা।'

'কোনোটো মুণ্ডাৰ ঘৰ্তে তেল নাই।'

'জংঘলত কুসুম বীজ নাই?'

'আছে। মোৰা তেল বনোৱাত বিস্মৰণ হ'লোঁ।'

পলুসে মূৰ চুপিয়ালে। ক'লে, 'তোমাৰ লোক বৰ চালাক হে ঃ বীৰসা ফাটেকত, সেইদেখি অশুচ্ হৈ আছা।'

'ধুৰ্ বেটা। পানী নাইনে কি? ছটিয়া। ছটিয়াই থাক্।'

'সালী অহা নাই?'

'নাই।'

'কিয়?'

'তোক কিয়?'

'ক'চোন তেও।'

'তোক ক'ব কিয় তাই নাই অহা। যা, গৈ সোধ, সুখি আছুগৈ—অসোধৰ টেক্‌লাটা।'

'হোঁ, ল, পানী ল।'

## চৌধ

পলুস প্ৰচাৰকে সালীৰ কথা সুধিছিল, তাইৰ সা-সন্ধেদ লাগিছিল তাক। সালী খ্ৰিষ্টান হ'বলৈ তালৈ—মিশ্যনলৈ যোৱা নাছিল।

এতিয়া জাৰকালি। জংগলত পাত সৰিছে যে সৰিছেই। এতিয়া পাত সৰাৰ বিৰাম নাই। সাগ্ৰাম দিন সৰা পাতৰ সৰ সৰ শব্দ। ৰাতিৰ পৰতো পাত নিশ্চয় নসৰা নহয়, পিছে তেতিয়া সেই সুমধুৰ শব্দ শুনিবলৈ কোনো সাৰে নাথাকে।

জংগলত বনৰীয়া বগৰী পকিল। পকি আমোল-মোলোৱা গোন্ধ ওলোৱা বগৰী, পকি হালধীয়া বৰণ লোৱা আমলকী, কৰঞ্জা আদি টেঙা-কেঁহা ফল খাবলৈ হৰিণা আহে, ভালুকো ওলায়। প্ৰাণৰ মমতা এৰিয়েই সালীয়ে অটব্য হাবিত বগৰী বুটলি আছিল। এপাচি বগৰী কেনেবাকৈ বুটলিব পৰা হ'লে তেও দুটা দিনলৈ খাব পাৰিব।

ভৰত দাৰোগা অলপ আঁতৰ হৈ বহিছিল। সালীৰ ওপৰত চকু দি ভৰত দাৰোগাই যোৱা কেইবাদিনো ধৰি সালীৰ পিছ প্ৰায় নেৰা হৈছে। সালীক চকুৰ প্ৰায় আঁৰেই নকৰা হৈছে। সালীৰ ওপৰত চকু ৰাখিলে ধানীৰ খা-খবৰ সা-সন্তেদ পাব পাৰে। বাঁচীৰপৰা পলাইঅহাৰ পাছত ধানী সালীৰ ঘৰতে থপিছিলহি যে—সেই বাতৰি ভৰত দাৰোগাইঁতে নোপোৱাকৈ থকা নাই।

ধানীয়ে ফাটেক খাই আছিল। কয়দীইঁতৰদ্বাৰা পাথৰ ভাঙি ভাঙি ৰাজআলি তৈয়াৰ কৰাৰ কামত আন বহুতৰে লগত ধানীকো লৈ গৈছিল ফাটেকৰ দাৰোগাই। তাৰেপৰাই ধানীয়ে দিলে দীঘল খোজ।

ভৰত দাৰোগাই সালীক ক'লে, 'ধানীক ধৰা কৰালে তোৰ বিশ-পঁচিশ টকা মিলিল হয় বে—! তু—ভুলকে কৰিলি।'

সালী পোন হৈ স্থিৰ হ'ল। পেটত কেঁচুৱা, দেহত ক্লান্তি। নিস্তেজ মাতেৰে সালীয়ে ক'লে, 'কত বাৰ তোমাৰ্কে কৈছোঁ হে—কোন, কি, ক'ত একো জানি নাই। সি যে বীৰসাইত হয়াছে মই জানোনে কিবা? বুঢ়াটা! পানী খাব খুজ্‌ল, দিলং পানী। পানী খাই ছাগ্‌লী-চাঙৰ উপৰ্তে শুই থাকিল। বিহান হ'ল পলাই গ'ল। তা বাদে শুনো বুঢ়া আছিল বীৰসাইভটা। আগে জানা হ'লে তাক ঘৰত ঠাই দিওঁনে? পঁচিছ টাকা নালাগে, পঁচিছটা কণা-মাকৃৰি পালেও মই এতিয়া বাঁচো। ধানীক দেখা পালে আগ্‌তে মই তাৰ ঠেং পিটাই গুড়ি কৰি দিম। তা বাদে তোমাৰ্কে খবৰ দিম।'

'বীৰসাইতমখাৰ ওপৰত ইমান খং কিয় অ' তোৰ? তোৰ মৰদ্ ডোন্‌কাটোও দেখোন বীৰসাইত হৈছিলগৈ।'

'হৈছিল না বুলি কৈছোঁ নে? হৈছিল। ধান বেচি বীৰসাইত-গুলাক খুৱাইছিল কত! আৰ্ যে কত বাহানা! কাপোৰ-কানি চাফ চিকুণ হ'ব লাগে, গাত হাল্‌ধি লাগে—হাজাৰ ৰকমৰ বাহানা। তা বাদে দেখ—মোৰ কোলাত একটা, পেটত একটা। আৰ তু বুঢ়াটা গ'লি জেহেলত? এতিয়া মোৰ কি হ'ব? সিও খবৰ নালয়, আক তোমাৰ্লোকেও মোৰ যিকণ যি আছিল সকল শেষ কৰি দিলা। মোৰ কি জগৰ কোৱা?'

'তাক চম্ভাল নাই কৰ্‌লি কিয় তই?'

'চাম্ভাল কৰিম কেনেকে'? সি শুনে? মুণ্ডা মটাগুলাৰ জেদ্ কত জান না? বোলে কি—ভগ্‌মান্ তোক চৰ দিব। এই যে চৰ্ দিল ভগ্‌মান্। এই পাচিটা দিল, বগৰী বুটলি আনি। যাঠিটা দিল, ভালুক খেদা কৰি।'

'কী যে দেহা আছিল তোৰ, কি যে হ'ল। তোৰ মান ৰূপহী মহথন গাঁৱতো আন কোনোৱাজনী আছিলনে?'

'কপাল পুৰা—শৰীল থাকে?'

'তাকে তো কওঁ—।'

'কপালত জুই নালাগ্‌লে বাপে ঐ ডোন্‌কাটাক মান্‌কি দেখি বিভা কৰাল ? সি আছিল একুটা বুঢ়া, মই তাৰ নাত্‌নীটাৰ নিচ্‌না। না কি কোৱা ?'

'তোক বিয়া কৰাব বুলি কৈছিলনে বীৰসাই ?'

'না গ' না। তাই আছিল শঙ্কৰা গাঁৱৰ পৰ্‌মী। পৰ্‌মী হ'ল ধুবাইমুণ্ডাৰ ভনীটা। ধুবাইটা খুব বীৰসাইত হয়াছিল। বীৰসা বলাছিল ভনীটাক বিভা কৰাব। বিভা নামত। সিহঁত দুটা মটা-মাইকী না হ'ব বুলি কৈছিল। দুয়ো ভগৱানৰ কাম কৰ্‌ব।'

'আৰে! পৰ্‌মীটা তো ঘূৰি ফুৰে কন্নুৰ লগ্‌তে।'

'কোনটা কন্নু— ?'

'বীৰসাৰ ভায়েক কন্নুটা নাহয়। ই হ'ল কন্নু পহান। কন্নু আৰু পৰ্‌মী সদায় সদায় একেলগে গাটোৰ লগত ছাঁটো হৈ ফুৰে।'

'কন্নুক পৰ্‌মীৰ সেই কণ্ড—কালৰূপৰা মনে ধৰাছে। তাই যেতিয়া এত্‌ টুকা—কণমানিটা—তেতিয়াই কৈছিল, মই কন্নুক আবান্দি কৰিম।'

'চব্‌ কথা জেনা-শুনা বীৰসা সেই পৰ্‌মীজনীক ল'ব বুলি ক'লে ?'

'তুমি নাবুঝ্‌বা হে! বীৰসা বলাছিল, ধুবাই, তোৰ ভনীক মই আবান্দি কৰিব পাৰোঁ, যদি তোৰ ভনীটা মোক মৰদ্‌ বুলি না বিচাৰে, মোৰ কাম কৰে।'

'হেঁঃ! মোৰ শেঠ-মহাজনটো আছিল ঐ! মগনিয়াৰৰ পো মগনিয়াৰ—মুণ্ডা—তাৰ মুখত বৰ বৰ কথাৰ ফুলজাৰি!'

'মইও তাকে তো কওঁ গ' দাবোকা! তু ভিখ্‌মাগুটা, তু মুণ্ডাটা, তোৰ মুখত বৰ বৰ কথা কেনে ?'

'তাই কি ক'লে ? পৰ্‌মীয়ে ?'

'চিধ্‌ধাই কৈ দিলে, যা যা, কন্নুৰ বাদে কাকো মোক নালাগে। কন্নু মোৰ মনৰ মানুহ।'

'কৈ দিলে ?'

ভৰত দাৰোগাই বাৰে বাৰে মূৰটো ছুপিয়ালে। ক'লে, 'তহঁতক সদ্‌ বুধি দিলেও তহঁতি নল'ব, ভাল কথা ক'লেও নামান মুশুন। মুণ্ডাৰ মৰণ কিহত, চা, চাই ল।'

'কিহত? মই কওঁ পৰ্‌মী-কন্ম-বীৰসাৰ আবান্দিৰ কথা। তাকে তো ক'লোঁ। ইয়াৰ মাজত মৰণৰ কথা ক'বপৰা পালানো?' সে সেকৈ হাঁহিলে সালীয়ে।

'হাৰে—গছত ফলৰ কথা, ফলত গছৰ কথা। মোক ক'বলৈ দে।'

'কোৱা। দাৰোগা তুমি। ববাপো ৰে! কত ক্ষেম্‌তা তোমাৰ। তোমাৰ মুখৰ বচন শুনিলেও লাভ।'

'শুন্‌ তেন্তে, মুণ্ডাৰ মৰণ কিহত, শুন্‌। তহঁতৰ মটাবোৰ হ'ল হট্টাকট্টা, কোমল মাতৰ কাষেদিও নাবায়, কোমল মাত নুবুজে নুশুনে নকয়। আজি ক'ব খাজনা নিদোঁ, কালিলৈ ক'ব বন্ধা বেগাৰ নহওঁ, পৰহি ক'ব মহাজনক নামানো। হাঃ! বোলোঁ বাপুহে, পকৰাই কেতিয়াবা হাতীৰ সৈতে হতাহতি কৰিব পাৰেনে?'

সালীয়ে মূৰ জোকাৰিলে। দাৰোগাৰ কথা তাইৰো মনৰ কথা। ক'লে, 'মুণ্ডা কটাইঁত এনেকে' মৰদ কহলাব। সিহঁতবিলাকৰ মাত কথা বগ্‌ৰীৰ ডাল যেন কাঁইটীয়া।

'পিছে—চা, মটা মানুহ হ'ল্‌ শিৱৰ অংশ। সিহঁত খহটা-খণ্ডাল হ'লেউ হওক। এয়া ধৰ্‌—মোৰেই কথা। মই মোৰজনীক কেতিয়াবা গৰু-পিটনেও পিটোঁ। কিন্তু তাই মুখৰপৰা এটুটা বাও-শব্দো নুলিয়ায়। মুণ্ডা ছোৱালীহঁতো যেন কেনেবা ধৰণৰ। এয়া—এই যে তই ক'লি কথাটো, এয়া কোনো মাইকীৰ চিতৰ কথানে? ইয়াক আবান্দি কৰিম্‌, সি মোৰ মনৰ মানুহ,—তহঁতৰ বাক চকুৰ চৰমফেৰাও নাইনে? শাড়ী পিন্ধিবি—আঁঠুৰ ওপৰলৈকে উঠাই, খোজ পেলাবি ধুপধুপাই, মটাহঁতৰ দৰে মটমটাবি—ঠেং মেলি বহি লৈ যা-তা গালি পাৰিবি,—হাৰে! মাইকী যেতিয়া মৰদ্‌ হয়, তেতিয়া হয় জাতৰ মৰণ।'

'কৈছা ঠিক্‌।'

'হাঁ ৰে, তই যে হাৰিয়ে হাবিয়ে ঘুৰি ফুৰ, তোৰ ছুৱালটা ক'ত থাকে ? কাৰ ওচৰত থাকেনো ?'

'মঁাৰ ওচ'তে।'

'দিন ভৰ্ ?'

'ক'ত থ'ম ? লগত লৈ ছনে-বনে হাবিয়ে জংঘলে ঘুৰি ফুৰিমনে কিঁ ? মোক তো একৃদিনা-কি-একৃদিনা বাঘে খাব। তাকো মাৰিম ?'

'এস্স্স্! কিখিনি কষ্ট ৰে তোৰ! হায়ৰে, তোৰ ঘৰত আছিল ধানৰ গোলা, মঠীয়া ভৰা তেল—দেখিছিলোঁ তো আগে আগে!'

'চ—ৰ গ'ল!'

'নাযাব কেলেই ? কেলেই বীৰসাইত হ'লিনোগৈ ?'

'মুমুই ?'

'হাঁ তো—!'

'হাঁ—?'

খঙে সালীৰ যেনিবা ব্ৰহ্মৰন্ধ্ৰ জ্বলাই দিলে। জিকজিকাই উঠি ক'লে, 'মুই হ'ম বীৰসাইত ? মোৰ মৰদ্‌টা, গোট গৰুটা—সি যাই তিনি নাচ মাৰিলে বীৰসাৰ নামত। ক'ৰপৰা যে আকালৰ পোক-পৰুৱাৰ দৰে মুণ্ডা ধৰি আনে! বোলে, সালী, ই চৰ বীৰসাইত। লেঃ, ভাত ৰান্ধ্, চৰে খাব।'

'কি ক'ৰ!'

'আৰু কি ক'ম। মোৰ আছিল ধানৰ গোলা। আকালে-অজন্মাই খৰে-বানে মই মুণ্ডাগুলাক যে কত ধান দিছোঁ! কৰম্ পৰৱত নাচ কৰাৰ বাবে যাব, তো সকল ছুৱালী আহিব মোৰ ঘৰত। মুই সকলৰ ছুৱালীৰ মাথাত দিম তেল-কাকুই, হাতত দিম চুড়ি-খাৰু। কোনো দিনা ঘাটো নাই খোৱা, হাবিয়ে-জংঘলে খোজ নাই পেলোৱা, ছিঁড়া বস্তু নাই পিন্‌হা, জঁাপ্‌ৰীটা হৈ নাই থাকা।'

'আৰু আজি—?'

সালীয়ে তাইৰ আঠহতীয়া শাড়ীৰ লুচেৰে চকু মচিলে।

'আজি সকল কষ্ট সকল দুখ—ঐ বীৰসাৰপৰা। ঐ বীৰসাৰপৰা মোৰ যত দুঃখ।'

'সি দেখোন তইঁতৰ ভগৱান! ধৰ্‌তী-আবা! তাক তই বীৰসা বুলি ক'ব ?'

'ছুগানাৰ পুত্ৰ বীৰসা হ'ল—ভগৱান! তেনেহ'লে পকৰা হ'ব হাঁথী, আৰ এই বুকডি হ'ব বাঁচী।'

বগৰীৰ পাচিখন দাঙি লৈ সালীয়ে বুকডিলৈ বুলি খোজ ল'লে।

সালীৰ খোজ-কাটললৈ চাই চাই ভৰতে ভাবিলে: ভৰ্‌ পোৱাঁতী, তেও খোজৰ লাচ্‌ কি চাবা! কঁকালৰ দোলনকে চাবানে বুকুৰ নাচোনকে চাবানে আটিল্‌ দেহাৰ গঢ়ন চাই থাকিবা। চালে চাই থাকিবৰ মন যায়। থানাৰ আটাইবোৰে এনেয়ে কয়নে যে মুণ্ডা মাইকীবোৰ হ'ল কি বোলেনে—ক'লীয়া জুই! দেখামাত্ৰেই দেহাৰ তেজৰ তলত জুই লাগি যায়। কিন্তু ইহঁত এনে যে বজ্জাত, হাতখনত ধৰিলেও বনবীহঁতে মেচীদাৰে মূৰটো খচংকৈ নমাই দিব!

সালীৰ পিছে পিছে গৈ থাকোঁতে ভৰতে ক'লে, 'অ, সালী, কথা এটা শুন।'

'কোৱা।'

ভৰত খন্তেকমান ৰ'ল।

'আজি ৰাতিটো—হেৰি কি বোলেনে—তোৰ গোহালিতে থপিম বুলি ভাবিছোঁ। হ'ব জানো ?'

'কেলে' ?'

'এই আন্ধাৰে-মুন্ধাৰে সিমান দূৰলৈ যাব লাগিব—ভৰ লাগে আক।'

'হ'ব।'

অলপ-পৰলৈ দুয়ো চুপচাপ গৈ থাকিল।

আক তাৰ পাছত হঠাৎ মূৰৰপৰা বগৰী-পাচিটো নমাই থ'লে সালীয়ে। পেটত থাম্‌চি ধৰি খুপুচ্‌কৈ বাটৰ উপৰতে বহি দিলে।

'কি হ'ল বে সালী ?'

'আ বে ববাপোবে ! অ' মোব আই বে—!'

'বোলোঁ—হ'ল কি ?'

সালীয়ে বাটব একাষবতে হাত-ঠেং জবি পবি বেঁকাই কেঁকাই ক'লে,. 'পেটত দর্দ—বিষ উঠিল গ' দবোকা, কিবা হৈ যাব পাবে—!'

'কিনো ক'ব অ'—?'

'তুমি যোৱা, যোৱাগৈ তুমি—।'

'তোক—এনেকে'—পেলাই থৈ—।'

'ই সময় মটা মানুহ নাথাকিব লাগে গ', থাকিব নাপায়। ঘৰত তোমাব মাইকী নাই ? তুমি নাজানা ?'

'তই যে অকলশবীয়া— !'

'শুনা দবোকা, হু—ই গিবাম্ দেখা যায়। তুমি তাত যাই মানী পহানীক কোৱাগৈ মোব কথা। আন কেও যেন না শুনে।'

'তোক অকলশবে পেলাই থৈ— ।'

'পহানী দবব জানে, আবাম হ'ব, ছৱাল হ'লে খালাছ কব্ব। আব এক কথা।'

'কি ?'

'বুকডিত তুমি না থাকিবা। বুকডিত ক'তো কেও নাই। বীবসাব কাবণে পুলিচ আহি চব্‌কে খেদা কবাছে। সিহঁত আছে, সিহঁতকেটা জংলব জান্‌বৰব দবে হৈ গিছে। পুলিচব নামত থাপা। বব থাপা। বাতি বাতি গিবাম লুট কবে, পুলিচ মাবে। তুমি থাক্‌লে তোমাক তো মাবিবই, মোকো জান্ খতম্ কবি দিব।'

'কি কৈছ অ'! মাবি পেলাব ?'

'হঁা গ' হঁা। দেখ, এতিয়াতি আকাশ বাজা, পোহব হৈ আছে। তুমি লাহু গিবামে যাও গ'— তাত কোনো ভয়-ভীত নাই।'

টোপোলাত জীউ বান্ধি বনবা ভকত দাবোগাই কিমাত মবণে মবাব কথা ভাবি ভাবি সাত চেউবীব লব দি সালীক এবি পলাল।

সি ভৰত যেতিয়া আৰু নেদেখা হ'ল, তেতিয়া চুলি কাপোৰ আৰু গাৰপৰা ধূলা জাৰি-জোকাৰি উঠি থিয় হ'ল সালী। তলপেটৰপৰা তৰপা-তৰপে কাঁড়ৰ জোঙা জোঙা তীখাল আগ এদ'ম মাটিত নমাই থ'লে। ধাবাল তীখাৰ জোঙা আগবোৰ কুচিলাৰ ক'লা বিষেৰে মুণ্ডাৰী গাভৰুৰ দৰেই চিকমিকীয়া ক'লা। মুণ্ডাৰী গাভৰুৰ দৰেই লোভনীয় মোহনীয় উদ্ধত।

বগৰীৰ পাচিখনো উবুৰি কৰি পেলালে। তাৰ পাছত পাচিত তীৰৰ জোঙা জোঙা আগবিলাক ভৰাই, তাৰ ওপৰত পুনৰ বগৰী দ'মাই থ'লে। আৰু তাৰ পাছত ভালকৈ বহি লৈ তাই বগৰী চোবাই থাকিল টকালি পাৰি পাৰি।

মানী পহানী উৰি অহা দি আহিল।

সালীয়ে ক'লে, 'ইমান দেৰী কৰে? মোৰ যে পেট পকাল, বেথা উঠ্‌ল, না জান?'

'পেট ত পকাল, বেথা তো উঠ্‌ল, ল'বা ক'ত গেল—?'

'ঐ পাচিত।'

'তই ক'ত যাইস্?'

'আৰু কাঁড় আনিম।'

'আকৌ যাবি?'

'না যাম? ভৰত তো কালিউ আহিব। পেট হ'ল—তাক পেটটা ঢাকুটা কৰি না দেখাম নে কি? ভৰত কি পিছ এৰ্‌ব?'

'কেলে' উ তোৰ পাছু ধৰি আছে ক'চোন?'

সালীয়ে হাঁহিলে।

'কেলে' আৰু। যিহঁত পলাই আছে, সিহঁতক মাইকীহঁতে ভাত-পানী দিব, আৰাম দিব, সেই কথা ত জানে। ভৰতে ভাবে, পিছে পিছে লাগি থাকলে আইজ্‌ বা কাইল্ সিহঁতভলাৰ সন্ধেদ পাই যাব।'

‘এনে আন্ধাৰ্‌তে আকৌ যাবি?’

‘থানী বসি থাক্‌ব।’

‘তবে যা।’

‘ভৰত চলা গিছে?

‘হাঁ।’

‘ভৰাইছে খুব।’

ছুৱোজনীয়ে হাঁহিলে।

‘ময়ো ডৰ কৰাই দিছোঁ। কৈছোঁ তাক—এতিয়া চৰ্‌ থাপা হৈ আছে। দাৰোগা দেখ্‌লে নিচ্চয় খতম্‌ কৰি দিব। আমি কেজনীমান মাইকী মানুহ আছোঁ। তোমাৰ্‌কে থাকিব দিয়া বুলি জান্‌লে আমাক মাৰি দিব। মোৰ এই কথা শুনি পদাপাল দেখি দাৰোকা পলাল।’

‘পলাওক। লাতু গিৰামে তাক—হাৰামীক কোনেও থাক্‌বাব না দিবে। আন্ধাৰে-মুন্ধাৰে যাউক ভাতুকাড়ু।’

‘বাট্টতে বাঘে খাব।’

‘বাঘ কি দাৰোগা খায়? দাৰোগাক চৰে ডৰায়। বনৰ পশুৰ পৰাণে ডৰ নাই?’

‘হা! তোৰ পৰাণে ডৰ নাই? এনে আন্ধাৰ্‌তে ‘যাবি আক’ আছ্‌বি? বীৰসাৰ কাৰ্‌ণে তোৰ ইমান—’

‘চুপ কৰ্‌।’

‘তুই মোৰে বোল্‌ সালী, এই নিমাগিমা আন্ধাৰ, যি আন্ধাৰ্‌তে কোনো কাৰো মুখ না দেখে, তুই মোৰে বোল? মই তো বুঢ়ীটা, দলঙাহীটা মৰা গা-গছৰ মতন মেম্‌ৰা শৰীলটা, মোৰ পেটৰ কথা পেটত থাকে, কাউৰীটোৱো গম নাপায়।’

‘কি বুল্‌ব? কি ক’ম?’

‘তুমা ভগৱান হোৱাৰ বাবে বীৰসাৰ কাৰ্‌ণে জান্‌ দিছ? সি তি দলদলা যুৱানটা, তু তি দল্‌দলীয়া যুৱানী—’

‘চুপ্‌ কৰ্‌।’

সালীয়ে মানী পহানীক ডবিয়ালে।

ক'লে, 'অমুন কথা ভাবিব না লাগে। ভাবিলে মহাপাপ।'

'কিহত নো পাপ? ভগৱানৰ সকল কথা ভাল, কেৱল ইগুলা মই মই ভাল না দেখোঁ।'

'কি?'

'এই লাচ্-গান—মহুৱা-তাড়ি—ফুল দিয়া সাজ-পাৰ—ইস্তি-পুৰুষে ভাব-ভালপোৱা—ই চব্—চব্ মানা কৰি দিল যে—।'

'পুৰাণা পথ না ছাড়্লে তবে নতুন পথ ল'বি কেনেকে'? ই ফাগুণতো শাল ফুলৰ সুবাস্তে মনটা মাতালটা হৈ যাইছিল। বনত যে কত ফুল বে মানী! একটা বুটলা নাই। খোঁপাত পিন্ধা নাই, কৰম পৰ্ব্বৰ দিনত বনত একলা লাচি নাই।'

'মোৰ ঠেঙত বল-শক্তি নাই। কিন্তু লাচ্তে ক', লাচিম খুব।'

মানীয়ে হাঁহিলে, পাচিখন দাণ্ডি মুৰত ল'লে। দক্ষিৰে ক'লে, 'পহান যতদিন আছিল, তাক খৰি ফলিব দিয়া নাছিলোঁ। এতিয়াও কুঠাৰেৰে একোজোপা গছ ফালিব পাৰোঁ। তইঁতি নোৱাৰ।'

'এতিয়া যা মানী, আন্ধাৰ হয়।'

'তু না যাব?'

'যাইছোঁ আক।'

বতাহৰ বুকুত ঢউ তুলি, বতাহৰ বক্ষ বিদাৰি যেনেকৈ বিজুলী গতিৰে কাঁড়ে গতি লয়, তেনেকুৱা গতিৰে সালী অন্ধকাৰৰ বুকুত মিলাই গ'ল। অন্ধকাৰ অৰণ্যৰ আত্মাৰ দৰে সাৱলীল গতিৰে গৈ থাকিল তাই। এই অৰণ্য, অৰণ্যৰ প্ৰতিছোৱা পথ, সকলো তাইৰ চিৰ-চিনাকি। নিজৰ চিনাকি অংগৰদৰেই চিনাকি। অৰণ্যৰ গভীৰত থকা নিবল-নিৰ্জন ঘূৰ্ণিৰ পানীত যেতিয়া তাই স্নান সমাপন কৰে, তেতিয়া, স্নান কৰাৰ আগতে নিজৰ নগ্ন দেহৰ প্ৰতিবিম্ব চাই লয় জল-দৰ্পণত। সেই নিখৰ সুঠাম আটিল প্ৰতিবিম্বৰ প্ৰতিটো ৰেখা তাইৰ চিনাকি, আৰু তেনেকৈয়ে নিজৰ দেহৰ দৰে চিনাকি—এই অৰণ্য।

গৈ গৈ তাই ক্ৰমে গভীৰ অৰণ্য পালেগৈ। টিলা বগাই উঠিল। নামিল। টিলাৰ নামনিয়েদি নৈ বৈ গৈছে—এতিয়া নৈৰ বুকু শুকান, কেৱল এডাল ফিতাৰ দৰে ৰূপোৱালী পানীৰ নিস্তেজ সোঁত। নৈৰ পাৰে পাৰে পাহাৰৰ নামনিত গুহা। কাঁইটীয়া জোঁপোহাৰ্‌ জপনা এখন গুচাই তাই এটা গুহাৰ ভিতৰলৈ সোমাই গ'ল।

'কোন আহিলি অ' ? সালী না কি ?'

'হঁা, বড় কষ্ট কৰি আহিছোঁ। ভৰতে পিছ লৈছিল। কঠালৰ এঠাৰ দৰে। এবাৰ নোৱাৰি তাক। কিমান তেল-টেঙা ঘঁহি ভুজং-ভাজং দি, কত কথা কই—ভুচুং বনাই—তবে তো আহিলোঁ। উ ফেকৰা চালাক এদিন মই বলোৱাৰে যমৰ আলহী কৰি দিম।'

'ভুলাই-ভালাই ইখানে লৈ আহ তাক।'

'না না। দাবোকা মাৰ্‌লে গিৰাম-কে-গিৰাম জ্বালাই দিব।'

'চেই কথা ভি ঠিক।'

'কাঁড়ৰ আগবোৰ— ?'

'এইয়া !'

ধানীয়ে অতি নিপুণভাৱে বলোৱা চলাব পাৰে। তাৰ হাতত বলোৱা আৰু টিঙিৰি-পাথৰ থাকে যদি—বছ—আৰু একোকে নালাগে তাক। বাৰিষাকালি ধানীয়ে হাবি কাটি কাটি অৰণ্যৰ গভীৰলৈ সোমাই যাব। বলোৱাৰে গছৰ ঠাল জোঙা কৰি সেই জোচা ধৰাল ঠাল দলি মাৰি গাহৰি বা হৰিণাক বিন্ধিব। সিবাৰত সি মুল্‌কই লড়াইত যেতিয়া জোতদাৰবিলাকৰ ঘৰ-দুৱাৰ-পাম-গোলা আদিত জুই লগাই জংগলৈল পলাই গৈছিল, সেইবাৰ সি তাৰ বলোৱাৰে গছৰ ডাল-ভুল কাটি গছৰ একদম ওপৰত ধুনীয়াকৈ গুপুত চাং সাজি লৈছিল। ভালেমান দিন সেই কোনেও নেদেখা গুপুত চাঙতে আছিল সি।

বলোৱাৰে গছৰ ঠাল-ঠেঙুলি কাটি কাটি বেজিহেন জোঙামূৰীয়া কৰি কাঁড়ৰ আগ বনালে ধানীয়ে। সেইবোৰ সালীক দিলে সি।

সালীয়ে সুধিলে, 'আজি কি খালা?'

'শহা এটাকে মাৰিলোঁ আজি। খাবি? লৈ যাবিনে অলপমান?'

'নাই, নালাগে। শহা আমাৰ চোতালতে ঘূৰি ফুৰে। ফান্দ পাতি ধৰা কৰোঁ ক—ত!'

'ঘৰ যা।'

'হঁা, যাওঁ। ছৱালটা আছে।'

'কাইল্ লৱণ আনিস্।'

'আন্‌ব।'

'হঁা—হাছুৱাখন—মেচা-দাখনো আনিবি।'

'আন্‌ব।'

'আন্ধাৰ হৈ গ'ল যে—?'

'ভগৱানৰ নাম কাঢ়ি যাই থাকিম।'

'যা তেনে—।'

সালী পুনৰ এন্ধাৰতে মিলাই গ'ল।

এতিয়া আৰু এন্ধাৰত ভয় নাখায় সালীয়ে। একোতে ভয়-ডৰ নকৰা হ'ল। আগে ইমান যে ডৰপুক্ আছিল। এতিয়া কেৱল ভাবে: এই দিনেই দিন নহয়, দিনৰ এতিয়াও বাকী ঢেৰ। এতিয়া যি ঘটিছে, যেনেকৈ ঘটিছে, সকলো অলীক হৈ পৰিব। সত্য হৈ প্ৰকাশিত হ'ব কেৱল বীৰসা উভতি অহাৰ দিনটো। বীৰসা উভতি অহামাত্ৰেই সকলো সলনি হৈ যাব।

বহুকালৰেপৰাই তাইৰ মনতো অনেক অন্ধকাৰ। তাই সৰুকালৰে্‌পৰাই শুনি আছিছে যে তাই চালে চকুবোৱা। তাইৰ বিভা—বিয়া পতা হ'ব, দৰাটো হ'ব দল্‌দলীয়াটো। কিন্তু বিভা হ'ল ক'ৰবাৰ কোনোবা ডোন্‌কাৰ সৈতে। মিছেই মোৰ বিভা কৰিবাক আছে মন—হ'লে কি হ'ব, এই বিভা বিঅবিধীয়াহে হ'লগৈ। তিমানতে ডোন্‌কাৰ তুজনীকৈ ঘৈণীয়েক মৰিল। ডোন্‌কা পট্টি এখনৰ—মানে—এখন অঞ্চলৰ মান্‌কি। ডোন্‌কাৰ পট্টিত আছে সৰ্বমুঠ এঘাৰখন গাঁও।

গাঁৱো যে গাঁও—একেবাৰে যেন নিমাওমাও। হাবিয়নি। কোনোবাখন গাঁৱত দহখন ঘৰ, কোনোবাখনত বৰ বেছি বিছ। যিহঁত আছেওবা সিহঁতৰ আ-অৱস্থাও পৰিমৰা বিধৰে। লোণ খুটি ঘাটো খোৱা বিধৰো নহয়, লোণ নোহোৱাকৈ থেকেৰা কুটা বিধৰহে। লোণ আনোতে ঘাটো নোহোৱা হয়। তেও—ক'বই লাগিব—ইহঁতবিলাকৰ মাজত ডোন্‌কাৰ অৱস্থায়েই তেও কিঞ্চিত ভাল। তাৰ বয়স ঢেৰ। বয়সৰ বোন্দা বুলিও ক'ব পাৰি। কিন্তু কোনো ফাঁকি-ফুকাৰে নহয়, সি সকলো কথা খোলোচাকৈ কৈ-মেলিয়েই বিয়া কৰাইছিল।

সালীৰ দেউতাকক সি কৈছিল, 'মুই আৰ্ কতদিন জীয়াই থাকিম? চৰ্ তোমাৰ জীয়েৰাইহে পাব।'

সেই তেতিয়াৰপৰা—ডোন্‌কাৰ লগত তাইৰ আবান্দি—বিয়াখন হোৱাবেপৰাই—তাইৰ মাক-দেউতাকো এই গাঁৱলৈ আহি বসতি কৰা হ'ল। তাৰ পাছত এদিন ঢুকাল তাইৰ দেউতাক।

সালীৰ মনত সুখ নহ'ল।

নতুন বিয়াৰ কোনো সুখেই নাপালে তাই।

কিন্তু পেটত ভাত, পিন্ধনত কাপোৰ, মূৰত তেলৰ ভাবসা হ'ল অতি ডাঙৰ ভাবসা।

বুঢ়া দৰাৰ বাবে দুখ—সালীয়ে প্ৰায় পাহৰিয়েই পেলালে।

কিন্তু এদিন সেইকণ সুখৰো মূদা মৰিল।

এদিন শুধ্ বগা বস্ত্ৰ পিন্ধি, কপালত হালধি সানি লৈ, ঘৰ ওলালহি ডোন্‌কা।

লগত আন চাৰিটা মুণ্ডা।

ক'লে, 'ইচবৰ কাৰণে ভাত বান্ধা কৰ্।'

'কেলে'?'

'ই সকল হ'ল বীৰসাইত। মুই বীৰসাইত হয়াছি। বীৰসাইত বীৰসাইত ভাই ভাই। আন কোনো কথা নাই। মোৰ ভাইক্ মুই ভাত দিম।'

তাৰ পাছৰপৰা বীৰসাইহঁতক খুৱাবৰ কাৰণে, দান-দক্ষিণা দিয়াৰ কাৰণে, ক্ৰমাত ধানৰ ভঁৰাল উদি হ'বলৈ ধৰিলে।

সিহঁতৰ—বীৰসাইতহঁতৰ মাজত কথা-বতৰা গুপুতে হয়।

আৰু এই কাৰণে বীৰসাইত ডোন্‌কাই সালীক আৰু ল'ৰাটোকো আন এটা ঘৰলৈ থকা-মেলাৰ বাবে পঠিয়াই দিলে।

আৰু এই কথাত সালীৰ মনত উঠিল ফাই।

কিয় লুকুৱাব লাগে তাইক ?

আৰু এয়ানো কি সৰ্বনশীয়া বুধি ডোন্‌কাৰ ? পূজাই-পৰৱে অতকাল ধৰি পাই অহা মুণ্ডা ৰায়তহঁতে চাউল-কুকুৰা আদিৰে দিয়া পণ্নামী-মাননী ডোন্‌কাই ঘূৰাই দিছে, নোলোৱা হৈছে। খেতি-খোলাও বাদেই দিছে।

আৰু তেতিয়া তাই ঠেং-ঠুং মেলি আটমটকাৰীটি হৈ বহি লৈ ডোন্‌কাক—অজীৰ্ণপাতকী, নাৰকী, কন্ধপৰা, গৰুৱাগলা, ঢেকুৰা, হাৰামৰ নেগুৰ আদি বছা বছা শব্দেৰে আপ্যায়ন কৰিবলৈ ধৰিলে। তাই আনকি নিজৰ সিপৰীয়া দেউতাককো শুদাই নেৰিলে। আৰু লগতে নিজৰ ভাগ্যকো। আৰু—ভালেমান দিন ধৰি এনেবোৰ হিং হিং কিট কিট সহি, কাণত কাপোৰ দি থাকি, অৱশেষত এদিন ডোন্‌কা পলাল।

কৈ গ'ল, 'ভগৱানৰ কামত চল্‌লাম বে।'

ডোন্‌কা পোনে পোনেই বীৰসাৰ ওচৰলৈ গ'ল। তাতে আসন ভিৰি বহি দিলে।

জাক জাক হৰিণাই সালীৰ বাৰীত থকা কচু খাইছিলহি। খেতি-বাতি উছন হৈ গ'ল। আৰু এদিন খণ্ডৰ থঁৰা-দাখন জোকাৰি জোকাৰি সালী বীৰসাৰ কাষ চাপিলগৈ।

হাজাৰ হওক—মানুকিৰ পৰিবাৰ। সেইহে চুলিত তেল সানি, খোপা বান্ধি, খোঁপাত ফুল গুঁজি, চাক-চিকুণ ধলা সাজ-পাৰ পিন্ধিহে গ'ল তালৈ। তাইৰ খোজ-কাটলতে খণ্ডৰ ভমক ফুটি ওলাইছিল।

সালীৰপৰা সকলো কথা শুনিলে বীৰসাই পৰম ধৈৰ্য্যৰে। সালীয়ে আনকি তাৰ বিৰুদ্ধেও কৈ থাকোঁতে বাৰসাই কোনো প্ৰতিবাদকে নকৰিলে। মানে মধ্যে মিচিলকীয়াই হাঁহিছিল মাথোন।

সালী যেতিয়া ৰ'ল, তেতিয়া বীৰসাই ক'লে, 'তুমি ডোন্কাক গালি নাপাৰা। সি মোৰ কাম কৰে।'

'হা ৰে তোমাৰ কাম! সি চব উৰাই-পুৰাই দিলে। ছন্নালটাৰে দেখেনা, সংসাৰৰ পিনে ফিৰি চায় না, সৰ্বনাশ কৰি দিল যে! তাক গালি না দিম?'

বীৰসা চোতাললৈ নামি আহিল। সালীৰ মূৰত হাত থ'লে। তাইৰ থুতৰিত ধৰি তাইৰ মুখলৈ চালে। মন্ত্ৰ মতাৰ দৰে মুখৰ ভিতৰতে কিবা কৈ থাকিল যেন শুন-মুশুনকৈ। চকুযুৰিত তাৰ যেন গভীৰ বেদনা। আঙুলিবোৰ যেনিবা যন্ত্ৰ-বাদনৰত। সালীয়ে তাইৰ সমস্ত চিত্তবৃত্তিৰে অনুভৱ কৰিলে তাৰ ক্ষুব্ধ ক্ৰুদ্ধ উত্তপ্ত মনত বাৰিষাৰ পুবালী বা'ৰ বান্নছিটা!

সালীয়ে সুধিলে, 'কি দেখ?'

'তোমাক।'

'আঁ—!'

'হাঁ।'

'মোক— ?'

'হাঁ।'

বীৰসাই কৈছিল, 'ডোন্কাৰপৰা মোৰ অনেক কাম হ'ব। তোমাৰপৰা আৰু বেছি কাম হ'ব।'

'মোৰপৰা?'

'হাঁ।'

'মুই কোন? কোন্না?'

'তুমি সালী।'

'মাইকী মানুচৰপৰা লাঢ়াইৰ কাম হয়?'

'হয়। মুই তোমাৰ্কে কৈ দিম।'

বিবুদ্ধি হৈ সালী ঘৰমুৱা হৈছিল ভলমূৰ কৰি।

ডোন্‌কাক কৈছিল তাই, 'তু তো মান্‌কি আছিস্। আৰ কি পাবি তু তাৰপৰা? কিহৰ কাৰণে ইয়াত খল্লি লৈছহিনো?'

ডোন্‌কাই বিষণ্ণভাৱে হাঁহি মাৰি কৈছিল, 'তাক দেখিলে, তাৰ কথা শুনিলে মোৰ বুকত বান ছুটেবে সালী, পাহাৰ ভাগে। তাৰ ওচৰত গৈহে মুই জান্‌লোঁ যে মুণ্ডা নামত গৰব্ কত!'

তেতিয়াহে সালীয়ে উপলব্ধি কৰিব পাৰিছিল, ডোন্‌কা কিয় বীৰসাইত হ'ল। মুণ্ডা মানে জংলীটা, অসভ্যটা। মুণ্ডাৰ জীৱন দিকুৰ কাৰণে। দিকুৰ ভঁৰালত ধান ভৰাই থোৱা হ'ব, সৰিয়হ ভৰাই থোৱা হ'ব, দিকুহঁতে মুণ্ডাই আবাদ কৰি সাৰুৱা কৰি তোলা জংগলী মাটি দখল কৰিব, বোঙা-বুঙিৰ থান—বলিশালৰ ঠাই—খুটকাট্টি গাঁৱৰ চিন-চাব নোহোৱা কৰি দিকুহঁতে সিহঁতৰ দেৱ-দেৱীৰ থান পাতিব। মুণ্ডাৰ জনম কিয়? আৰু ক'ব লাগিছেনে? দিকুহঁতৰ বাবেহে। দিকুৰ আলপৈচান ধৰাতে মুণ্ডাৰ জনমৰ তথা জীৱনৰ সাৰ্থকতা। মুণ্ডাইনো কেনেকৈ মুণ্ডা হিচাপে গৰ্ববোধ কৰিব? কেনেকৈ আত্মবিশ্বাস অটুট ৰাখিব?

নহয়, বীৰসাই কোনো মুণ্ডা মানুহক ঘাটোৰ সলনি ভাত, বন্ধা-বেগাৰীৰ সলনি স্বাধীনতা, ফাটেক খোৱাৰপৰা কাছাৰীৰ কবলৰপৰা অব্যাহতি, খেতিমাটি-খুটকাট্টি গাঁও ওভোতাই দিব পৰা নাই—দিব পৰা নাই—অৰণ্যৰ অধিকাৰ।

কিন্তু দিব পাৰিছে—ডোন্‌কাহঁতৰ বুকুত সাহস, আৰু গৰ্ববোধ।

সালীয়ে হুমুনিয়াহ কাঢ়িলে।

ক'লে, 'ময়ো কুসুম ফুলেৰে কাপোৰ-কানি হালধীয়া ৰঙেৰে বোলাই ল'ম। স্তি-পুৰুষে যেনেকৈ থাকে—ময়ো না থাকিম। ময়ো—ময়ো চালকাড়লৈ গৈ শুনি আহিমগৈ তাৰ কথা।'

'যাবি? তয়ো?'

'নাহ'লে তই একলা যাবি? বুঢ়াটা, কণাটা, ৰাতিৰ আন্ধাৰ্‌তে দেখা পাৱ তই?'

সকলো কৰিছিল সালীয়ে।

বীৰসাৰ কাৰণে ঢেৰ ঢেৰ কাম কৰিছিল কেৱল বীৰসাৰপৰা শলাগ পোৱাৰ আশাৰে।

তাৰ পাছত—

ধানীয়ে যেতিয়া সকলোতে কাঁড় বিলাই আছিল, তেতিয়া বীৰসা ধৰা পৰিল।

লগতে ডোন্‌কাও।

সালীয়ে গাঁৱে গাঁৱে পুলিছৰ তাণ্ডৱ দেখা পালে। দেশত দেখা দিলে আকালে। দুৰন্ত খৰাং বতৰে কোবাই গ'ল সমগ্ৰ অঞ্চল। খৰাং বতৰে অৰণ্যৰ গছ-গছনিবোৰকো লঠঙা কৰি পেলালে।

আৰু মুণ্ডাইঁতে আকৌ দলে দলে খ্ৰিষ্টান হ'বলৈ ঢাপলি মেলিলে।

এতিয়া বীৰসাৰ শত্ৰুইঁতে কোৱা হৈছে: 'বীৰসাৰ পাপৰ ফলত সকলো জলি-পুৰি ছাৰখাৰ হ'ল হে মুণ্ডাইঁত।'

মুণ্ডাইঁতে কোৱা হৈছে:

'তবে— ?'

'তবে আৰ কি! স—কল বোঙা-বুঙিক বাদ দি একলা ঐ বীৰসাক ভগ্‌বান বুলি পূজা কৰ্‌লে বোঙা-বুঙিৰ খং হুঠিব ?'

'তবে— ?'

'যাই পূজা দে—জাল্‌দি জাল্‌দি কৰি পূজা দে যাই। পানী নাই, খেতি নাই, কোন বোঙাৰ শাপত এনে ভাপত পৰা হয়াছে, পহানে কৈ দিব যা—।'

'তা বাদে— ?'

'সেই বোঙাক তুষ্‌ গিয়া, যা।'

আকৌ সিংবোঙাৰ থানত বলি আৰম্ভ হ'ল। আকৌ পহানইঁতে তেজভৰ্তি শৰাই কঢ়িয়াই লৈ এক্কাৰৰ মাজেদি হেঁপাই-কোঁপাই গৈ শুকাই খৰখৰীয়া হোৱা কুঁৱাত, নৈৰ মৰাশুঁতিত তপ্ত তেজ ঢালি দিলে। আকৌ ছুখী ডাইনীয়ে তুক্‌-তাক্ মন্ত্ৰ-তন্ত্ৰ জৰা-ফুকা আৰম্ভ কৰি দিলে।

দেখি—সালীৰ বুকুৰপৰা কান্দোনে উথলি উঠিল। তাইক যেতিয়া তাইৰ দেউতাকে ডোন্‌কাৰ সৈতে যোৰা পাতি দিছিল, তেতিয়াও এনেহেন কান্দোনৰ ঢউ উথলি উঠিছিল। মৰি যাওঁ মৰি যাওঁ যেন লাগি গৈছিল তাইৰ।

জংগল জুয়ে পোৰাদি পুৰিলে খৰে। পাল পাল হৰিণাই ভাখেৰিৰ ধান খাই যায়হি। তাত তাইৰ মাকে তাইৰ কেঁচুৱাটোক লৈ শুই থাকে। আৰু সালীয়ে—ঘৰৰ বাহিৰত বলোৱা হাতত লৈ টোপনিয়ায়। খচমচকৈ ভাখেৰি ভঙাৰ শব্দ উঠামাত্ৰেই তাই বলোৱা দলিয়াব, বা বৰছাৰে বিন্ধিব।

এনিশা খোজৰ শব্দ উঠিল।

মানুহৰ।

বাহিৰত কোনোবা যে যে আহিছে সেই কথা সালীয়ে বুজিলে। আৰু লগে লগে যাঠিপাত টোঁৱাই ধৰি চেপা মাতেৰে কৈ উঠিল:

'কোন—?'

'ধানী ৰে, ধানী মুণ্ডা!'

সালীয়ে দুৱাৰখন খুলি দিলে। ধানী সোমাই আহিল। ক'লে, 'জেহেলৰপৰা পলাই আহিলোঁ।'

'তই—অকলেই?'

'হঁা।'

'ইয়ালৈ আহিলি যে—?'

'যাম ক'ত?'

'তোৰ পিছে পিছে ফেউৰা—পুলিছ-ফেকুৱা আহিব।'

পাছ দিনা, ৰাতিৰ পৰতে, সালীয়ে ধানীক গুহালৈ লৈ গ'ল। ক'লে, 'কোনেও সা-সন্ধান নাজানে। দিনত চাফা কৰি থৈ গৈছোঁ। তুই এতে থাক্। পাছত মই আহিম। নাহোঁ যদি, গাঁৱত পুলিছ অছা বুলি জানিবি। ভোক লাগে যদি এই মকাইৰ ছাত্‌তু খাবি, এয়া থাকিল টিঙিৰি-পাথৰ, আৰু এই মঠীয়াটাত আছে খোৱাপানী।'

সেই তেতিয়াৰপৰা ধানী ইয়াত। ধানীক ইয়াত থৈ যোৱাৰ পাছত সালীয়ে ভাবিলে: চব ঠিক আছে। ধানীয়ে কৈছে, বীৰসা ছুবছৰৰ পাছত উভতি আহিব। উভতি নহালৈকে মুণ্ডাহঁতে জানিব লাগিব সকলো ঠিকেঠাকে আছে।

এবুকু সাহসৰে সৈতে সালী উভতি গ'ল। পুনৰ জীৱনটোক স্বাভাৱিক বুলি বোধ হ'ল তাইৰ। মনতে ভাবিলে: চব ঠিক আছে। ধানীক বিচাৰি আহি পুলিছে তাইৰ ধানৰ ভাখৰি ভাঙি দিলে।

সালীয়ে তাইৰ মাকক বুজনি দি ক'লে, 'কান্দিস্ কেলে' তু? জনমটোত কেতিয়ানো ধানৰ ভাখেৰি তোৰ চোতালত আছিল? কেতিয়াও নাছিল। মোক বুঢাটাৰ হাতত গটাই দিয়াৰ পাছতহে ধানৰ ভাখেৰি দেখিলি।'

'কি খাবি এতিয়া?'

'আঁ—?'

'কি খাবি?'

'আগতে যি খাইছিলোঁ।'

'অ—।'

সালীৰ পুনৰ হাবিত সোমালগৈ। হাবিত ফল আছে, কন্দ আছে, শহা-কেটেলা আছে। হাবিয়ে-জংগলে আৰু যে কত কত ছোৱালী-মাইকী যায়। কথা পাতি পাতি সালীয়ে বুজ ল'লে—নহয়, বীৰসাৰ নামত আটাইবোৰৰ গা চিকেহি মাৰি উঠে, চবে ভগৱানক নামানে।

মানী পহানীয়ে তাইক বুধিটো দিলে। ক'লে, 'যি হাটত দিকুহঁত যায়—সেই ডাঙাৰ ডাঙাৰ হাটলে' নাযাম। ছোটা ছোটা জংলৰ ভিতৰে ভিতৰে যিচব গিৰাম তাতে কাঁড় লৈ যাম, উপৰে কচু-কল-শাকেৰে ঢাকি ৰাখিম। মোৰ পাচিটা বেচিম, তাৰ পাচিটা মই নিম্। সি ৰাতি ৰাতি গৈ মানুচেৰ ঘৰৰ বেৰত কাঁড় বিন্ধাই গুচি আহিবগৈ। মোৰ কথা শুন্।'

সালীয়ে মানীৰ কথা মানিলে।

সকলোৱে দেখা পালে, ডোন্‌কা মান্‌কিৰ ঘৈণীয়েকে গা-ভাৰী অৱস্থাতো জংগলত ঘূৰি ফুৰিছে। বৰ আকাল, খৰ খুব, জংগল বিনে মুণ্ডাৰ উপায় কি? দিকুহঁতে আৰু ধান বা টকা ধাৰলৈ নিদিয়া হ'ল। কয়ঃ দিকুহঁতক দেখোন তহঁতে খেদিবিয়েই। তেনেহ'লে—দিকুহঁতেওবা তহঁতলৈ ঘূৰি চাব কিয়? যা, গুচ্, গুচি যা—।

বৰ দুৰ্দিন।

আকাল বৰ।

আৰু কী যে খৰ!

বীৰসা ফাটেকত সোমাল্যগৈ।

আৰু ঠিক তেতিয়াৰেপৰাই—একেলেথাৰিয়ে দুবছৰ ধৰি বৰষুণৰ বা-বতৰা নাই। সূৰুয-দেৱতাই আকাশখনতে জুই লগাই দিলে।

## পোস্কন্ত

বৃষ্টি নাই। সৃষ্টি জ্বলি-পুৰি খা খা। দ্বিতীয় বছৰৰ বতাহত পানী নাছিল, মাটি ছিঁৰাল-ফটা। শিশিৰতো শিশিৰ নাই। চটপোহৰতো জংগলৰ গছ-গছনিৰ পাতবোৰ শুকান শুকান, লেৰেলা পৰা। নৈৰ যুকুৰ বালিত হাতেৰে আঁচুৰি আঁচুৰি গাঁত খান্দি থৈ যায় ছোৱালীহঁতে। উৱাই ৰাতি পুৱাই যায়, সেই গাঁতত আঁজলিমান পানীও নুঠে। ১৮৯৭ চনত ছোটনাগপুৰত ভাদমহীয়া শস্য খৰৰ তাপত হাৰেখাৰে গ'ল।

খৰ···

বাৰেখৰ···।

১৮৯৭ চনৰ নভেম্বাৰত বীৰসাই মুক্তি পালে।

আৰু লগে লগে বায়ুবেগে সেই খবৰ খবৰ দৰেই সকলোতে বিয়পি পৰিল। আৰু—

আকৌ মুণ্ডা গাঁৱে গাঁৱে মাদল বাজি উঠিল। ডেকা-গাভৰুৱে নাচিলে, গালে। ইতিমধ্যে যিহঁত খ্রিষ্টান হৈছিলগৈ, সিহঁতে পলুসক কৈ দিলে, 'আৰ তোৰ গির্জা না যাওঁ, যা তই। ভগৱান আহি গ'ল।'

'আকালৰ দিনত মিশ্যনৰ ছাহাবহঁতে তহঁতক খাবলৈ-ল'বলৈ দিয়া নাছিলনে?'

'তো কি হ'ল?'

'তহঁতে মোক বিপদত পেলালি।'

'বিপদত তই নিজক নিজেই পেলাইলি, যেতিয়া ভগৱান্‌কে তই ধৰা কৰাব গৈছিলি।'

'হেই চা, আৰু' সেই কথা কয়!'

বাঁচীৰপৰা চালকাড়লৈ আহোঁতে বীৰসাই দেখিলে এই দৃশ্য। দেখিলে—সকলো জ্বলি-পুৰি খা খা। হুমুনিয়াহ কাঢ়িলে সি। মুণ্ডাইঁতৰ অনাহাৰ উপবাস দাৰিদ্ৰ্য—সকলো তাৰ মনৰ ওপৰত গধুৰ পাথৰৰ দৰে চেপি বহিল।

সি ভগৱান···

ভগৱান সি···

মুণ্ডাইঁতৰ ভগৱান···।

সি কমিশ্যনাৰক কথা দিছে, মুণ্ডাইঁতক আৰু উত্তেজিত কৰি নুতুলিব। কিন্তু এই কথা যে ৰাখিব নোৱাৰিব, অনুভৱ কৰিব পাৰিলে বীৰসাই। এতিয়া তাৰ মনৰ কোনখিনিতে যেন—শুকান ৰুক্ষ বতাহৰ প্ৰতিধ্বনিৰ মাজেদি প্ৰতিধ্বনিত হৈ উঠিল:

চুটিয়া, জগন্নাথপুৰ, নওৰতনত মুণ্ডাইঁতে মন্দিৰ সাজিছিল। সেই মন্দিৰৰ প্ৰস্তৰবেদীৰ তলত থিয় হৈ স্বয়ং সিংবোঙাৰ ওপৰত যিকোনো মুণ্ডাই আবেদন-নিবেদন জনাব পাৰিছিল। কথা পাতিব পাৰিছিল। ঈশ্বৰ আৰু মুণ্ডাইঁতৰ সম্পৰ্ক তেতিয়াৰ দিনত আছিল অতি নিকট। তাৰ পাছত—

মাকে কৈছিল, 'তাৰ পাছত দিকুইঁতে চ—ৰ লৈ গ'ল। মুণ্ডাবিলাক বেদখ্লী হৈ গ'ল!'

১৮৯৭ চনৰ ডিচেম্বাৰৰ ৭ তাৰিখে স্বয়ং কমিশ্যনাৰ মহোদয় আহিল চালকাড়লৈ। আহি তেওঁ বীৰসাক মতাই অনাই ডবিয়ালে। ক'লে, 'চৰকাৰক কথা দি আহিছা। মনত ৰাখিবা, কথাৰ খেলাপ কৰিলে গুৰুতৰ দণ্ড বিহা হ'ব।'

'ৰাখিম।'

বীৰসাই চমুকৈ ক'লে।

বীৰসাক ডাবি মাৰিয়েই কমিশ্যনাৰে তেওঁৰ কৰ্তব্য সমাপন কৰি। দুপৰীয়াৰ পৰতে চালকাড় এৰি গুচি গ'ল।

আৰু গধূলি বীৰসাৰ ঘৰৰ চোতাল মানুহেৰে ভৰি পৰিল। সোমা, ধানী, গয়া, ছুৰাই, ভৰ্তো আদি মুণ্ডা-চৰ্দাৰহঁত আহিছে। আহিছে মুণ্ডা মৰদহঁত।

চোতালত জোঁৰ পুতি দিলে এজনে। গোটেই চোতালখন পোহৰ হৈ পৰিল। বীৰসা গহীন গম্ভীৰ। বীৰসাই ক'লে, 'এজন এজনকৈ কথা কোৱা। সোমা, তুমি কোৱা।'

'তুমি তেতিয়া জেহেলত। ইপিনে শাওণ-ভাদ আহোঁতেই শুনিলোঁ, চৰকাৰে আকালৰ দিনগুলাৰ বাবে বেৱস্তা কৰাছে। পাউনি হিচাপে, চৰকাৰে গাঁৱে গাঁৱে কৰ্জা, ধান-চাউল চব দিব। আমি তো মুখ মেলি চাই থাকিলং। তা বাদে শুনিলং, চৰকাৰে চব দিলে, চবেই চব পাই গ'ল, আৰু সদৰত বিপট্ গ'ল। কিন্তু ভগৱান, আমাৰ মাজত এজনেও এমুঠি চাউলো পোৱা নাই। আৰ মুই কি ক'ম?'

'গয়া, তুমি কোৱা।'

'মুই থানাত যাই ক'লোঁ যে—খুন্টি, ছিছল, বাছিয়া থানাত না খাই এক্শতকৈয়ো বেছি মানুহ মৰিল যে—সেই কথা বিপটত লিখি কৰা। লিখি কৰা যে—আকাল হৈছে দেশত। সিহঁতে লিখি কৰ্ল—চলিছজনা মৰাছে। চলিছজনা মৰ্লে তাক আকাল না বোলে।'

'ভৰ্তো—? তুমি কি ক'বা কোৱা।'

'হাঁ, মিছ্নৰ ছাহাবহঁতে উমৃহতীয়া খিচ্ৰীখোৱা ঘৰ খুলিছে, সেই কি বোলে—লাংৰাখানা নে লঙৰখানাত কতক মানুহক খুৱাছে। কিন্তুক জমিন্দাৰবিলাক, ভগৱান! ছাহেবে ক'লেও না দিল কৰ্জা, না বলাছে ভাখ্ৰিত কিমান ধান। যত ধান আছিল যত চাউল আছিল চব লুকাই পেলালে। তা বাদে এক্টা দিকু মকৰ্দমা তৰি দিল বকুৱা আৰু ছুখাৰ নামত! সিহঁতে হেনো দিকুটাৰ বাঁহনিৰপৰা বাঁহ-গাছ কাটিছিল।'

'আইনৰ কথা জানে কোনে—?'

ধানী আগ বাঢ়ি আহিল।

'মুই জানো।'

'তুমি!—অ', তুমি। তুমি জেহেলৰপৰা পলাছিলা কিয়?'

'ভাত না দিল কেলে'? ঘৰ্তো ঘাটো খাম, জেহেল্তো ঘাটো? তা বাদে ওৱাডাৰটা মোক শিয়াল বুল্ল কেলে'?'

'অনিয়ায় কৰাছিলা।'

'আৰ না কৰিম।'

'আইনৰ কথা তুমি কি জানা?'

'চব জানি লয়াছি। এক্ এক্ কৰি কওঁ—

'খাজানা বঢ়াবৰ আইন হ'ল, খাজানা কমাবৰ আইন হ'ল। একেটা আইনে কৈ দিলে খাজনা বাঢ়িব, আকৌ যেতিয়া দেখিব ৰাইয়তৰ ক্ষেম্তা নাই, তেতিয়া খাজানা মাফি কৰি দিব। খাজানা বঢ়ালে জমিন্দাৰৰ ভালৰ বাবে। জমিন্দাৰে গমিলে যে এতিয়াৰ দিন-কাল মহংগা খুব। খাজানা না বঢ়ালে জমিন্দাৰ মৰি যায়। আইনে কৈ দিলে যে যি ৰাইয়তে—যি পৰ্জাই বেছি খাজানা না দিব পাৰিব, সি বেগাৰী খাটি দিব। যাক বেগাৰ ধৰিব, সি বেগাৰী খাটিব, অপাৰক্ হ'লে টকা দিলে বিহাই পাব।'

'কামত কি হ'ল?'

'তেতিয়া সোমাইত দুই-পাঁচজন যাই জেকবক দিয়া চিঠি লিখা কৰাল। জেকৰ বাঁচীত আছিছিল। কিয়, তুমি শুনা নাই?'

'শুনিছোঁ, জেকৰ চৰকাৰক অনেক লিখালিখি কৰ্ল। নিজৰ খৰচতে জেকবে মুণ্ডাসৱৰ দ্বাৰা আদালতত কেছ দাখিল কৰাল। যাতে অপত্তিগুলা ৰেকড হয়, এই আইন পাচ্ হ'লে মুণ্ডাৰ সুবিধা এক অনা, জমিদাৰৰ সুবিধা পোন্ধৰ অনা। তোমাৰ্লোকও তো বুঝহে সেই কথা। মুণ্ডা থাকে জংগলত। বুল্ল, চৰকাৰ, খাজনা ধৰা কৰাছ, ই খাজনা বদ্ কৰ, আমাৰ সাধ্য নাই। মুণ্ডা যদি মুণ্ডাৰীত চিয়ঁৰে, চৰকাৰে শুনিব?'

'নাই, মুশুনিব। চৰকাৰ কলা।'

'তবে— ?'

'মুকদ্দমা কৰি চৰকাৰক শুনাব বুজাব লাগিব।'

'হাঃ! মুকদ্দমা কৰাৰ সাধ্য মুণ্ডাৰ নাই, কোনো দিনে না হ'ব। তেতিয়া জেকব এইচব কথা চৰকাৰক জনাল। একো নাহ'ল। আইন পাচ্‌ হৈ গ'ল। তা বাদে কি হ'ল, কওঁ—এই! এটা জোঁৰ জলাই দিয়া নৌতুন।'

আন এটা জোঁৰ জ্বলি উঠিল।

বীৰসাই কৈ থাকিল: 'কমিছনাৰ ষ্ট্রিটফিল্ড জেকবৰ চব আপত্তি ফাইল কৰাই দিলে। ক'লে, বীৰসা, মই সকলো আপত্তি ৰেকড কৰিছোঁ। এই আইন পুনৰ নতুনকৈ বনোৱা হ'ব। কিন্তু কলকাতাৰপৰা জন্‌ উডবান, ছোটলাট ৰাঁচীলৈ আহিল। আহিয়েই ক'লে যে মুণ্ডাবিলাক যে খাপা হৈ আছে—বীৰসা মুণ্ডাই উচটাইছে বুলিহে। এতিয়া—সিহঁতৰ সুবিধা হ'ব পাৰে—এনেকুৱা কোনো কথা আইনত লিখা নকৰিবা।'

গয়া মুণ্ডাই ক'লে, 'দেখা তেন্তে! জমিন্দাৰে এতিয়া বন্ধা-বেগাৰ ধৰিছে, খাজনাও লৈছে। কোনে দিব খাজনা? কাৰ ঘৰতনো দুটা ৰূপৰ টকা মওজুত আছে? আজি দুবছৰ দিন তুমি জেহেলত। তুমি ধৰ্‌তী-আবা, তুমি জেহেলত। তো ধৰ্‌তী ফচল দিব কেনেকৈ'? গ'ল দু-বছৰ ধৰি এই ধৰ্‌তী জলি-পুৰি খা খা হৈ দিনে-নিশাই উশাহ এৰিছে কি চাবা! জংঘল জ্বলি গ'ল, নৈত পানী নাহোৱা হ'ল। জমিদাৰে বোলে, তহঁতৰ বাবে চৰকাৰে আইন কৰিছে, মাম্‌লা কৰ্‌ গৈ যা। তাৰ ফল্‌তে আমি হ'লোঁ চোৰ।'

'চোৰ?'

হাঁ—!

'হাঁ, ভগৱান, চোৰ। তুমি জেহেলত। ইপিনে দুবছৰ ফচল নাই, পাউনি ধন-টন নাই, উধাৰ-কৰ্জা নাই, খাজনা বাঢ়িল, বন্ধা-বেগাৰী বাঢ়িল, তেতিয়া ধানীয়ে ক'লে, ব'ল, ধান লুট কৰোঁগৈ। জমিন্দাৰৰ ঘৰ্‌তে ধান থকাতো আমি না খাই শুকাই মৰিম?

'তেতিয়া আমি ধান চুৰ কৰ্লোঁ। আৰু তেতিয়াৰপৰা চৰকাৰে পাইকাৰী জৰিমনা জাৰী কৰ্‌ল। যি গিৰামে ধান চুৰি হ'ব, সেই গিৰামে খাজ্‌না হ'ব। তো মোৰা আগৰেপৰা কৈ থওঁ, আমি ভাখেৰি ভাণ্ডো, চাউল লৈ যাওঁ, আৰু ৰাতি ৰাতি জংঘলত পলাই যাওঁ। মুণ্ডাদেৰ্‌কে জনাই যাওঁ, কৰ দিবলৈ গাঁৱত কোনো না থাকে। জংঘলত পলাই যায়।'

ধানীয়ে ক'লে, 'আকো ঘৰত ফিৰি আহোঁ, আকো পলাওঁ এতিয়া মুণ্ডাসৱে জানি গ'ল—তুমি বিনা মুণ্ডাৰ গতি নাই।'

'গতি নাই হে—!'

কতই কৈ উঠিল।

বীৰসাই ক'লে, 'বোৰ্তোদিত সালীৰ ঘৰে সকলোকে ডাকি আন। তাত গৈ সকল কথা ঠিক কৰিম।'

এজন এজনকৈ আটাইকেইজনেই গ'লগৈ। তথাপি বীৰসাৰ চকুত টোপনি নাই। খাটোলাত শুই সি আকাশৰ পিনে চাই ৰ'ল।

ভগৱান সি···।

হয়, ভগৱানেই তো! যদি ভগৱান নহয়, তাৰ মাত শুনি সকলো মুণ্ডা কিয় তাৰ কাষ চাপেহি? এটা যুগৰ যেতিয়া অন্ত পৰে, তেতিয়া ভগৱানৰ আগমন হয়। এই যে সময়—এই যে কাল—এই কাল যুগান্তৰ কাল। নহেনো কি? 'ছেংগেল-দা' হৈ, অগ্নিবৃষ্টি হৈ, মুণ্ডাসকলৰ দেশ জ্বলি-পুৰি খা খা হৈছে। মাজত জালৰ দৰে বিয়পা দিকুইঁতৰ জগত।

এতিয়াই ভগৱানৰ আৱশ্যক।

কিন্তু নিজৰ অন্তৰৰপৰা বীৰসাই যি নিৰ্দেশ পায়, সেই নিৰ্দেশ, তেনেকুৱা নিৰ্দেশ এতিয়ালৈকো নাই পোৱা কিয়? কাৰাগাৰত থাকি থাকি দেহিভুখৰি অশুচি হ'ল বুলিয়েইনে?

আলফুলে তাৰ ভৰিৰ ওপৰেদি প্ৰায় ডিঙিলৈকে কোনে যেন নিহালীৰে ঢাকি দিলে।

'কোন— ? মাঁ ?'

'হঁাবে। ঘুমাইছ্‌ নাই ?

'না, মাঁ। এই বেজাই—নিহালী ক'ত পালা ?'

'তোৰ বাবে বনাইছি, বাপ। তুঁহ ভবি দিছোঁ, কপাঁ—তুলা ক'ত পাম ? কাপড় আন্‌ল তোৰ দিদি। মোৰা মা-বেটিয়ে সিলোঁ।'

'এমন বেজাই তুই মোৰ সককালত দিছ্‌ নাই।'

'সককালত তো তুঁহৰ ভিতৰ্‌ সোমাই ঘুম কৰাছিলি।'

'কেমন উমাল আছিল যে!'

'নিহালী—বেজাই দিব পৰা নাই, আদৰ কৰিব পৰা নাই, পৰৱে মুৰত ল'বি—সেই নতুন কাঁকই দিব পৰা নাই।'

'দাদা কান্দিছিল খুব—?'

'কান্দিছিল, ঠেহ ধৰিছিল—বৰ ঠেহাল আছিল সি। তুই মোৰে কোনো দুখ নাই দিয়া, বাপ। কিজানি তেতিয়া দুঃখ নাই দিছিলি—এতিয়া দিবি বুলি।'

'কিয় তোৰ ইমান দুঃখ, মাঁ ?'

'হঁাবে বীৰসা, জগতৰ দুখ বুঝিস্‌, আৰ যে মা তোক ধৰ্‌তী দেখা কৰাল তাৰ দুঃখ নাই বুঝিস বে ? তু ভগৱান হয়াছিস্‌, ভাল। কিন্তু বাপ, এতিয়া যি বাট লৈছ, সেই বাটেদি গ'লে চৰকাৰে তোক মাৰিব।'

'চৰকাৰ নাই থাকিব, মাঁ।'

'নাই থাকিব!'

'নাই, মাঁ। পুনৰ আমাৰ দেশ আমাৰ হ'ব।

কৰ্‌মীয়ে হঠাৎ কান্দি পেলালে, 'কালিলৈৰপৰা তুই পুনৰ সকলৰ হৈ যাবি। কোনেও মোক তোৰ কাষত যাব নিদিব। আইজ্‌ তুই মোৰ কাষত ঘুম কৰ্‌, অল্প কৰি।'

বৃদ্ধা জৰতী কৰ্‌মীয়ে পৃথিৱীৰ দেৱতাক বুকুত সাৱটি লৈ শুই থাকিল। বাহিৰত ঠেণ্ডা লগা জাৰ, উত্তৰ দিশৰপৰা বতাহ মাৰিছে। বলিয়া বতাহৰ দপ্‌দপনিত কৰ্‌মীৰ কান্দোনৰ দৰে অৰণ্য কান্দি উঠিল।

ভগৱান আহিব, তাইৰ ঘৰলৈ আহিব। মানী পহানী, আৰু অন্য জীয়াৰী-বোৱাৰীহঁতক লগত লৈ, সালীয়ে চোতালখন সাৰি পুচি মু মাৰি ভাত খাব পৰা কৰিলে। ডোন্‌কা আৰু আন বীৰসাইতহঁতে চোতালৰ এচুকত নতুন ঘৰ সাজিলে। তাত ভগৱান থাকিব। অৰণ্যৰ গভীৰত বোৰ্তোদিৰ কোৰোকাৰ পানী কাহানিও শুকায়। গাঁৱৰ সকলোটিয়েই খাবৰ পানীৰে কাপোৰ ধুলে, তেল সানি চুলি ফণিয়ালে। সকলোটিয়েই হালধিৰে কপাল-ডিঙি বোলালে।

এই যে ঘৰে ঘৰে চাউল-তাউল নাছিল, এতিয়া যিয়ে যি পাৰিলে লৈ আহিল। পৈণত ঘৰিণীৰ দৰে সালীয়ে সেই চাউল নিমখ ডাইল নানান পাত্ৰত, মঠীয়াত ভৰাই থ'লে। এতিয়া আকৌ বীৰসাইতসকল আহিব। কি বা কয় ভগৱানে? যদি কয়ঃ 'ইয়াতো ঘাঁটি হ'ব' তেতিয়া? তাৰ পাছত, মহুৱা তেলেৰে মুৰ তিয়াই বিঠা ভিজোৱা পানী লৈ সালী গ'ল কোৰাকালৈ গা ধুবলৈ। বিঠাৰ পানীয়ে গা চাফা কৰে খুব। বিঠা এথৈলা সালীৰ ঘৰতে আছিল। ভোলৰ সোপোকা শাহেৰে মুখ-হাত ভালকৈ ঘঁহি ঘঁহি গা ধুলে সালীয়ে। কোৰোকাৰপৰা উঠি আহি ধলা কাপোৰ পিন্ধি কাহাল পাথৰ এচটাৰ ওপৰত চুলি মেলি বহিল। চুলি শুকুৱাব, খোপা গুঠিব…কাঠৰ কাঁকই গুঁজিব…।

টুপুৰ্‌কৈ কোনোবাই তাইৰ ভৰিৰ ওচৰলৈ সককৈ শিলগুটি এটি দলিয়াই মাৰিলে।

বলোৱা হাতত লৈ পোনছাটে দাংখাই উঠিল সালী। ক'লে, 'কোন—? পৰ্‌মী? ধুৰাই মুণ্ডাৰ বহিন্?'

'হাঁ।'

'ইখানে আহিলি যে —?'

'তোৰ ছাথ্ কথা পাতিম বুলি।'

'মোৰ ছাথ্—?'

'হাঁ, তই মোৰে কৈ দে কি কৰিম।'

'কি—?'

'দেখ্‌—ভগৱান জেহেলে ঘোৰাৰ আগত্তে মোৰ খাবাবে বাজু-খাক-শাড়ী দি গ'ল। কৈ গ'ল, তোৰ এই ছোৱালীটাৰ হাথ্‌ মোৰ আবান্দি হ'ব।'

'তোৰ ভাগ্য!'

'ভাইগ্‌গ!'

পৰমীয়ে মুখখন ঘূৰাই ল'লে। তাইৰ দুগালেদি তপত লোতকৰ ধাৰ বৈ আছিল।

'কান্দিছ কিয়?'

'এমন আবান্দি মোক নালাগে বে। উ ক'ত থাকৃব, মুই ক'ত থাকিম। স্তি-পুৰুষে যেনেকে' থাকে তেনেকে' না থাকিম। খালী বীৰসাইতসৱৰ কাৰণে ভাত বান্ধিম, হাল্‌ধি বাটিম, সিহঁতৰ কামত লৰা-ধপৰা কৰিম—এনেকুৱা আবান্দি মোক নালাগে, কুন্নুদিনে নালাগে।'

'কন্নুৱে কি বোলে?'

'আৰ কি বোলে। সিও বীৰসাইতটা হৱাছে। তাৰ বাপো সেই, দাদাটাও সেই! ভগৱানৰ বাজু-খাক ফিৰাই দিলে, সি কথা ফিৰাই ল'লে, তবেহে কন্নুৱে মোক আবান্দি কৰিব।'

'মোক কইছ্‌ কিয়?'

'তোৰ ঘৰত আহে, তুই বুল্‌লে, ভগৱানে কিজানি শুনিব। তুই ক', সালী।'

'আ! কথা তেন্তে এই!'

'হাঁ'।

সালীৰ বুকুৰপৰা যেনিবা গধুৰ শিল এচটা নোহোৱা হ'ল।

পৰ্‌মী তলমুৰ হৈ ভৰিৰ নখেৰে মাটি খুচৰি থাকিল।

সালীয়ে ক'লে, 'ক'ম। দেখ্‌ দেখ্‌ পৰ্‌মী, কৰ্‌কাটো ইমান দুৰত থকা বুলি কোনো নাহে। দেখ্‌ দেখ্‌—কোৱাভাতুৰীৰ ফল—বিৱাফল পকিছে কিমান! চৰাইবোৰেও গম পোৱা নাই। ল', টুক্তি ল'চোন। খাইতেলে-জালুকে কোৱাভাতুৰী ভাজি খাম।"

দুয়ো কোৱা-ভাতুৰীৰ ফল বুটলিবলৈ ধৰিলে।

সালীয়ে বীৰসাৰ ভৰিত পানী ঢালিলে, আৰু তাৰ পাছত আঁচলেৰে মচি দিলে। তাৰ পাছত, বীৰসাক বহিবলৈ দিলে এখন নতুন পীৰা। আৰু আন ছোৱালী গাভৰু বোৱাৰীহঁতে হাতযোৰ কৰি বহি থাকিল।

'ভগৱান! একটা কথা।'

'বল।'

'তুমি পৰমীৰপৰা বাজু-খাৰু কিবা নিবা। তাইক ঘৰ লাগে, ছৱাল লাগে, আন পাঁচজনী বিয়াতীৰ—আয়তীৰ সেওঁতাত তেল-সেন্দুৰ লাগাৰ লাগে তাইক।'

'সেয়ে হ'ব।'

'তাইক তুমি না শাপিবা।'

'না।'

'হৈ গ'ল, আৰ কথা নাই।'

'তই মোক একো নিদিয়?'

'কি দিম? মোৰ মৰদটোৰে নিয়াছ। এই ঘৰ-চৌতাল-ভাখেৰি—চব তো তোমাৰকে দিলোঁ, তোমাৰ কামত দিলোঁ। আৰ তো আছে শুদা সেই মোৰ ছৱালটা।'

'তাক নাই দিবি?'

'চ—ৰ নিবা?'

'চব।'

সালীয়ে তাইৰ ল'ৰাটোক কোলাত দাঙি ল'লে। ক'লে, 'লোৱা, দিলোঁ তোমাক। এই কণমান নাদন পিয়াহখোৱাটোক লৈ তুমি কি কৰিবা?'

'তাৰপৰা মোৰ নাম থাকিব।'

সালীৰ দৃষ্টি অৱনমিত হ'ল। বীৰসাই সালীৰ ল'ৰাটিৰ কপালত হাত থ'লে। ক'লে, 'তোমৰা চবে জানলে সালী আৰ ডোন্‌কাৰ ছৱালটাক মই গোদত—কোলাত ল'লোঁ। তাৰ নাম থ'লোঁ—পৰিৰা। তোমৰা চবে তাক মোৰ বুলি জানিবা।'

বীৰসাই পৰিবা-ৰ বাহুত হালধিৰে বোলোৱা সূতা বান্ধি দিলে। সালীৰ চকুত তেতিয়া চলকুটো।

'কান্দিস্ কেলেই?'

'মোকো তোমাৰ কাজ কৰিব দিবা।'

'তই কৰি আছ তো।'

'কৰাছি।'

চকুলো মচি সালীয়ে হাঁহিলে। ক'লে, 'মই, মানী, ফুলনা—মোৰা চবেই তোমাৰ কাজ কৰাছি। আগে পুৰুষগুলানে হাঁসিছিল কত! তইঁত মাইকীমানুহ, তইঁতি কিটা ভগৱানৰ কাজ কৰ্‌বি? দুই দুই বছৰ দিন পুলিছে কেৱল পুৰুষগুলাৰ পিছে পিছে ঘুৰাছে, খেদা কৰাছে। আৰ আমি ছোৱালীহঁতে কাম-কাজ কৰাছি। এতিয়া আৰ কোনেও নাহাঁসে। চল, বাহিৰ্ চল, বাহিৰ চল, আহি গ'ল—চব আহি গ'ল—সমৰাই, ৰমাই, বুধু বাঙ্গিয়া, চব বুঢ়া চৰ্দাৰগুলান—চব এসাছে হে। বুধু যে জীয়াই আছে তাকে না জানিছিলোঁ।'

'চল।'

নতুন ঘৰটোৰ আগচালিত উঠি থিয় হ'ল বীৰসা। বীৰসাৰ নিৰ্দেশক্রমে নাগেৰাত একোব মাৰি ডোন্‌কামুণ্ডাই জনতাৰ হৈ-হুলস্থূল তল পেলালে।

বীৰসাৰ পিন্ধনত ধক্‌ধক্ কৰে-ধলা চুৰিয়া, মূৰত পাগ, গাত চোলা, আৰু ভৰিত খৰম।

বীৰসাই ক'বলৈ ধৰিলে: 'শুনা হে মুণ্ডাসৱ! আজি বৰ ভাল সময়ত তোমালোক ইয়ালৈ আহিছা। জেহেলত থাকৃতে, তাত বহি বহি সদায় মই ভাবিছোঁ চিন্তিছেঁা—তোমাৰ্‌লোকক কেনেকে' আৰু কোন পথেৰে আগবঢ়াই লৈ যাম। এতিয়া সেই পথ পালোঁ। পাই গ'লোঁ পথ। তোমাৰ্‌লোকক মুই পথ দেখুৱাম।'

'দেখাও হে ধৰ্‌তী-আবা!'

'আগ্‌তেই কৈ থওঁ, সেই পথেদি গ'লে দেহিখানি বাঁচিব নে মৰিব, সেই কথা ভাব্‌লে নাহ'ব।'

'না ভাবিম, না ভাবিম।'

'তবে শুন। আজিৰপৰা যি মোক পূজা কৰিব, সি হ'ব বীৰসাইত। তোমাৰ্‌লোকৰ হাতত সময় নাই। ইমান কাল ধৰি ভাবিছোঁ—মুণ্ডাৰ শত্ৰু কোন? কোন তাৰ দুশ্‌মন? এই জমিদাৰ-জোতদাৰ-মহাজন বিলাকনে? যিবিলাকে আমাৰ খেতি-পথাৰত—জমিনত উৰি আহি জুৰি বহিছে—? কেৱল ইহঁতেই দুশ্‌মন নে? নে—আমাৰ খুটকাট্টি গাঁওবোৰ আইন কৰি জমিদাৰবিলাকৰ হাতত গটাই দিয়া চৰকাৰ?'

'তুমি কোৱাহে, কোন দুশ্‌মন!'

'দুশ্‌মন চব। আটাইবিলাকেই দুশ্‌মন। আমাৰ লাঢ়াই আটাই-বিলাকৰে বিৰুদ্ধে। এংকুৱা লাঢ়াই মুণ্ডাই কাহানিও লাঢ়া নাই। আটাইবিলাক দিকুৰ লগত লাঢ়াই, লাঢ়াই চৰকাৰৰ লগত।'

'তা বাদে— ?'

'আমাৰ জংগল আছে। আমি জংগলে জংগলে, পাহাৰে পাহাৰে সোমামগৈ, খুটি পুতিমগৈ। সিহঁতৰ বন্দুক আছে, কিন্তু বন্দুক চলাব কেইটাই? আমাৰ আছে ধনু-কাঁড়, আৰু আমি হাজাৰ-বিজাৰ।'

'তবে বল।'

'তবে শুন। এতিয়া দুই পথে কাম কৰিব লাগিব। মোৰ ধৰমৰ কাম, আৰু মোৰ লাঢ়াইৰ কাম। জলমাইৰ সোমা মুণ্ডাক তোমালোকে জানা নিশ্চয়, সেই যে সোমা চৰ্দাৰ। মুলুকই লাঢ়াইৰ কালৰপৰা সোমায়ে বহুত অত্যাচাৰ সহিলে, জেহেল খালে। তাক মই ধৰমৰ কামত এখন হাত হিচাপে ৰাখিলোঁ। মোৰ ধৰমৰ কাম কোনো সাধু-সনিয়াসীৰে না হ'ব হে! যিয়ে লাঢ়াই জানিছে, লড়াকু, তাকহে লাগিব।'

'ভাল বলাছ হে ভগৱান!'

'লাঢ়াইৰ কামত গয়া মুণ্ডা মোৰ আন এখন হাঁথ্। গয়াৰ কথা মুই আৰু কি ক'ম নতুন কৰি। তোমাৰ্‌লোকে তাক জানাই।'

'ভাল বলাছ হে ভগৱান!'

'আজিবপৰা সকল বীৰসাইতৰ ঘৰ হ'ব এই লাড়াইৰ গড়। তাত বিল্পাতি-দেওবাৰত চৰে পঞ্চায়তত মিলা কৰিবাহি, ধৰ্মৰ কথা, লাড়াইৰ কথা ক'বা-শুনিবাহি। মিলা কৰিবাহি ৰাতি ৰাতি।'

'ৰাতিৰ পৰতে মিলা কৰিম!'

'আজি ই গাঁৱত, কালিলৈ পাঁচকোশ দূৰৰ আন গাঁৱত, পৰহি দিনা ফিৰ কোঙ্গ ভিন্ গাঁৱত, এইদৰে ঠায়ে ঠায়ে আমাৰ পঞ্চায়ত পতা হ'ব। ক'ত কেতিয়া কি হ'ব—সেইবোৰ খবৰ-খাবাৰ তোমাৰলোকে পাবা দুই কন্নুৰপৰা। মোৰ ভাইটো কন্নু, আৰু শঙ্কৰা গাঁৱৰ কন্নু।'

'আমি কি কৰিম হে ভগৱান?'

'একোদল, সিহঁতৰ ঘৰ জংগলৰ খুব ভিত্‌ৰে, থানাৰপৰা বহুত দূৰে, সিহঁতে পৰ্‌চাৰ্‌ কৰিব, হ'ব সিহঁত পৰচাৰক। সিহঁত হ'ব প্ৰচাৰক, গুৰু, যি কোৱা। তান্‌লোকৰ ঘৰে ঘৰে পথমৰ কালে দেওবাৰ-বিৰহপতিবাৰে —বীৰসাইতহঁত মিলিবগৈ। ৰাতি। যি বীৰসাইতৰ ঘৰ্‌তে মিলিব, আন বীৰসাইতচৰক সেই গিৰস্ত বীৰসাইতে ৰাতি শুবলৈ ঠাই দিব। বীৰসাইতচৰে যিয়ে যি খোৱাবস্তু নিবা একেলগে ৰান্ধি-বাঢ়ি খাব।'

'এই কথা ভাল হে! নাহ'লে—এজনেই দহোৰাইজক খুউৱা টান।'

'একোদল, তোমাৰলোক! চৰ্দাৰসৱ! বাবা বুঢ়া হে! তোম্‌ৰা মোক্‌ লাড়াইৰ কথা শিকালা। মুই যে ভগৱান, তাকে তোমাৰ্‌লোকেই আগতে জানিলা। আৰ্‌ তোম্‌ৰা হ'লা আৰ্‌ণি-পুৰ্‌ণি পুৰাণক হে! তোম্‌ৰা মথিয়ন। তোমাৰলোকে শিকাই থাকিবা—লাড়াইৰ কথা। ক'লৈ পলাব, কেনেকে' যোগাৰ কৰিব, এই কথাবোৰ সকলোৱে শিকাবৰ সাধ্য নাই। বুঢ়া লড়াকুসৱে কৰিবা আচল কাম।'

'কৰিম হে, ভগৱান! কৰিম।'

'সোমায়ে দেখ্‌-ভাল কৰিব, ডোন্‌কাই চোৱা-চিন্তা কৰিব, কামৰ মানুহ বাছি উলিয়াব, বীৰসাইত বনাব। —শেৰত থাকিল নতুন বীৰসাইতহঁত। সিহঁত হ'ল নানক—ন-শিকাক, ন-বুঁজাক। নানক— ন-শিকাকহঁতে দেওবাৰ-বিল্পাতিবাৰে পঞ্চায়তত নাহিব। ন-শিকাক নানকসৱে পুৰাণকসৱৰপৰা আমাৰ এই লাড়াইৰ কথা জানি ল'ব।

'খুব ভাল কৰিছ হে ভগৱান!'

'এতিয়া আৰু ধিমা-ধিমায়—নিমা-গিমায় কাম নাহ'ব। লাহে লাহে কাম কৰাৰ দিন আৰ নাই। সবাতকৈ আগ্‌তে আমি একেলগে সকলে কাম কৰিম। যুঁজ-বাগ শিকা, নানক যোগাৰ কৰা, পঞ্চায়ত, খুটি পোতা-ঘাঁটি কৰা, ৰচদ যোগাৰ, সকলো কাম একেলগে চলি থাকিব। কিন্তু আমাক আমাৰ পুৰণি দখল লাগে, পুৰণিদিনীয়া দেৱথান লাগে আমাক। সেইহে, চুটিয়া আৰু জগন্নাথপুৰৰ মন্দিৰ কাঢ়ি ল'ম আমি। মন্দিৰ আমাৰ আছিল—আমি এতিয়া সেই মন্দিৰত সোমাব নোৱাৰোঁ। দিকু ৰজা, দিকু জমিদাৰে যেনেকৈ সিহঁতৰ আগত আমাক আঁঠুমূৰীয়া চুৰিয়াও পিন্ধিবলে' না দিয়ে, মূৰত পাগ ল'ব না দিয়ে, জোতা পিন্হিব না দিয়ে,—যেনেকে' আমাক কাঁহ-পিতলৰ কাঁহীত খাব না দিয়ে—যেনেকে' আমাক বহিব না দিয়ে—তেনেকে' আমাৰ পিতা-পুৰুষৰ মন্দিৰতো সোমাব না দিয়ে।'

'মন্দিৰ কাঢ়ি ল'ম!'

'মুণ্ডাসৱৰ আদি ৰাজধানী নওৰতনগড়ৰ কিল্লাৰপৰা পানী আনিম। সেই কোঁঠৰেপৰা মাটি আনিম। দখল কৰিম!'

'হাঁ হাঁ, দখল কৰিম, কাঢ়ি ল'ম!'

বীৰসাই তাৰ দুয়োখন হাত দাঙি জনতাৰ মাজলৈ নামি আহিল। ক'লে, 'এইবাৰ আৰ ধিমা-ধিমা লাঢ়াই নাহয়। এইবাৰ একলগে সকল মুণ্ডাই গোটেই দেশ জুৰি লাঢ়াই কৰিম। মোৰ ই লাঢ়াইৰ নাম—উল্‌গুলান! বুজিছা নোহয়—? উল্‌গুলান!'

'উল্‌গুলান!'

'উল্‌গুলান!'

বীৰসাই নিজেই দুই হাতত নাগেৰাৰ মাৰি দুডাল লৈ সেই বিৰাট নাগেৰটোত ভীষণ জোৰেৰে মাৰিলে।

আৰু লগে লগে হাজাৰ হাজাৰ কণ্ঠৰ কল্লোল উঠিল:

'উল্—গুলান!'

# বোল

উল্‌গুলান!

ন-শিকাৰুইঁতৰ—ন-যুঁজাৰুইঁতৰ—নানকইঁতৰ দীক্ষাৰ মন্ত্ৰ হ'ল এই দুটা শব্দ!

পাহাৰে জংগলে গাঁৱে চহৰে হাটে বাটে পথাৰে সমাৰে য'তে দুজন অচিনাকি মুণ্ডা মানুহৰ দেখাদেখি হ'ব, ইজনে কৈ উঠিব—'উল'!

আনজনে ক'ব: 'গুলান!'

পাছ মুহূৰ্ত্ততে দুয়োজনে একেলগে ক'ব:

'উল্‌গুলান!'

তাৰ পাছত দুয়ো নিজ নিজ কামলৈ খোজ ল'ব।

হাট-বজাৰ সকলোতে বাঁহী বজাই ঘূৰি ফুৰাটো সিহঁতৰ সাতাম-পুৰুষীয়া অভ্যাস। এতিয়া দেখা গ'ল যে নানান গাঁৱৰ মুণ্ডা একেলগ হ'লে এজনে কিবা এটা গানৰ সুৰ অলপমান বজায়, আন এজনে পিছৰখিনি, তাৰ পিছৰখিনি আন' এজনে বজায়। আৰু তাৰ পাছত কোনোবা এজনে গোটেই গানটো বাঁহীৰে বজাই দিয়ে।

পলুস প্ৰচাৰকে যোহনৰাম গোলদাৰক ক'লে, 'এয়ানো কেনেকুৱা বাঁহী বাদনহে? এনেকুৱা বাঁহী বজোৱা কোনো কালে নাই শুনা।'

'বেটাহঁত নগৰীয়া হ'ল। জেহেল-থানা কৰি থাকোঁতে নগৰলৈ গৈছে, তাত মেলা দেখিছে, নৌটঙ্কি—যাত্ৰা-ভাওনা চাইছে—গান বোলা বাজ্‌না বোলা কোনটোনো আৰু বাকী আছে কোৱাচোন বেটাহঁতৰ?'

ভৰত দাৰোগাই পলুস প্ৰচাৰকক ক'লে, 'তই তো মুণ্ডা। কথা কি —তই তাৰ থাউনি পাৱনে?'

পলুসে ক'লে, 'নহয়, নাপাওঁ, নাই বুজা।'

পলুসে মনতে ভাবি আছিল : বুজি পালেও তোমাক নকৈছোঁ। মই এতিয়া এঘৰীয়াটো হৈ আছোঁ। মুণ্ডা-সমাজখনে—টাব-চিলিঙি পোতা নাই যদিও—সমাজখনৰপৰা মোক আলগ কৰি থৈছেই। মুণ্ডাইঁতে মোক একেবাৰে বিশ্বাস নকৰে। মোৰ মনত একেবাৰে সুখ নাই। মোৰ আপোন মানুহ কেইবাজনো অকালতে মৰিল। কিৰিস্তান হৈয়েই যে সকলোটিয়েই ভাত এমুঠি খাবলৈ পাইছিল—কথা তেনেকুৱা নহয়। নতুন আইন হোৱাৰপৰা লুকাছ, মেথু আদি খ্রিষ্টান বায়তইঁতৰো কষ্ট দোপত-দোপে বাঢ়িছেহে। মই কাৰোবাৰ ভাল কৰিব নোৱাৰিলেও—বেয়া কৰাত আৰু নাই। ভৰতক সুধিলে, 'কাক বিচাৰি ওলাইছা ?'

'ছুনাৰাটোক, সুৰয সিঙৰ মুণ্ডাটোক। বেটাই সেৰক পট্টাত টিপচহী মাৰিছিল। ইমান যে পাজী-বদমাছটো! সুৰযৰ ঘৰত জুই লগাই পলাই গ'ল। সেই ঘৰটোত অৱশ্যে থাক্ বোলোঁতে একোৱেই নাছিল, আছিল কেটামান পাচি-খৰাহিহে মাথোন। তথাপি—জুই তো লগালে, চুৰি তো কৰিলে বেটাই! কেছ হ'ল তাৰ নামত।'

'কি চুৰি কৰিলে ?'

'এক বস্তা চীনা ঘাঁহৰ গুটি, আৰু এডোখৰ কৰ্কচ! বেটা গোট-গৰুটো! ঘাঁহৰ গুটিও আছিল, চাউলো আছিল তাত। ঘাঁহখোৱা গৰুয়ে নো চাউলৰ মোল কি বুজিব? ঘাঁহৰ গুটিকে নিলি, চাউল নুচুলিও, আৰু তথাপি কেছতো সোমাই পৰিলি।'

'ক'ত সি ?'

'জানো—? তাৰ পাত্তা নাই।'

'ধৰা পৰিলে কি হ'ব তাৰ ?'

'এ—ই দুমাহমান জেহেল হ'ব, আৰুনো কি ?'

'জেহেল হ'বই, নহয়নে বাৰু ?'

'হঁা, চৰকাৰে বীৰসাৰ কঁকাল-ভগা কৰি পেলালেই। মুণ্ডাবেটাইঁত এতিয়া কঁকালপঙা। এটা মুণ্ডাৰ জেহেল হ'লে আন পাঁচটা মুণ্ডায়ো পাণ্ডাকঁপা দিব।'

পলুস প্ৰচাৰকে বিস্ময়ৰে সৈতে মুখ জোকাৰি থাকিল। সি ভাবি থাকিল:

মুণ্ডাইঁতৰ বাক কি হ'ল? সেৱক-পাট্টাত টিপচহী দিয়াৰ পাছতো কোনো মুণ্ডাই তাৰ গৰাকীৰ ঘৰত জুই দি পলায় কেনেকৈ!

পলুসে জিজ্ঞাসু দৃষ্টিৰে ভবত দাৰোগালৈ চালে।

ভবত দাৰোগাই ক'লে, 'মুণ্ডাইঁত চোৰ নাছিল, চুৰি-ডাকাৰি কাক বোলে তাকে নাজানিছিল। কিন্তু কালবো কাল বিপৰীত কাল—দিনে দিনে হৈছে কি কোৱাচোন?'

'বাদ দিয়া বাদ দিয়া। এতিয়া বেবেৰিবাং নবকিবাহে। তিনি বজাৰপৰা যিশুৰ সুসমিচাৰ প্ৰচাৰ কৰিব লাগিব হাটত। যাৱেঁই মই।'

ৰোগোতাৰ এই হাটখন মস্ত-ডাঙৰ হাট। হাটত খুৰি ফুৰা মুণ্ডাইঁতক দেখি পলুস প্ৰচাৰকৰ চকুৰে আক বাধা নমনা হ'ল। এনেহেন আঘোণত শস্য বেচি টকা লৈ মুণ্ডাইঁত হাটলৈ আহে। আমোদ-ফুৰ্তি কৰে, চুৰী খাক নকল জোঁৱাহি মালা কাণৰ কঁৰীয়া ফুল নাকৰ নাকফুল কত কি যে কিনে, পুতলা কিনে, বাঁহী কিনে গামোচা বেচে চুৰিয়া বেচে। কিন্তু এইবাৰ মুণ্ডাইঁত নিঃসম্বল! কাৰো হাততে পা-পইচাও নাই। আনকি ছাহা-বাহাবিলাকেও জানিবা জানি গ'ল যে জেউৰ ধৰিলে বা জুনা গাই থাকিলেও লাভ নাই, মাক-দেউতাকে একো দিব নোৱাৰিব। সেই দেখিছে সিহঁতেও পেঁড়া, বা ঘুৰ্নীয়াকৈ ঘিউত ভাজি চেনিৰ ৰসত ডুবাই উঠোৱা সোৱাদৰো সোৱাদ ইটাগুৰীয়া জেলেপিলৈকো খুৰি চোৱা নাই। মুণ্ডা ছোৱালীইঁতৰ ওঁঠত হাঁহিৰ বেঙণি নাই।

যৰলৈ উভতি আহোঁতে বাটত এইবোৰ নানান কথা ভাবি ভাবি পলুস প্ৰচাৰক বিমৰ্ষ হৈ পৰিল। সি এটা চাপৰ সৰু টিলাৰ ওপৰত বহি দিলেগৈ। এচটা শিলৰ গাত আউজি দিলে। বাঁহীত বজাই থকা গানটো এতিয়া স্পষ্টকৈ তাৰ কাণত পৰিল।

টিলাৰ ওপৰত, এচটা শিলৰ আঁৰত পলুস বহি আছে আৰু টিলাৰ তলৰ ফালে বিস্তীৰ্ণ পথৰ ওপৰেদি গাঁৱলীয়া মুণ্ডা নৰ-নাৰী দল বান্ধি গৈ আছে। ইখন গাঁৱৰ মুণ্ডাই সিখন গাঁৱৰ মুণ্ডাৰ সৈতে মাতবোল একো কৰা নাই।

একেটা গানৰ এফাকি ইহঁতে গালে, সিহঁতে সমস্বৰে গাই উঠিল সেই একেটা গানৰ পিছৰ ফাকি :

বোলোপে বোলোপে
হেগা মিছি হোন্ কো'···
এওঁলোক সৰতুলাৰ মানুহ।
'হোইও ভুভুগাৰ হিজু তানা'···
এওঁলোক কৰম্‌দিৰ মানুহ।
'ওতে ৰে ভুভুগাৰ ছিৰ্‌মা ৰে কোআন্‌ছি'
এওঁলোক মহুৰিৰ মানুহ।
'দিছুম্ তাবু বুআল তানা'···
আমজোৰাৰ মানুহে গাইছে।
'তাইওম্ তে দো হোৰা কাপে নামি আ'···
এওঁসৰ জাম্‌দাৰ মানুহ।
'দিছুম্ তাবু মুবা জানা।'···
ছিকবুৰাৰ ছোৱালীহঁতে গালে।

সিহঁতে শান্ত কণ্ঠেৰে, মুৰ দোঁৱাই গাই আছিল। সকলোৱে গালে। আকৌ সকলোটি একেলগে বৈ দিলে। সিহঁত গৈ আছে···গৈয়েই আছে···।

পলুস প্ৰচাৰকৰ বুকুত অব্যক্ত বেদনা। সিহঁতে প্ৰতিজনেই প্ৰতিজনক মাতিছে, কিয়নো, এয়া হ'ল এক মহাপ্ৰলয়ৰ সংকেত। ঐক্যবদ্ধ হোৱাৰ গান।

কৃষ্ণভাৰতৰ সকলো মুণ্ডা মানুহ আজি—আজি এক অভূতপূৰ্ব জীপনী শক্তিৰে একতাবদ্ধ···।

পলুস প্ৰচাৰকে চকুলো মচিলে। সি অকলশৰীয়া···এঘৰীয়া হৈ পৰিছে।

মুণ্ডা-সমাজখনৰ সি কোনো নহয়।

মুণ্ডাহঁতৰ জেঁাটনিৰ গানত কেৱল সিহে নাই।

নাই সি।

কোনেও তালৈ ঘূৰিও নাচায়···।

মুণ্ডাহঁত যেতিয়া এক হৈ যাব, তেতিয়া পলুস প্ৰচাৰকক সিহঁতে সিহঁতৰ উমাল বুকুত আঁকোৱালি ল'ব।

কিছুখিনি বুজি, কিছুখিনি নুবুজাকৈয়েই পলুসৰ বুকুখন গৰ্বৰে ওফন্দি উঠিল। হওক তেও—ছুনাবাই, সেই ক'বলৈ গ'লে পিয়াহ-দঁতা হতভাগ্য নিৰয় ল'ৰা এটাই সেৰকপট্টাৰ ভয়ংকৰ অনুশাসনত টিপচিহ্ন তুলা জ্বলাই পলাই গ'ল। ভালেই হ'ল। ভাল কৰিলে ছুনাবাই। যি ভাষাৰে জমিদাৰ-মহাজন জোতদাৰ বাণিয়া গোলদাৰহঁতে সেৰকপট্টা লিখে, সেই ভাষা তো মুণ্ডা মানুহে বুজি নাপায়। এই সেৰকপট্টা যে বে-আইনী, সেই কথাটো তো মুণ্ডা মানুহে নাজানে। মুণ্ডাই টিপচহী এটা দিয়ে আৰু জন্ম-জন্ম দাস হৈ যায়, বন্ধুৱা হয়। মুণ্ডাই এইবোৰ কথা জানিলেও একো কৰিব নোৱাৰে। কিয়নো, তেতিয়া, বিমোৰ-বিগতিত পৰিলে, গৰাকীয়ে সেৰকপট্টাৰ কথা সমূলি অস্বীকাৰ কৰে। তেনেহ'লে মুণ্ডা ভেবা লাগে।

মুণ্ডাই চিঞৰে, 'তবে কি মুঁই মিছা মাতিছো ?'

আদালতত সকলোৱে হাঁহে।

'সেৰকপট্টাত কোনেও টিপ চহী না দিবা হে!'—এই কথা কৈও লাভ নাই একো। কিয়নো, আকাল হ'লে, খৰাং বতৰ হ'লে, বানপানী হ'লে,—মুণ্ডা মানুহ গাঁৱে গাঁৱে যাবই। যাব, আৰু ক'ব, 'আমাৰ্কে সেৰক-পট্টাত ছাপ্ দি কিনা কৰি লওক দেউতা! ঘাটো দিয়া জান্ বচাওক। জনমভৰ আপ্নাৰ খেতিত গোহালিত ঘৰত খাটিমহে—।'

মুণ্ডাসৱৰ এয়ে হ'ল জীৱন। সকলোৱেই জানে, 'সেৱকপট্টী' হ'ল মুণ্ডাসৱৰ জীৱনৰ বহুবিধ খোৰাচা-জৰীৰ আৰু এডাল জৰী। নাগপাশ। দিকুহঁত হ'ল শংখৰাজ—শঁকচূড় সাপৰ দৰে। শঁকচূড়হঁতে মুখ মেলি বহি থাকে। ক্ষুধাৰ্ত শঁকচূড় সাপে কদাপি আহাৰ বিচাৰি নোলায়, অন্যান্য সৰু-সুৰা সাপবোৰে নিজে নিজেই শঁকচূড়ৰ সেই বিকট মুখ-গহ্বৰত সোমায়গৈ।

এটা ল'ৰাই টিণ্ডিৰি পাথৰেৰে জুই জ্বলাই পলাই গ'ল। দিকুৰ—শঁকচূড়ৰ মুখ-গহ্বৰৰপৰা ওলাই গ'ল।

পলুস প্ৰচাৰক টিলাৰপৰা নামি আহিল। ঘৰমুৱা হ'ল।

আৰু ছুনাৰা, সেই শঁকচূড়ৰ মুখৰপৰা ওলাই অহা পলাই যোৱা সেই ল'ৰাটোৱে তিমানতে বাঁৰসাৰ সমুখত চীনাঘাঁহৰ দানাৰ বস্তা আৰু কৰ্‌কচখিনি নমাই থৈ 'নানক'ৰ দলত নাম লিখালেই।

কৰ্‌মীয়ে ছুনাৰাক সুধিলে, 'তোৰও কোনো নাইনে, বাপ?'

'আছে তো? ভগৱান আছে না?'

'ছেই চা, ইহঁত আটাইবোৰৰ মুখতে একেটাই কথা। বোলো—বাবা নাই? মাঁ নাই? ভাই-ভনী নাই?'

'নাহ্। মই সেৱক হয়াছিলং।'

কিন্তু ছুনাৰা চালকাড় এৰি নগ'ল।

কৰ্‌মীয়ে এদিন ক'লে, 'তু ভগৱানৰ পিছে না ঘূৰি মোৰ পিছে পিছে জংগলে কেলৈ আহিলি ৰে—?'

খৰি কাটি আঁটি বান্ধি টানি আনিলে ছুনাৰাই। ক'লে কৰমীক, 'তুমি ঘৰ যাও গ', খৰিকাঠ মুঁই কঢ়িয়াই লৈ যাম।'

'কৈ দিম তোৰ ভগৱানক।'

'ভগৱান কৱাছে।'

'কি কৱাছে?'

'মোৰ মাঁক দেখা কৰিছ্।'

'তাৰ মা, আৰ—দেখা কৰ্‌বি তু ?'

'দেখ্‌-ভাল্‌ কৰিব লাগিব তো! ঘৰ তো তোমাৰ নাহোয়। ভগৱানৰ ঘৰ। ভগৱান যি কৰিব ক'ব, কৰিব লাগে।'

'ঘৰ্‌তে না থাকে, মা-ৰ কথা মনত থাকে তাৰ— ?'

'থাকে গ'!'

ছুনাবাই খৰিকাঠৰ, আঁটিটো কঢ়িয়াই আনিলে, নিজবাবপৰা পানী আনি দিলে, খুন্দনাত যখান খুন্দি ছাতু তৈয়াৰ কৰি দিলে, বনৰপৰা আমলখি কন্দ বাঁহৰ গাঁজ মাটিআলু বুটলি আনি দিলে। কৰ্‌মীক এদিনা বাত-বেমাৰৰ দৰবো আনি দিলে।

'ল'বাহঁতে না দেখে, সেইহে তই দেখ-ভাল কৰিছ!'

'তোমাৰ কোম্‌তা ল'বা, কন্থ ল'বা, চব ভগৱানৰ কাম কৰে যে— ? সিহঁতে কেনেকে' দেখ্‌-ভাল কৰিব ?'

'তই কিয় কৰ ?'

'মুই নানক। ন-বুঁজাৰু। যেতিয়া সময় হ'ব লড়াইত বনৰজাৰ দৰে জঁপিয়াই পৰিম।'

'লড়াইত? তু? শহা এটা মাৰিলেও দেখোন কান্দ বে তু— ?'

'তাত কি হ'ল ?'

কৰ্‌মীয়ে হুমুনিয়াহ ছাৰিলে। ক'লে, 'হোঁ, ছাগলীবিলাক আন। উঠা সিহঁতক ঘৰত। আজি বীৰসা ঘৰত আহিব, কাম-কাজ আছে।'

'কালিলৈ কিন্তু মুই থাকিম নাই।'

'ক'লৈ যাবি ?'

'ভগৱান য'ত যাবলৈ ক'ব।'

'আৰু নাই ?'

'মই জানোনে কিবা ?'

'যাবি ক'ত ?'

'ভগৱানে কৈ দিব।'

সন্ধ্যাৰ সময়ত বীৰসা, কোমৃতা আৰু কন্নু—তিনিও হুৱালক একেলগে দেখা পাই কৰমীয়ে ভুৰু কোঁচাই চালে। ক'লে, 'দাস্কিৰ আৰু চম্পা—বাই-ভনী ক'ত? সিহঁত দুজনীৰ মৰদ দুটাই বা ক'ত?'

বীৰসাই হাঁহিলে। ক'লে, 'কেলে'?'

'তু ভগৱান হয়াছিস্, হ। কোমৃতা, কন্নু আৰান্দি কৰাছে, ছ'লী দুজ্নীৰ মৰদ দুটা ঘৰ যাইছে, যাই থাকক। পিছে—তু সকল্কে টানি আনিছ কিয়?'

স্পষ্টকৈয়েই খণ্ডৰ কথা। কৰমীৰ বৰ খং উঠিছে।

কিন্তু ৰাতিৰ পৰতে, যেতিয়া কাঠৰ মাচিয়াত থিয় হৈ বীৰসাই আসন্ন অভিযানৰ কথা, লড়াইৰ, কথা কৈ থাকিল, সকলো কাম-বন কাতি কৰি থৈ কৰ্মী বহিলহি বীৰসাৰ পিছফালে এন্ধাৰ এন্ধাৰ লগা ঠাইডোখৰত। পুত্ৰৰ কাৰণে তাইৰ গৰ্বও যিমান, ভয়ো তিমানেই। অজান ভয়ৰ কোবত বুকুৰ ভিতৰত সদায় নাগেৰা বাজি উঠে।

কৰ্মীৰ মনত পৰে: সৰুকালত, সিহঁতৰ ঘৰত তাইৰ দেউতাক দিবৰ মুণ্ডাৰ এটা বিৰাট নাগেৰা আছিল। সেইটো কোনেও আনকি চুবও নোৱাৰিছিল। সিহঁতৰ ঘৰটো আছিল টিলা এটাৰ আওগৰীয়া গাত। যেতিয়া বনত জুই লাগিছিল, নৈত দোকোলটঁকা বান আহিছিল, বনবীয়া হাতীৰ জাক ওলাইছিল, তেতিয়া দিবৰ মুণ্ডাই সেই নাগেৰাত মাৰিবে মাৰিছিল, আৰু গহীন গম্ভীৰ আৱাজেৰে নাগেৰাই কৈ উঠিছিল—দি দিম্ দ্ৰিম্ দ্ৰিম্ দ্ৰিম্—দ্ৰিমি—দ্ৰিম্—দ্ৰিমি—দ্ৰিম্… !

আৰু তৎমুহূৰ্ততে সকলোৱে জানি গৈছিল: বিপদ সমাসন্ন!

আজি, আজিয়েই নহয়, বহু দিনৰেপৰাই কৰ্মীৰ বুকুৰ মাজত যেনিবা সেই নাগেৰাৰ সাৱধানবাণী নিশব্দে দ্ৰিমি দ্ৰিমিকৈ বাজিছে! কিয় যে বিপদে আগুৰি ধৰিবহি, সেই কথা আন কোনেও নাজানে।

কেৱল কৰ্মীয়েই জানে।

বীৰসাইতহঁত উঠি থিয় হ'ল।

সকলো বীৰসাইতৰ পিন্ধনত আঁঠুমূৰীয়া বগবগীয়া চুৰিয়া। ভৰিত ঘৰতে বনোৱা কাঠৰ খৰম। কাঠৰ খৰম পিন্ধাত অভ্যাস নথকাহেতুকে বছীৰে ভৰিৰ পতাৰ লগত বন্ধা। এই খৰম কেৱল পকাৱৰত চলি থকা সময়ত পিন্ধিব লাগে। প্ৰতিজনৰ ডিঙিত যজ্ঞসূত্ৰ—লগুণ। আৰু কপালত তিলক।

পুৰাণকসকল আগশাৰীত থিয় হ'ল।

তাৰ পিছৰ শাৰীত প্ৰচাৰকসকল।

আৰু তাৰ পিছৰ শাৰীত ন-শিকাৰু ন-যুঁজাৰু নানকইঁত।

সকলো সুশৃংখল।

ইমান মানুহ—তথাপি অলপো হাই-উৰুমি নাই।

পুৰাণকসকলে কৈ থাকিল:

'সৰাবো ওপৰত স্বৰ্গৰ ভগৱানৰ জয়! আমি মুণ্ডাচৰে ধৰ্‌তী-আবাক খাটিছো, আমাৰ তীৰ-কাঁড়, আমাৰ কুঠাৰ যেন ধৰাল হৈ থাকে, চোক্ থাকে যেন। আমাৰ দুশ্‌মনহঁতৰ বন্দুক-গুলী-তৰোৱাল যেন বেয়া হৈ যায়, নাশ হৈ যায়!'

সকলোৱে হাত যোৰ কৰি ক'বলৈ ধৰিলে:

'হে ধৰ্‌তী-আবা,
বাটৰ যত কাঁইট
দুশ্‌মনৰ হিংসা-খিয়াল
আমাৰ যত যন্ত্ৰণা
আমাৰ যত দুখৰ দিন
দুঃসপোন—
আমাৰ যত বেমাৰ-আজাৰ
আৰু যত পাপ—
যত মনস্তাপ—
আৰু সেই ইংৰাজ ছাহাব—
সকলো কাঁইট গুচক, গুচক, গুচি য'ক!'

এইবাৰ প্ৰচাৰকসকলে সমৱেত কণ্ঠেৰে কৈ উঠিল :

'হে আবা !
হে বীৰসা !
তোমাৰ ধৰ্মত যেনেকে' কৈছা,
তেনেকে' আমাৰ হোৰোমা-ৰোয়া-জী-আত্মা-মন
[ দেহস্থ বিদেহী সত্তা প্ৰাণ-মন-আত্মা ]
আকাশ লংঘি, পৃথিৱী বিয়পি
সকলোতে বৈ যক !'

ন-যুঁজাৰু নানকহঁতে ক'লে :

'হে ধৰ্‌তী-আবা !
কেৱল তুমি হে আমাৰ ত্ৰাতা।
দিয়া হে আমাক শুচিতা।'

বীৰসাই আকাশলৈ তাৰ দুয়োখন হাত দাঙি দিলে। ওপৰলৈ চালে। আৰু তাৰ পাছত ক'লে :

'বৰ শুভদিন হে! মোৰ যুগৰ আৰম্ভণ হয়াছে !
আজি জমিদাৰহঁতে মুণ্ডাসৱক দেখি হাঁহিছে—
কিন্তু সিহঁতৰ দিন শেষ হৈ আহিছে,
আহিছে আমাৰ দিন।'

বীৰসাৰ কণ্ঠ বজ্ৰসম গম্ভীৰ। বীৰসাই কৈ আছে :

'আমাৰ দিন আহি গ'ল হে! তোমালোকক আমি তোমালোকৰ দেশখন ফিৰাই দিম। মোৰ ৰাজত খেতি-পথাৰত আলি না থাকিব। সকল মাটি সকলৰ হ'ব, সকল খেতি-বাতি একেলগে কৰা হ'ব, আৰু সকল ফচল সক্‌লেই পাব। যদি কাৰবাক দিয়াও, তথাপি, মোৰ ৰাজত কোনো মুণ্ডা এক্‌লাই মাটিৰ গৰাকী না হ'ব। মোৰ ৰাজত যুদ্ধ না থাকৃব। ধৰম ৰাজ হ'ব। আমাৰ পিতা-পুৰুষ যেনেকে' ধৰ্ম মতে ৰাজ কৰাছে, মোৰ ৰাজতো তেনেকুৱা কৰা হ'ব। আমি আমাৰ মুণ্ডা-ৰাজ লাঠি-হাথিয়াৰেৰে ৰাজ নাই চলাম।'

কৰ্মীৰ চকুযুৰি জাপ খাই আহিল। তাইৰ বুকুৰ ভিতৰত নিৰমল বায়ুৰ প্ৰবাহ। জুৰ বা'। খৰৰ দহন নাইকিয়া। বুকুৰ ভিতৰত বৃষ্টি।

খেতি-পথাৰত ধানপুলিয়ে মূৰ দাঙিছে···।

বীৰসা, তই কৈ থাক।

তই সঁচাকৈয়েই ভগৱান।

ভগৱান তই···।

ঠিক···।

'জমিদাৰৰ জমিন আৰ না থাকব। জমিনত যিসক্লৰ হক্, সিসক্লে জমিন পাব। যি সক্লৰ দেহৰপৰা নৈৰ সোঁতৰ দৰে তেজৰ ধাৰ ওলাব, সি সক্লেহে জমিন পাব।

'সকল দুশ্মনক খেদিম হে! বুটিছ, ৰজা, জমিদাৰ—এই দেশত যত চৈতান আছে, ভূত-পিশাচ আছে, ছবকে খেদা কৰিম।

'মুণ্ডাচৱে দুশ্মনৰ লগত যুঁজিব লাগিব, না হ'লে সিহঁতে শ'যুগতো সিহঁতৰ ৰাজ, দেশ ঘূৰাই না পাব। ভীষণ-ভয়ংকৰ লাঢ়াই হ'ব, তবেহে দুশ্মনৰাজ খতম্ হ'ব, নহ'লে না হ'ব। আজি আৰু কেইজন মুণ্ডাই হাঁহে? কান্দি কান্দি সকল্ মুণ্ডাৰ দিন যায় ৰাতি পুৱায়। ৰাজ ঘূৰাই পালে মুণ্ডাই হাঁহিব।

'সাৱোধান হে তোমাৰ্ লোগ্!'

বীৰসাই অলপ অলপকৈ দুলি থাকিল। এই মাঘমহীয়া জাৰতো তাৰ কপালত ঘামৰ টোপালবোৰ বিৰিঙিছে। কৰ্মীৰ এনে লাগিল, যেনিবা তাৰ দেহ অতি শীৰ্ণ আৰু ভ্ৰুযোৰৰ মাজত থকা ৰেখাডাল চিৰস্থায়ী হৈ পৰিছে, আৰু তীক্ষ্ণ নাকৰ দুফালৰ ৰেখা ওঁঠৰ কোণীয়াকৈ নামি আহিছে। কৰ্মীয়ে ভাবি আছিল: তাৰ জনমৰ পাছত চৌবিছটা 'হোলি'ও পাৰ হোৱা নাই, এতিয়াই বীৰসাই তাৰ বোপা-ককা-আজো-ককাৰ বয়সৰ মুণ্ডাসৱতকৈয়ো যেনিবা বুঢ়া হৈ গ'ল। ভাবিলে কৰ্মীয়ে: মোৰ যুৱান ছৱাল, নতুন আবান্দিৰ (বিয়াৰ) ন বৈণীক লৈ ৰঙে-তামচাই সংসাৰ-ধৰ্ম কৰিব, কিন্তু না হ'ল। নিয়তিক কোনে ৰখিব?

'সাৱোধান হোৱা হে তোমাৰ্ লোগ! এই ধৰ্তী মহাপ্ৰলয়েৰে নাশ হ'ব। মুঈ ধৰ্তী ফালি পাতালৰ পানী বোৱাই দিম। পাহাৰ ভাঙি সমাৰ-মাৰ কৰি দিম। দুশ্মনৰ সৈন্য য'ৰেপৰাই নপলাওক, য'তেই মুলুকাওক, মই টানি উলিয়াই আনিম। ক'ত পলাব! কেনি যাব!

'জয় আমাৰ! আমাৰ জয় হ'বই। সেই দিনা তোমাৰ্লোগ বুকু ফিন্দাই, হাত দাঙি, মোচত তাও দি আনন্দ কৰিবা। যিহঁতে মোক নামানিব—সিহঁত ধূলা হৈ যাব। যিসৱে মোক মানিব, মুই সিসৱক দেখ্ভাল কৰিম।'

ৰীৰসা ৰ'ল।

এখন্তেক।

আঁজলি ভৰাই পানী লৈ বীৰসাই সকলোটিৰ ওপৰত ছটিয়াই দিলে। ক'লে, 'কালিলৈৰপৰা আমি চাৰিউফালে যাম। উল্গুলানৰ আগতে আমাক আমাৰ পিতা-পুৰুষৰ আশীৰ্বাদ লাগে। কালিলৈ আমি পোনতে চুটিয়ালৈ যাম হে। মোৰ উপ্ৰি পুৰুষ, সেই পুৰ্তি মুণ্ডাই চুটিয়াৰ যিঠাইত সিংবোঙা পূজাৰ বাবে বেদী বনাইছিল, তাত ৰঘুনাথ ৰজাই তিনিশ বছৰৰ আগতে মন্দিৰ বনাইছিল। সেই মন্দিৰৰপৰা তুলসী ল'ম। মন্দিৰৰপৰা আমাৰ তুলসী আমি ল'ম।'

'আৰ—!'

কৰ্মী উঠি থিয় হ'ল।

'কি কওহে তুমি!'

'কম্মৰ বাপ কয়া দিব।'

ছুগানা উঠি থিয় হ'ল বহাৰপৰা।

ক'লে, 'আৰ তাত আছে তামৰ ফলি। তামৰ ফলিত লিখা আছে, যিঠাইক দিকুহঁতে ছোটনাগপুৰ কয়াছে, ৰেকড কৰাছে, সিঠাইত মুণ্ডাসৱৰ সকল অধিকাৰ। সেই তামৰ ফলিখান মন্দিৰ্তে আছে, আমি সেই তামৰ ফলিখান ল'ম তাৰপৰা। তুমি ধৰ্তী-আবা। মুঈ তোমাৰ বাপ্ হৈও সেৱকটা হয়াছি। সেই ফলি আনিবাৰ লাগেছে।'

'আনিম। কালিলৈ আমি বোর্তোদি যাম। তাৰপৰা, তিনিটা দলত ভাগ হৈ চুটিয়ালৈ যাম। পহিলা দলৰ মাথা হ'ব বনপিৰিৰ বোকন মুণ্ডা। দোছ্ৰা মাথা হ'ব—মোৰ দাদা কোমৃতা। মুঙ্গৈ মাথা হ'ম তিছ্ৰা দলৰ। আজি সকলে জানি লোৱা, ধৰ্মৰ গৰুৰ সদায় ৰক্ষা। ধৰ্মত থাকিলে ধৰ্মই তাক দেখে। পহানৰ ভৰিত ধৰি আমি বলি না দিম। বেমাৰে-আজাৰে ডাইন্-ওজাৰ কাষ না চাপিম। কিন্তু পিতা-পুৰুষসকলে যি কয়াছে, সৰগত সিংবোঙা, ধৰ্‌তীত পঞ্চ্‌কো, মাজত ৰয় চৰকাৰ, এইসকল পিতা-পুৰুষে কোৱা কথা আমি মানি চলিম। সিংবোঙাক নালাগে, মুঙ্গৈ ধৰ্‌তী-আবা! চৰকাৰ আমি গঢ়ি ল'ম। কিন্তু ৰাইজ পঞ্চজনৰ পঞ্চ্‌কো থাকিব, সমাজখনৰ ভাল-বেয়া চোৱা-চিঁতা কৰিব। মোৰা কাইল সকলে যাম। আমাৰ পিতা-পুৰুষসকলে জানিব, মুণ্ডাসৱ কেৱল টোপনিৰহীয়া হৈ না .থাকে, কেৱল বন্ধাটা হৈ চাৰৌপ চাৰৌপ কৰে সৌকাৰ কোবকে নাখায়, মুণ্ডাসৱে এখ্‌নে সাৰ পায়াছে, জাগি উঠাছে।'

বীৰসাইতহঁতে সমস্বৰে গাই উঠিল :

'ছিৰ্‌মাৰে ফিৰুন ৰাজা জয়!
ধৰ্‌তীৰে পুড়োই ৰাজা জয়!'
[ জয় স্বৰ্গৰ ঈশ্বৰৰ
জয় পৃথিৱীৰ ভগৱানৰ। ]

এইবাৰ মুণ্ডা পুৰুষসকল মনে মনে থাকিল। আৰু তেতিয়া মুণ্ডা-সমাজৰ ছোৱালী গাভৰু জীয়াৰী বোৱাৰী মাতৃ আইতাকহঁতে সমস্বৰে গুনগুনাই উঠিল :

'ছিৰ্‌মাৰে ফিৰুন ৰাজা জয়!
ধৰ্‌তীৰে পুড়োই ৰাজা জয়!'

কৰ্‌মী যোৱা নাছিল, কোনো এজনী বীৰসাইত ছোৱালীয়েই যোৱা নাছিল। কৰ্‌মীয়ে বীৰসাক কৈছিল, 'আগে ঘৰ্‌তে আহি আমাক তু কৈ যাইছ্—বাপ্!'

সিহঁত ইয়ালৈ আহিব বুলি আশা পালি কৰ্মীয়ে ঘৰ-চোতাল লেপি-পুচি চিকুণালে। চালকাড়লৈ আহিলে বীৰসা থাকে নতুন ঘৰত। চোতালৰ সিপিনে আৰু ভালেকেইটা পঁজাঘৰ উঠিছে। আন আন ঠাইতো বহুতো নতুন পঁজাঘৰ বনোৱা হৈছে। আগৰ দিনত মুণ্ডা ডেকা-গাভৰুহঁতে বিয়াৰ আগতে মন গ'লে গিটিঅ'ৰা'ত থাকিছিল। এতিয়া, বীৰসাৰ প্ৰভাৱত, অনেক আওপুৰণি ৰীতি-নীতিৰ লগতে সেই বিবাহিত হোৱাৰ আগতেই 'গিটিঅ'ৰা'ত থকাৰো অন্ত পৰিল। সেইদেখি, যি গৃহস্থৰ পাঁচটা ল'ৰা আছে, সেই গৃহস্থক ঘৰো জোখে-জোখাৰে লাগে। সেইদেখিহে, কৰ্মীৰ ঘৰটোৰ চাৰিফালে নতুন নতুন ঘৰ সজা হৈছে।

বীৰসাৰ ধৰ্মমতে সকলোৱে পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ থাকিব লাগে। ঘৰে ঘৰে কাঠৰ চাং। চাঙৰ ওপৰ খেৰ উলু বৰতা আদিৰে ঢাৰিৰ দৰে চটা পাৰি দিয়া হৈছে। বীৰসাৰ ঘৰটোৰ মজিয়া আৰু বেৰ কৰ্মীয়ে এবাৰ ৰঙচুৱা বৰণৰ মাটি গুলি লৈ লেপি দিলে। আকৌ —ৰঙচুৱা মাটিৰ লেও শুকোৱাৰ পাছত—ছাই বৰণীয়া মাটিৰ লগত মিহিকৈ কটা খেৰ মিহলাই ভালকৈ লেপিলে। যেতিয়া শুকাই খৰখৰীয়া হ'ল, তেতিয়া ঘৰটো জলমলাব ধৰিলে।

বৃহস্পতিবাৰ হ'ল বীৰসাৰ জন্মদিন। এই দিনা কোনো জীৱহত্যা নহ'ব। কৰ্মীয়ে ফান্দ পাতি ধৰা শহাপহু দুটাক এৰি দিলে, আৰু তাৰ পাছত এজোপা পলাশৰ তলত চটাই পাতি বহি থাকিল। বীৰসা এই বাটেদিয়েই আহিব।

কিন্তু বীৰসা নাহিল।

আহিল ছুনাৰা।

'হাঁ ৰে, সি আহিল নাই— ?'

'না গ'—না। ইয়ালৈ আহিব ? বোৰ্তোদিৰপৰা যাতাৰা কৰাছে, তাতে ফিৰি যাব!'

'তাতে ফিৰি যাব লাগিব— ?'

'হাঁ গ'! মুই খবৰ দিব আহিলং, ভগৱান পঠাল মোক।'

গাঁৱৰ আন ছোৱালীহঁত, বুঢ়ীহঁত, ল'ৰা-ছোৱালীহঁত উভতি আহিল। আহি ছুনাবাক বেঢ়ি ধৰি থিয় দিলে।

ছুনাবাৰ কিমান যে গৰ্ব!

গৰ্বৰে বুকখন ওফন্দি উঠিছে তাৰ। সকলোটিয়েই তাক দেখি আছে, তাৰ মুখৰ কথা শুনিব বুলি বৈ আছে!

ভগৱান অহাহেঁতেন তাৰ পিনে কোনেনো বাক চালেহেঁতেন?

আনকি—কৰ্‌মীৰ পেটমেচোটো, সেই যে সেই কন্নুটো অহাহেঁতেনো কোনেও ছুনাবালৈ কেৰেপকে নকৰিলেহেঁতেন। কন্নুৰে যেতিয়া কিবা কয়, সকলো কাম-বন কাতি কৰি থৈ শুনিবলগা হয়।

'বোল্ ৰে নানক।'

'বোল্ না ৰে!'

সমজুৱাহঁতৰ মাজত এজনে কৈ উঠিল।

'ৰ'বা হে, অলপ জিৰাই লওঁ। ক'ম যে—কথা এটানে কিবা?'

'জিৰাইছ্‌ পাছত, আগে বোল্।'

'শুন তবে। মোৰা তো বোৰ্তোদিৰপৰা গৈ থাকলোঁ, গৈ থাকলোঁ। আনে—ক পথ! এদিনতে যাব নোৱাৰি। ক'ত বোৰ্তোদি, ক'ত চুটিয়া। ভগৱানে কৈ দিছিল, সেই মতে কোন্‌তা, ৰোকন, ছয়োজনেই—যি মানুহে সোধে তাক কয়, আমি জম্বুলৰপৰা আহিছোঁ। চুটিয়ালৈ যাম, তাত ছুৱা-ছুৰি বচাই বাহিৰৰপৰা পূজা দিম। এই কথা শুনি আমাক কোনেও একো না ক'লে। আমাৰ সাঁঝ্‌ লাগিল হাটিয়া পাওঁতে। তাত কঁঠাল গছৰ তলত মাটি খান্দি জুহাল বনাই জুই জ্বলাই বন্ধা হ'ল, খোৱা হ'ল। তাত ভগৱানে আমাৰ্‌কে কত কথা শুনালে। কেনে কথা জানানে?'

'বোল্।'

'পাথৰ-মাটিৰ কথা। নীচে তিনিটা পাথৰ, পাথ্‌ৰৰ উপৰ লদালদে মাটি, জুহাল হয়াছে। ভগৱান মাটিত কাতি হৈ শুই আছিল। ক'লে—দেখ হে! দেখ' দেখ'—পাথৰ উপ্‌ৰত, মাটি তলত।'

'জয় ভগৱান!'

'সকলে বাৰে বাৰে দেখিলে পাথৰ তলত, মাটি উপৰত। আৰু—ভগৱানক সেই কথা সকলে জনালেগৈ। কিন্তু ভগৱানে পুনৰ ক'লে, চাই আহাগৈ, পাথৰ উপৰত মাটি তলত। সকলে দেখি আহিলগৈ, আখা যেনে জ্বলাছে, তেনে তাত শুকাই মাটিৰ লদাবোৰ বাগৰি বাগৰি পাথৰৰ তলত পৰিছেগৈ। হঁা গ'— !'

'হাই গ'!'

'তেতিয়া ভগৱানে সকলক বুজাই দিলে : দেখ! দিকুহঁত আজি তোমালোকৰ উপৰত উঠাছে, তোমালোকক তলত পেলাছে। কিন্তু এই উলগুলানত চব জ্বলি যাব। তেতিয়া তাৰ তাপত তোমালোক উপৰত উঠিবা, দিকুহঁত তলত বাগৰি পৰিব।'

বীৰসা মুণ্ডাতকৈ বয়সত ডাঙৰ গিৰি মুণ্ডানী কান্দি উঠিল। কৰমীক ক'লে, 'হা বে! তহঁত মতা-মাইকীক এহি ঠাইত আনি বসত কৰালে মোৰ মৰদটা। তু ভগৱানক কোলাৰ কেঁচুৱাটা লৈ আহিছিলি। মোৰ ওচৰত তাক লৈ বনলৈ গৈছিলি খৰিকাঠ বুটলিবলে'। মাছ মাৰিবলে' যায়া কৰাছিলি নিজৰালে। তোক মুই না কইছিলোঁ—ই আচৰিত ছৱালটা? ইয়াৰ মুখত চান্দ-সুৰুযে খেলা কৰে? নাই কৈছিলোঁ তোক মুঈ?'

বীৰসিং মুণ্ডাই কৈ উঠিল, 'হো :। তু চিনাছিলি! মথিয়নীজনী! মুই যদি না চিনি পাম, তো—সিহঁতক ইয়ালৈ আনা কৰিম কেলে'?'

কৰমী বিৰক্ত হ'ল। কিন্তু ভগৱানৰ মাক হ'লে খেমিব জানিব লাগিব। বেজাৰ-বিৰক্তিৰে ভুৰু কোঁচালে তো নহ'ব। আৰু—যিমান কৈছে সিমান নহ'লেও একেবাৰে বেঙেটি চোবোৱা বিধৰো নহয়। আৰু তায়ো পোনে-গুছিয়ে ভুৰ মাৰিবলৈ নিবিচাৰে।

কৰমীয়ে ক'লে, 'তুমিহঁতে যে আমাক সহায় কৰাছিলা, জীয়াই ৰেখাছিলা, যত দিন ঘৰ বান্ধি নাই তত দিন থকাৰ বাবে ঘৰ দিছিলা, সেই কথা মুই সকলকে সদাই সদাই পাক্ মুখে কওঁ গ'!'

বীৰসিং মুণ্ডাই ক'লে, 'এতিয়া শুন, নানকে কি বোলে। আঃ! মই যাব পাৰিলে, মই মথিয়নে—পুৰাণকে নিজ চকুৰে সকল্ দেখিব পাৰ্লোঁ হয়। কিন্তু দেহাত আছিল জ্বৰ, বেমাৰে দেহাক আওচ্ কৰে, সেই কাৰণে ঘৰ্তে থাকিলোঁ। হেই, তু কৈ থাক্, ক' না বে কথাবোৰ, হেই বাপু—ক'।'

ছুনাৰাই পুনৰ কৈ থাকিল, 'হাটিয়াৰপৰা আমি গৈলং চুটিয়া। বাঁচীটা ইমান ওচৰ্তে যে সক্লে মনত ডৰ খালে যে ছাহেব জানিলে কি হ'ব। কিন্তু ভগৱানৰ মুখলৈ চাই সক্লৰ ডৰ গুচা হ'ল। চুটিয়াত, গছৰ তলত আমি আমাৰ পিতা-পুৰুষ, আদি-দেৱতা, ধৰ্তী-আবা সকলৰ গান গাই গাই কত যে নাচ কৰিলোঁ! বুঢ়া ধানী খুব নাচ কৰাছে, লাফ মেৰাছে বুঢ়া পাওৱে, আমি তেনেকুৱা না পাৰিম। তা বাদে—মন্দিৰত সোমাই আমি সকল ঠাকুৰ নাশ কৰি দিছোঁ, তুলসী লৈছোঁ, কিন্তু তামৰ ফলি নাই পালং।'

'পোৱা নাই?'

'নাই।'

'নাই!'

'তা বাদে—?'

'তা বাদে বহুত মানুচ আহিল। হৈ-হাল্লা উঠিল খুব। ভগৱানে ক'লে, আমাৰ পিতা-পুৰুষৰ মন্দিৰ, আমি দখল ল'লোঁ। দিকুবিলাকৰ ঠাকুৰ-দেওতা যত, চ—ব অশুচ কৰাছি। মন্দিৰৰ মূল তুলসীজোপা উৎপাৰি লৈ গ'লোঁ।'

'তা বাদে—?'

'আমি গুচি আহিলং ছিকমটোলি। বাটত ভগৱানে সকলকে কৈ দিলে: আৰু খোজ নাকাঢ়িবা হে। কাম হৈ গ'ল। ছিকমটোলিত আমি ঘুম কৰিম। হ'ল কি—পলুস পৰ্চাৰক্ কিজানি মিছ্নৰ কামত গৈছিল। সি গৈ থাকোঁতে ভগৱানক জগাই কিবা যেন ক'লে। ভগৱানে আমাক জগাই ৰাতিৰ আন্ধাৰ্তে লৈ আহিল—বোৰ্তোদি।

'আমাৰ্কে ক'লে, ছুটিয়াৰপৰা পূজাৰীয়ে ঘোঁৰা-চিপাহী পাঠাই বাঁচীত খবৰ পাঠাইছে। বাঁচীত ছাহাবে কৈছে, ৰাতি পুৱাৰপৰা ঢোল পৰিব—সকল্কে জনাই দিয়া হ'ব—ভগৱান পুনৰ মুণ্ডাইঁতক উত্ভায়, মৰা-পিটা কৰে, ভগৱানক যি ধৰা কৰাব, সি ইনাম পাব—পুৰস্কাৰ পাব। সকল আছিল—কিন্তু চইতা, কাশী, ৰমাই মুণ্ডা নাছিল। সিইঁত আমাৰ লগতে না ছিল্।'

'সিইঁত ধৰা পৰাছে ?'

'হাঁ গ'—! চব্ কথা জানি আছিলং বুলি উভতি অহাত এক্দিন পলম হ'ল। কমু পৰ্চাৰকে ক'লে যে—চইতা, কাশী, ৰমায়ে কৈছে, আমি নিজে নিজে একো নাই কৰা। যি কৰিছোঁ, ভগৱানৰ হুকুমতে কৰিছোঁ। আমি কোনো মৰা-পিটা নাই কৰা। দাৰোগাই না কি খুব ডাঙাৰ ডাবি মাৰি কৈছে, মন্দিৰ গৈছিলি কিয় ? চইতা, কাশী, ৰমাই কৈছে, গৈছোঁ বুলি তো চবে জান্ল যে এই মন্দিৰ মুণ্ডাইঁতৰ পিতা-পুৰুষৰ দেওতাৰ থান !'

'এতিয়া সিইঁত—?'

'বোৰ্তোদি।'

'তাত পুলিছ নাই যাব— ?'

'নাই। জানিব নাই। আকালৰ সময়ৰপৰা সেই ফালে কোনো দাৰোগা না যায়। চ—ৰ দচ্ মাইল দূৰত থানাত বহি ৰহি বিপট লিখা কৰে। যাই দেখি আছিলোঁ চব ঠাণ্ডা। দাৰোগাৰ কেটামান ঘোঁৰা ধানীইঁতে মাৰি দিছিল নাই ? তাতে দাৰোগাৰ ডৰ হ'ল।'

হঠাৎ কৰ্মীয়ে কৈ উঠিল, 'পলুস পৰ্চাৰক ! সিনো কেতিয়াৰপৰা বীৰসাৰ ভাল হোৱাটো বিচাৰে ? সি পুলিছ লৈ আহি এইখন চোতাল্তে বীৰসাৰ সৈতে সকল্কে গিৰেফ্তাৰ কৰোৱা নাছিলনে ?'

বীৰসিং মুণ্ডা আৰু আনকেইবাজনেও মৃদু ককৰ্থনাৰ সুৰতে ক'লে, 'তুমি বৰ বিস্মৰণ হে ! মনতে যিহকে না কোৱা, মুখেৰে 'বীৰসা' বুলি কোৱা কিয় ? 'বীৰসা' বুলি না ক'বা, বেঠিক কাম, বেভুল কথা।'

'ভুল হৈ যায় গ'! মোৰ মাথাৰ ঠিক না থাকে তাৰ চিন্তাত।
কিন্তু মোৰ কথাৰ তুমি জবাব নাই দিলা।'

বীৰসিং মুণ্ডাই শুকান মাতেৰে ক'লে, 'তাৰ জাতৰ কত জনা বীৰসাইত যোৱা চনত আকালত মৰিল। এতিয়া ছাহেবহঁতে ভাবে পলুসে মুখেৰে সাত হাল বায়, কিন্তু আচলতে সি মুখত পিঠা ভৰাই থোৱা মানুচ এটা। সি আচলতে—আচলতে সিও বীৰসাইতটা হ'ল তাৰ মনত। মুণ্ডাহঁতে তাক এধৰীয়া যেন কৰি থৈছে। —আৰু তা বাদে পাইকাৰী জৰিমনাৰপৰা মিছ্‌নৰ মুণ্ডাবিলাকেও ৰেহাই নাই পাইছিল। পলুস পৰ্‌চাৰকে এতিয়া আৰু একো হানি না কৰিব।'

'পাছত কৰিব।'

'এতিয়া না কৰিব। সি হাৱা বুজে। হাৱা—বতৰ সলনি হ'লে সি কি কৰিব না জানো। হাৱা যদি ওলোটাকৈ বলিলে হয়, পলুসে কি কৰিলে হয়, ক'ব নোৱাৰোঁ। এতিয়া একো না কৰে।'

কৰ্‌মীয়ে মুৰ তুপিয়ালে।

ক'লে, 'তইনো কি কৰিবি, ছুনাবা?'

'কালিলৈ পুৱে ধলকাট না দিওঁতেই ফিৰি যাম।'

'কিয়?'

'জগন্নাথপুৰৰপৰা চন্দন লৈ আহিম, নওৰতনগড়ৰপৰা মাটি।'

'সিহঁত এতিয়া নাই আহিব?'

'না জানো। নানকহঁতে এইবোৰ জানিব নালাগে। নাপায়। নানকহঁতে মাত্ৰ হুকুমতে কাম কৰে। তোমাক কত যে বুঝাওঁ।'

'বুঝাইলি তো! মুইহে পাহৰি যাওঁ।'

বীৰসিং মুণ্ডাই ক'লে, 'ঠিক কাজ কৰাছে ভগৱান। আমাৰ পিতা-পুৰুষৰ যত ঠাই, সকল ঠাইৰপৰা আশীৰ্বাদ ল'ব। কৰ্‌মী, তোমাৰ বৰ ভাগ্য হে।'

'বৰ ভাইগ্‌গ!'

গুন-গুণনকৈ কৈয়েই কৰ্‌মী ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

কোমৃতাৰ ঘৈণীয়েকে ক'লে, 'ভগৱানৰ নিমিত্তে ৰাতি ৰাতি মাঁই লুকাই-চুপাই কান্দে গ'। তাৰ সৰুকালৰ কথা কয়, আৰু কান্দে কত। কয়—কেৱল তাৰ নিমিত্তে মাঁৰ বুকুত পোৰ্ণি।'

'আবুঝাটা!'

সকলো ঘৰাঘৰি গ'লগৈ।

ছুনাৰাহঁত, নানকহঁত জগন্নাথপুৰলৈ গুচি গ'ল।

আৰু তাৰ পাছৰপৰা—

আৰু খবৰ নাই। কোনো খা-খবৰ নাই। বীৰসিং মুণ্ডা আৰু অন্যান্য মতামানুহবিলাকো গুচি গ'ল। থাকিল কেৱল কৰ্মী। কৰ্মীয়ে ঘৰ এৰি ক'লৈকো যাব নোৱাৰে। বীৰসাই কৈছে কৰ্মীক, মা, তুমি ঘৰতে থাকিবা। তথাপি—তথাপি কেতিয়া যে কি বিপদে তাক আগুৰি ধৰিব—ভাবি ভাবি কৰ্মী বিয়াকুল।

হাজাৰ হওক—মাতৃৰ মন।

কন্দা-কটা কৰিব নোৱাৰে তাই, যদিহে কিবা অমংগল হয়! আগৰ দিনত ছুগানাক গালি পাৰি এবিধ শান্তি পাইছিল মনত, এতিয়া আৰু নহয়। এতিয়া আনকি নাতিনীয়েকহঁতৰ চুলি ফণিয়াই দিবলৈ, খোপা গুঠি দিবলৈ, বা সিহঁতক নানান নোহোৱা-নোপজা গল্প-সাধু ক'বলৈকো মন নোযোৱা হৈছে। বোৱাৰীয়ে ক'লে, 'মাঁ, তু কি লঘন দি দি শুখাবি? খাইছ্ না কেলেই?'

'শৰীল ভাল নাই বে—।'

'বনত যাওঁ—? আনোগৈ দৰব? কি হয়াছে ক' মোক।'

'কুছ্ না বে।'

'ঘুম কৰিছ্ না কেলে'?'

'চকুত ঘুম্ নাই।'

'সিহঁত কি আছিব? ধৰ্তী-আবাৰ লগত গিছে, তাৰ নিম্ত্তে তো মোৰ মৰদ্টা গিছে। তথাপি মনত ডৰ লাগে বৰ।'

বাতিপুৱা, টোপনিৰপৰা সাৰ পাই, কৰ্মীয়ে খন্তা আৰু বাঁহৰ খৰাহি এটা হাতত লৈ নাতিনীয়েককেজনীক ক'লে, 'চল্, বনৰপৰা কন্দ বুটুলি আনোগৈ। খাই চাবি, বান্ধিলে কেনে সোৱাদ লাগে। চল্, পাচি ল। বগৰী আনিম, আমলখি পকি শুখাই তলত পৰি আছে বুটুলি আনিম। তা বাদে নিজ্ৰাত গা ধুই আহিম, চল্।'

সিহঁত বনলৈ গ'ল।

এই বনত পলাশ শিমলু কেন্দ শাল পিয়াসাল মহুৱা কেছেৰু কেঁচেৰু কৰৈ বেবাব মেজেঙা ধোবালতা শিয়াল-কটাহি আদি গছ-গছনিৰ মেলা আৰু নাচনী পাটমাদৈ হাইঠা শিলকপৌ শালিকা শৰালি হেঁটুলুকা টুণ্টুনী চিলনী পাকৈঢোৰা ধনেশ হুদু ফেঁচা কাওচৰাই বৰচৰাই ডঁৰিক মনিয়ৰি কানকুৰিকা আদি কত যে জান-অজান চৰাইৰ খেলা! সৰু সৰু টিলাৰ গাত বা নামনিত আমলখি শিলিখা গছ। মুকলি ঠাইবিলাকত নানান বনৰীয়া ফুলৰ প্ৰাকৃতিক ফুলনি।

খন্তাৰে খুঁচি খুঁচি কন্দ উলিয়াই আনি কৰ্মীয়ে ক'লে, 'সকলে তো সা-সন্ধান জানে না, সেইহে আছে। না হ'লে বন-বৰাই খান্দি খান্দি খাই পেলালে হয়।'

নিজৰাৰ পানীৰে সিহঁতে গা ধুলে। কৰ্মীয়ে ক'লে, 'তহঁত ঘৰ্ যা। মুই অলপ ৰ'দত বহোঁ। বুঢ়া হাড়ত জাৰ ধৰে খুব। হাড় কঁপে।'

নাতিনীয়েককেজনী গুচি গ'ল। তৌ তৌৱা ৰ'দৰ তাপত কৰ্মীয়ে তাইৰ বগা চুলিকোচা শুকুৱালে। তাই বহি বহি ৰ'দৰ উম লৈ ভাবি থাকিল: আগতে মুণ্ডাহঁতে যিবোৰ কাম-কাজ পৰব-উছৱ কৰিছিল, এতিয়া দেখোন তাৰ মাজত প্ৰায়বোৰেই নকৰা হ'ল। হোলিত— ফাকুৱাত—'জাপি' নাচ আৰু গান নোগোৱা হ'ল, মুণ্ডাহঁত চিকাৰলৈ নোলোৱা হ'ল। পুহমহীয়া পূৰ্ণিমাৰ 'মাগে' বা 'মাঘী' উছৱ বন্ধ হৈ গ'ল। ঘৰৰ বাস্তুদেৱতাক, উপৰি-পুৰুষ আদিক পূজা কৰা বা নানান উপচাৰ দিয়া বন্ধ কৰোঁতে কৰ্মীয়ে বৰ ভয় খাইছিল; কিন্তু যীচুৰ ধৰ্মত 'মাগে' পৰৱ নাই।

শালগছত ফুল ফুলাৰ সময়ত যুৱানীকালত কৰ্মীহঁতে 'বা'-পৰৱ' পালিছিল। খোপাত মূৰত ফুল গুঁজি ডেকা-গাভৰুৱে কিমান যে নাচ নাচিছিল! বীৰসাই তাকো বন্ধ কৰি দিলে। যিমান যি পৰৱত বোঙা-বুঙিৰ পূজা, বলিদান, হাঁড়িয়া অৰ্থাৎ লাওপানী পান কৰা, নাচ কত কি যে আছিল। বীৰসাই সকলো আমোদ-ফূৰ্তি পুলিয়ে-পোখাই উভালি পেলালে। 'কৰম' পূজাৰ নাচ, 'পাইকা' নাচ, সকলো বন্ধ কৰি দিলে বীৰসাই। ছোৱালীহঁতে মূৰে-খোঁপাই ফুল লোৱা, ল'ৰাহঁতে চুলিত কাকই গুঁজি লোৱা, কাণত আ-অলংকাৰ পিন্ধা—চব বন্ধ্। চব।

'হাঁ ৰে, তই সকল্ বন্ধ্ কৰি দিলিৰে?'

'কি— ?'

'বিল্কুলকে বন্ধ্ কৰিলি ?'

বীৰসাই তাৰ মাকক ক'লে, 'মাঁ, মুণ্ডাৰ জীৱনত কেৱল জীৱনজোৰা দুঃখ। ইমানবোৰ বোঙা-বুঙি পূজা কৰি, নাচ কৰি, গান গাই—সেই দুঃখৰ বোজা ধানমানো পাতলে নে? 'কৰম্' মুণ্ডাৰ পূজা নহয়, হাঁড়িয়া —লাওপানী মুণ্ডাই পুৰণি দিন্তে খোৱা নাছিল। মোৰ নতুন ধৰম যে আন ৰকমৰ, মা। মুই মুণ্ডালোকক ছুলাওঁ না, ভুলাওঁ না। মুণ্ডালোকক ভেলেকী দেখুৱাই ভাঁৰিবলৈ মুই অপাৰগ। মুই মুণ্ডাক জীয়াই থাকিবলৈ শিকাম, মৰিবলৈ শিকাম। তবে—মোৰ ধৰ্মত নতুন নতুন ৰীত্-কৰণ না হ'ব?'

'তয়ে বোল্।'

'মোৰ ধৰ্ম আন এটা ধৰ্ম মাথোন নহয় তো! বীৰসাইত হ'বলৈ হ'লে নৌতন্ জনম ল'ব লাগে। পুৰণি ৰীত্-কৰণ এৰিব লাগে। দুঃখ-কষ্ট সহিব লাগে।'

জাৰৰ দিন উমাল ৰ'দত বহি, জুৰ জুৰ বা'ত বহি, পাত সৰাৰ সৰ্সৰ্ শুনি শুনি, কৰ্মীৰ ভাব হ'ল যেনিবা কত কা—ল যে আগৰ এইবোৰ কথা! মাকে সিহঁতক কোলাৰ কাষত লৈ চোতালত বহিছিল। বুঢ়মাহৰ শাক বাছি থাকোঁতে কৈছিল সেই যে 'পাথৰ মা'ৰ কাহিনী।

কৰ্মীৰ মাকে সাধুকথা ক'ব পাৰিছিল খুব। গছ লতা ঘৰ পিৰালি খুঁটি ধান ঢেঁকী কুলা স—কলো বস্তুকে লৈ একোটাকৈ সাধু-কথাৰ বকলা মেলিব পাৰিছিল। 'পাথৰ মা'ৰ সাধুকথা কৈছিল, সেই কোন এলান্ধুকলীয়া দিনত কোনোবাজনী মাতৃৰ কোনোবা এটি ল'ৰাই কৈছিল: 'মা, তই ভাত ৰান্ধ, মই তোৰ ভাতৰ নিসনি চেঁচা নৌ পৰোঁতেই চিকাৰ খেলি উভতি আহিম।' তেতিয়াৰ দিনত মুণ্ডা মানুহে ভাত খাইছিল।

সকলো মুণ্ডায়েই।

কিন্তু আৰকাটীয়াইঁতো তেতিয়াই ওলাইছিলহি। আৰকাটীয়াই সেই ল'ৰাটোকো কথা পিন্ধাই ছুলাই-ভুলাই লৈ গৈছিল। সেই ল'ৰা ওলাল যে ওলালেই। আৰু ফিৰি নাহিল। পুত্ৰৰ বাট চাই চাই ৰৈ থাকি থাকি মাক পাথৰ হৈ পৰিছিল।

কৰ্মী লৰি-চৰি বহিল। কিয় তাই এনেবোৰ কুলক্ষণীয়া কথাবোৰ ভাবি আছে ?

সেয়া বাৰু আজিৰ কথা নে ?

কত যে কা—ল আগৰ কথা! আৰণি-পুৰণি দিনৰ।

তেতিয়া কৰ্মীৰ পিঠিখন আছিল পোন, চুলিটাৰি আছিল কিচ কিচ কৰে ক'লা। মূৰত বোজা এটা কঢ়িয়াই লৈ গিৰিয়েকে কাৰ দেওৰৰ লগত লগ লাগি খেতি-বনুৱাৰ কাম কৰিবলৈ আহিছিলনো কুকমদালৈ ? আছিলেই বা কেই বছৰ। ডাঙৰ পুতেক কোমতা, ডাঙৰ ছোৱালী দাসকিৰ উপজিলে। তেতিয়া কৰ্মীয়ে ভাবিছিল, এয়ে ধুনীয়াবো ধুনীয়া জীৱন। দিন আনো, ঘাটো খাওঁ, ভালেই আছোঁ।

কুকমদাৰপৰা বামবা। তাত চম্পা উপজিল, আৰু তাৰ পাছত এই বীৰসা। বাঁহৰ ঘৰ, মাটিৰ বেৰ, চাল জহি-খহি পৰোঁ পৰোঁ। কৰ্মীয়ে ভাবিছিল: এয়ে সুখৰ মুখৰ জীৱন। দিন আনো, ঘাটো খাওঁ, ভালেই আছোঁ। ল'-ছালী, সিহঁতৰ পিতেক—চৰ হাতৰ কাষতে। আৰুনো কি লাগিছে ?

বাম্বা। বাম্বাৰপৰা এই চালকাড়। চালকাড়লে। কোনেও ঘূৰিও নাচায়। ঘৰত ভগৱান উপজিছে বুলি। মেলাত বাণিয়াৰ পুতেকৰ গাত ৰঙা ৰৰণৰ চোলা দেখি তেনেকুৱা ৰঙা ৰঙা চোলা ছৱালহঁতক পিন্ধাব বুলি কৰ্মীয়ে ভাবিছিল।

ভাবিছিল তাই।

তেতিয়া ছাহা-বাহাবিলাকৰ সদা-সৰ্বক্ষণেই যেন ভোক লাগিছিল। কৰ্মীয়ে কোলাৰটো কন্মুক পিঠিত বান্ধি লৈ বলোৱা এপাট হাতত লৈ জংগলত সোমাই গৈ কাৰী বেল আমলখি কচু কন্দ আৰু শহা কেটেলা আদি যিহকে পাইছিল—বনৰপৰা ঘৰলৈ আনি পোনাহঁতক পেট পূৰাই খুৱাইছিল।

তাই কেতিয়াও কোৱা নাছিল ঘৰত একো নাই বুলি।

তেতিয়া সুখ আছিল, নে এতিয়া ?

এতিয়া তাইক সকলোৱে চিনি পায়, সকলোৱে মান ধৰে। গছৰ ফল, শাক-পাচলি, গাখীৰ—চৰেই দিয়ে। ছাগলী বা গাই প্ৰথম বাৰ খীৰাই কৰ্মীক দিয়ে। তাৰ পাছতহে খায়। কোল মৰুণীৰ শাহুৱেকে বোৱাৰীক কৰ্মীৰ ওচৰলৈ লৈ আহি কৰ্মীক কৈছিল, ‘মোৰ বোহাৰীটাক অলপ ছুই দে গ’। তোৰ একটাও নাই মৰা, জে’ওঞী পোৱাঁতী, তাতে ভগৱানৰ মাক।’

কৰ্মীয়ে কৈছিল, ‘কোনে জানিছিল মা—এনে আচৰিত ছৱালটা হ’ব। আখাৰাত নাচিছিল বাঁহী বজাইছিল। দেখ্ তাৰ নাক উঁচা, কোনো অংগটা তাৰ মুণ্ডাৰ মতন না হয়, এই কথা লৈ তাক কত কি যে কয়াছি! ভাবিছিলোঁ, সি বোধকৰো চুটিয়া-নাগুৱাৰ বংশধৰ। কিন্তু না হয়। এতিয়া বুজি পাওঁ, ভগৱান হ’ব বুলি অত ৰূপ হৈছিল তাৰ দেহাত!’

এতিয়াহে সুখ। সুখৰো উপৰি সুখ! কৰ্মীয়ে মুৰ ছুপিয়ালে, আগতে—পাঁচ পাঁচটা এমা-ডিমাৰ মাজত অকল বীৰসাই ইমানকৈ বুকু জুৰি বহা নাছিল। এতিয়া বহিল। চকুৰ কোণ মচিলে তাই।

ভগৱানৰ মাকে কান্দিব নাপায়।

হঠাৎ তাই কাণ থিয় কৰিলে।

নাগেৰা! নাগেৰাৰ শব্দ উঠিছে। লগতে জয়-জয় ধ্বনি।...

কৰ্মী উৰ্ধশ্বাসে দৌৰি দৌৰি গৈ থাকিল।

বীৰসা আহি পালেহিয়েই!

নতুন ঘৰটোৰ পিৰালিত থিয় হৈছেহি। ধূলি-ধূসৰ ভৰি।

কৰ্মীক দেখা পাই বীৰসা পিৰালিৰপৰা নামি আহিল। বীৰসাই তাৰ মাকক সুধিলে, 'ক'লৈ গৈছিলি? তোক দিয়া নাই, সেই দেখি চালকাড়ৰ আন কাকো জগন্নাথপুৰৰ চন্দন দিয়া নাই। চন্দনৰ ফোঁট বেঘা ল'বি বুলি গা ধুই আহিলিনে কি?'

'হঁা বে, হঁা। দে!'

হাত যোৰ কৰি কৰ্মীয়ে কপালত চন্দনৰ ফোঁট ল'লে।

বীৰসাই ক'লে, 'নৌতন চাউল, পইচা লৈ জগন্নাথপুৰলৈ গ'লোঁ। তিনিশ বছৰৰ আগতে ঠাকুৰ আইনী শাহীয়ে মন্দিৰ কৰিছিল আমাৰ দেৱতাৰ নামত। সেই মন্দিৰত মুণ্ডা কোনো দিন ঢুকে নাই। যদি ঢুকে, সেই ডৰতে ইটাৰ ওখ গড় মাৰি ঘেৰিছিল। মন্দিৰত সোমালোঁ, মোৰ হাতত যি আছিল, চাৰিউফালে ছটিয়াই দিলোঁ। তা বাদে মন্দিৰৰপৰা চন্দন লৈ চৰ্কে লগাই দিলোঁ।'

'ইমান দেৰি কৰ্লি যে?'

'তাৰপৰা বোৰ্তোদি আহিলোঁ। তাবাদে কেজনমানক লগত লৈ কোৱেল নদী পাৰ হৈ গ'লোঁ নাগফেণীলৈ। নাগফেণীৰপৰা পালকোট হৈ—তবে আহিলোঁ। এতিয়া আৰু বাকী থাকিল নওৰতনগড়ৰ মাটি। নওৰতনগড়ৰ মাটি অনাৰ বাদে উলগুলানৰ বসুমিতে—উলগুলান আৰম্ভ কৰি দিয়াত আৰু দেৰি কৰ্লে না হ'ব। সেয়ে! মুণ্ডা সকল! এতিয়াৰেপৰাই কাম আৰম্ভ হ'ব। সেই কাম আৰম্ভ হ'ব বোৰ্তোদিৰপৰা। চালকাড়ৰপৰা বন্দ্গাঁও ওচৰতে, কম দূৰৰ বাট। ইয়ালৈ সহজতে আহিব পাৰি। বোৰ্তোদি হ'ল জংগলৰ বুকুত, পাহাৰেৰে ঘিৰা। তাতে আমি ঘাঁটি পাতিম।'

শুনি কৰ্মীৰ বুকুত গমছকৈ ঢেকীয়ে বনাদি বানিবলৈ ধৰিলে।

বীৰসাই কৈ উঠিল, 'উল্‌গুলান আহি গ'ল! উল্‌গুলান আৰম্ভ হ'ল! উল্‌গুলান!'

কৰ্মীয়ে কাণত হাত দিলে। তাই অনুভৱ কৰিলে: বীৰসাৰ চালকাড়ৰ জীৱনৰ ইয়াতে সমাপ্তি। ইমান তাগজ বুকুত বান্ধি লৈ উল্‌গুলানত জঁপিয়াই পৰাৰ অন্তত বীৰসা আৰু কেতিয়াও তাইৰ পুত্ৰ হৈ তাইৰ কোলালৈ নোভতে। যদি উভতি আহেও, আহিব ভগৱান হৈ, আহিব ৰণৰঙ্গী ৰণুৱা হৈ।

তেনেহ'লে—?

কৰ্মীয়ে তেন্তে সেই সাধুকথাৰ 'পাথৰ-মা' হৈ যাবনে?

অপৰূপ অলৌকিক আশ্চৰ্য্যময় আন একোৱেই তো নঘটিব। মুণ্ডাৰ জীৱনধাৰাৰপৰা বীৰসাই অলৌকিকত্বক নিৰ্বাসন দিলে।

নহয়, নহ'ব নহ'ব। কৰ্মী নিস্পান-নিশ্চল পাথৰ নহ'ব। ফাট মেলা ক'লা পাথৰ এচটাৰ দৰে শোটোৰা-শোটোৰ মুখেৰে নিষ্পলক-নিথৰ হৈ বৈ থাকিব। সকলোৱে তাইলৈ আঙুলিয়াই ক'ব: সেইজনীৰ ছৱাল মানুহ হৈ উপজিছিল, মানুহ আছিল, কিন্তু ভগৱান হৈ গ'ল, উল্‌গুলান-খাপা ভগৱান। আৰু তাতে তাৰ মা পাথৰহেন হৈ গ'ল!

হঠাৎ দিঠকলৈ ঘূৰি আহিল কৰ্মী। সকলোৱে হাত যোৰ কৰি গীত গাই আছে। কৰ্মীয়েও হাত যুৰিলে। বাষ্পৰুদ্ধ কণ্ঠেৰে তায়ো গাবলৈ ধৰিলে:

'ছিৰ্মাৰে ফিৰুন ৰাজা জয়!
ধৰ্তীৰ পুড়োই ৰাজা জয়!'

চাপকাড়ৰপৰা বোৰ্তোদিলৈ।

কৰ্মীয়ে ভয়ে ভয়ে ছুগানাক সুধিলে, 'আমাৰ্দেৰ কুসু কি দোষ হয়া গ'ল?'

'কেলে'? দোষ কিহৰ?'

'না—যদি কুসু দোষ জগৰ—'

'আঁ!'

ছুগানাই অলপ অবাক মানিলে।

আজি-কালি ছুগানা এক অজান আনন্দত মছগুল হৈ থাকে। এই অজান আনন্দৰ বাগিয়ে তাক দিনে-নিশাই সুখৰ সোঁতত উটুৱায়। ইমান যে সুখ জীৱনলৈ আহিব, আৰু—আহিব তাৰেই জীৱনত, সেই কথা সি কেতিয়াবা সপোনতো ঢুকি পোৱা নাছিল। সি আছিল এটা ডাল-দৰিদ্ৰ দুৰ্ভগীয়া মুণ্ডা মাথোন। আৰু এতিয়া? এতিয়া সি ভগৱানৰ বাপ্! তাৰ ঘৰত এতিয়া চাউল থাকে, নিমখ থাকে! আৰু যে সি একদম চাফা একদম ধলা চুৰিয়া পিন্ধে, গাঁৱৰ দহোৰাইজে তাক মান্যমান কৰে। ইমান যে সুখ! ইমান যে নিচা! তেৰাহি মদপীকো ইমান বাগিয়ে নধৰে কিজানি। আৰু মদপীৰ নিচা বাতিলৈকেহে, বাতি পুউৱাৰ লগে লগে নিচাও নোহোৱা হয়। কিন্তু এই নিচাৰ শেষ নাই।

সুখৰ নিচা বৰ নিচা। বাগি বহে বৰ। কোনো মহুৱা-তাড়ি-হাঁড়িয়া-লাওপানী-ফটিকাই ইমান বাগীয়াল কৰি তুলিব নিশ্চয় নোৱাৰে।

কৰ্মীৰ মনত সুখ নাই দেখি ছুগানাই অবাকেই মানিলে।

ছুগানাই অবাক মানিলে।

ছুগানাইঁতৰ সমাজখন—মুণ্ডা-সমাজ—পুৰুষ-শাসিত সমাজ নহয়। সিহঁত নাৰী-পুৰুষ সমানে খাটে, সমানেই আৰ্জে, আৰু সমান সম্মানো পায়। মুণ্ডাসৱৰ সমাজখনত মাতৃৰ সম্মান অতি উচ্চ। কৰ্‌মীয়ে চিৰদিনেই সেই সম্মান পাই আহিছে। কৰ্‌মীৰ মস্তক সুউচ্চ। উচ্চশিৰ হৈয়েই তাই সমাজখনৰ বুকুত পৰম নিশ্চিন্তে ঘূৰি ফুৰে।

কিন্তু তথাপি কৰ্‌মী কিয় ইমান বিষণ্ণ? কিয় আমন-জিমন? আৰু—ইমান ভয়ে ভয়ে তাই বীৰসাৰ কথা কয়—কিয়?

ছুগানাই পুনৰ ক'লে, 'দোষৰ কথা কি কৈছ?'

'সি চালকাড়ৰপৰা ডেৰা উঠাই বোৰ্তোদি যায় কিয়? তাতে সুধাওঁ, কি দোষ কৰাছি কিবা?'

'নাই, নাঃ।'

'তো—? তাত ডোন্‌কা মুণ্ডাৰ ঘৰটা তাৰ ঘাঁটি হয়া গ'ল কিয়? কিয় তাতে সি খুঁটি পুতিলেগৈ?'

'তু না বুঝিস্ ৰে।'

'বুঝি। ডোন্‌কাৰ মাইকীটা সালীক দেখাছ?'

'দেখাছি। দলদলীয়া।'

'খুব। খুবেই দলদলীয়াজনী। নদীৰ দৰে। আহাকুৰা নদী।'

'অ'—।'

'বীৰসাক দেখিলে নদীত বান আহে।'

'ছি, ছিঃ!'

'ছিঃ কি? তাইৰ মুখত তেতিয়া চাকি জ্বলে।'

'ছিঃ!'

'মোৰ ছৱালক মুই জানো। কিন্তুক—তাক ঠাই দিলে বিপদ। জেহেল-ফাটেক হ'ব পাৰে! আমি বাপ্-মা, আমি বিপদ-বিঘিনিঃ মুৰত ল'ব পাৰোঁ। তাই লয় কিয়?'

'সিহঁত বীৰসাইত হয়াছে।'

'তোমাৰ ঐ ছৱালে আগুনি জ্বলাই দিব। তাৰ মুখৰ হাঁহি এৰিলিক্ দেখাৰ বাবে মুণ্ডা ছৱালীহঁত আগুনিত হাঁথ্ পুৰায়। মুই জানো সকল কথা।'

'ঐচব কথা না কইছ্।'

'সি এচটা নিস্পান শিল। না হ'লে একজনী দলদলীয়া যুৱানীক আবান্দি কৰ্‌ল হয়। বিভা কৰি ঘৰ কৰ্‌ল হয় কোম্‌তা-কম্বুৰ দৰে।'

ডাঙৰ কোম্‌তাই হাঁহি মাৰি ক'লে, 'মা, তুই আবুঝা হ'লি কেলেই? যত চান্দ পাৰ কৰ্‌লে মানুহ আবুঝা হয়, তুই তো তত চান্দ্ পাৰ কৰিছ্ নাই।'

'দেখ্ কোম্‌তা, মোৰ খং উঠাই না ল'বি কৈছোঁ। তোৰ কাম তু কৰ, মোৰ মুখত না ধৰিবি কৈছোঁ।'

'ৰাগ কৰ্‌লি তুই?'

'কৰ্‌লাম।'

কোম্‌তাই শব্দ নকৰাকৈ হাঁহিলে।

'এটা কথা সুধালোঁ, জৱাব না পালোঁ। বীৰসাইতৰ ধৰমত আক'— সকলকে সকল কথা বুঝাবাৰ লাগ ব। ই তো দেওঁৰা-পহানৰ ধৰম নাই। সিহঁতে কুন্থু কথা না বুঝায়, হুকুম কৰে, মুণ্ডাই হুকুম মানে। তইঁতে কিয় না বুঝাবি ৰে? ক'চোন কোম্‌তা?'

'এঃ, মই ইমান কথা না জানো।'

'কি কামত যাইছ্?'

'ঘৰত জপনা বান্ধিম।'

'এতিয়ানো তাৰ কি?'

'কেতিয়া বোৰ্তোদি যাব লাগে—তেতিয়া সময় পামনে কিবা? ভগৱানে সময় দিব জানো?'

কৰমীয়ে নাক কোঁচাই ক'লে, 'তইঁতে বান্ধিবি জপনা? তই বান্ধ, কম্বুৱে বান্ধে, জপনা খুলি যায়। আক সি যে জপনা বান্ধিছিল, কুন্থু দিনে খুলা নাই।'

কোম্‌তা অলপ ক্ষুণ্ণ হ'ল। ক'লে, 'মা, তাৰ দুস্কৃত তোৰ বুধি হৰিল। সিনো জপনা বান্ধিলে কেতিয়া? সংসাৰৰ কোনটো কাম সি কৰাছে? কাম—কৰাছি মুই, আৰু কমুটা।'

দুখে-শোকে কৰ্‌মীক যে বিবুদ্ধি কৰি পেলাইছে, নানান নোহোৱা-নোপজা কথা কৈছে, ছুগানায়ো উপলব্ধি নকৰাকৈ নাথাকিল।

ছুগানাই কৰ্‌মীক ক'লে, 'আহ, মোৰ ওচ'তে আহ। বহ্‌।'

'হেই! হাতত না ধৰা। বীৰসাইতটো হয়াছ।'

'নাই নাইঃ—না ধৰিম। নিষেধ পাহ্‌ৰা নাই। মনত আছে। বহ্‌ এথা। দেখ্‌, চালকাড়ৰ নাম এতিয়া চৰকাৰৰ বহীত উঠিল।'

'কিয়?'

'তাৰ ডেৰা তাত আছে বুলি।'

কোম্‌তাৰ ডাঙৰজনী ছোৱালীয়ে ক'লে, 'গান শুনা নাই তই? চালকাড়ক লৈ কিমান যে গান!'

'কি ৰকম—?'

'কোন দেশতে নতুন ৰজাই জনমিলে হে?
হা তই আকাশলে' চাচোন সৌৱা নেজালতৰা যে!
চালকাড়তে নতুন ৰজাৰ জনম হ'ল হে!
পচিম দিশত জিলিকে সৌ ধূমকেতু।
মুণ্ডাৰাজ ফিৰাব যে নতুন ৰজাই হে!
ধৰ্‌তীটোক শুচ্‌ কৰিব ধূমকেতুৱে।'

'কি কৈছ অ'! চালকাড়ক লৈ গান?'

'ক—ত!'

'বনৰ মাজত চালকাড়তে ধৰ্‌তী-আবাৰ জনম হে!'
'সূৰুযহেন উজ্জ্বল আহি চালকাড়তে বীৰসা হে!'

আকৌ— 'দিনে-ৰাতি ধৰ্‌তী আবাই গান কৰে।
পাহাৰ-বনৰ কোলোলৈ যাওঁগৈ চালকাড়লৈ
তাত দিনে-ৰাতি ধৰ্‌তী-আবাই গান কৰে!'

কৰ্মীয়ে ক'লে, 'তাৰ জনম তো এথা নোহয়।'

'সেই কথা কোনে জানে? বাম্বাত জনম বুলিও বা কোনে জানে? সকলে জানে—ইয়াতে জনম তাৰ।'

'কি কথা, আই? তাৰ জনমৰ কথা লৈ যে ইমান গান বান্ধা হৈছে, ক'ত—নাজানোৱেই দেখোন!'

ছুগানাই টপৰাই কৈ উঠিল, 'তবে দেখ। চালকাড়ৰ নাম পিথিৱীত কেনেকে' জনাজনি হয়াছে। বাঁটীৰপৰা বোল্ - বন্দ্গাঁৱৰপৰা বোল্ বা খুন্টিৰপৰা নিমিষতে চালকাড়লৈ আহিব পাৰি। চকুৰ পচাৰ্তে পুলিছে তাক ধৰি লৈ যাব পাৰে।'

'পাৰে। ঠিক।'

'কিন্তু বোৰ্তোদিলৈ সহজে পুলিছ যাব নোৱাৰে। বোৰ্তোদি বহোত্ দূৰ। জংঘলৰ পথো একদম বেয়া। বোৰ্তোদিৰ ওচ'তে ডোম্বাৰি পাহাৰ। সেই ডোম্বাৰি পাহাৰটা থকাৰ বাবে হে বোৰ্তোদিত খলি লৈছে। তু তো ডোম্বাৰি দেখা নাই।'

'শুনাছি—পাহাৰে পাহাৰে ঘিৰা।'

'আ—নেক পাহাৰ! ছৈল বাকাৰ্! কেবাওৰা, বিচাবুক, তিৰিলকুটি বুক। এক্টা দিক—একটু খুলা, সেই দিকেৰে ডোম্বাৰি ইলাকাত ঢুকা যায়। সেই ঢুকাৰ মুখটা পাথৰ বগৰাই বন্ধ্ কৰি দিলে আৰু পুলিছ যাব নোৱাৰিব।'

'তোমাৰ্লোগ তাত যাবা?'

'উল্গুলান হ'ব যেতিয়া, পলাই থকাৰ ঠাই লাগে তো। ডেৰা তো লাগে। তাত পাহাৰ-জংঘলত পলাই যাবৰ সুবিধা খুব। বোৰ্তোদিৰপৰা সিবোৰ ঠাই হ'ব ওচ'ত, তাতে সি বোৰ্তোদি গ'ল। তোৰ-মোৰ দোষত চালকাড় এৰি যোৱা নাই সি।'

'অ'—সেই কাৰণে তাত গ'ল?'

'হাঁ।'

'ডো—ম্—বা—ৰি।'

ডোম্‌বাৰি।

দুৰ্গম, দুৰধিগম্য পাহাৰেৰে আকীৰ্ণ ডোম্‌বাৰি উপত্যকা। এই অঞ্চলত অৰণ্য অটব্য তথা দুৰ্ভেদ্য। এই ভয়ানক অৰণ্যত কোনো দিনে কোনো ডাঠ বুকুৰা ঠিকাদাৰে মৰসাহ কৰি গছ কটা নাই, কোনো এজোপা গছৰ গাতো আজিপধ্যে কুঠাৰৰ ঘাপ পৰা নাই।

সুপ্ৰাচীন শাল পিয়াশাল শিলিখা আমলখি তেতেলী বগীজামু পলাশ সিধ শিশম্ শিমলু বন-কেচেক বন-কেহেক বাউবোলা থেকেৰা সোণ-বৰিয়াল মাহী ডিমৰু কুসুম শিমলু মদাৰ মেজাঠি কৰৈ কৰ্দৈ ছাল-মুগৰা আদি আদিম গছৰ অৰণ্য। এই অৰণ্যতে আছে বিধোবিধ বাঁহনি কণ্টকাৰীৰ জোপোহা, ক'ৰবাত ফণী-কাঠ, ফুল-কাঠ, সাগুনী-লতাৰ, ক'ৰবাত গোৱালকেঁড়ে মাটোকটোকা লতাৰ জালেৰে বনপথ ঢাক খাই পৰা। শৰতকালত এই বনত বন-শেৱালি ফুলি আন্ধাৰ বন পোহৰ হয়। বাৰিষা কোবোকাৰ বুকুত, ঘুলিত ওপজে অলন্‌জি লতা। সেই লতাৰ সক সক ফুলত আশ্চৰ্য্য সুবাস।

এই অৰণ্য নিমাওমাও। ক'তো-কেনিও কোনো জন-বসতি নাই। গছতলৰ মাটি পঁচা পাতেৰে সৰস আৰু সাৰুৱা। এই মাটিৰ বুকুত বুকুত সযতনে পুহি ৰখা মিঠা মিঠা সোৱাদ সোৱাদ কন্দ আৰু মূল কোনজনী মুণ্ডা ছোৱালীয়েনো নিনিয়ে? পকা পকা আমলখি আৰু পকি হালধীয়া বগুচুৰা হোৱা বগৰীবোৰ খায় চৰাইবোৰে।

এই অৰণ্যত কেৱল মাজে-মধ্যে ক'ৰবাত-কেনিবা দেখা যায় চপৰা-চপৰ শিল আৰু শিল। শিলৰ অৰণ্য যেন। লানি লগাকৈ সজোৱা। পুৰণি-আৰণি দিনত এইখিনিত যে মুণ্ডাসৱে গাঁও পাতিছিল, সেই কথা বুজাত টান নহয়। তাৰ পাছত, এদিন হয়তো কোনো বিপৰ্য্যয়ত পৰি এইবোৰ ঠাই এৰি সিহঁত গুচি গৈছিল আন ক'ৰবালৈ...।

এই অৰণ্যত বাঘ ভালুক নাহৰফুটুকী লতা-ফুটুকী কুকুৰনেচীয়া বনৰীয়া গাহৰি পহু হৰিণাৰ অবাধ বিচৰণ। চিকাৰ-উছৱৰ দিনত কোনো মুণ্ডা যুৱকে এইবোৰ জন্তুক যাঠি বা কাঁড়েৰে বিন্ধ নকৰে।

গম্ভীৰ গৰ্জনেৰে পাহাৰৰ খোৰেঙেদি বৈ যায় নৈ। সেই নৈৰ পানীত ওমলে-জামলে ৰূপোৱালী মাছ।

এই অৰণ্যত বাট বোলোঁতে কেৱল লুংলুঙা বাট। জন্তু-জানোৱাৰ গৈ থকা বাটেদি মুণ্ডা মানুহ চলা-ফুৰা কৰিব পাৰে, দিকুহঁতে নোৱাৰে। দিকুক লাগে তেনেবোৰ ঠাই, য'ত ওচৰে-পাঁজৰে হাট-বজাৰ, খানা-ডাকঘৰ আছে, ভাল বাট-পথ মুকলিতে আছে।

আজিও এই অৰণ্য মুণ্ডাৰ!

পাহাৰৰ কোলাত, অৰণ্যৰ বুকুত, নিজৰা জান জুৰিৰ ওচৰে-পাঁজৰে বোৰ্তোদিৰ যতমানে সক সক গাঁও গঢ় লৈ উঠিছে। সেইবোৰ গাঁও চটাচটে পাথৰ আৰু নানান কাঁইটীয়া জোপোহাৰে লতাৰে আগুৰা। গাঁওবোৰ গড়ৰ দৰে সুৰক্ষিত।

ডোম্বাৰি পাহাৰৰ নামনিত জাগ্ৰী মুণ্ডাৰ ঘৰত বীৰসাইতহঁতে প্ৰথমখন পঞ্চায়ত তথা সভা পাতিলে।

ফেব্ৰুৱাৰি মাহ। হাড় কঁপোৱা জাৰ।

জাগ্ৰী মুণ্ডাৰ ঘৰটো লেপি-পুচি চাফ-চিকুণ কৰা হ'ল। চোতালত জ্বলোৱা হ'ল 'ধৰম-আখা'। সকলো বীৰসাইতেই চাউল দাইল চীনা ঘঁাহৰ দানা মচুৰদালি বন-উৰহীৰ দানা—যাৰ যেনে সাধ্যে-কুলায়—লৈ আহিছিল। এটা মস্ত ডাঙৰ কেৰাহীত আটাইখিনি চাউল দাইল দানা পগোৱা হ'ল, আৰু তাৰ পাছত সকলোৱে একেলগে লানি পাতি বহি ৰংমনে খালে। আৰু তাৰ পাছত সকলোটি সভাথলীত বহিলহি।

বীৰসাই ক'লে, 'দেখ, খুলাখুলি কওঁ। কি কৰিব ওলাইছোঁ, সেই কথা সকলে জানি লোৱা। তোমালোকে চকু মুদি, অন্ধটাৰ দৰে উলগুলানত ভাগ লোৱাটো মোৰ ইচ্ছা না হয়।'

'বোলা হে ভগৱান।'

'পথ দুইটা আছে।'

'কি ৰকম?'

'একটা পথ—শান্তিৰ পথ।'

তিবাই মুণ্ডা হ'ল পুৰণি দিনীয়া চৰ্দাৰ। সি বহুবাৰ মুণ্ডাইঁতৰ নানান আন্দোলনত ভাগ লৈ আহিছে। তিবাই—মানুহজন একাচেকা আৰু অলপ খেচখেচীয়া বিধৰো হয়। সি ক'লে, 'শান্তিৰ বাটেৰে তুমি মুণ্ডাৰ হাতত মুণ্ডাৰীৰাজৰ মোৱালাড়ুটো আনি দিবানে কি?'

আটাইবিলাকেই ঘূৰি চালে।

তিবাইলৈ।

এসময়ত তিবাই আছিল যুজাৰু চৰ্দাৰ। কিন্তু এতিয়া তো সি আৰু একো নকৰা হ'ল।

তেনেহ'লেনো এইবোৰ বেবেৰিবাং কিয় গাইছে সি?

ভগৱানৰ মুখত ধৰিছে কিয়?

'পথ আছেই যেতিয়া, ক'ব তো লাগিব।'

'কোৱা তেন্তে, শুনোৱেই।'

'শান্তিৰ পথেদি আগ বাঢ়ি গ'লে কিমান দিনত কিমান কালত যে ফল পাম, না জানো সিকথা। সেই পথেদি গ'লে ইষ্ট পোৱাত কষ্ট বেছি, সময়ো লাগে বেছি।

'সেই পথনো কি পথ?'

'তিবাই, তুমি হ'লা বুঢ়া চৰ্দাৰ, কত যে মুণ্ডা যুঁজৰ ভগিয়াৰ। মুণ্ডাৰ জীৱন-নাৱৰ কেৰুৱালি তুমি। তোমাকনো মই কি কৈ দিম? তোমাৰলোকে, চৰ্দাৰসৱে, ইমান দিন ধৰি, ইমান কাল জুৰি সেই পথেদিয়েই আগুৱাই গৈছিলা। সেই পথৰ নাম—আৰ্‌জীৰ পথ। আৰ্জী দাখিল, লাঢ়াই হাছিল। আৰ্জী তাৰি, আইনৰ পথেৰে লড়ি।'

'বহুত যুঁজিলোঁ। যত কাগজে চৰ্দাৰগুলায় আৰ্জী লিখাছে, সেই কাগজ পাৰি দিলে ছোটনাগপুৰ ঢাকি যাব। যত চিয়াহী লাগিছে, তত চিয়াহী একলগ কৰ্‌লে নৈৰ বানতকৈয়ো পল্লয় বান হ'ব।'

জাগ্‌ৰী মুণ্ডাই কৈ উঠিল, 'শুনিব দিয়া না। তিবাই, তুমি বৰ বান বাই থাকাছে!'

ডোন্‌কাই ক'লে, 'বোলা হে ভগৱান।'

বীৰসাই পুনৰ ক'বলৈ ধৰিলে :

'বন কাটি জমিন আবাদ না কৰ, তবে ঘৰৰ চোতালত শাক-পাচলি—চৰ্জী আবাদ কৰ। আম-কঁঠাল গছত বেৰা দিয়া, ফল-মূল বেচা। মহাজনে ডাকি পঠালে বন্ধা-বেগাৰীত টিপচহী দিয়া। তীৰ-কাঁড়-বলোৱা-যাঠি-দা-কুঠাৰ-চাঙত তুলি থৈ দিয়া। আইনৰ যোগে হক-ৰ কাৰণে লড়। ইবোৰ হ'ল শান্তিৰ পথ। দিকুৰ মাজত, মিছ্‌নৰ ছাহেবৰ মাজত, ৰাঁচী-চাইবাসাৰ বাবুবিলাকৰ মাজত বহোত্‌ আছে, যিবিলাকে মুণ্ডাৰ কথা ভাবে, আৰ মুণ্ডাৰ দুখ কিদৰে গুচিব সেই কথা ভাবি ভাবি চকীত বহি মেজত চাহৰ পিয়লা থৈ তপত চাহত শোহা মাৰি মাৰি দুঃখ কৰে। তোমাৰ্‌লোগ শান্তিৰ পথেৰে গ'লে, সেইবিলাকে ভাল পাব। ভাবি চাবা কথাটো।'

জাগ্‌ৰী মুণ্ডাই ক'লে, 'শান্তিৰ পথত কাঁইটনি খুব হে ভগৱান। আইনৰ পথে যাই যাই আমি বহুত ঠগ খালোঁ।'

পুনৰ তিবায়ে তিহতিহায়েই কৈ উঠিল, 'আন পথটোনো কি ?'

বীৰসাই নীৰৱে হাঁহিলে।

হাঁহিলেই বীৰসাৰ অন্তৰ পোহৰ হয়, মুখৰপৰা হাঁহি মিলাই যোৱাৰ অন্ততো চকুযুৰিয়ে বহুতোপৰলৈকে জলমলায়। মধুৰভাৱে হাঁহি হাঁহি, শান্ত-নম্ৰ মাতেৰে বীৰসাই ক'লে, 'কিয় ? না জানা ? লড়াইৰ পথ।'

'সেই পথত কাঁইটনি নাই ?'

'নিশ্চয় আছে।'

'তবে— ?'

বীৰসাই ক'লে, 'লড়াইৰ পথত কাঁইট খুব, দুখ-কষ্ট আৰু বেছি। কিজানি ঘৰ-দুৱাৰ এৰিব লাগিব, না খাই মৰিব লাগিব, জেহেলত পঁচিব লাগিব। আন পথ নাই।'

'সঁচাকৈয়েই নাই।'

তিবায়ে ক'লে, 'তেনেহ'লে—তুমি যে সেই পথেদি আমাৰ্‌কে লৈ যাব খুজিছা ?'

'কিয় লৈ নাযাম ?'

'কিয় লৈ যাবা, ভগৱান ?'

'মুই যে তোমাৰলোকৰ ভগৱান। মুই কাকো কোলাত তুলি নোদোলাওঁ, কথাৰ চেৱত নুভুলাওঁ। মোৰ বাট চাই বৈ আছিলা, মোক পালা। মই তোমাৰ্লোকক কন্দুৱাম, দুঃখ দিম, হঁহুৱাম, আৰু সুখও দিম।'

'কেনে সুখ কিজানি ?'

'স্বাধীন মুণ্ডাৰীৰাজত স্বাধীন হৈ থকাৰ সুখ— ।'

'অ' ।'

তিবায়ে বৈ বৈ ক'লে, 'ছোৱাধীন-মুণ্ডাৰী-ৰাজ ! ছোৱাধীন-হৈ-থকা ?'

'হঁা হে—তিবাই ।'

বীৰসাই জুহালত খৰিকাঠ দিলে। দপ্‌কৰে জ্বলি উঠিল জুই। জুইৰ তাপত দেহা উমাল লাগে। জুয়েই হ'ল মুণ্ডাৰ শীতবস্ত্র। মুণ্ডাই আন শীতবস্ত্রৰ খবৰ নলয়।

তিবাই অভিভূত।

ক'লে, 'মোৰ বয়স অ্যানেক হ'ল, বয়সৰ বোন্দাটা হ'লোঁ। মুই অ্যানেক চান্দ পাৰ কৰ্লোঁ, এনে কুন্নু দিনৰ কথা মন্‌তে না পৰে, যিদিনা মুণ্ডাৰ অধিকাৰৰ কাৰ্ণে যুঁজ নাই দিয়া। কিন্তু এক্‌বাৰৰ বাবেও কুন্নু বস্তুটা পায়াছোঁ বুলিও মন্‌তে না পৰে। মোকো লোৱা ভগৱান, তুমাৰ পথেৰে লৈ যোৱা।'

সকলোটিলৈ চালে তিবায়ে। ক'লে, 'তুমাৰলোকে কি বুলিবা না জানো। মই বুলিম—পথ এক্‌টাই—লড়াইৰ পথ। দেখ ! যেতিয়া কোলাৰটা, একদম পানী-কেচুঁৱাটা তেতিয়াৰপৰা সৱাৰ মুখে শুনাছি, এক্‌দিন মুণ্ডাৰ ভগৱান মুণ্ডাৰ ঘৰে পইদা হ'ব। সি বিশু নোহয়, কিষ্ণ নোহয়, সি মুণ্ডা। বীৰসা—আমাৰ সেই ভগৱান। চল্‌ ভগৱান। তুৰ পথে যাওঁ। ই দেহ্‌টা অ্যানেক কষ্ট কৰাছে, অ্যানেক ভোগ কৰাছে সুখ, এইবাৰ তুৰ কাম্‌তে লাগক।'

বীৰসাই সুধিলে, 'তোমাৰ্‌লোগৰ কথা কি ?'

'লা—ঢ়াইৰ পথে যাব।'

'হাঁ ভগৱান, লাঢ়াইৰ পথে গ'লে আমাৰ্‌কে আৰ সেৱকপট্টা নাই লিখাব, জনম-দাস—বন্ধুৱা নাই বানাব, বন্ধা-বেগাৰ খাটিব নাই—নাই ধৰি লৈ যাব।'

গোহনা মুণ্ডা নিচেই চেমনীয়াটো। তিবাইৰ নাতিয়েক। সি ক'লে, 'অঃ, ভগৱানৰ ৰাজ হ'লে হৰিনাম বাণিয়াটাক তাও কৰিম। বেটা মোৰে তাৰ দোকানত খাবা কৰায়ে ৰাখে আৰ সকলক্‌ মাল-বস্তু দিয়ে, আৰ বোলে, তু ত মুণ্ডা! তিনি পইচাৰ মাল নিবি, খাবা হ, খাবা হৈ থাক্‌!'

বীৰসাই ক'লে, 'দিকে দিকে সভা পাতিব লাগিব। দিকে দিকে সৱাৰ মত নিব। এইবাৰৰ সভা পতা হ'ব ছিম্‌বুৱা পাহাৰত, হোলিৰ দিনত।'

ছিম্‌বুৱা পাহাৰ হ'ল ছাবোৱাড়া মিশ্যনৰ মুখামুখি।

হোলিৰ ৰাতি সেই পাহাৰত লো লোকৰে জুই জ্বলি উঠিল। কিন্তু মিশ্যনাৰি সকল মুঠেই আচৰিত নহ'ল এই জুই দেখি। হোলিৰ নিশা মুণ্ডাহঁতে মেজিত জুই দিয়ে, জুই একুৰাৰ চাৰিওফালে ঘূৰি ঘূৰি নাচে, গান গায়।

এইবাৰো জুই জ্বলিল।

গান গোৱা হ'ল।

কিন্তু—কিন্তু এইবাৰ আক উছৱৰ গান গোৱা নহ'ল।

এইবাৰ তিনিশ মুণ্ডা তীৰ-ধনু লৈ উপস্থিত হ'ল।

এইবাৰ হোলিৰ গান আৰম্ভ হ'ল মুণ্ডা জাতিৰ দুই বীৰ—দুখন সাই আৰু বোতন সাইৰ গানেৰে :

'দুন্‌দিগাবাৰ দুখন কাৰেও না ডৰে হে—
বামগাবাৰ বোতন সায়ো কাৰেও না ডৰে॥'

তাৰ পাছত মুণ্ডাসৱে গাই থাকিল কোল-বিদ্ৰোহৰ গান :

'মজাৰলি লানি লাগি যায় যেনেকে',
কান্ধে লয়্যা হাঁথিয়াৰ কোন পোনে যায়—
ক'তনো আৰু কাকনো টোঁৱাই কাঁড় দলিয়ায়
টোকা পিপ্‌ৰাৰ দৰে হাঁথিয়াৰ কান্ধে কঢ়িয়াই।
আ গ'! সিহঁত যুঁজে বুনুতুত
আ গ'! কাঁড় এৰি এৰি সিহঁত তামাৰলে' যায়।'

বীৰসাই ক'লে, 'সৌ কলজোপা হ'ল ইংৰাজৰ ৰাণী। হোলিত "আমি সেই মন্দদৰীৰ মাথা কাটিম, ৰাৱণৰ ৰাজ খতম্ কৰিম।'

জগাই মুণ্ডাই একেঘাপে কলগছজোপা কাটি পেলালে।

বীৰসাই ক'লে, 'তেনেকৰি ৰাজা আৰু হাকিম বিলাকক কাটিব লাগিব। এতিয়া—চল। নাগেৰা বজাই নাচোঁগৈ।'

হোলিৰ .মেজিৰ জুই—বৰ বেছি সময় ধৰি জ্বলিছিল। পাছত পুলিছে অনুসন্ধান কৰিছিলহি।

কিন্তু উৱাদিহ নোপোৱা হ'ল একো।

পাছৰখন সভা পতা হ'ব ডোম্‌ৱাৰি পাহাৰত। বীৰসাই আকৌ ক'লে, 'দুইটা পথৰ কথা আকৌ সোধোঁ। কোনটো পথেৰে যাবা? কোৱা।'

জিজ্ঞাসু দৃষ্টিৰে চালে আটায়ে।

ভগৱানলৈ।

নানকহঁতে ক'লে, 'লড়াইৰ পথলৈ। সিহঁতে ৰাজ নিলে, সিহঁতে ৰাজ নেৰে। আমি সিহঁতৰপৰা কাঢ়ি ল'ম।'

'এই কথাও শেষ কথা নোহয়। ডোম্‌ৰাৰি পাহাৰত সভা পতা হ'ব। দিকে দিকে সভাৰ প্ৰচাৰ দিব। তবে তাৰ আগতে নওৰতন-গড়ালৈ' যাই মাটি আনিম। ডোম্‌ৰাৰিত সভা পতাৰ আগতে মণিহাতুত সভা পাত। তাত বীৰসাইত সবৰ সৈতে মোৰ মুখচিনা নাই হোৱা।'

মণিহাতুৰ সভাত মানী পহানীয়ে ক'লে, 'আমাৰো কথা আছে, ভগৱান !'

'বোল ।'

'আমিও তুমাৰ ভক্ত হে। লড়াই হ'লে আমিও লড়াই কৰিম। তুমি আমাক কোনো কাম্‌তে নল'লা, ক'তো যাব নিদিলা, এই কথাত মনত খুব দুঃখ।'

'নওবতনলৈ তোমাৰ্‌লোগও যাবা।'

'যাম ?'

'সক্‌লে যাবা। সকল বুঢ়া ল'ৰা ছলী, চবে যাবা। মুই কৈ দিম। মোৰ পিতা-পুৰুযে নওবতনত প্ৰথম গড় সাজিছিল।'

'জানো।'

'বাদে চ—ৰ দিকুবিলাকে দখল কৰিলে।'

চৰকাৰেও হাত সাৱটি বহি থকা নাছিল।

কিন্তু এইবাৰ চৰকাৰৰ চকাবিলাক বৰ লাহে লাহে চলি আছিল যে কিয়, অমূল্যই তাৰ গম-গতি পোৱা নাছিল। সাতে সোতৰই ভাবি ভাবি অমূল্য ডেপুটি মুখাৰ্জিৰ ঘৰলৈ গ'ল।

মুখাৰ্জিয়ে ক'লে :

'কি, বদলি হৈ গুচি যামগৈ বুলি আহিলানে ?'

'ওঁ। আপুনি তেন্তে চক্ৰধৰপুৰলৈ যায়েই ?'

'হয়।'

'তাৰ আগতে কলিকতালৈ যাবনে ?'

'ইচ্ছা তো তেনেকুৱাই।'

'মোৰ এটা উপকাৰ কৰিব ?'

'কোৰোঁ। তুমি মোৰ ল'ৰাটোৰ প্ৰাণ ৰক্ষা কৰিছিলা, লগুণ হাতত লৈ কৈছিলোঁ যে সাধ্যে কুলায়মানে কৰিম।'

'এখন থাম—কলিকতাৰ ডাক-বাকচত পেলাব লাগিব। আৰু—।'

'আৰু ?'

'কথাটো কাকো নক'ব।'

'ঠিক। আছে, হ'ব। পিছে চাবা—মোৰ যেন কিবা বিপদ নহয়।'

'বিপদৰ কি আছে? অৱশ্যে—চৰকাৰী কাম কৰিলে কোনো কোনো বিষয়ত গোপনীয়তা ৰক্ষা কৰিব লাগে।'

অমূল্যই ডেপুটি মুখাৰ্জিৰ চকুলৈ চালে। মুখাৰ্জিয়ে দৃষ্টি ঘূৰাই ল'লে। এবাৰ মুণ্ডাহঁতৰ জৰিমনাৰ টকাখিনি তেওঁ নিজৰ জেপৰপৰা দি তুজন মুণ্ডাক খালাছ কৰিছিল। চৰকাৰী কামত গোপনীয়তা ৰক্ষা কৰিব তো লাগেই।

ক'লে, 'ঠিক আছে। —চিঠিখন লৈ আহিছানে?'

'কালিলৈ আনি দিম। কথা পালোঁ, এতিয়া লিখিম।'

'কেনেকৈ ?'

'আপুনি কেনেকৈনো বুজি পালে?'

মুচুকুকৈ অলপ হাঁহিলে মুখাৰ্জিয়ে।

'বুজি পাওঁ ভাই, পাওঁ। বয়সত তো তোমাতকৈ বিছ বছৰৰ ডাঙৰ। নুবুজোঁনে কিবা? ময়ো এসময়ত মুণ্ডাহঁতৰ বিষয়ে ঢেৰ ভবা-গুণা কৰিছিলোঁ। সিহঁতে কি কৰিব? বেটাহঁতে—আদালতত কি হয় নহয় তাৰ এটা বৰ্ণও বুজি পায়নে? আইন কৰিব লাগিব, যে মুণ্ডাৰী জনা উকীলে কেছ ল'ব লাগে আৰু কেৱল মুণ্ডাৰী জনা হাকিমেহে মুণ্ডাৰ বিচাৰ কৰিব লাগে।'

'তেনেকুৱা আইন কস্মিনকালেও হ'ব বুলি ভাবেনে?'

'হোৱা উচিত। আচলতে—মুণ্ডাহঁতৰ হৈ কওঁতা কোনো নাই। সিহঁতৰ কপালেই মন্দ। বীৰসা মুণ্ডাই পঢ়া-লিখা শিকিছিল, আৰু অলপ শিকাহেঁতেন মুণ্ডাহঁতৰ হৈ ক'ব পৰাটো হ'লহেঁতেন। যি যেন বুদ্ধিমান, তেন ঠাণ্ডা মাথাৰ মানুহ। আৰু তাৰ আচাৰ-আচৰণো ভাল। ভব্য-গব্য। কিন্তু সি হ'লগৈ ভগৱান!'

অমূল্যই মিচিককৈ হাঁহি ওলাই গ'ল।

জেলত, নিজৰ বহালৈ উভতি অহাৰ পাছত অমূল্যই লিখিলে: "বিশ্বস্তসূত্ৰে জনা গ'ল যে বীৰসাৰ কোনো সা-সন্ধান নাই। চুটিয়া আৰু জগন্নাথপুৰ—এই দুই ঠাইলৈ যোৱাৰ অন্তত সি উধাও। ৰাঁচী আৰু সিংভূমৰ পুলিচে একেলগে বীৰসাক বিচাৰি উলিয়াবলৈ অহো-পুৰুষাৰ্থ কৰিছে। বন্দগাঁৱত পুলিচে চকী পাতিছে। সিংভূমৰ ডি এছ পি-য়ে বন্দগাঁৱলৈ গৈ জমিদাৰ জগমোহন সিঙৰ লৈতে কথা পাতি আহিছেগৈ। মানকিহঁতক কোৱা হৈছে যে বীৰসাক ধৰাই দিলে শকত পৰিমাণৰ বখছিছ দিয়া হ'ব। এই কথাটো মানকিহঁতে সকলোতে সদৰি কৰিলে। মিয়াৰ্স বন্দগাঁৱলৈ যাব বুলি শুনা গ'ল। আগৰ বাৰ তেৱেঁই বীৰসাক গ্ৰেপ্তাৰ কৰিছিল।

মিয়াৰ্স বন্দগাঁৱলৈ গ'ল।

চাৰিওফালে পুলিছো পঠালে। গিডিয়ুন, মাৰকুছ, পৰভুদয়াল—এই তিনিজনক ধৰি লৈ আহিল পুলিচে।

সিংভূমৰ পুলিচ ছুপাৰক মিয়াৰ্সে সুধিলে, 'কেৱল এই তিনিটা বুঢ়া চৰ্দাৰক ধৰিলেই হ'বনে?'

ছুপাৰে ক'লে, 'অবাবতে লৰি-ধাপৰি লাভ কি?'

'দ্যাট্ বীৰসা ইজ্ আ প'টেনশ্বিয়াল ডেন্‌জাৰ।'

ছুপাৰে ক'লে, 'তাক ধৰাই দিলে যে বখছিছ পোৱা যাব, সেই কথা হাটে হাটে কৈ দিয়া হৈছেই।'

'কেৱল সেইখিনিৰেই কাম হ'বনে?'

'এতিয়াই তাক ধৰাটোও টান। এই অঞ্চলত বিস্তৰ জংগল, আৰু জনবসতিও বিৰল। এই সময়ছোৱাত জংগলত খাদ্যৰো অভাৱ নাই। গা সাৰিম বুলিলে এয়ে সময়।'

'হুম্—।'

ভ্ৰু কোঁচাই মিয়াৰ্স মনে মনে থাকিল।

ছুপাৰে ক'লে, 'খুনুটি থানাৰ দাৰোগা মৃত্যুঞ্জয়নাথ লালে চৰকাৰী কামত গাফিলি কৰিছে। তাকেই সোধকচোন!'

মৃত্যুঞ্জয় দাৰোগাই ঘূৰাই ধৰিলে, 'কি গাফিলি কৰিলোঁ, ছাহাব?'

'বীৰসাই যে পাহাৰত মুণ্ডাহঁতক গোটাই লৈ নাচ-গান কৰিব—সেই খবৰ পোৱা নাছিলা জানো? আমাৰ ইনফৰমাৰক এই বুলি কোৱা নাছিলানে যে পাহাৰৰ ওপৰত নাচি আছে, নাচি থাকক—যেতিয়া আইন ভাঙিব—তেতিয়া তাক ধৰিম। একদম আসৈ নামাতিবা—কোৱা,—কোৱা নাছিলা?'

মৃত্যুঞ্জয় দাৰাগাই সভয়ে হাত যুৰি ক'লে, 'গুস্তাকি মাফ হওক, হুজুৰ। আমাৰ ইনফৰমাৰে ক'লেহি—তাত বীৰসাক দেখা গৈছে। মাৰিলোঁ লৰ বুনুহুলৈ। একেবাৰে অননি-বননি হুজুৰ, দিনে-পোহৰে বাঘে গোজৰে। তাত এক্ বেটা বুঢ়াই গাই চৰাই আছিল, তাৰ নামও বীৰসা। বিস্পতিবাৰে পইদা হ'লেই বেটাহঁতক 'বীৰসা' বুলি মাতে। তাৰপৰা ঘূৰি আহোঁতে—বনৰজাৰ বন-কঁপোৱা গোজৰণি শুনি মোৰ ঘোঁৰাটো বেঙে মৃতা গৰুটো যেন হৈ পৰিল। অটব্য হাবিত মোক লাথ্ মাৰি বগৰাই থৈ আহিবলৈ ধৰিছিলেই আৰু। আকৌ সেই ইনফৰমাৰে ক'লে বোলে—বীৰসা সেই ৰোগোতাৰ হাটত ঘূৰি ফুৰিছে। লগালোঁ দৌৰ। এই দৌৰ-জঁাপলো কিমান কৰি থাকিব পাৰি হুজুৰ? তাতেই মোৰ আমনি লাগি গৈছিল। —গাফিলি নহয়।'

'জগ্‌মোহন সিংহৰ ব্যাপাৰটোনো কি?'

ছুপাৰে ছান্দি-বান্ধি ধৰিলে।

মৃত্যুঞ্জয় দাৰোগা মৰা-মুছা যেন হ'ল। মজিয়াত জোতাৰ গোৰোহা ঘঁহিলে। তলমূৰ হৈ ক'লে, 'তাক মই ডৰাওঁ, হুজুৰ।'

'কিহৰনো ডৰ তোমাৰ? তুমি দেখোন চৰকাৰী নৌকৰ।' ছাগলীৰ কাণ মলা দি ছুপাৰে দাৰোগাৰ কাণ মলি দিলে।

'মই একো ক'ব নোৱাৰিম। ভৰত সিঙে কওকগৈ। ভৰত তাৰ গিয়াতি। মোৰ চামনি তুলিব; কিন্তু তাক একো নক'ব জগ্‌মোহনে।'

ভৰত সিঙে ক'লে, 'তাৰ বিৰুদ্ধে সাক্ষী দিয়াৰ কাৰণে বীৰসাই প্ৰতিশোধ ল'ব বুলি জগমোহনে ভয় খাইছে। সেইদেখি, বীৰসাক ধৰা কৰাবৰ বাবে বন্দগাঁৱৰ পি ডাব্লু বঙলাত হাজেৰে টনা বিচনী ছিঙি, ভুটামান পিয়লা ভাঙি সি চিহ্নড়ি খলক লগাইছিল বীৰসাই তাত লুটপাট কৰা বুলি। কিন্তু—হেৰি হ'ল—কেছ নিটিকিল, হুজুৰ।'

'হাও ছিল্লি!'

ছুপাৰে ছেলুখ তুলিলে।

মিয়াৰ্স মৰা-মুৰা যেন হ'ল। পাছ মুহূৰ্ততে হঠাৎ দাং খাই উঠি ক'লে, 'বীৰসাক ধৰাৰ বিষয়টোতে সিংভুম-পুলিছে যথেষ্ট গুৰুত্ব দিয়া নাই। খবৰ হ'ল—প্ৰমাণৰ অভাৱত প্ৰভুদয়াল মুণ্ডাহঁতৰ তিনিওটাই খালাছ পাই গ'ল।'

ছুপাৰে ক'লে, 'ৰাঁচী-পুলিছেই বা কি সহযোগ আগ বঢ়াইছে?'

মিয়াৰ্সে উত্তৰ দিলে, 'অনুসন্ধান কৰা হওক।'

ছুপাৰ চক্ৰধৰপুৰলৈ উভতি গ'ল। মিয়াৰ্স উলটি আহিল ৰাঁচীলৈ। কেইদিনমানৰ পাছত আটাইকেইজন কন্‌স্টেবলো গুচি আহিল।

মিয়াৰ্সে আমনি পোৱা যেন হৈ ক'লে, 'ক'বলগীয়া একো নাই আৰু। —কিয় গুচি আহিল?'

'তাত কনিস্টবলহঁত কেৱল বেমাৰত পৰিছে। সিহঁতৰ ভয়, সিহঁতৰ বিশ্বাস—সিহঁতৰ স্থিৰ বিশ্বাস—সিহঁত শাপগ্ৰস্ত হৈছে, হুজুৰ। সেই কাৰণেহে হেনো ইমান বেমাৰ-আজাৰ।'

'হোৱাট ডু য়ু মিন্?'

'বীৰসাই অভিশাপ দিছে, হুজুৰ!'

মিয়াৰ্সৰ তীব্ৰ খং উঠিল। ক'লে, 'বীৰসা হ'ল পাঁচ ফিট চাৰি ইঞ্চি এটা সাধাৰণ মুণ্ডা। ছেগা-চোৰোকাকৈ কেটামান ইংৰাজী শব্দ শিকি পানী-ফুটনি মাৰিছে। তাকে ভয়!'

কন্‌স্টেবলহঁত নিমাতে থাকিল।

ৰোমান কেথলিক মিশ্যনৰ ৰেভাৰেণ্ড হফমানে মুণ্ডাৰী দোৱান জানে, মুণ্ডাৰী দোৱানৰ অভিধানো লিখিছে তেওঁ ৰোমান হৰফেৰে। চৰকাৰে তেওঁক মুণ্ডাৰীৰ তথা মুণ্ডাইঁতৰ বিষয়তো অভিজ্ঞ বুলি গণ্য কৰে।

হফমানে ৰিপ'ৰ্ট লিখিলে।

আচৰিত কথা, তেওঁৰ ৰিপ'ৰ্টৰ কথা ঘুণাক্ষৰেও নাজানি-নুশুনিয়েই ভৰত সিঙে সেই ৰিপ'ৰ্টৰ মৰ্মাৰ্থৰ প্ৰতিধ্বনি কৰিলে প্ৰায় হুবহু। প্ৰবল প্ৰতাপশালী জমিদাৰ জগমোহন সিঙৰ কাছাৰিত ওলালগৈ এদিন টাটু ঘোঁৰাত উঠি। দাৰোগাও হয়, কুটুমো হয়। ঠিক ভৰ দুপৰীয়া ওলালগৈ।

জগমোহন সিঙে জিৰণি ল'বলৈ ক'লে।

জগমোহন সিঙৰ ঘৰটো গড়ৰ দৰে ওখ পকী প্ৰাচীৰেৰে আগুৰা। ঘৰটো দোতালা। মাটিৰ। ডাঠ দেৱাল, গজাল-মৰা প্ৰকাণ্ড দুৱাৰ। খাপৰিৰ চাল। ঘৰৰ দেৱালবিলাকত—যত অসম্ভৱ আকাৰ-আকৃতিৰ হাতী, ঘোঁৰা, ৰাম আৰু হনুমন্ত মহাবীৰৰ চিত্ৰ। চোতালত ধান ঘেঁহু বাজ্ৰা য-থান বহুৰ ডাইলৰ ভাখৰি।

এটা কোঠাত মাকই দ'মাই থোৱা হৈছে। জলকীয়াৰ সৰুসুৰা পাহাৰ এটা ভৰাই থোৱা হৈছে আন এটা কোঠাত। মস্ত মস্ত পিতলৰ টৌত ভৰ্তি তেল আৰু ঘিউ। বিৰাট বিৰাট মঠীয়াবোৰত ভৰাই থোৱা হৈছে মোণে মোণে গুৰ। ছাতুৰ বস্তা বহুত। বাগানত বন্ধা ভালেমান ম'হ। বাহিৰত কেটামান টাটু ঘোঁৰা।

আটাৰ ৰুটি বাথুৱা শাক বহুৰ দালি টেঙা দৈ আৰু গুৰ আদি জুতিলগা খাদ্য খাই তাৰ পাছত ভৰত সিং জগ্‌মোহনৰ কাষত বহিলহি।

ক'লে, 'বহুত দিন হ'ল—কোনো হুকুম পোৱা নাই।'

'আৰু হুকুম! হেঁঃ, তোমালোকৰ থানাখন যে কেনে—চিনি পালোঁৱেই। বীৰসাক ধৰি নিনিলা। এতিয়া মোৰ জান্‌টো যাব আৰু। মই তো ভয়ৰ কোবত ঘৰৰপৰা প্ৰায় নোলাৱেঁই।'

'ভয়? কাক? বীৰসা ক'ত?'

'মই জানোনে কিবা? সদায় এনেহে লাগে—সি যেনিবা চব দেখি আছে, এইবাৰ দিলে তীৰ চলাই।'

'দুই দুই বছৰ আকাল হ'ল। তোমালোকে—কেতিয়াবা গুটিদিয়েক বাঁহ-গাজৰ কাৰণে, কেতিয়াবা এমুঠিমান গোমধানৰ কাৰণে—মুণ্ডাইঁতক মকৰ্দমাত সাঙুৰিবা। ধান—গুদামত পঁচিলেও মুণ্ডাইঁতক নিদিবা, চৰকাৰে খুজিলেও নিদিবা। চৰকাৰক তোমালোকে সহায় কৰিছানে যে চৰকাৰে তোমালোকক সহায় কৰিব?'

'এইবোৰ কাম চৰকাৰৰ। মোৰ কামনে কি!'

'তুমি নিজৰ নামতে বৌঢ়ি তুলিছা নিজেই। তোমাৰ গোলা-টোলাত বোলে মুণ্ডাইঁতে জুই লগাইছে শুনিলোঁ।'

'জানো। ভয়তে দুৱাৰ নোখোলা হৈছোঁ মই।'

'ভয় আমাৰো আছে। আৰে বাবা, চৰকাৰৰো ভয়-ডৰ নথকা নহয়। কিন্তু—ভয় থাকিলে কি হ'ল, চৰকাৰৰে ই থানাই সি থানাক ভূ'ই মাৰি কোৱাইছে! নহ'লে ৰাঁচী-সিংভূমৰ পুলিছে একমুঠ হৈ কাম কৰিলে হয়। কৰিছেনে? যাৰ চকু আছে কাণ আছে—সিয়েই বুজিব যে চালকাড় হ'ল তামাৰ থানাত। চালকাড়ৰ পৰা চক্ৰধৰপুৰ থানা, ৰাঁচী আৰু চাইবাসা, বীৰসাই দুয়োখন ঠাইতে ঘূৰি ফুৰিছে যে—এই কথা বুজিবলৈ লাওখোলাত মগজু নথকা হ'লেও হয়। আৰু—মইনো কোন আলাকৰ পালাকটো? আমি দেখিলোঁ—ছাহাবে ছাহাবে মিল নহ'ল। কোনেও কাৰোপৰা ৰিপ'র্ট নল'লে, কোনও কাকো ৰি'পর্ট নিদিলে, কোনও কাকো পৰোৱাই নকৰিলে। আমি ধৰি ল'লোঁ—হয় চৰকাৰে ডৰাইছে, নহ'লে চৰকাৰে তাক ধৰিবলৈ নিবিচৰা হৈছে। আৰু নহ'লে—চৰকাৰে কাম-বনকে পাহৰি পেলাইছে, পাহৰা ধানৰ ভাত খাইছে, ভয়ৰ জ্বৰত চৰকাৰ চাণ্ডিত উঠা হৈছে, আৰু লাংপাং চোবাইছে। ভাবিলোঁ, আমিনো মাজতে থিয়জাঁপ মাৰোঁ কিয়?'

'তোমালোক চৰকাৰী মানুহ।'

'সেই বুলি মই গৈ জংগল জাবোঁ আৰু তাৰ কাঁড় খাই মৰোঁ— ।'

'তোমালোকৰ বন্দুক আছে।'

'তো—বন্দুক তো তোমাৰো নথকা নহয়। সিদিনা বন্দগাঁৱত পি ডাব্লু বঙলাত যি লণ্ডভণ্ডকাণ্ড কৰিলা—ছাহাবৰ ৰণচণ্ডী উঠি আছে। বুইছা। খং উঠিছে খুব।'

'উঠিলেও উঠিব। চৰকাৰে জানেই, এই ৰাঁচী-চাইবাসাত চৰকাৰৰ লাই-খুটা হ'লোঁ আমিকেটা—আমা ছাপ্ৰা দ্বাৰভাঙ্গা ভাগলপুৰ মুঙ্গিৰৰ জমিদাৰকেটা।'

'আৰে বাবা—যি গাইজনীয়ে গাখীৰ দিয়ে, এমুঠা ঘাঁহ, এটোপা পানী, দিব লাগে। তোমালোকে মুণ্ডাবিলাকৰ মাটি দখল কৰিবা, সিহঁতক বন্ধা-বেগাৰ খটুৱাবা, সুতৰ টকা খাবা, কিন্তু আকাল-অনাটনত এচিকুট চাউল-ঘেঁহু একো নিদিবা।—এই কথা ভালনে? এই কথা মোক বহুতেই কয়।'

জগমোহন সিং অলপো ক্ৰুদ্ধ নহ'ল। ক'লে, 'কি কৰোঁ কোৱাচোন? কলিজাত ভয় সোমাল খুব। গমহু গমহুকৈ বানে।'

'আৰে—দুদিনতে চব ঠাণ্ডা হৈ যাব। এটা কাম কৰা। এবাৰ—হেৰি কি বোলেনে—তীৰ্থ-টীৰ্থ হৈ আহাঁগৈ। আহাঁগৈচোন ঘূৰি-ফুৰি।'

'নোৱাৰিম। ঘৰত—'

'কিয়? ধান নাই বুলি ৰেকৰ্ড কৰালানে কি?'

'ৰেকড তো মাত্ৰ দহটকীয়া কথাহে।'

'তেনেহ'লে পহৰাৰ বন্দৱস্ত কৰা।'

'কৰিলেও এই মাকক্ মুণ্ডাইঁতে আৰু একো নকৰা হ'বনে?'

'কেনেকৈ কওঁ! আগৰ দিনত সিহঁতৰ বুজ-বাজ ল'ব পাৰিছিলোঁ, এতিয়া আৰু মুবুজা হ'লোঁ। আগতে সিহঁতে আমাৰ সৈতে মাত-বোল কৰিছিল, এতিয়া নকৰা হ'ল। পিছে এই কথাটি অভ্ৰান্তভাৱে বুজি পাইছোঁ যে চৰকাৰে ভুল কৰিলে বৰ, হেৰি—বেওকুফী কৰি পেলালে।

হ'ব এখন নাই তই নাই মই। বাঁচীৰপৰা ছাহাব-তাহাব আছিল, আছিল ছাহাব চক্ৰধৰপুৰৰপৰা, হালে-বাঙে আছিল, হা হা কা কা কৰি গুচি গ'ল। এয়া মই কৈছোঁহে, শুনি থোৱা, মুখেৰে একো নকওঁ, কিন্তু চৰকাৰে চিপাই ননমায় যদি আমি জংগল কোবাই বীৰসাক জবাই কৰিবলৈ নাযাওঁ। জংগলৰ মাজতো সিহঁতৰ লগত ফেৰ পাতিব পাৰি, যদি আগে-পিছে চিপাই থাকে। তেহে।'

'তো বুঝ। তোমালোকেও ভয় খাইছা।'

'তোমাৰ নিচিনা কুটুম আছে যাৰ, ভয় নাখাই উপায় নাই তাৰ। থানাৰ আটাইবিলাকেই তোমাৰ ওপৰত খাপা।'

'কিয় ?'

'কিয় নাজানানে কি ? বীৰসাক যাতে পুলিছে ধৰি লৈ যায়, তাৰ বাবে পি ডাব্লু বঙলাখন তচোনাচো কৰিলা। কৰিলা, কিন্তু ফল হ'ল ঘোঁৰাৰ ডিমা। এইবাৰ পুলিছৰ চকি হ'ল, সদৰৰপৰা ত্ৰিছটা কনিস্টবল আহিল, দিলা পানীত বৰবিহ মিহলাই। ভাবিলা, এইবাৰ মুণ্ডাহঁত বেমাৰত পৰি মৰিব। চৰকাৰে ভাবিলে—এয়া বীৰসাইতহঁতৰ কাম, আৰু—আৰু বেছিকৈ পুলিছ পঠোৱা যাওক। লাভ হ'ল—মুণ্ডাহঁত মাউখে পলাল। নিজৰ বুদ্ধিত তোমাৰ ভাৰসা বৰ। কাকো নোসোধা-নেপোছা। এতিয়া কি কৰিবা কৰাঁ। থানাৰ কোনেও তোমাৰ নিমন্ত্ৰণ আৰু নলয় বুলি কৈছে।'

'যি ভাবিলোঁ—ভৰা মতে নহ'ল কাম, হ'লগৈ বদনাম।'

'মুণ্ডাইতে যেতিয়া জানিব যে সিহঁতৰ নামত চেকা দিবলৈ এই কাম কৰিছা, সিহঁতে বৰ ভাল পাব !'

জগ্‌মোহন সিঙৰ বুকুৰ ভিতৰত ঢেকীয়ে বনাদি বানি, ভয়ৰ কোবত কাবু কৰি, বংমনেৰে ভৰত সিং ওলাই আহিল। ওলাই অহাৰ আগতে কৈ আহিল, 'মুণ্ডা আৰু আগৰ দৰে মুকখটো হৈ থকা নাই। সিহঁতে শুনিব যে কনিস্টবলহঁতে তোমাৰ কথাখিনিকে ভাটৌ কোৱাদি কৈছে, কৈছে যে—এয়া বীৰসাৰ শাপ-শাপস্তৰ ফল।'

জগমোহন সিঙে ক'লে, 'কি আৰু কৰিম কোৱা। সদৰবৰপৰা আৰু দুটা বন্দুক অনাম।'

'হেই বাপ্! চৰকাৰ হ'ল সৰাৰ ওপৰত। চৰকাৰৰ ওপৰত আন একো নাই। সেই চৰকাৰকে ভাঁবিবা? কি গছৰ গুটি খালে মানুহ মৰে—তাক নাজানা, নহয়? এনে এটাঁৰ গোঁফক ফালি দুটাঁৰ কৰি দেখুউৱা কাম ছোটনাগপুৰৰ বজায়ো নকৰিব।"

বীৰসাকো চৰকাৰে ধৰিব পৰা নাছিল।

ৰাঁচী আৰু চাইবাসাৰ জংগলৰ আশে-কাষে ওচৰে-পাঁজৰে থকা থানাসমূহে, সেইবোৰ ঠাইৰ পুলিছবিলাকেও বীৰসাক—ধৰিবলৈকো গা কৰা নাছিল। ভয় কৰিছিল। ওচ-মোচ চাই কাম নকৰিলে লেঠাৰো লেঠাত সাঙোৰ খাই পৰাৰ ভয়।

বীৰসাই তাৰ ভক্তহঁতক ক'লে, 'সেইবুলি না ভাবিবা, চৰকাৰ চুপচাপ হাত সাৰটি বহি আছে।'

'তেন্তে ধৰা নাই কিয়?'

'সময় হ'লে ধৰিবহি।'

'কেতিয়া?'

'সময় যেতিয়া।'

'তো—?'

'সিহঁতক সময় না দিম।'

'না দিবা?'

'নাই। না দিম। তাৰ আগতেই জুই জ্বলিব।'

ছোৱালীহঁতো ইয়াত বৈ আছেহি দলে-বলে নওৰতনগড়লৈ যাবলৈ। সিহঁতি চোতালত বহি মেল মাৰিছে, সালীৰ ল'ৰাটোৱে—যাৰ নাম পৰিবা—আন আন ল'ৰাৰ লগত খেলি আছে। সিহঁত খেলি থকালৈ চাই চাই বীৰসাই ক'লে, 'জুই জ্বলিব!'

পাছদিনা, সাঁজ লাগি ভগাৰ ভালেখিনি সময়ৰ অন্তত ওলাল সিহঁত। নানকহঁত, গাভৰু-ছোৱালীহঁত, প্ৰচাৰকসকল, বয়সিয়াল তি.ৰোতাসকল, আৰু সকলোটিৰ পিছত পুৰাণকসকল—মথিয়নসকল। ছোৱালীহঁতৰ মূৰৰ ওপৰত সৰু সৰু কলহীয়া মাটিৰ ভাণ্ড, এই কলহীয়াবোৰ ভৰাই সিহঁতি কঢ়িয়াই আনিব নওৰতনগড়ৰ নিজৰাৰপৰা পৱিত্ৰ জল 'বীৰ-দা'।

সুদীৰ্ঘ সমদল ; কিন্তু নিসাৰি-নিশব্দ সতৰ্ক দ্ৰুত পদক্ষেপ। এন্ধাৰৰ গাত ভেজা দি যাব লাগিব, নহ'লে দহে বং নলগোৰাকৈ নেৰে। তিলক তাল কৰিব। দাঁতত ভাত লাগিলেও দহে নেৰে।

সিহঁত গৈ আছে, গৈয়েই আছে।

কেৱল খোজৰ শব্দ···।

এই নওৰতনগড়—এদিন গঢ়ি তুলিছিল মুণ্ডাসকলৰ আদিপুৰুষ আৰু তেওঁৰ পুত্ৰসৱে···।

কথাটো এতিয়াৰ মুণ্ডাসৱে জানে, আৰু মানে। বীৰসাই ব্যাখ্যা কৰি বুজাই দিছে মুণ্ডাসৱক।

ৰাতিৰ নিঃসীম অন্ধকাৰ ভেদি গৈ আছে···গৈ আছে কৃষ্ণভাৰতৰ অগণন নাৰী-পুৰুষ।

কোনো ভ্ৰুক্ষেপ নাই···

বিৰামহীন···শব্দহীন সমদল।

কেৱল খোজ···

সন্মিলিত খোজৰ শব্দ উঠিছে···।

আৰু এসময়ত এই উৰাই ৰাতিও পুৰাই গ'ল···কিন্তু সমদল-খোজৰ বিৰতি নহ'ল। সমদল আগুৱাই গৈ থাকিল···গৈয়েই থাকিল···।

তাৰ পাছত যেতিয়া পূবে ধলফাট দিলে, বেলি ওলাল, তেতিয়া বীৰসাই হাত দাঙিলে।

সমুখতে 'ছব্‌না'। জবিয়া গাঁৱৰ 'ছব্‌না' হ'ল অতি বিখ্যাত। 'ছব্‌না' হ'ল পৱিত্ৰ অৰণ্য। বিশেষ বিশেষ দিনত এই অৰণ্যলৈ আহি মুণ্ডাইঁতে কুপিত দেৱতালৈ বলি আগ কৰে। আন সময়ত কেতিয়াও এই অৰণ্যত কোনো নাহে, কেও নোসোমায়।

এতিয়া আঘোণ। এই আঘোণতে এই নিৰল-নিৰ্জন ভয়ংকৰ ঘন অৰণ্যত বীৰসাইতহঁতে আশ্ৰয় ল'লেহি। কোনেও মাত-বোল কৰা নাই, সকলো নিৰৱ-নিশ্চুপ। অৰণ্যৰ ভিতৰত দ' গোৰোং। তাতে সকলোৱে বহিলে, জিৰণি ল'লে, কাপোৰৰ লুচত বান্ধি লৈ অহা নিমখ সানি ছাতু গুড়ি খালে।

ছুনাৰা আছিল গছৰ মূধত। হঠাৎ সি নিমিষতে গছৰপৰা নামি আহিল। ক'লে, 'কেটামান মানুচ আহি আছে।'

এজন বুঢ়া মানুহ, আৰু তেওঁৰ লগত আন কেইজনমান পুৰুষ।

বুঢ়া মানুহজনে আগুৱাই আহি সুধিলে, 'কুথা—? বীৰসা ভগৱান কুথা?'

'এই যে!'

বীৰসা আগুৱাই আহিল।

বুঢ়াই ক'লে, 'মোৰ কাষ চাপি আহা, মোহোৰ চক্ষু নাই।'

বীৰসা বুঢ়া মানুহজনৰ মুখামুখি হৈ থিয় দিলেহি।

বুঢ়াই ক'লে, 'তুমি আহিছা, আমি জাৰিয়া গাঁৱৰপৰা আহিছোঁ। মুঈ তোমাথেৰ কথা শুনি আহিছোঁ। মোহোৰ সেই গাঁৱৰ মানকি। তুম্‌ৰা এথা থাক, কুনু ডৰ নাই। যেতিয়া চুটিয়া যাইছিলা, জগ্‌নাথপুৰ যাইছিলা, তেতিয়া জানিছোঁ নওৰতন্‌তে আহিবা। আঁউহীৰ ৰাতি, এতিয়া সুবিধা বহুত। সেইহে মোহোৰা বাট চাই থাকোঁ পতিটা মাহত—আঁউহীৰ দিনত। আজি তুমি আহিলা।'

'তোমাৰলোগে বীৰসাইত নাই হোৱা?'

'নাই। কিন্তুক—যি হয়াছে, যি না হয়াছে, তুমি সকলেৰ-সৰ্বজনেৰ ভগৱান হে। চৰ্ব মুণ্ডাৰ—সকল মুণ্ডাৰ ভগৱানহে তুমি।'

বীৰসাই বৃদ্ধৰ হাত দুখনত ধৰিলে।

বৃদ্ধই বীৰসাৰ গাত হাত ফুৰাই থাকি ক'লে 'ঘূৰি যাবৰ কালত জাবিয়াত জিৰণি লৈ যাবা। তুমি এনে সময়ত যে আহিলা ভগৱান! উলগুলানৰ কথা ক'লা—এতিয়া মোৰ চকু নাই। মুণ্ডাৰ ৰাজ হ'ব, দিকুহঁত গুচি যাব, চব জাংঘাল আমাৰ হ'ব। হা—হা! চব হ'ব, কিন্তুক মুঁই একো দেখা নাই পামহে ভগৱান।'

বৃদ্ধই দুখৰ হুমুনিয়াহ কাঢ়িলে।

বৃদ্ধই হাত দুখন যুৰি দুখোজমান পিছুৱাই গ'ল, আৰু বীৰসাক সাষ্টাংগে প্ৰণাম কৰিলে। বৃদ্ধৰ লগৰীয়াকেইজনেও বীৰসাক ভক্তিভাৱেৰে প্ৰণাম কৰিলে।

তাৰ পাছত, চুৰিয়াত বান্ধি অনা গুড় আৰু যৱৰ ছাতুগুঁড়িৰ লুথুৰী উলিয়াই শিল এচটাৰ ওপৰত থৈ দিলে আৰু ক'লে, 'আমি যাওঁ এতি। জাবিয়া গাঁৱত কুমু ডৰ নাই। আমি মুঠেই ত্ৰিছ ঘৰ মানুহ আছোঁ।'

বীৰসাই হাত দাঙি বিদায় জনালে। তাৰ দৃষ্টি বিষণ্ণ, দুৰ্বোধ্য। যিহঁতে তাৰ এই নতুন ধৰ্মত দীক্ষা লৈছে, আৰু যিহঁতে লোৱা নাই, সকলোৰেই—সকলো মুণ্ডায়েই তাক ভগৱান বুলি মানে। যোৱা বহুদিন ধৰি এই বিশ্বাসেই তাৰ ৰক্ষাকৱচ হেন হৈ আছে। যি পহান, যি দেওৰাহঁতক—পুৰোহিতহঁতক বীৰসাই অস্বীকাৰ কৰিছে, সিহঁতেও সিম্বুৱা পাহাৰৰ সভাৰ অন্তত তাক মনে মনে কৈ গৈছে যে—পাছত যদি সিংবোঙা আৰু বীৰসাৰ মাজত বিৰোধা-বিৰোধি হয়, সেই কথা দুই দেৱতাইহে বুজিব, দুই দেৱতাই যি কৰে কৰিব। উলগুলানৰ কামত পহান আৰু দেওৰাহঁতে—পুৰোহিতহঁতে লগ লাগিবলৈ বিচাৰে, হাত-উজান দিবলৈ বিচাৰে এই মহান কামত। কিয়নো—সিহঁতো মুণ্ডা। আৰু যিহেতু মুণ্ডাৰাজ হ'ব, সেই ৰাজৰ কামত সিহঁতে পিছপৰা হৈ নাথাকিব।

বীৰসাই বাৰে বাৰে কৈছেই, সকল মুণ্ডাৰ সহায় লাগে হে!

এতিয়া বীৰসাই অকলে এচটা শিলৰ ওপৰত বহি, পানীত ভৰি জুবুৰিয়াই, ভৰিৰে পানী ঘোদালি থাকোঁতে ভাবিছে : মই এতিয়ালৈকো মুণ্ডাসৱক আজাদী দিব পৰা নাই, কিন্তু মুণ্ডাৰ জীৱনৰপৰা কেতবোৰ খোবোচা জৰী—নাগপাশ—ছিণ্ডি পেলাব তো পাৰিছোঁ। সেই অসুৰ-পূজা, দেওপূজা, দেও-পহানৰ অলৌকিক ক্ষমতাত বিশ্বাস—এনেবোৰ বহুতো সংস্কাৰ-বন্ধন দলিয়াই পেলাব পাৰিছোঁ দেখোন! এতিয়াও বহুত কাম বাকী, তথাপি—কিছুখিনি নাই হোৱানে?

কেৱল বীৰসাইহে জানে, সি কেনে কঠিন সংকল্প—ব্ৰত লৈছে। প্ৰাচীন জড়তা, অন্ধ কুসংস্কাৰ আদিৰ ভীতিকৰ বন্ধনৰপৰা মুক্ত কৰি, যুক্তিৰে বুজাই সি মুণ্ডাসৱক আজিৰ পৃথিৱীখনৰ পোহৰেৰে পোহৰাব খুজিছে। সি এনেহেন এক 'বৰ্তমান'ৰ সৃষ্টি কৰিব খুজিছে, য'ত, যি-বৰ্তমানত ইংৰাজৰ সৃষ্ট সমাজ বা শাসন নাথাকিব। মুণ্ডাসৱক আলান্ধকলীয়া অন্ধকাৰৰপৰা আধুনিক সময়ৰ পোহৰলৈ লৈ যাব পৰা হ'ব। কিন্তু—এই আধুনিক সময় পায়ো মুণ্ডাসৱে তেওঁলোকৰ আদিম সৰলতা, ন্যায়বোধ, সাম্য নীতিক অটুট ৰাখিব পৰা হয় যেন, এক নৱ-মানৱধৰ্মৰ ছাঁত আশ্ৰয় পোৱা হয় যেন।

মুণ্ডা-ৰক্ত—মুণ্ডাৰ তেজ বৰ প্ৰাচীন। মুণ্ডা জাতি হ'ল ভাৰতলৈ শ্বেতজাতিৰ অনুপ্ৰবেশ নোহোৱা কালৰ জাতি। সেই সিদিনাৰ সেই কৃষ্ণভাৰতৰ সন্তান এই মুণ্ডাসকল।

বীৰসাই এক কঠোৰ-কঠিন ব্ৰত ধৰিছে। নদীৰ উৎস বিচাৰি ফুৰিছে যেনিবা সি। উৎসমুখলৈ যাব নদীৰ। বহিৰাগত লোকসকলৰপৰা লোৱা 'কৰম্ পূজা' আৰু অন্যান্য ৰীতি-নীতি, প্ৰাচীন অসুৰধৰ্মৰ জাদু প্ৰক্ৰিয়া আৰু ৰক্তোৎসৱ আদি—সমস্ত বাদ দিব খুজিছে। ধৰ্মৰ নানান আচাৰ-বিচাৰ জাদু-প্ৰক্ৰিয়া মেৰ-পাক ৰীতি-নীতিৰ গধুৰ বোজা বুকুৰ ওপৰত থকালৈকে মুণ্ডাইঁতে কোনোদিনে মূৰ দাঙিব নোৱাৰিব।

সেই কাৰণে, এক সহজ সুন্দৰ নিৰ্ভাৰ ধৰ্মৰ আৱশ্যক। আৰু সেই দেখিহে বীৰসাই ভগৱান হৈ পোন প্ৰথমেই ধৰ্ম-বিপ্লৱৰ সৃষ্টি কৰিছে।

মুণ্ডাইঁতক অৰণ্যৰ অধিকাৰ লাগে—সেই আদিম যুগত অধিকাৰ থকাৰ দৰে। খুটকাট্টি গ্ৰাম-ব্যৱস্থা লাগে, জীৱন্মৃত হৈ নহয়, পূৰ্ণ জীৱনী-শক্তিৰে জীয়াই থকাৰ উপায় লাগে। অথচ নিৰন্ন মুণ্ডাৰ এই প্ৰাৰ্থিত লক্ষ্যৰ মাজত কত যে বাধাৰ প্ৰাচীৰ—জমিদাৰ-মহাজন-বাণিয়া-আবকাটী-ছাহাব-দিকু। ইংৰাজৰ প্ৰশ্ৰয় পায়েই এই বাধাৰ প্ৰাচীৰবোৰ ক্ৰমাত ওখ হৈ উঠিছে। আৰু সেইহে, ছুগানা মুণ্ডাৰ পুত্ৰ বীৰসা মুণ্ডাই ভগৱান হৈয়েই মুণ্ডাইঁতক বিপ্লৱমুখী কৰি তুলিছে।

নহ'লে উপায় কি ?

নাই—আন একো উপায় নাই।

দিনৰ পাছত দিন ধৰি ভাবি চাইছে, অন্য উপায় দেখা নাই।

পৰিৱৰ্তন লাগে···মুণ্ডাৰ মানসিক আৰু সামাজিক কাঠামোৰ।

বিপ্লৱ লাগে···।

বীৰসাই মুণ্ডাসৱক কৈছে ঃ সফল তোমাৰলোগ হ'বাই। এইবোৰ ধনু-কাঁড় যাঠি-জোঙৰ সমল লৈ হিলৈ ৰৰটোপৰ বিৰুদ্ধে যে বৰ বেছি যুঁজ দিব নোৱাৰি, জানে বীৰসাই; কিন্তু লগতে এইযাৰ কথাও জানে যে মুণ্ডাৰী একতাই যিকোনো অস্ত্ৰ-শস্ত্ৰৰ অভাৱ গুচাব পাৰে।

মুণ্ডাসৱে নিজক 'মুণ্ডা' বুলি চিনাকি দিয়াটোক গৌৰৱৰ থল বুলি ভাবিবলৈ পাহৰিলেই। সিহঁতৰ আত্মবিশ্বাসক ঘূৰাই আনিব লাগিব। তেতিয়া আকৌ নিজক 'মুণ্ডা' বুলি চিনাকি দিয়াত গৌৰৱ বোধ হ'ব। এয়া বীৰসাৰ মতে এক বিৰাট বিশাল লাভ।

এই কাৰণেই বীৰসা ভগৱান হ'ল।

পানীৰ পৰা ভৰি দুখন উঠাই আনিলে বীৰসাই। সেই শিলচটাৰ ওপৰত কাটি হৈ শুলে। ছোৱালীহঁত ঘূৰণীয়া হৈ বহিছে। তলসুৰীয়াকৈ মাত-বোল কৰিছে। মাজে মাজে মন-নমনকৈ বীৰসালৈ চাইছে। ইজনীয়ে সিজনীৰ চুলি ফণিয়াই দিছে, খোপা বান্ধি দিছে। কোনোবাজনীয়ে আন এজনীৰ কোলাত মূৰ পেলাই শুই আছে।

চাওঁতে চাওঁতে বীৰসাৰ দৃষ্টিক কুঁৱলীয়ে ঢাকি ধৰিলে। ভগৱান হ'বলৈ হ'লে অনেক মূল্য দিব লাগে।

সমাজ-পৰিৱৰ্তন সামান্য বিষয় নহয়।

অনেক কষ্ট, অনেক যন্ত্ৰণা।

শুষ্ক—মৰুভূমি-সদৃশ জীৱনক বৰণ কৰি ল'ব লাগে।

সেই জীৱনত কোন দৰাধৰা নাই, বাদ্য-ভাণ্ড বজাই আয়তীহঁতে আমৰ পাতত পানী ছটিয়াই দৰাক নমাই লৈ 'চুমান'—অৰ্থাৎ স্ত্ৰী-আচাৰ নকৰে। বীৰসাক তেল-হালধি সানি স্নান কৰাই কোনো কইনাৰ দেউতাকে কোলাত বহুৱাই নলয়। পাঁচ 'পঞ্চেশে' বিয়া নিদিয়ে। কোনোবাজনী বধূৰ সৈতে তিলক আৰু 'জনেও' বিনিময় নকৰে বীৰসাই —জল, অগনি, ধান, দুগ্ধ, তৰোৱাল, তীৰ আৰু ধনু, এই সাতোটা বস্তুৰ সমুখত থিয় হৈ একে একে অংগীকাৰবদ্ধ হ'বলগা নহয়···।

এতিয়াৰ এই জীৱনত কেৱল ৰাতিৰ নিমজ এন্ধাৰত মাইলৰ পিছত মাইল খোজ কাঢ়িব লাগে। ইখন সভাৰ পিছত সিখন সভা পাতি মুণ্ডাসকলক উলগুলানৰ মন্ত্ৰ শুনাব লাগে। মানুহ বীৰসাই যিবোৰ বস্তু ভাল পাইছিল—সেইবোৰ পাহৰি থাকিব লাগে।

—সি যে ভগৱান···।

বীৰসাই চকুযুৰি মুদি দিলে।

পাছদিনা পুৱা নওৰতনগড়লৈ গৈ হাবিৰে ঢাক-খোৱা পৰিত্যক্ত গড়ৰপৰা বীৰসাই তাৰ বহু আকাংক্ষিত মাটি ল'লে।

নওৰতনগড়ৰ মাটি!

আৰু—

ছোৱালীহঁতে নতুন কলহীয়াবোৰ ভৰাই পৱিত্ৰ নিজৰাৰ পানী লৈ উভতি আহিল। ওভতা বাটত সেই বৃদ্ধই কোৱামতে জাবিয়াত জিৰণি লৈ, তাৰ পাছতহে সিহঁত পুনৰ খোজোঁদি পালেহি।

বীৰসাই ক'লে, 'কালিলৈ সকল মুণ্ডা মানুহ ডোম্‌বাৰি পাহাৰলৈ আহিবা। যিমান পাবা সিমান আহিবা। এতিয়া আঘোণ মাহ। পুহলৈ এতিয়াও বিছ দিন। পুহৰ আগতেই আৰু যোদ্ধ-ওঠৰখন সভা পাতিব লাগে।'

সোমে ক'লে, 'কালিলৈয়েইনে— ?'

'সময় ক'ত ? সময় নাই।'

কোম্‌তাই তাৰ ভৰি এখন মাটিত ঘঁহাই ক'লে, 'ঘৰ্‌তে মঁা চিন্তাত চাটিফুটি হৈছে। এক্‌বাৰ যাই দেখি আহিম।'

'বাৰু, যোৱা! কিন্তু আৰ ফিৰি নাহিবা। পিছৰ টান থাকলে এই কামত নাহিবা। আগ্‌তেও কৈছিলোঁ মুই।'

বীৰসাৰ কথাত কোম্‌তা ক্ষুব্ধ হ'ল খুব। ক'লে, 'ভগৱান! আমাৰ দোষ-গুণৰ কৈ দিছা।'

কোম্‌তাৰ কাকুবাদ শুনি ইজনে সিজনৰ মুখলৈ চালে। বীৰসাই ক'লে, 'মোৰ মঁা বুলি মই বেছিকৈ ভাবিম ? নে তুমি ভাবিবা ? যদি ভাবাঁ, তেন্তে জানিবা, সেই যে আত্মীয়াকৈ ভাবিলা, সেই ভবাৰ পাক-ভোঁহৰেদি তোমাৰ মনত 'ডেমাক'—ডেমাকৰ উঁই পকৰা সোমাই গ'ল। আৰ সেই 'ডেমাকে'—আহাংকাৰে—তোমাক খাই শেষ কৰি দিব। আৰু তেতিয়া আৰু তোমাক দিয়া উলগুলানৰ কাম না হ'ব।'

ডোম্‌বাৰি পাহাৰত টিং বোলা একো নাই। ডোম্‌বাৰি পাহাৰৰ ওপৰভাগ বেছ আহল-বহল। ওখই প্ৰায় তিনিশ ফুট। পাহাৰৰ ওপৰলৈ যাবলৈ হ'লে শিলৰ চাপে চাপে খোজ দি দি, শুকান শুকান ঘঁাহৰ চপৰাবোৰত খামুচি ধৰি ধৰি উঠিব লাগে।

ডোম্‌বাৰি পাহাৰৰ ওপৰত, এশতকৈয়ো অধিক মুণ্ডাৰ সমাবেশত বীৰসাই বগা নিচান এখন উৰুৱালে। নিচানখন পূবমুৱাকৈ শিলৰ চাপ এটাত পুতি দিলে।

আৰু এখন ৰঙা নিচান উৰুৱালে পশ্চিম দিশত।

বীৰসাই ক'লে, 'ধলা নিচানখন হ'ল মুণ্ডা। আৰ—লাল নিচানখন হ'ল দিকুহঁতৰ জুলুম। মুই লাল নিচানখন কাটি পেলাই দিলোঁ। এতিয়া তোমালোক যুঁজলৈ ওলাইছা, ডোম্‌বাৰিৰ পাথৰ এনেকৈ' লাল হৈ যাব হে তেজেৰে। এতিয়া—তোমালোক কোন পথে যাবা?'

'উলগুলান উলগুলান !!'

বীৰসা ভগৱানে নিস্পান শিলৰ দৰে স্থিৰ হৈ শুনিলে :

'উলগুলান ! উলগুলান !'

'এতিয়া জানা, সকল বীৰসাইতৰ ঘৰ যে গড় হ'ব, সেই কথা কৈ দিছোঁ। আৰু জানা—ডোম্‌বাৰিৰ পিছফালে ছৈল্‌ৰাকাব্‌ পাহাৰ তোমালোকে দেখাছ। ছৈল্‌ৰাকাব্‌ ওখ খুব, আৰু থিয়দণ্ডা। বন-বজাই খেদিলে হৰিণাৰ ঠেং পিছলে। কিন্তু সেই ওখ আৰু পাহাৰৰ গা বগাই মুণ্ডা চড়্‌লে তাৰ পাও নাই পিছ্‌লে। সেই পাহাৰ কেনেকৈ হৈছিল?'

'ছেংগেল-দা ! ছেংগেল-দা !'

'ছেংগেল-দা ! ধাৰাসাৰ পানীৰ দৰে হৰ্‌হৰাই নামিছিল জুই—আকাশৰপৰা। যাতনাৰে ধৰ্‌তী কম্পি কম্পি উঠিছিল। সেই কঁপনিৰপৰা ইমানবোৰ পাহাৰ হ'ল। এতিয়া, সেইবোৰ পাহাৰৰ গুহালৈ তোমালোক যাবা। য'ত যিমান বীৰসাইতৰ ঘৰ, চব হ'ব আমাৰ গড়। সেইবোৰ গড়ত দমাই ৰখা হ'ব বৰছা-বলোয়া-টাঙ্গি-তীৰ-ধনুক। আমাৰ যাৰ যি যত যত আছে শত্তুৰুক খতম্‌ কৰিব পৰা যুঁজৰ আহিলা। এই কামটো কৰিব নানকইঁতে। —কিয় কৰিব এই কাম?'

'উলগুলান ! উলগুলান !'

'পৰ্‌চাৰকসকলে আমাৰ ছোৱালী-তিৰোতাসকলৰপৰা সহায় ল'ব। তোমালোক যাবা বোগোতা বোৰ্তোদি আদি গাঁৱে গাঁৱে। যাবা জংলালৈ। জংলৰ একৰ্বাৰে ভিতৰে সোমাই যাবা, জংলৰ পেটত সোমাই ঘৰ সাজিবা। ঘৰ হ'ব—চাঙৰ ওপ্‌ৰত্‌ ঘৰ। চাৰি মানুহ ওখ চাং, জাখ্‌লা থাকিব, জাখ্‌লাৰে উঠিবা, আকৌ নমাই থ'বা। সেই যিমান ওখ চাঙৰ ওপ্‌ৰত্‌—কিয়নো বাৰু এনে ঘৰ সাজিবা?'

'উলগুলান। উলগুলান।'

'মথিয়নচবে—পুৰাণকসকলে গুটুহাতু, ছাইকো, দউদি আৰু আৰও চাৰিফালৰপৰা হাথিয়াৰ, কাপোৰ-কানি, গুৰলৈ খেৰ, পানী ৰখা কলহ, মঠীয়া, চাউল ছাতুগুড়ি যর চীনাঘাঁহৰ দানা নিমখ তেল যিমান পাবিব, যি পাবিব—এই পাহাৰ ছৈল্-ৰাকাবৰ গুহাত গোটাব, জেঁৰ বনাব।

'তোমাৰলোগৰ এই এই কাম। মোক তোমালোকে সদায় দেখা নাপাবা। এতিয়া মই বাছিয়া, ছিছাই, কোলেবিয়া বানো, লোহাৰডাগা, তোৰ্পা, কবা, খুন্টি, মুৰ্হু, তামাৰ, বুন্দু, সোনাহাতু, জোৰহাট, জিলিংছেৰেৎ, ক্রোন্তেয়া, চাৰাবি, মনিছাই, বিৰ্তা-কোটাম, সোণপুৰগড়, তাউ, তিলাই-মাৰচা, নাগফেণী, পালকোট, তিৰ্লা, মণিহাতু, চাত্ৰাদি, কুস্থমটোলি, দিম্বুকেল, কাম্ৰা, পিপি, দোৰ্মা, গোৰাইদি, বিচাকুটি, কাৰিক্, কোটগৰা,—যত ঠাইত যত মুণ্ডা আছে, স—কল ঠাইত মুই যাম, একেই কথা ক'ম। —কিয় যাম···? কোনে হাত দাঙিছা— ?'

'মুই। একৃতেদিৰ গয়া মুণ্ডা।'

'কি ক'বা— ?'

'ভগৱান! সকল মুণ্ডা তোমাৰ ধৰম্ নাই লোৱা। সিহঁতো উলগুলানত চামিল হ'বনে ?'

'তুমি নওৰতনলৈ যোৱা নাই। গ'লে—জামিয়া গাঁৱৰ মান্কি—এক আন্ধা মুণ্ডাই তোমাৰ চকু মুকলি কৰি দিলে হয়। মুণ্ডাৰাজ কি কেৱল বীৰসাইতৰ বাবে হ'ব ? আমাৰসৱৰ পিতা-পুৰুষ যেতিয়া মুণ্ডাৰাজত আছিল, তেতিয়া আনকি লোণো সমানকৈ ভগাই লৈছিল, সোণো সমানকৈ ভগাই লৈছিল। মুণ্ডাৰাজ আনিবলৈ হ'লে সকল মুণ্ডা লোককে চামিল কৰি ল'ব লাগিব, বুজাছ ?'

'চামিল হ'ব ?'

'হ'ব। হ'ব লাগিব। দিকুৰ হাতত সকল মুণ্ডা সমানে মৰে, সমানেই কষ্ট পায়। মুই তোখেৰ সকল্কে ডাকিম হে, ই মোৰ কাজ।'

'বুজাছি।'

'তোমাৰ্‌লোগক যেনেকে' ভাগ ভাগকৈ কাজ-কাম দিছোঁ, তাহাৰ্‌লোকেও তাকে কৰিবহে! বুঝা তেন্তে। ৰাঁচী জিলাত উলগুলান চলি থাকিব, উলগুলান চলি থাকিব চাইবাসাত।

'আজি আঘোণৰ দচ তাৰিখে কওঁ। পুহৰ দচ তাৰিখে ছাহাবইতৰ বৰদিন। সিদিনাৰেপৰাই আৰম্ভ হ'ব—উলগুলান। সাত তাৰিখৰপৰা দিকে দিকে পাহাৰ-বনত জুই জ্বলি উঠিব। সেই জুই হ'ব উলগুলানৰ চিন—নিচানা! আৰু—'

'বোলা হে!'

'সকল মুণ্ডা-ঠাই ঘূৰি আহি—উলগুলানৰ আগতে মুই আকৌ ডোম্‌বাৰিত তোমালোকৰ লগত পুনৰ লগ লাগিমহি। —কিয়?

'উলগুলান! উলগুলান! উলগুলান!'

'গোৱা হে! গোৱা হে মুণ্ডাসকল! সেই বোলেপে বোলোপে গান গোৱা হে! ৰাতিৰ আকাশ তোমাৰ-মোৰ গা-বৰৰে কালা হে! ৰাতিৰ আকাশৰ তৰাবিলাক—সেই চোৱা—আকাশখনৰপৰা দল বান্ধি আমাৰ মাটিলৈ নামি আহিছে—এই গান শুনিব বুলি—এই গান শুনিব বুলি জংলত বতাহ বলি বাইছে, জংঘল জাগি উঠাছে, জিম্‌জিমা পাতৰ শব্দ শুনহে—চবে বোলোপে শুনিবলৈ বৈ আছে···ঝাণ্টে আহাঁ হে··· ঝাণ্টে আহাঁ···ঝাণ্টে গোৱাঁ···।'

'বোলোপে বোলোপে—
হেগা মিছি হোন্‌ কো···।'

ক'লা ৰাতি, ক'লীয়া দেহ, ক'লা হাতে হাত ধৰাধৰিকৈ তিনিটা দলে বীৰসাক বেঢ়ি বেঢ়ি বীৰসাৰ চাৰিওফালে ঘূৰি ঘূৰি গান গাই গাই ধীৰ গতিৰে ঘূৰিবলৈ ধৰিলে। তপ্ত তেজৰ তলৰপৰা জীৱন-সংগীতৰ ধাৰা ওলাই আহিবলৈ ধৰিলে···।

ৰাতি গভীৰ হ'ল। ৰাতিৰ আকাশৰ সীমাহীন মজিয়ালৈ ওলাই অহা তৰাবোৰে একে একে বিদায় ল'বলৈ ধৰিলে। বতাহ হিমচেঁচা হৈ উঠিল।

অৰণ্যৰ সৰ্বদেহ কুঁৱলীয়ে আবৰি ধৰিলে···।

## ওঠৰ

চুটিয়া আৰু জগন্নাথপুৰৰ মন্দিৰ দখল কৰিছিল, যদিও দখল বজায় নৰখাকৈয়েই বীৰসা তাৰপৰা গুচি গ'ল। না পাৰিলে ধৰিব, না পালে সাৰ-সুৰ। হাওৱা হৈ গ'ল বীৰসা। কাঁকইৰে চুলি ফণিওৱাৰ দৰে, পুলিছে জংগল আৰু পাহাৰকো তন্ন তন্নকৈ ফণিয়াই চালে।

নাই।

বীৰসা নাই!

কিন্তু—এই যে মানুহ এটা নাপাত্তা হৈ গ'ল 'হাওৱা' হৈ গ'ল, তাৰ বাবে মুখত কোবোৱা দমৰাহেন মিয়াৰ্স উদ্বিগ্ন হৈ উঠিল।

যতমানে উদ্বেগ-উৎকণ্ঠা—কেৱল তেওঁৰহে। ওপৰৱলাক একোপধ্যে পন্থ মাৰিবলৈ গৈ উকমুকৰ পোৱালি পোৱাৰ কথাটো হাজাৰ চেষ্টাতো বুজাব নোৱাৰে। উপাক-পাকত পৰে, কথা-কাণ্ডৰ উৱা-ভুৱা নুবুজাকৈয়েই উতল কাটি থাকে।

মিয়াৰ্সৰ দৃঢ় বিশ্বাস: মুণ্ডা-অঞ্চল এতিয়া অগ্নিগৰ্ভ। যিকোনো দিন যিকোনো সময়ত প্ৰলয়ংকৰ জুই জ্বলি উঠিব।

—কিন্তু মুণ্ডাইঁত ক'ত? সিহঁতো দেখোন প্ৰায় 'হাওৱা' হৈ গ'ল!

মুণ্ডাইঁত পাহাৰ-জংগলত লুকাই আছিল, পুলিছৰ ঘূৰা-ফুৰা দেখা পাই সিহঁতে হাঁহিছিল, আৰু নাইকিয়াৰ মাকৰ পো-ৰ দৰে মুণ্ডাইঁতৰ একো উম-ঘাম নাপাই পুলিছ বপুৰাইঁত বীৰদৰ্পে হোঁহকা দিয়াৰ পাছত জীৱনৰ গান গাই উঠিছিল। সিহঁতৰ তেজতে তেতিয়া নিচা। এই নিচা—এই ৰাগি মদেৰে নহয়। উলগুলান—সাগ্ৰাম দিন সংগ্ৰামৰ সামগ্ৰিক বিদ্ৰোহৰ ৰাগিৰে মুণ্ডাইঁত হৈ উঠিছিল মতলীয়া···।

বীৰসা···।

বীৰসা···।

হে ভগৱান বীৰসা···।

তেতিয়া—সকলো মুণ্ডাৰ মনত, সকলো মুণ্ডাৰ প্ৰাণত, জীৱনত-মৰণতো বীৰসা ভগৱান···।

সকলোতে বীৰসা সোঁ-শৰীৰে নাই : কিন্তু সকলো গান বীৰসাক লৈয়েই।

মুণ্ডাইঁতে গাই আছিল—

এ ডাকিলাহা বীৰসা ভগৱান—
অ' ভাই যাওঁ ব'লা
ঝাণ্টে ব'লা যাওঁ···।
চুটিয়াৰ মন্দিৰতে
এ মন্দিৰৰেপৰা চুটিয়াৰ
ওলাই আছি ক'লে আমাক
ব'লা যাওঁ—যাওঁ ব'লা
জগ্‌নাথপুৰৰ মন্দিৰলে' যাওঁ···।
বীৰসা ভগৱানৰ ডাকে
জগ্‌নাথপুৰলে'
গৈলোঁ আমি মুণ্ডাসৱে
সেই মন্দিৰলে'
থপিলোঁহো তাতে আমি
থপিলোঁহো তিনি বাতি
দেৱতালে' এ পৰ্‌ণাম জনাওঁ···।
চুটিয়া উঠিল যে কঁপি
কম্পি উঠিল ডুৰাণ্ডা আৰ বাকী হে···॥

মুণ্ডাসৱে সিহঁতৰ মনত ক'ৰবাৰপৰা যেন অসম্ভৱ-অকল্পনীয় শক্তি পাইছিল···।

মুণ্ডাৰ তেজত উঠিছিল বিশ্বাসৰ জোৱাৰ···।

সিহঁতে গাই আছিল—

জমিদাৰৰ অত্যাচাৰৰ যাতনাৰে
মানুহৰ দুখতে দেশ উথল-পাথল
অ' ধানুকী, দাণ্ডা ধনুক, দাণ্ডি লোৱা
আছে যিমান তীৰ-বলোৱা,
আজি জীয়নতকৈ মৰণ যে ভাল
মানুহৰ দুখতে আজি দেশ হ'ল যে উথাল-পাথাল।
আমাৰ নেতা বীৰসা হে বীৰসা ভগৱান—
আমাৰ বাবে আছিল ইথা
আমাৰ ভগৱান।
আজি জীয়নতকৈ ভাল যে মৰণ
আহাঁ হওঁহে সাজু দিমে এ ৰণ
ঝাণ্টে চল হাততে লৈ তীৰ আৰু তৰোৱাল···।
ডোম্বাৰিৰ ঐ পাহাৰতে গোট খাব লাগিব
ধৰ্‌তী-আবাই তাতে আমাক অনেক কথা ক'ব।
শুনি মলুৱাৰ ঐ মকমকনি
আমি নাই কৰোঁহে ডৰ—
জমিদাৰ ঐ মহাজনক
বাণিয়া আৰু দিকুহঁতক
নেৰোঁ আমাৰ ঘৰ।
দেশখন আমাৰ কাঢ়ি ল'লে এই মলুৱাহঁতে—
আমাৰ খুটকাট্টিৰ দখলদাবি
আক কাঢ়ি নিব ন'বিব ইহঁতে।
ঢেকীয়াপতীয়াৰ গৰাহৰপৰা
বিৰাল গোমৰ খোটৰপৰা
মুণ্ডাদেশক মুণ্ডাসৱে কৰিলোঁ আবাদ—
আমাৰ চিকুণী দেশখনক
সিহঁতবোৰে কৰিলে বৰ্বাদ—এ···এহে হে···॥

এই গানে বীৰসাৰ বুকুত কঁপনি তুলিছিল বাৰে বাৰে…।

মুণ্ডাসৱে কি কৈছেনো?

জীয়নতকৈ মৰণ ভাল?

কোনে ৰচিলে এই গান?

সুৰ দিলে কোনে?

বীৰসাই তাৰ এইবোৰ প্ৰশ্নৰ উত্তৰ পোৱা নাছিল।

কোনে দিব উত্তৰ?

কোনেও দিব পৰা নাছিল।

কোনেও ক'ব পৰা নাছিল।

কিন্তু বীৰসাই বুজি পাইছিল: এই গান সময়ে ৰচিছে, সুৰো সময়েই দিছে।

এই গান সময়ৰ গান।

কিয়নো—সময় বৰ বিস্ফোৰক, অথিৰ, উতল। সময়ৰ হস্তত তীৰ, হৃদয়ত দহন, আৰু দৃষ্টিত সূচ্যগ্ৰ লক্ষ্য।

বীৰসাই এই কথাও এই সময়তেই উপলব্ধি কৰিব পাৰিছিল যে—ভুগানা বা কৰ্মী উপলক্ষ্যহে মাথোন, তাক সৃষ্টি কৰিছে—সময়ে। সময়েই হ'ল তাৰ প্ৰকৃত স্ৰষ্টা। মুণ্ডাসৱৰ জীৱনত হোলিৰ জুই বছৰি বছৰি জ্বলে। কিন্তু উলগুলানৰ জুই—বীৰসাৰ অবিহনে কোনেও জ্বলাব নোৱাৰিলেহেঁতেন। এতিয়া আৱশ্যক হ'ল বহ্ন্যুৎসৱ। সেই বহ্ন্যুৎসৱৰ বাবে সময়ে বীৰসাক স্ৰজিলে।

বীৰসাই ভাবি আছিল: পাঁচ বছৰ হ'লেই প্ৰায়, ১৮৯৫ চনলৈকে চৰ্দাৰহঁতে কোৱা মতে, ভবা মতে, মুণ্ডা জনসাধাৰণে কৈছে, ভাবিছে।

তেতিয়াৰ মুণ্ডাই ভাবিছিল: লড়াই কৰিম তো হয়েই, কিন্তু—লড়াইৰ অৰ্থনো কি? কিহৰ লড়াই? কিহলৈ? তাৰ অৰ্থ?

—নাই, জমিদাৰক খাজনা নাই দিম।

—নিকটজুৰা মাটি লাগে।

—অৰণ্যত আকৌ আগৰকলীয়া অধিকাৰ ঘূৰাই পাব লাগে।

ওঁ, চৰ্দাবসকলৰ ওচৰত বীৰসা কৃতজ্ঞ। খুব। চৰ্দাৰহঁতে আন্দোলনক জীপাল কৰি ৰাখিছিল বুলিয়েইহে মুণ্ডাহঁতৰ হৃদয়ত এইবোৰ কথা তেজৰ আখৰেৰে লিখা হৈ আছিল, চিনাকি হৈ পৰিছিল, আৰু তাৰ ফলত বীৰসাৰ কাম হৈ উঠিছিল অনেক সহজ।

আৰু—সম্ভৱ।

বীৰসাই নিজক নিজেই প্ৰশ্ন কৰিছিল: মই ভগৱান হ'লোঁ, মুণ্ডাসৱে মোক মানি লৈছে।

কিন্তু—

চৰ্দাৰসকলক কিয় লাগিছিল মোক? চৰ্দাৰসকলৰ লড়াই কৰাৰ মন, অথচ নেতা নাই বুলিয়েই নে?

চৰ্দাৰসকলৰ পথ আইনৰ পথ, মোৰ পথ যুদ্ধৰ—লড়াইৰ পথ। এই দুই পথ এক হৈ গ'ল কেনেকৈনো?

কেনেকৈ মিলিল?

আজি সমগ্ৰ মুণ্ডা জাতিক লগত লৈ বীৰসা সশস্ত্ৰ সংগ্ৰামৰ পথলৈ খোজ লৈছে।

তথাপিনো চৰ্দাৰহঁত তাৰ লগতে চামিল হৈ আছে কিয়?

বীৰসাক কি লাগিছিল? মন্দিৰলৈ কিয় গৈছিল সি? কিয় গৈছিল সেই সুপ্ৰাচীন মন্দিৰলৈ?

জানে বীৰসাই—কিয় গৈছিল—কিয় যাব লগা হৈছিল তালৈ। আদিম মুণ্ডা-ধৰ্মই তাৰ আদিম সবলতাক হেৰুৱালে। মুণ্ডাসৱৰ মনত আত্ম-নিৰ্ভৰতা—নিজৰ ওপৰত নিজৰ আস্থাক ঘূৰাই অনাৰ আৱশ্যকতা —আছিল।

মুণ্ডাৰ জীৱনৰপৰা যতেকমানে বাহিৰা বস্তুমলা উৎপাৰি পেলোৱাৰ আৱশ্যকতা আছিল। জাতিৰ শত্ৰুকহঁতক—ধৰ্মতে থাকক বা অৰ্থনীতিতে থাকক—পুলিয়ে-পোখাই উভলা আৱশ্যক।

আন কোনো পথ নাই।

কোনো উপায় নাই।

কিয়নো বীৰসাৰ আদিম আৰণ্যক জননী ধৰ্ষিতা, অশুধ, অশুচি।

'মোৰে শুচি কৰ্ বাপ্—!' বুলি কৈ কৈ অৰণ্য-জননীয়ে কান্দি আছিল।

মুণ্ডাহঁতক সংগঠিত কৰি, সিহঁতৰ হাতত অস্ত্র গটাই দি—সকলোতে বা-মাৰলীৰ দৰে ঘূৰি ঘূৰি প্রতি মুহূর্ততে বীৰসাই বুজি পাইছিল যে—তাৰ দেহ হ'ল ছোটনাগপুৰৰ মাটি, তাৰ তেজৰ তলতে বৈ গৈছে ভাজ্‌নে আৰু কাঞ্চী নদীৰ স্রোত, আৰু সেই নদীৰ তীৰতে তাৰ আৰণ্যক জননীয়ে কান্দি আছিল।

তাৰ ফলত যোৱা চাৰি-পাঁচ বছৰৰ ভিতৰতে বীৰসাই নিজে হৃদয়ংগম কৰিছে, মুণ্ডাসকলক পতিয়াব পাৰিছে, যে সিহঁতক যি লাগে সেয়া হ'ল—

—যিহঁত আদিবাসী নহয়, সিহঁত হ'ল দখলদাৰ, আৰু সিহঁত গুচি যাব লাগে।

—মুণ্ডাসকলেই হ'ল মাটিৰ প্রকৃত মালিক।

—আৰু মুণ্ডা-ৰাইজৰ এই বিশ্বাসৰ সঠিক ৰূপায়ণৰ বাবে লাগিব মুণ্ডা-অধিকৃত এক মুণ্ডা ৰাজ্য। এই মুণ্ডা ৰাজ্যত ছাহাব কর্মচাৰী আৰু মিশ্যনাৰি নাথাকিব।

মুণ্ডাৰ সবাতোকৈ প্রার্থিত-বাঞ্ছিত বস্তু হ'ল বীৰসাৰ ৰাজ। বীৰসাৰ ৰাজেই হ'ল বীৰসাৰ ধর্ম। বীৰসাৰ ধর্ম মানে—বীৰসা-ৰাজ।

এই স্বর্গৰূপী স্বৰাজ্য পাবলৈ হ'ল তেজ ল'বও লাগিব, আৰু চলুৱে চলুৱে তেজ দিবও লাগিব।

প্রতিখন সভা-সমাবেশতে বীৰসাই এই কথাকে কৈছে।

* ডোম্বাৰিত যিখন সম্মিলন পতা হৈছিল—? —তাত? কি হৈছিল? বীৰসাই ভাবি থাকিল: জোন ওলাইছিল। ডোম্বাৰি পাহাৰৰ ওপৰত বহল শিল এচটাৰ ওপৰত বহি আছিলোঁ মই। ইজনৰ পিছত সিজনকৈ সত্তৰ-আশীজনমান গোট খাইছিলহি। কুড়া গাঁৱৰ ৰতন মুণ্ডাহঁত আহিছিল সবাতোকৈ শেষত।

মই সুধিছিলোঁ, 'কোৰাঁ, তোমাৰ কি ক'বলগীয়া আছে।'

কুত্‌ডাৰ জগাইহঁতে একেলগে তিনি-চাৰিজনে কৈ উঠিল, 'জমিন্দাৰ জাগিৰ্‌দাৰ ঠিকাদাৰৰ অত্যাচাৰ।'

মই কৈছিলোঁ, 'তেনেহ'লে ধনু-কাঁড় যাঠি-জোং সাজু কৰাঁ।'

সিহঁতে কৈছিল, 'কৰিম।'

মই সুধিছিলোঁ, 'হাঁথিয়াৰ কি কামত লাগিব?'

সিহঁতে কৈছিল, 'তুমি কৈ দিয়া।'

মই কৈ উঠিছিলোঁ, 'হাথিয়াৰেৰে জমিদাৰ-জাগিৰ্‌দাৰ-ঠিকাদাৰ-ৰজা-হাকিম-মুঙ্কুপ-ছাহাব-খিৰিস্তান-মিছ্‌নাৰি মাৰিবা হে!'

সিহঁতে কৈছিল, 'ৰাজা-হাকিম-কিৰিস্তান ছাহাবহঁতে আমাক বন্দুকেৰে মাৰে যদি—?'

মই কৈছিলোঁ, 'সিহঁতৰ বন্দুক-গুলী-জমা হৈ যাব। দেখ, চৌধ দিনৰ বাদে মই আকৌ তোমাৰলোগৰ ছাথ্‌ মিলিমহি। সেই দিনা খিৰিস্তানহঁতৰ ৰৰদিন। তোমালোকে হাঁথিয়াৰ মওজুদ ৰাখিবা, সকলে সকল হাঁথিয়াৰ হোছিয়াৰিছে সাজু কৰি ৰাখিবা।'

এইবোৰ কৈ থাকোঁতেই ৰাতি পুৱাল।

সভা সভা সভা।

সভাৰ পাছত সভা।

সমাবেশৰ পাছত সমাবেশ।

বীৰসাই কিমান পথ বাট ফুৰি বাই গৈছিল?

কিমান?

১৮৯৯ চনৰ অকটʼবাৰৰপৰা ডিচেম্বাৰৰ ভিতৰত ৰাঁচী আৰু চাইবাসাৰ কিমান ঠাইলৈ গৈছিলনো বীৰসাই?

চালকাড়ত বহি কৰ্‌মীয়ে কান্দিছিল: বীৰসা! বীৰসা! বীৰসা!

কৰ্‌মীয়ে নাজানিছিল—বীৰসা হ'ল ছোটনাগপুৰ, বীৰসাৰ তেজ হ'ল ছোটনাগপুৰৰ নৈ। কৰ্‌মীয়ে—নাজানিছিল, বীৰসাৰ তেজত কান্দিছিল এক নগ্না আৰণ্যক জননী।...

এই ক্ৰন্দনৰতী আৰণ্যক জননী কৰ্‌মীৰ দৰে নহয়, সালীৰ দৰে নহয়, এই জননী সকলোকে চেৰাই গৈ পৰিপূৰ্ণা মাতৃ। এই জননীৰ ক্ৰন্দনেই বীৰসাক ইমান দূৰ-দূৰান্তৰ বাট কুৰি বাই যাবলৈ অনুপ্ৰাণিত কৰিছিল। এই অৰণ্য-জননীৰ ক্ৰন্দনেই বিৰামবিহীন গতিৰ শক্তি যোগাইছিল বীৰসাৰ অদম্য মনত।

সেই জননীৰ কান্দোন শুনা বাবেইহে—বীৰসাই মুণ্ডাসৱক এই কথাত পতিয়ন নিয়াব পাৰিছিল যে—বীৰসাইত মুণ্ডাসকল হ'ল এক স্বতন্ত্ৰ জাতি।

এই বীৰসাইত মুণ্ডাসকলে সকলো মুণ্ডাৰ কাৰণে আত্মাহুতি দিব পাৰে! সিহঁতৰ এতিয়া 'জীয়নতকৈ মৰণ ভাল'।

সিহঁতৰ পথ ৰক্তাক্ত।

ৰক্তেৰে অভিষিক্ত ··।

কিন্তু বীৰসাইত মুণ্ডাই—বীৰসাইত নহ'লে মাতৃ-পিতৃ ভাই-ভনী কাৰো ৰন্ধা-বঢ়া নাখাব, কাৰো ঘৰতে নাথাকিব।

বীৰসায়েই সিহঁতৰ মনত এই গৰ্বৰোধৰ সৃষ্টি কৰি দিছে। এতিয়া বীৰসাইত হ'লেহে বুকু ফিন্দাই মূৰ পোনাই চলিব-ফিৰিব পাৰি।

ধানী মুণ্ডা বুঢ়াটো, বলিয়াটো, আটাইতকৈ বেসুৰা কণ্ঠেৰে গান গাইছিল আৰু হাত দাঙি দাঙি নাচি নাচি কৈছিল: 'মুণ্ডাটা হৈ জনম লৈ যে ইমান গৰৱে তেজত গৰ্জিব সিকথা আগে জনা নাই। এই যে জনালি ভগৱান, এই মুই হাতত পালোঁ চান্দটা। আন একো নাপালেও হ'ব, তোক কোনেও একো নক'ব।'

ৰাতিৰ পৰতে পাথৰ আৰু অৰণ্যৰ মাজেদি মাইলৰ পিছত মাইল খোজ কাঢ়ি কাঢ়ি গৈ থাকোঁতে বীৰসাই কৈছিল: আৰু নাকান্দিবি আই মোৰ! তু মোৰ তেজত আছিলি বাবেহে টুইলা বাঁহী ৰজাই আখাবাত কোনো দিনে মন বহা নাই। সদায় মনত এনে ভাব হৈছিল যেনিবা মোৰ আৰু বহুত কিৰাকিৰি কৰিবলগা আছে। ই কাজ কৰিম বুলি—কেৱল টুইলা বাঁহী ৰজাম বুলি মই জোৱনতে অহা নাই।

আই মোৰ! মোৰ মন নবহিল মিছ্‌নত, বন্দ্‌গাঁৱতো। মনেই নহ'ল—নহ'লে সালীৰ দৰে, পৰ্‌মীৰ দৰে গাভ্‌ৰু ছোৱালীক আবাদ্দি কৰি গাওঁ-পহানৰ শাসন মানি—কৰ্‌মী-ছুগানাৰ বংশত চাকি জলাব নিশ্চয় পাৰিলোহেঁতেন।

কিহে মোক দংশাইছিল?

তেতিয়া জনা নাই।

কেৱল মনত ভাব হৈছিল, মুই আন কিবা কাম কৰিবলৈ' ভোৱনত আহিছোঁ, জনম লৈছোঁ...।

এতিয়া জানো, বুজি পাওঁ এতিয়া, তোৰ ছুৰেহে মোৰ তেজত জুই জলাইছিল।

খুটকাট্টি গাঁওবিলাকৰপৰা উছন হৈ হৈ, সকলো অধিকাৰৰপৰা বঞ্চিত হৈ হৈ, মুণ্ডাসৱৰ বাজহাড় বেঁকা হৈ পৰিছিল, মুণ্ডাৰ বাজহাড়ত জোৰ নাছিল মুঠেও।

সেইহে মই ইমান কাঠ-কঠিন হৈছোঁ, আই! মুণ্ডাহঁতে যিবোৰ উক্‌মুকৰ পোৱালি লৈ খেল-ধেমালি কৰি ভাল পাইছিল, মই সকলো খাৰিজ কৰিলোঁ, মুণ্ডাৰ জীৱনৰপৰা বাদ দিলোঁ।

হাঁ, মুই তোমাৰলোগৰ ভগৱান!

আৰ নাচ-গান-কৰম্‌-হোলি-ছোহৰাই উছৱ-পৰৱত মতলীয়া হৈ থাকিব নালাগে। নাপায়।

মূৰত ফুল—খোপাত ফুল—হাড়িয়া-দাওপানী-তাড়িৰ নাচোন-মাতন আৰু নালাগে। না কৰা।

এইবোৰ সমূলি পাহৰি এক লক্ষ্যত থিৰ হোৱাঁ।

এনেকৈয়েই—মুণ্ডাসৱক এক বিশ্বাসৰ এনাজৰীৰে বান্ধিলোঁ। সিহঁতক মৰিবলৈ শিকালোঁ।

যি শিকালোঁ, যিথিনি শিকালোঁ, সিহঁতে তাৰ কিমানখিনি শিকিব পাৰিলে—তাৰ পৰীক্ষা ল'ম—১৮৯৯ চনৰ—

২৪ ডিচেম্বাৰ!

চৌবিছ ডিছেম্বাৰ—২৪ ডিছেম্বাৰ—চৌবিছ ডিছেম্বাৰ—
মুণ্ডাসৰে থিয়াই আছিল।
মন্ত্ৰৰ দৰে জপি আছিল···।
বগা ছাহাবহঁতে একো জানিব পৰা নাছিল।
বগা ছাহাবহঁতে কি কৰি আছিলনো?

ৰাঁচীৰ ইঅ'ৰোপীয়ান ক্লাবৰ বিলিয়্যাৰ্ডজ্ খেলৰ টেব্ল্‌খন অসামান্য। যেন নিমজ তেন নিখুঁত। কাঠকে চাবানে কাৰিকৰিকে চাবা! আৰু বিলিয়্যাৰ্ডজ্ খেল খেলিবলৈ ডেপুটি কমিশ্যনাৰ ছাহাবে ইমান যে ভাল পায়! বিলিয়্যাৰ্ডজৰ—ক্যিউডাল অৰ্থাৎ বিলিয়্যাৰ্ডজ খেলাৰ বিশেষ মাৰিডাল হাতত লৈ, সঠিক নিচানা কৰি, বগা বগা বলবোৰ মাৰিডালেৰে মাৰি টেব্‌ব্‌লৰ গাঁতলৈ বগৰাই পঠাব পাৰিলেহে তেওঁৰ উত্তেজিত নাৰ্ভ জুৰ পৰে। ৰাঁচীৰ শ্বেতাংগ-সমাজে ডি. ছি-ৰ এই বিলিয়্যাৰ্ডজ-প্ৰীতিৰ এটা ব্যাখ্যা উলিয়াইছে।

অৰণ্যে—আঁৰতহে চৰ্চে।

ৰাঁচীহেন এডোখৰ জংলী ঠাইত মিছিজ ডি. ছি.-ক নোপোচায়। তেওঁ সদা-সৰ্ব্বক্ষণ নাক কোঁচায়। মৰামুঈজনী হৈয়েই আছে তেওঁ। কিনো আছে ইয়াত? পাহাৰ? জংগল? মনোৰম বা-বতৰ? তাৰ বাবে কিয় এই টাবচিলিঙিহেন হৈ পৰি থাকিব লাগিব ইয়াত?

ডি. ছি মতা মানুহ। তেওঁ চিকাৰলৈ গুলাই, বা আৰু আন কত কি কৰি-ধৰি তুষ্ট হৈ থাকিব পাৰে। মিছিজলৈ আছেনো কিটো?

কি আছে তেওঁৰ ইয়াত?

ডি. ছি. য়ে তেওঁৰ মিছিজ মেমনিক একোপধ্যে বুজাব নোৱাৰে যে কিবা এটা প্ৰমোছন-ট্ৰমোছন নোহোৱালৈকে ৰাঁচী এৰি যোৱাটো অসম্ভৱ তেওঁৰ পক্ষে। কৰ্তৃপক্ষই বদলী নকৰিলে তো তেওঁ নিজে নিজে বদলী হ'ব নোৱাৰে।

ভাৰতত—মোটামুটি ভব্য-গব্যভাৱে বসবাস কৰিব পৰা চহৰ হ'ল—এইখন পূৰ্ব-ভাৰতত—কলিকতা। কলিকতালৈ যাবলৈ কোনেনো বাক নিবিচাৰে?

ঠেং দাঙিয়েই আছে সকলোৱে। কিন্তু—বত্তাকিতাৰ লগুণ-গাঁঠি বৰ মাৰাত্মক। সেই গাঁঠিক খোবোচা গাঁঠি বুলিলেও বাহুল্য নহয়। টানি এৰাবলৈ ল'লে আৰু আঁট খাই পৰে, আৰু যে লাগি ধৰে।

মেম ছাহাবৰ লগত সদায় খকা-খুন্দা কৰি কৰি ডি. ছি. ৰ জীৱনলৈ বিতৃষ্ণা উপজিল। একেবাৰে তিতা-কেঁহা লাগি গৈছে। বিয়া কৰাই মেখেলাতলীয়া হৈ আঁঠুৰাৰ ভিতৰৰ মহটি হৈ থকাতকৈ যে বৰলা-ভাত খোৱা কিমান ভাল—এতিয়াহে বুজিছে তেওঁ। কিয় যে মৰিবলৈ পাখি গজিছিল তেওঁৰ! তেওঁ সদা-সৰ্বক্ষণ মৰা-মুৰাটো হৈ থাকে। আৰু—তেতিয়া তেওঁ বিলিয়্যাৰ্ডজ খেল খেলে, আৰু খেলিয়েই থাকে।

আজিও তেওঁ খেলি আছিল, যেনেকৈ অন্য দিন খেলে। পুলিছ ছুপাৰে চাই আছিল, যেনেকৈ আন দিনাও চাই থাকে। জাৰো পৰিছে বৰ, বাঁচীত যেনেকৈ পৰে। একেবাৰে যাক বোলে জাৰত জাৰ-কেঁকোৱা দিছে। বেয়াৰাই ঠিকমতে পানীয়ৰ যোগান ধৰিছে যদিও, গৰম নহয় যে নহয়েই...।

ডি. ছি.-য়ে ছুপাৰক ক'লে, 'হ্বাট্ বোগি ম্যান—সেই দেওটো—হ্বাট্ বীবসা—মৰিলনে কি?'

'প্ৰায়—।'

'প্ৰায় কিয়?'

'বাজহাড় ভাঙি দিলোঁ তাৰ। একেবাৰে বাও-শব্দ নকঢ়া হ'ল। এতিয়া সি বুজিছেই যে—হোঁকৰণিৰ কথা বাদেই—আৰু হোঁ-হাঁ কোঁ-কা কৰিও লাভ নাই।'

'মিয়াৰ্চে কি কয় ?'

'মিয়াৰ্চ ? মেও মেও মাও মাও কৰাই তাৰ কাম। বীৰসাৰ সম্পৰ্কে যিমান ডাল-পাত যোৰা দিয়া জাবৰ গুলায়, মিয়াৰ্চে তাকে পাগুলে।'

'সেই সিবাৰ—১৮৯৮ চনৰ মে মাহত সিংভূম-পুলিছ ক্ষুব্ধ-উত্তেজিত হৈ উঠিল, বীৰসা বাঁচীত লুকাই আছে, গিড়িয়ুন আৰু প্ৰভুদয়ালক ধৰা পেলোৱাৰ বাবে ৰাঁচীৰ চৰকাৰে পুৰস্কাৰ-টুৰস্কাৰ একো নিদিলে বুলি। ৰাঁচীৰ পুলিছৰ পাগ তুলিলে বেভাবেও হফমানে। ক'লে, বীৰসাই তামাৰ থানাৰ চালকাড় এৰি চক্ৰধৰপুৰ থানাৰ উত্তৰ দিশৰ পাহাৰত খলি লৈছেগৈ, অথচ—সিংভূমৰ পুলিছ হাত সাৰটি বহি আছে!'

'আচ্ছা—কথাটো এনেকুৱাও তো হ'ব পাৰে যে—বীৰসাই ৰাঁচী আৰু সিংভূম—দুয়োখন ঠাইতে যুগপৎ কাম চলাইছে? যদি কথা তেনেকুৱা হয়েইগৈ— ?'

'ছুপাৰম্যান তো নহয়।'

হাঁহিলে ডি. ছি.-য়ে।

'মুণ্ডাহঁতে তাক ছুপাৰম্যান বুলিয়েই ভাবে।

'হফমানৰ বক্তব্য কি ?'

'বক্তব্য বেকত কৰিলে তো আমি ৰক্ষা পৰিলোহেঁতেন। লিখি আছে, বিৰামবিহীন নিৰলসভাৱে চিঠি লিখি আছে—লিখিয়েই আছে। তেওঁৰ মগজুৰ ভিতৰত বীৰসাৰ ভূতে লম্ভিছেগৈ। চাৰিওফালে তেওঁ বীৰসাৰ প্ৰভাৱ দেখা পাইছে। মিশ্যনৰ মুণ্ডাহঁতো হেনো বীৰসাইত হৈ মিশ্যন এৰি গুচি গৈছে!'

'গুচি—সঁচাসঁচিকৈ গৈছেনে নাই তাৰ খবৰ-বাতৰি লৈছানে বাৰু ?'

'ক'ব নোৱাৰোঁ একো। মুণ্ডামখাই তো ওঁঠকে নলবোৱা হৈছে। এইবাৰ সিহঁত একেবাৰে চুপ্‌চাপ। হোলিৰ পাছত চিকাৰ খেলিবলৈকো ওলোৱা নাই।'

'লা-লক্ষণ কিন্তু ভাল নহয়।'

'এতিয়া আৰৰ দিন। আৰকালি সিহঁতৰ কষ্টৰ আৰু শেষ নাই। এই কালছোৱাত সিহঁত দলে দলে মিশ্যনমুৱা হয়।'

'এইবাৰৰ বৰদিনত বেছিকৈ কম্বল আৰু চোলা দিবলৈ মিশ্যন-বিলাকক কৈ থৈছোঁ।'

'ভাল কৰিছা। কিন্তু মিশ্যনে কি কৰে-নকৰে তালৈ চাই চাই ঠম্‌ঠম্‌ মদনগোপালটো হৈ বহি থাকিলে পুলিছৰ হ'বনে? আৰু— ধৰ্মৰ কথাত কোনে নাক সুমুৱাবগৈ? তুমিও নিশ্চয় এই বিষয়ত নাক সুসুমুৱাবা। ইপিনে—ছোটনাগপুৰৰ বেণ্ট্‌ ল-ৰ কথাত মাথা খাৰাপ হোৱাৰ যোগাৰ। আৰু এই ভূতৰ ওপৰত দানহ পৰাদি পৰিছেছি হফমান বোলাটোৰ চিঠিৰ পাছত চিঠি। অন্তহীন বিৰামবিহীন জাপ জাপ চিঠি।'

'হফমানো কিন্তু ফাল্টু নহয়।'

'তোমালোকৰ মানত হয়তো ফাল্টু নহয়। সি 'এনছাইক্লোপিডিয়া মুণ্ডাৰিকা'খন লিখি উলিয়ালে বুলি—একেবাৰে জানন্তা মামাটো হৈ পৰিল নে কি?'

'হফমানে মুণ্ডাইঁতৰ সমাজ, অৱস্থা, সকলো বৰ ভালকৈ জানে, বুজে। বুজিছা নহয়? তেওঁ যদি ভয় খাইছেই, তেনেহ'লে অৱস্থা ছিৰিয়াছ। একে একে দু-বছৰ জোৰা আকাল-অনাটনে কোবাই গ'ল, দেশৰ আ-অৱস্থা এনেও তেনেই বেয়া হৈ আছে।'

'মুণ্ডামথা নেখাই নমৰে। সিহঁতে খাবলৈ পায়নো কেতিয়া—যে নেখাই মৰিব? ওপজেও যেন জাক জাক সাইলাখ গাহৰি-পোৱালি। নাই দেখা—?'

'পিছে—বীৰসাই এটা কাম কিন্তু—বৰ ভালেই কৰিলে। মুণ্ডাইঁতক সি কি ক'লে কি বুজালে নাজানো, যদিও সিহঁতৰ পৰিয়ালত এতিয়া আৰু আগৰ দৰে ল'ৰা-ছোৱালী নোপজা হ'ল।'

'আৰে বাবা! বৰদিন আহিলেই। ডিনাৰ-নাচ-ক্ৰেট-চিকাৰ— এইবোৰ কথা অলপ ভাবিব নোৱাৰানে কি? তুমিও দেখোন জুনিয়ৰ হফমানটোৰ দৰে হনুমন্ত জঁাপ মাৰিছা, কথাৰে কোবাই উকৰাইছা...!'

হুফমান। কেথলিক মিশ্যনৰ বেভাৰেও হুফমান। মিশ্যন-হাউছত বহি বহি তেওঁ হাত মোহাৰিলে, কপালত হাতেৰে আলফুলকৈ ঘঁহিলে। তেওঁ এটা—যেনিবা এটা বিপৰ্য্যয়ৰ আগ-বতৰা পাইছে। এটা দুৰ্য্যোগৰ আভাস...। কিন্তু ডি. ছি.-ক তেওঁ একোপধ্যে বুজাব পৰা নাই কথাবোৰ।

হুফমানে ডি. ছি.-ক লিখিলে: মুণ্ডাইঁতৰ প্ৰতি মোৰ মনত কোনো বিদ্বেষ-ভাব নাই। কিন্তু—ইংৰাজ বা অন্য হিন্দু বহিৰাগতসকলৰ ওপৰত মুণ্ডাইঁত যে ক্ষিপ্ত, সেই কথা অতি প্ৰকট। মই দুবছৰ ধৰি সিহঁতক নানাভাৱে বুজাবলৈ যত্ন কৰিছোঁ। বুজাবলৈ যত্ন কৰিছোঁ যে—এই চৰকাৰক তোমালোকে মানি ল'ব লাগিব, কিয়নো, এই চৰকাৰক বদল কৰাৰ ক্ষমতা তোমালোকৰ নাই, নহ'ব। ছামু মুণ্ডা আৰু আন বীৰসাইতহঁতকো নগদ টকাৰেও সহায় কৰিছোঁ। কিন্তু এতিয়া শুনিছোঁ যে—বগা ছাহাব হোৱা হেতুকে সিহঁতে মোক, আৰু ফাদাৰ কাৰবেৰিকো হেনো খুন কৰিব। যিহঁতে বগাঘৰৰ চাউল খাই আহিছিল, সিহঁতৰ মাজত কিছুমানৰ পৰিয়াল-পৰিজনক সহায় কৰি দেখিলোঁ, কোনো লাভেই নহ'ল...।

ৰাঁচীৰ ৰাইজে তেওঁক যে পাগল বুলি ভাবে, জানে হুফমানে। তথাপি তেওঁ ডি. ছি.লৈ চিঠিখন লিখিলে।

আৰু আচৰিত কথা, ডি. ছি.-য়েও হুফমানৰ কথাখিনিক হুমু-বাৰ্তা বুলি ভাবি ফুতে উৰাই নিদিলে। এইবাৰ তেওঁ মুণ্ডাৰীত মাত-বোল কৰিব পৰা এজন দাৰোগা আৰু কনৃস্টেবলক তদন্ত কৰিবলৈ পঠালে, আৰু—নিজেও 'ট্যুৰ'লৈ ওলাল।

*কিন্তু সকলো খোলাকাটিৰ তালহে হ'লগৈ।*

কেদিনমান ধৰি চকৰি-ঘূৰণে ঘূৰি ঘূৰি কণামুৰি লাগিল। তাৰ পাছত, ৰাঁচীলৈ উভতি আহি ডি. ছি. য়ে ছুপাৰক ক'লে, 'গুলৈ—বুজিছেনে? গুলৈ—। গুলৈৰ পম খেদি লাভ নাই।'

'কি শুনি আহিলানো—?'

'শুনিলোঁ—বীৰসাই ইমান দিন ধৰি হেনো নিৰলে তপস্যা কৰি আছিল। এইবাৰ হেনো আত্মপ্ৰকাশ কৰিব।'

'কাহানি— ?'

'কাহানি—কওঁনো কেনেকৈ ? পিছে—বীৰসাক হেনো শ শ মাইল জুৰি দেখা পোৱা যাব বুলি শুনিলোঁ।'

'তাৰ অৰ্থ— ?'

'ক'ব নোৱাৰোঁ।'

'অ'— ।'

ডি· ছি· আৰু ছুপাৰে যেতিয়া এনেবোৰ বাক্য-বিনিময় কৰি আছিল, তেতিয়া আছিল ১৮৯৯ চনৰ ডিছেম্বাৰৰ ২৩ তাৰিখ।

আৰু ঠিক তেতিয়াই বীৰসা মুণ্ডাই জনাই দিলে উলগুলানৰ দুটা অধ্যায়। প্ৰথমে, জুই জ্বলাই কাঁড় এৰি খ্ৰিষ্টানহঁতক ভয় খুৱাব লাগিব। আৰু দ্বিতীয় অধ্যায়ত আৰম্ভ হ'ব সশস্ত্ৰ সংগ্ৰাম।

২৪ ডিছেম্বাৰত ক্ৰিছমাছ ঈভ। ইঅ'ৰোপীয়ান ক্লাব পোহৰেৰে জলমলাইছে। পোহৰে সমদল ভাত। ছাহাব আৰু মেমহঁতে হাতত ধৰা-ধৰিকৈ, বাহুত বাহু লগাই বুকু বুকুত স্নুমুৱাই নাচিছে। বেণ্ডবাদ্য বাজি আছে। কাঁচৰ গ্লাছ আৰু বটলবোৰ ট্ৰে-ৰ ওপৰত সজাই লৈ বেয়াৰাহঁতে ঘূৰি ফুৰিছে। ৰঙিন কাগজৰ শিকলি ওলমিছে, মালা দুলিছে। সুসজ্জিত ক্ৰিছমাছ-ট্ৰে-ৰ চাৰিওকালে থিয় হৈ বয়সিয়াল পুৰুষ আৰু মহিলাসকলে নানান কথাৰ মহলা মাৰিছে।

হঠাৎ বাহিৰত হৈ-চৈৰ শব্দ উঠিল।

নাচন বন্ধ হ'ল। বাদনো। সকলোৱে পৰস্পৰলৈ চালে। হেঁপাই-কোঁপাই খানছামা ক্লাবৰ ভিতৰলৈ সোমাই আহিল। আহি ডি· ছি-ক ক'লে খানছামাই, 'আমি পলাওঁ হুজুৰ। বীৰসাইতহঁতে চহৰৰ সকলোতে কাঁড় এৰিছে। সিহঁতে ছাহাবহঁতক বিচাৰি ফুৰিছে।'

ছুপাৰে এইবাৰ খানছামাটোক ধমক মাৰি ক'লে, একদম মিছা কথা। চহৰত কোনো বীৰসাইত-ফিৰসাইত নাই।'

'হুজুৰ, যিহঁতে খোৱাবস্তু ল'বলৈ আহিছিল, অ'ত-ত'ত বহি আছিল, সিহঁতেই তো বীৰসাইত হুজুৰ! জাৰ্মান মিছনলৈ জাউৰিয়ে জাউৰিয়ে কাঁড় এৰিলে। কাঁড় বিন্ধি ছেদী মিস্ত্ৰিবীটো মৰিল হুজুৰ।'

'মিছা কথা!'

'ন্ নহয় হুজুৰ!'

খানছামাটোৱে কঁপি-জঁপি ক'লে:

'আপোনাৰ বঙলাতো কাঁড় এৰিছে। আপোনাৰ গাৰ্ড জখম হ'ল। আমি পলাওঁ হুজুৰ। এতিয়া যদি সিহঁতে আমাক ইয়াত পায়—তেনেহ'লে আৰু ৰক্ষা নাই। নিশ্চয় আমাকো মাৰি পেলাব।'

আৰু ঠিক তেতিয়াই জেলখানাতো পগলাঘণ্টি বাজি উঠিল।

'কি হ'লনো তাত!'

ডি. ডি. য়ে ক'লে, 'ছুপাৰ, আপুনি জেলখানালৈ যাওক। মই পুলিছ-বেৰাকলৈ যাওঁ। তাৰপৰা অফিছলৈ যাম।'

খণ্ডত ডি. ছি.-ৰ নিজৰ মগজু নিজে খাবৰ মন গ'ল। আজি ৰবিদিন। অফিছত মানুহৰ কথা বাদেই—পইতাচোবা এটাকো পাবলৈ নাই। চৰকাৰী দপ্তৰ বন্ধ। ক'ৰপৰা কেনেকৈ খবৰ-বাতৰি পাব, ব্যৱস্থা-বন্দৱস্ত কৰিব?

কেনেকৈ?

'ঘোঁৰা আনিবলৈ কোৱা।'

তেওঁৰ ডেপুটিয়ে তেওঁৰ ক'লে, 'কাক কোৱা হ'ব? নেটিভহঁত আটাইবোৰেই পলাল।'

'বিয়েল্লি? ফুলছ্ !—কোনো অৰ্থ আছেনে?'

ডি. ছি. ওলাল। পুলিছ-বেৰাকলৈ গ'ল। ক'লে, 'চহৰত বাউণ্ড দিয়া। অৱস্থাৰ বুজ লোৱা। গণ্ডগোল হোৱা দেখিলে, বাধ্যত নপৰালৈকে গুলী নকৰিবা। মই দপ্তৰলৈ গৈছোঁ।'

ডি. ছি. ৰ দপ্তৰ—অফিছ তেওঁৰ বঙলাৰ লগ লগা। ডি. ছি. ৰ পৰিবাৰ কলিকতাত আছে। ডি ছি-য়ে দেখিলে যে বঙলাৰ লাইটবোৰ মুমুৱাই চাকৰ খানছামা বেয়াৰা পানী-যোগনিয়াৰ জমাদাৰ মালী চহিচ বাবুৰ্চি—আটাইবোৰ চ'ৰা ঘৰটোত খেপাখেপিকৈ গাতে গা লগাই বহি আছে। ক'লে, 'কাছাৰি ঘৰত বিছনা পাৰি দিয়া। দুৱাৰ খোলা থাকক। মই বন্ধ কৰিম।'

'হুজুৰ!'

'কি?'

'আমি···।'

'ভয় নকৰিবা।'

'কিন্তু······।'

'চৌবিছ ঘণ্টাৰ ভিতৰত সকলো ঠিক হৈ যাব।'

ৰাতি পাৰ হ'ল। পুৱাবেপৰাই খবৰ আহি থাকিল। নাই, চহৰত গুলীউৱাৰ আৱশ্যকেই হোৱা নাই। কিয়নো—কোনো এটাও ধামুকী মুণ্ডাক চহৰত বিচাৰি পোৱা নগ'ল। বীৰসাৰ নাম—যেনেকৈ গুলৈৰ দৰে হঠাৎ জ্বলি উঠি বিভ্ৰান্ত কৰি মুহূৰ্ত্ততে মিলাই যায়, মুণ্ডাহঁতৰ বীৰসাইতহঁতৰ কেটোৰ ক'লা মুখবোৰো কিজানি তেনেকৈ পলকৰ বাবে জ্বলি উঠি—নিকত্তৰ অন্ধকাৰত মিলাই গ'ল। ৰাঁচী নামৰ এই নিশ্ছিদ্ৰ-নিৰাপদ চহৰখনৰ ক'তো-কেনিও সিহঁতৰ কোনো উম-ঘামেই নাই।

ডেপুটি জেল-ছুপাৰ অমূল্য অন্ধকাৰত থিয়-হৈ থাকিল, অন্ধকাৰত দেখিলে, ছাটিয়াৰৰ বাট লৈ, তলমূৰ হৈ নিশব্দে মুণ্ডাহঁত গুচি গ'ল। এই দৃশ্য দেখাৰ অন্তত অমূল্য জেললৈ উভতি গ'ল।

আজি ৰাতিৰ পৰতে জেল-কৰ্ত্তৃপক্ষয়ো সাজু হৈ থকাৰ হুকুম আছিল। জেলখানাত ঢেৰ বন্দী আহিব পাৰে।

ছুপাৰে ক'লে, 'নহয়, আজি আৰু কোৱাৰ্টাৰলৈ নোযাওঁ।'

পুৱাৰেপৰাই খবৰৰ জোৱাৰ। গোটেই দিনটো জুৰি বাঁচীত ধোঁৱা-চোৱাৰহঁত আহিল আৰু গ'ল। ডি. ছি. আৰু 'পুলিছ-ছুপাৰে খবৰ-বাতৰি ল'বলৈ ধৰিলে। সিংভূম জিলাৰ চক্ৰধৰপুৰৰ অধীনস্থ প্ৰতি থানাৰপৰা খবৰে ডেউকা মেলি মেলি আহিল : বীৰসাইতহঁতে সকলোতে জ্ৰাউৰিয়ে জাউৰিয়ে কাঁড় এৰিছে, জুই জ্বলিছে··· ।

মিয়ার্সে ক'লে, 'মই আগতেই জানিছিলোঁ।'

'কি ? কি জানিছিলা ? ক্ৰিছমাছ ঈভৰ দিনা মুণ্ডাহঁতে বিদ্ৰোহ কৰিব বুলি জানিছিলা ?'

'নহয়। কিন্তু আমি যি অৱস্থাক শান্ত অৱস্থা বুলি ভাবি আছিলোঁ, সেয়া যে আচলতে আছিল প্ৰলয় ধুমুহাৰ আগৰ নিস্তব্ধতা—সেই কথা।'

ডি. ছি. য়ে নজনা নহয় কথাটো, তেওঁ জানে যে—শ্বেতাংগ অফিছাৰসকলে, মিশ্যনাৰিসকলে, জমিদাৰহঁতে—মুণ্ডাহঁতৰ বিৰুদ্ধে অতিচাৰ—হয়, অনাৱশ্যক কঠোৰ ব্যৱস্থা লোৱাৰ দোষত তেওঁকে দোষী বুলি ভাবে।

তেওঁ ক'লে, 'মই কি কৰিব পাৰিলোহেঁতেন ?'

'সেই কথা কোৱাৰ অধিকাৰ মোৰ নাই।'

'পাইকাৰী জৰিমনা আদায় কৰা নাছিলোনে, গাঁৱে গাঁৱে ?'

'প্ৰত্যাহাৰো কৰিছিল।'

'চৰকাৰী কাম-বনত কেতবোৰ নিয়ম-কানুন মানি চলিব লাগে। এই পাইকাৰী জৰিমনা অনাদি-অনন্তকাললৈ তো জাৰী ৰাখিব নোৱাৰি।'

'কিন্তু তেতিয়াৰেপৰাই অৱস্থা বিস্ফোৰক হৈ আছে।'

ডি. ছি.-য়ে আঙুলিৰে চুলিত ধৰি পকাই থাকিল। তেওঁ অলপ কৰ্কশ কণ্ঠেৰে ক'লে, 'হয়, ছুবছৰ জোৰা খৰ আকাল শস্যহানি জমিদাৰ মহাজনৰ অতি লোভ—ছোটনাগপুৰৰ বেণ্ট ল আদি—আটাইবোৰেই মুণ্ডাক মৰয়ুঁজলৈ ইন্ধন যোগাইছে।'

'কিন্তু এতিয়া— ?'

'বীৰসাই কথা দিছিল।'

ডি. ছি.-য়ে একো ক'ব নোৱাৰিলে। এতিয়া তেওঁ লাগিলে মিলিটাৰি মেলি দি হ'লেও দ্ৰোহ দমাব। তথাপি ··তথাপি বীৰসাৰ ওপৰত শ্ৰদ্ধা হৈছে তেওঁৰ। এটা নিচেই সাধাৰণ দুখীয়া মুণ্ডা হৈও এক বিশাল প্ৰতিপত্তিশালী পৰাক্ৰান্ত প্ৰশাসনিক ব্যৱস্থাক সি পালি পালি কৰি শিকাব পাৰিছে। দিনে এসাজকৈ এমুঠিমান চীনাঘাঁহৰ দানাযে পগোৰা খাদ্য যিবিলাকৰ আহাৰ, পিন্ধনত যিহঁতৰ লেংটি, হাতিয়াৰ বোলোঁতে তীৰ-ধনু-যাঠি-জোং, যিহঁতৰ কান্ধৰ ওপৰত চক্ৰবৃদ্ধি-সুতৰ গধুৰ বোজা, সেই মুণ্ডাজাতিক বীৰসাই বৃটিছসিংহৰ উদ্যত হাঁতোৰাৰ বিৰুদ্ধে বুকু ফিন্দাই থিয় কৰালে। অথচ তাক যে কেনে শান্ত নম্ৰ নিৰীহ নিৰ্জু বুলি বোধ হৈছিল ··! মনত পৰিল তেওঁৰ—চালকাড়ৰপৰা গুচি অহাৰ আগতে তেওঁ কৈছিল তাক: কোনো গণ্ডগোল নকৰিবা বুলি চৰকাৰক কথা দিছা। কথা নাৰাখা যদি কঠোৰ দণ্ড।

ডিছেম্বাৰ মাহ।

জমিদাৰৰ ভাখৰিত তেতিয়া নানান শস্যৰ ওগাইবহ। মুণ্ডাইঁতৰ চোতালত পোকে-কুটা ধান, যৱ, গোমধান। তিৰোতাইঁতে ছোৱালীইঁতে গোলাই হৈ বহি লৈ সেই পোকবোৰ বাছি বাছি উলিয়াই পেলাইছে। জাৰকলীয়া বতাহ মাৰিছে, বৰ গা বিন্ধি যোৱা বতাহ। কক্ষ, তীব্ৰ। বীৰসাই তাৰ গাত উৰিছে এখন চাদৰ, গুদা ভৰি। বীৰসাই থিয়ৈ থিয়ৈ ডি. ছি. ছাহাবৰ ঘোঁৰাটোৰ গাত হাত ফুৰাইছে।

তেওঁ ক'লে, 'কথাটো মনত ৰাখিবা।'

বীৰসাই চকু দাণ্ডি চালে। তাৰ চকুযুৰিত হাঁহিয়ে নাচিছে।

তাৰ পাছত, তেওঁৰ ঘোঁৰাটোৰ লগে লগে খোজ দি দি সি গাঁৱৰ সীমালৈকে আহিল। ল'ৰা ছোৱালী বুঢ়ী সকলোটিয়েই ডিঙি মেলি মেলি তাক দেখি আছে। বীৰসা থিয় হৈ থাকিল, তেওঁ গুচি গ'ল। পিছ ফালে ঘূৰি চালে তেওঁ অলপ পাছত, তেতেলী এজোপাৰ তলত হাত এখন দাণ্ডি থিয় হৈ আছে বীৰসা। তাৰ পাছত আৰু তাক লগ পোৱা নাছিল তেওঁ।

মিয়ার্সে কৈছিল, 'জেলতে বীৰসাৰ থিয় হৈ থকাৰ মাজত, মাত-বোল কৰাৰ মাজত, এটা ড্যাম্‌ড্‌ আত্ম-বিশ্বাসৰ ভাব, বজা বজা ভাব।'

কিন্তু এই 'বজা বজা' বা 'বজাঘৰীয়া' ভাব-লক্ষণ, সহজ স্বাভাৱিক আভিজাত্য, চলনে-ফুৰণে, কথাই-বাৰ্তাই—কেৱল বীৰসাৰ মাজতে নহয়, ভৰ্‌মি, সোনা, ডোন্‌কা আদি বহুতৰে মাজত স্পিটফিল্ডে প্ৰত্যক্ষ কৰিছে। প্ৰতিবাৰেই তেওঁ নতুনকৈ অবাক মানিছে। দুখীয়া-নিছলা হৃতভগীয়া মুণ্ডাৰ মাজত এনে সহজ স্বাভাৱিক আভিজাত্য ফুটি ওলায়নো কেনেকৈ? সিহঁত বাৰু কোনোবা প্ৰাচীন সভ্যতাৰ ধাৰাবাহী হয়নে? কিন্তু সিহঁতৰনো আৰু' সভ্যতা কিহৰ? সিহঁত দেখোন বৰ্বৰ অসভ্য…।

ডি. ছি. য়ে আকৌ মূৰ দুপিয়ালে। যেনিবা—এতিয়াই সকলো কথাৰ ভেদ তেওঁ ভাঙিব পাৰিব, বীৰসাৰ গোপন কথাৰ সকলো ৰহস্য-সমাধান কৰিব পাৰিব তেওঁ তেওঁ বুজি পাব—বীৰসাক কিয় মুণ্ডাবিলাকে মানে—কিয় সি ৰাজদ্ৰোহ কৰিছে—সকলো সমস্যাৰ সমাধান যেনিবা হৈ যাব। কিন্তু এতিয়ালৈ একো শুং-সূত্ৰ পোৱা নাই তেওঁ। পাৰা যেনেকৈ পিছলি পিছলি ওলাই যায়, তেনেকৈয়েই তেওঁৰ হাতৰ মুঠিৰপৰা প্ৰকৃত সত্য সদায় পিছলি ওলাই গৈছে…।

কিন্তু তেওঁ হ'ল ডি· ছি। আৰু বীৰসা হ'ল বিদ্ৰোহী। পদে-প্ৰমাণে পায় যদি, চৰম দণ্ডৰ ব্যৱস্থা নিশ্চয়েই কৰিছে এৰিব।

ছোটনাগপুৰ ৰেণ্ট ল' বা খাজনা-আইনত মুণ্ডাহঁতৰ কোনোধৰণৰ স্বাৰ্থ সংৰক্ষিত হোৱা নাই। সেই আইন সংশোধনৰ বাবে তেৱোঁ চেষ্টা নকৰাকৈ থকা নাই। আইন এটা সংশোধন কৰাত বহুৰদিয়েক সময়ৰ আৱশ্যক হয়। কেইটামান বছৰ বাট চোৱাহেঁতেন কি হানি হ'লহেঁতেননো? চৰকাৰে জমিদাৰহঁতক সহায় কৰিছে? জমিদাৰ আৰু চৰকাৰ—দুয়ো পক্ষয়েই মুণ্ডাহঁতক শোষণ কৰিছে? এই কথাত অধৈৰ্য্য হ'বলগীয়া আছেনো কি? মুণ্ডাক কেতিয়ানো শোষণ কৰা হোৱা নাছিল? মুণ্ডা অ-শোষিত হৈ আছিল কেতিয়া? কেতিয়া সিহঁতে পেট পূৰাই খাবলৈ পাইছিল? সুবিচাৰ পাইছিলনো কেতিয়া?

ডি. ছি-ৰে কঠুৰা মাতেকে ক'লে, 'বিপ'ৰ্ট পঢ়ি শুনোৱা।'

'তামাৰ থানাৰ ছুঠাইত আক্ৰমণ হৈছিল—খ্ৰিষ্টানইঁতৰ ওপৰত। বীৰসাৰ আদি বসতি উলিহাতুত গাঁৱৰ চাৰ্চলৈকো কঁড়িউৱা হৈছে। তোৰ্পাত খ্ৰিষ্টানইঁতৰ ওপৰত কঁড়িউৱা হৈছে। —মাৰ্চা গাঁৱৰ পুৰোহিত—অৰ্থাৎ পহান জন্ কাণে কাণ মাৰি সাৰিছে। ৰাসিয়াৰ জাৰ্মান মিশ্যন চাৰ্চ আক্ৰান্ত হৈছিল, কাজাৰাতো আক্ৰমণ কৰা হৈছিল। ৰামটোলিয়াত এটি খ্ৰিষ্টান ল'ৰা জখম।

'খুন্‌টি থানাৰ ভালেমান গাঁৱত জুই লগোৱা হৈছে।'

'মুণ্ডাৰী গাঁৱত ?'

'নহয়। মুৰহুত এংলিকান্ স্কুলত বেভাবেণ্ড লাষ্টিলৈ কঁড়িউৱা হৈছিল। তেওঁ অৱশ্যে জখম হোৱা নাছিল।'

'বীৰসাক প্ৰথমবাৰ গ্ৰেপ্তাৰ কৰোঁতে লাষ্টি চালকাড়লৈ গৈছিল... জখম হোৱা নাছিল্!'

'ন'! দিছ্ আই ড'ণ্ট কোৱায়েট আণ্ডাৰস্ট্যাণ্ড!'

'আই ডু।'

'কি ?'

'মাৰি পেলোৱা, বা গুৰুতৰভাৱে জখম কৰাটো এতিয়া সিহঁতৰ প্ৰ'গ্ৰাম নহয়। পিছে—সেইবোৰ ঘটনা যেতিয়াই-তেতিয়াই ঘটিব পাৰে। কিন্তু প্ৰ'গ্ৰাম এতিয়া এই অৱস্থাত আছে, এতিয়ালৈকো অন্যৰকম।'

'তেনেহ'লে— ?'

'দেয়াৰ ইজ্ ম'ৰ টু ফলো। ৰিপ'ৰ্ট পঢ়া।'

'ছবোৱাড়া মিশ্যনৰ গুদামত জুই লগোৱা হৈছিল। বেভাবেণ্ড হফমান আৰু বেভাবেণ্ড কাৰবেৰিলৈ টোঁৱাই কঁড়িউৱা হৈছিল। বেভাবেণ্ড কাৰবেৰিয়ে বুকুত আঘাত প্ৰাপ্ত হৈছে। চন্দাগুটুৰ প্ৰচাৰকো কাঁড়ৰ আঘাতেৰে জখম। হফমান, কাৰবেৰি আৰু অন্যান্য লোকসকলে মিশ্যন হাউছত ইটাৰ টুকুৰা আৰু শিলগুটি গোটাই থৈছে বিদ্ৰোহীইঁতক ভেটিবলৈ।'

'সকলোতে পুলিছ পঠাই দিয়া ।......তাৰ পাছত— ?'

'সিংভূমৰ ঘটনাসমূহ অধিক গুৰুত্বপূৰ্ণ। কুন্‌ক্ৰেগুটুৰ জাৰ্মান মিশ্যনচাৰ্চ পুৰি ছাই হ'ল। লাগ্‌ৰাত এজন কন্‌স্টেবল্ নিহত হ'ল। চক্ৰধৰপুৰৰ জাৰ্মান চাৰ্চত এজন কৰ্তব্যৰত চকিদাৰ নিহত। সোমপুৰ অঞ্চলত এজন জাৰ্মান ব্যৱসায়ী অতি নিষ্ঠুৰভাৱে নিহত হ'ল। বীৰসাইতহঁতে স্ল'গান মাৰিছে :

হেন্দে ৰান্‌ৱা কেচে কেচে

পুন্‌ডি ৰান্‌ৱা কেচে কেচে—ইয়াৰ অৰ্থ কি ?'

'ক'লা খ্ৰিষ্টানহঁতক কাটি পেলোৱা, বগা খ্ৰিষ্টানহঁতক কাটি পেলোৱা। —তাৰ পাছত ?'

'এতিয়ালৈ খবৰ ইমানেই।'

'ডুৰান্‌ডালৈ খবৰ পঠোৱা।'

'ডুৰান্‌ডাৰ—ক'লৈ ?'

'আৰ্মি অফিছলৈ। কম্যাণ্ডিং অফিছাৰক কোৱা, ছোটনাগপুৰৰ ডি ছি.-ৰ স্পেশ্যাল ৰিকুইজিশ্যান ভাৰ্ব্যালি—মৌখিকভাৱে ওঁ, মই মৌখিকভাৱেই ৰিকুইজিশ্যান কৰিছোঁ, লিখিতভাৱে নাই কৰা...ক্যাপ্‌টিন ৰোখক তেওঁৰ ছুটি বাতিল কৰি মাতি পঠোৱা হওক...মই...মই ক্যাপ্‌টিন ৰোখক আৰু লগতে ছিক্স্‌থ্ জাঠ ৰাইফেলছক লৈ সেই উপদ্ৰুত অঞ্চললৈ যাম।'

'ইয়েছ স্যাৰ, কিন্তু...... ।'

'মৌখিকভাৱে আৰ্মিৰ সাহায্য বিচৰাটো ইৰৰে্‌গিউল্যাৰ—এয়ে তো ? কিন্তু আৰ্মি ছোটনাগপুৰত আছেহি কিয় ? বিদ্ৰোহ দমন কৰিবলৈ। নহয়নে ? মোৰ মত এয়া মুণ্ডা বিদ্ৰোহ, বীৰসা হ'ল এই বিদ্ৰোহৰ নেতা। কম্যাণ্ডিং অফিছাৰে আৰ্মি ডিপাৰ্টমেণ্টৰ সৈতে ফয়ছলা কৰি ল'ব, বুজা-পৰা কৰিব। এতিয়া তেওঁলৈ বাতৰি পঠোৱা যে— ছিক্সথ জাঠ ৰাইফেলছক মোক লাগেই।'

'ইয়েছ স্যাৰ।'

ডি. ছি. আৰু মিয়াৰ্সৰ মাজত এইবোৰ কথা-বতৰা পতা হৈছিল ১৮৯৯ চনৰ ২৫ ডিছেম্বাৰ তাৰিখে।

২৯ ডিছেম্বাৰ তাৰিখে ডুৰান্ডাৰ কম্যাডিং অফিছাৰৰপৰা এড্জুটেণ্ট জেনাৰেল ইন্ ইণ্ডিয়া, হোম্ ডিপাৰ্টমেণ্টলৈ এখন ডেছপ্যাচ* পঠোৱা হ'ল :

ছোটনাগপুৰৰ কমিশ্যনাৰৰ মৌখিক আদেশৰ বলত ডুৰান্ডাৰ কম্যাণ্ডিং অফিছাৰে আজি আগবেলা ( ২৯. ১২. ১৮৯৯ ) ক্যাপ্টিন ৰোশ্বৰ নেতৃত্বত ছিক্স্থ্ জাঠ ৰাইফেলছৰ আশীজন সৈন্যক ডুৰান্ডাৰপৰা আনুমানিক বিছ মাইল দক্ষিণৰ চাইবাসা ৰ'ডত অৱস্থিত খুন্টিলৈ পঠাইছে, কিয়নো, উক্ত অঞ্চলৰ আদিবাসীসকলৰ মাজত প্ৰচণ্ড বিক্ষোভ ধূমায়িত হৈ উঠাৰ আশংকা কৰা হৈছে। পাৰ্টিয়ে ৰেগুলেশ্যন মতে গোলা-বাৰুদ লৈছে…।'

২৯ ডিছেম্বাৰ তাৰিখে ষ্ট্ৰিটফিল্ড আৰু ক্যাপ্টিন ৰোশ্ব সৈন্যবাহিনী লগত লৈ ওলাল। তেওঁলোকৰ একমাত্ৰ উদ্দেশ্য : উপদ্ৰুত অঞ্চলসমূহ পৰিদৰ্শন, আৰু বিদ্ৰোহৰ বিস্তাৰ দমন।

এই মৰ্মে ষ্ট্ৰিটফিল্ডে লেফটেন্যাণ্ট গৱৰ্ণৰলৈ এখন স্মাৰকপত্ৰ পঠিয়াই দিলে। স্মাৰকপত্ৰখনৰ খছৰাত লিখিলে :

"বন্দগাঁও আৰু সিংভূম জিলাৰ অন্যত্ৰ তদন্ত কৰি জানিব পৰা হৈছে যে, এতদঞ্চলত বীৰসাইত সংগঠন অতি শক্তিশালী। সিংভূম জিলাৰ ১৫০ বৰ্গ-মাইল এলেকালৈ, খুনটি আৰু তামাৰ থানাৰ ৩০০ বৰ্গ মাইল এলেকালৈও আৰু ৰাঁচী জিলাৰ বাছিয়া থানাৰ ১০৯ বৰ্গ-মাইল এলেকালৈ অনতিপলমে পুলিছ প্ৰেৰণ আৰু মোতায়েন কৰা হ'ব। ওপৰত উল্লিখিত এলেকাসমূহৰ সকলো গাঁৱত পুলিছ টহলি থাকিব আৰু যিবোৰ ঠাইত পুলিছ টহলি থাকিব, সেই ঠাইসমূহৰ

* টেলিগ্ৰাম নং ৩২০, তাৰিখ—২৯.১২.১৮৯৯, প্ৰ'গ্ৰেছ নং ৩২৩। দ্ৰষ্টব্য : হোম্ ডিপাৰ্টমেণ্ট, মেমো নং ৪২৫—কেম্প। তাৰিখ—৩০.১২.১৮৯৯।

অধিবাসীহঁতে পুলিছবাহিনীৰ অৱস্থানৰ বাবে ব্যয়ভাৰ বহন কৰিবলৈ বাধ্য থাকিব। দুই জিলাৰ মাজত থকা সীমান্তত অৱস্থিত বনগাঁও হ'ব এই নিয়ন্ত্ৰণ-ব্যৱস্থাৰ কেন্দ্ৰস্থল। আৰু এই সূত্ৰে খবৰ পোৱা গ'ল যে—দুমকা আৰু চুঁচুড়াৰপৰা মিলিটাৰি-পুলিছবাহিনী ৰাঁচীলৈ বুলি বাওণা কৰিছে।"

এনেতে, ৰাঁচীৰ জনেক বাসিন্দা, উকিল লছ্মনপ্ৰসাদলৈ এছ. আই. হাজাৰীপ্ৰসাদে এখন চিঠি পঠালে। চিঠিখনত লিখা আছিল:

'যথাবিহিত সন্মান আৰু সহস্ৰ প্ৰণামৰ অন্তে নিবেদন, কাকাজী—খুড়াদেউ, মোক ইয়াৰপৰা বদলি কৰাৰ বাবে আপুনি দপ্তৰত যথাসাধ্যে চেষ্টা কৰিব। মোৰ জান-মাল বিপদাপন্ন হৈ পৰিছে। আৰু যদি জানেই নাথাকে, চাকৰিৰে কি হ'ব? আপোনাৰপৰা ধাৰ হিচাপে যিখিনি টকা লৈছোঁ, শহুৰদেউতাৰ মাটি বেচি সেই টকা পৰিশোধ কৰিম—মোৰ এইটি কথা মনে-চিতে বিশ্বাস কৰিব পাৰে। মই যি বিপদত পৰিছোঁ, সেই বিপদৰপৰা আমাৰ পৰম ভৰসাৰ থলী মহাবীৰজীয়েও মোক উদ্ধাৰ কৰিব পৰাৰ আশা নেদেখোঁ।

"কাকাজী! কমিছনাৰ ছাহাব একেবাৰে বলিয়াহেন হৈ উঠিছে, বীৰসাক তেওঁ ধৰিবই। মোৰ যিকণ মাটি বাৰী বা খেতি-মাটি আছে, সেইকণ মোক মোৰ শহুৰদেউতায়েই দিলে, আৰু তেওঁ সেইখিনি মাটি পাইছিল খুটকাট্টি গাঁও উচ্ছেদ কৰি, আপোনাৰ কৃপাতহে। বীৰসাইতহঁতে মোৰ ভঁৰাল-ভাখৰি আগতেই জলাই ছাই কৰিলে। এতিয়া মোৰ নামত সিহঁতে ক'বলৈ গ'লে প্ৰায় হুলিয়াকে জাৰী কৰিলে। সিহঁতে মোক হেনো ভালকৈ পোতনি খেকেচা নিদিয়াকৈ নেৰে। আৰু সিহঁতে যদি কেনেবাকৈ মোক ধৰিব পাৰে, তেনেহ'লে যে পোনখুন্দাই যমৰ আলহী কৰি পঠাব, সেই কথা ধুৰুপেই। এমতাৱস্থাত, কাকাজী, আপোনাক লিখি চাফাকৈ জনাওঁ যে—এনেবোৰ এলেকাত টহলি থকাৰ অৰ্থ হ'ব আত্মজাহ। দয়া কৰি মন কৰিব, মই মহা বিপদত পৰিছে এইবোৰ কথা আপোনালৈ লিখিছোঁ।

"চঠা তাৰিখৰপৰা ছয় জানুৱাৰিলৈকে—যমকেপাই, বোগোতা আৰু অন্যান্য সকলো গাঁৱত বিত বিতকৈ বীৰসাক বিচাৰি ফুৰিলোঁ। যমকোপাইৰপৰা বিজাৰ্ভ ফৰেস্টৰ বৰ নলাৰ দাঁতিয়ে দাঁতিয়ে ৰাতিৰ এন্ধাৰৰ মাজেদি কিছু দূৰলৈ আগুৱাই যোৱাৰ পাছত আমাৰ গাইডজনে পলাই ফাট মাৰিলে। সিহঁতে বীৰসাৰ ভয়তে জানি-বুজিয়েই আমাক আওবাটে আগবঢ়াই লৈ গৈছিল। শংকৰা গাঁও পাই দেখা পালোঁ যে গাঁৱৰ জুপুৰিবিলাকত কোনো নাই, আটাইবোৰ জুপুৰি জনশূন্য, একেবাৰে খালী। এই কথাটি বুজিবলৈ আমাৰ পলম নহ'ল যে—এই গাঁৱত খানাতালাচী হ'ব বুলি আমাৰ গাইডজনেই আগ-বতৰা পঠাইছিল নিশ্চয়। ল'ৰা-বুঢ়া মতা-তিৰোতা সকলো গাঁও এৰি পলাল। গাঁও তেতিয়া নিমাওমাও। গছৰ ওপৰত বহি বহি সক সক বীৰসাইত ল'ৰাহঁতে আমাৰ গতি-বিধিলৈ লক্ষ্য কৰিছিল, সকলোকে সচিত কৰিছিল। তেতিয়া—বিৰাট বাহিনী অনাই হৈ-চৈ কৰি সহস্ৰবাৰ অনুসন্ধান কৰিলেও যে বীৰসাক ধৰা পেলাব নোৱাৰিম, সেই কথাটি নিৰহ-নিপানীকৈ বুজিলোঁ। কিন্তু সমস্যা হ'ল—মই কি কৰোঁ।

"বোগোতো গাঁৱো জনশূন্য। মালুগো মুণ্ডাৰ ঘৰৰপৰা বীৰসাৰ তিনিখন খাটোলা আৰু ঘোঁৰা এটাকে বাজেয়াপ্ত কৰি লৈ আহিলোঁ।

"এতিয়া—মুণ্ডাই মাৰি পেলাব—এই ভয়তে মোৰ মাথা খাৰাপ হ'বলৈ আৰু বেছি বাকী নাই যেন পাওঁ। মই মৰাৰ ভয়তে সদায় ত্ৰস্তমান। আঁঠুত জোৰ নাপাওঁ, সদায় ঠেং দুখন থাৰৰ নল কঁপাদি কঁপে।

"আজি আৰু অধিক নিলিখোঁ। জমাদাৰ ঈশ্বৰ সিং বাঁটীলৈ ডাক কঢ়িয়াই লৈ যাবলৈ ওলাইছে, তাৰ হাতত এই চিঠিখন দিলোঁ।"

ক্যাপটিন বোশ্বৰ ডায়েৰিৰ এখিলা পাত:

"যিবোৰ ঠাইৰপৰা মুণ্ডাইতক ধৰি অনা হৈছে, সেইবোৰ ঠাইৰ মুণ্ডাইতৰপৰা জেৰা কৰি যিবোৰ কথা জানিব পৰা গৈছে, সেই কথাবোৰ বিশ্বাস কৰা টান।

"জেবাৰ হুবহু বৰ্ণনা দাঙি ধৰা হ'ল :

ডি. ছি. : 'তুমি মিশ্যনত জুই লগাইছিলা কিয় ?'

মুণ্ডাঃ 'বীৰসা ভগৱানে কৈছিল।'

'বীৰসাই ভয় দেখুৱাই তোমাক মিশ্যনত জুই লগাবলৈ কৈছিলনে ?'

'নহয়, ভয় দেখুৱা নাছিল। ভয় দেখুৱাব কেলে' ?'

'বীৰসাই জুই লগাবলৈ কোৱা কথাবোৰ তুমি নিজ কাণেৰে শুনিছিলানে ?'

'নাই। মই বীৰসা ভগৱানক চকুৰেও দেখা নাই। মোৰ ঘৰ বহু—ত দূৰ।'

'তুমি এই ধোঁৱা ভৰিবে জংগলৰ লুংলুঙীয়া বাটেদি খোঁৱাই খোঁৱাই খোজ কাঢ়ি আহিছিলা কিয় ?'

'মিছ্‌নত জুই লগাই দিম বুলি। সকল যুঁজ-বাগ যে শেষ হয়াছে, মই নাই জান্‌ছিলোঁ।'

এই সময়তে ষ্ট্ৰিটফিল্ডে মাননীয় লেফটেন্যাণ্ট গৱৰ্ণৰলৈ এখন পত্ৰ লিখি পাঠাইছিল।

ষ্ট্ৰিটফিল্ডে লিখা সেই পত্ৰত অন্যান্য নানান কথাৰ লগত এইখিনিও লিখা আছিল :

"কেৱল সন্ত্ৰাসমূলক কাৰ্য্য-কলাপৰ ভয় দেখুৱাই যদি বীৰসাই মুণ্ডাবাইজৰ সৰহভাগক তাৰ পক্ষাৱলম্বী কৰিব পাৰিলেহেঁতেন, তেতিয়া-হ'লে আক্ৰমণমূলক কাৰ্য্য-কলাপ যে নিশ্চয় বাঢ়ি গ'লহেঁতেন, আৰু এই আন্দোলন এক ব্যাপক বিদ্ৰোহলৈ পৰ্য্যৱসিত হোৱালৈকে বাঢ়িয়েই গৈ থাকিলহেঁতেন, সেই কথাত মোৰ নিজৰ কোনো সন্দেহ নাই।"

পোৰাহাটৰ দুৰ্ভেদ্য অৰণ্যৰ বুকু ফালি ফালি ষ্ট্ৰিটফিল্ডে বীৰসাক বিচাৰিয়েই থাকিল। বীৰসা এতিয়া এক বিৰাট চেলেঞ্জ। বীৰসাক ধৰা-নধৰাৰ ওপৰত এতিয়া তেওঁৰ মান-সন্মান নিৰ্ভৰশীল। যিমানেই বিচাৰি ফুৰে, সিমানেই ভাবে তেওঁ : বীৰসাই সকলো কথা-কাণ্ডলৈ চাই আছে, চাই চাই আঁৰত থাকি হাঁহিছে।

বোধ অলপ গৰম হৈ উঠিল। ভুক কোঁচাই সুধিলে, 'যদি গুলীয়াবলে ছাকেই দিব—হোৱাই কল্ দ্য আৰ্মি? হোৱাই—?'

স্টিটফিল্ডে ক'লে, 'নহয়, নহ'ব।'

'কিয়?'

ষ্টিটফিল্ড এখন্তেক ৰ'ল।

তাৰ পাছত মুৰ দাঙি মিচিকীয়াই হাঁহি লাহেকৈ ক'লে, 'গুলীয়াব কাক? বুঢ়া-বুঢ়ী আৰু পেন্দুকণাহঁতক?'

'বাট দিছ্ ইজ্ ৰেবেলিয়ন্।'

'ইজ্ ইট্?—আপুনি ডিক্সনাৰিৰ পাত লুটিয়ায়নে কেতিয়াবা?'

'নোপ্—নহয়। —বাট্ হোৱাই?'

'ডিক্সনাৰিত কোৱা হৈছে যে প্ৰতিষ্ঠিত চৰকাৰৰ বিৰুদ্ধে সংঘবদ্ধ আৰু সশস্ত্ৰ বিৰোধিতা হ'ল—ৰেবেলিয়ন। এতিয়ালৈ তেনেকুৱা ঘটনা ঘটা নাই। ব্যাপকভাৱে আক্ৰমণমূলক, অগ্নি-সংযোগমূলক ঘটনা ঘটিছে; কিন্তু সেইবোৰ কৰা হৈছে—কেৱল খ্ৰিষ্টান আৰু ইংৰাজ তথা ছাহাবহঁতৰ বিৰুদ্ধেহে। ইয়াক প্ৰতিষ্ঠিত চৰকাৰৰ বিৰুদ্ধে সশস্ত্ৰ আৰু সংঘবদ্ধ বিৰোধিতা বুলি—ইন্ মাই অ'পিনিয়ন—একোপধ্যেই আখ্যা দিব নোৱাৰি।'

'তাৰ আৰু কিবা দেখি আছেনে?'

'নহয়, দেখি নাই। মই যিমানখিনিলৈকে অনুমান কৰিব পাৰিছোঁ ৰৰ বেছি দেখি নাই আৰু।'

'কিবা খবৰ পালেনে কি?'

'নহয়। কেৱল ছুয়ে ছুয়ে যোগ কৰি চালোঁ যে—ফল হৈছে মাত্ৰ মুঠতে চাৰি।'

ক্যাপ্টিন বোধে মুৰ জোকাৰিলে। ছিভিল এডমিনিস্ট্ৰেশ্যান তেওঁ একেবাৰে বুজি নাপায়। কিন্তু এইবাৰ কথা বুজাত তেওঁৰ অলপো কষ্ট হোৱা নাই যে—ছোটনাগপুৰৰ পক্ষে বৰ্তমান ডি. ছি. বোধ হয় ৰৰ যোগ্য নহয়।

কিন্তু ডি. ছি.-য়ে বুজ লোৱাত ভুল কৰা নাছিল। জানুৱাৰিৰ ৫ তাৰিখলৈকে ডি. ছি. মহোদয় চকৰি ঘূৰাদি ঘূৰি থাকিল, ডি· ছি·-ৰ অসংখ্য পুলিছ আৰু চোৰাংচোৱাৰ এক বৃহৎ অংশই দিনে-নিশাই খুন্‌টিত বীৰসাক বিচাৰি থাকিল্।

আৰু সেই খুন্‌টিৰেপৰাই আহ্বান বিয়পি পৰিল ডিছেম্বাৰৰ ২৭ তাৰিখে :

'বহদিনৰ পাছত দুটা দিন উকলি গ'ল। চৰকাৰে এতিয়াই মুণ্ডাসকলক, দ্ৰোহীয়া মুণ্ডাক দমাবলৈ উঠি-পৰি লাগি গৈছে। এইবাৰ আমি কিৰিস্তান মুণ্ডাসকলৰ ওপৰতে কাঁড় এৰিছিলোঁ হয়, কিন্তু এতিয়াৰপৰা বীৰসাইতসকলে আৰু কোনো মুণ্ডাৰ কোনো বিধৰ অনিষ্ট নকৰিব। এতিয়াৰপৰা মুণ্ডাৰ শতুৰু হ'ব দিকু আৰু চৰকাৰ, বিশেষকৈ চৰকাৰ। বগা ছাহাব আৰু চৰকাৰ হ'ল আমাৰ শতুৰু। মুণ্ডা—খিৰিস্তান হওক, সদান্ হওক—মুণ্ডামানুহৰ কুনু ডৰ নাই—কুনু বীৰসাইতৰপৰা।'

বুৰ্‌জু মিশ্যনৰ ৰেভাৰেণ্ড পাট্ৰিসিঙে ডি. ছি.-ক ক'লে যে, ডি·ছি·-য়ে যে কিয় গুণ্ডাহঁতৰ টিকনিডালকো দেখা পোৱা নাই—তেওঁ বুজা নাই। কথা অতি আচৰিত। তেওঁ এই খবৰ পাইছে যে জংগলত মুণ্ডাহঁত গোট খাইছেহি। সিহঁতৰ উদ্দেশ্য হ'ল পুলিছ আৰু মিলিটাৰিৰ লগত ফেৰপতা। যুদ্ধ কৰা। যোৱা ৬ জানুৱাৰিৰ দিনা বুৰ্‌জু মিশ্যনৰ কাষৰীয়া জংগলত কাঠৰ কণ্ট্ৰাকটাৰ জিয়েছ ছাহাব আৰু তেওঁৰ ভৃত্যৰ কাঁড়ে-বিন্ধা মৃতদেহ পোৱা গৈছে।

জিউৰাৰ দুৰ্ভেদ্য অৰণ্যত মুণ্ডাহঁত দিনে-পোহৰে নোসোমাইছিল। জিউৰাৰ অৰণ্যত, কথা আচৰিতেই—মাইলৰ পিছত মাইল জুৰি প্ৰতিজোপা গছেই প্ৰায় একেই সমান ওখ। সমোচ্চ। আৰু—আটাইবোৰ গছেই দেখাতো প্ৰায় এক। এই অৰণ্যত কোনো খাল-বিল-ঘুলি জান-জুৰি ডোবা-ডোং একো নাই। মুঠতে কেনো জলাশয়েই নাই। আৰু তাৰ কাৰণে, পানী নথকা হেতুকে, এই অৰণ্যত জন্তু-জানোৱাৰো

বৰ বেছি পৰিলক্ষিত নহয়। তদুপৰি, জনশ্ৰুতি: এই অৰণ্য হ'ল অৰণ্যৰ ৰক্ষাকাৰিণী অপেশ্বৰীহঁতৰ লীলাভূমি। জীয়া মানুহ যদি সোমায় কেনেবাকৈ, তেনেহ'লে অপেশ্বৰীহঁতে নানান ছলেৰে তাক অৰণ্যৰ সোঁমাজলৈ নি চুলিটাৰিবে গাঁঠি লগাই মাৰি পেলাব।

ৰাতিৰ পৰতে বীৰসাইতহঁত ডিউৰাৰ জংগলত গোট খালেহি। জোনৰ পোহৰে এই ঘন অৰণ্যক পোহৰাব পৰা নাই, নিমজ অন্ধকাৰ যৎসামান্য জলজলীয়া হ'ল মাথোন।

বীৰসাই তাত গোটখোৱা বীৰসাইতহঁতক ক'লে, 'এতিয়াৰপৰা কেৱল ছাহেব, বগা ছালৰ ছাহেব আৰু চৰকাৰৰ বিৰুদ্ধেহে আমাৰ লাড়াই। যত কথা আগে কয়াছি, চব মনত ৰাখিছাহে তোমালোকে। চৰকাৰে কাকো ধৰিব পৰা নাই। আমাৰ হাঁথিয়াৰতকৈ সিহঁতৰ হাঁথিয়াৰ ঢেৰ ভাল। সিহঁতে তাঁৰৰ যোগেদি বাতৰি পঠায়, ৰেলত উঠাই চিপাই অনায়, অনেক বন্দুক, অনেক টকা, অনেক চিপাই সিহঁতৰ। কিন্তু আমাৰ জাহান জান যোৱা-খোৱা হোয়। সিহঁতৰ জাহানৰ কথা নাই। সিহঁতৰ চিপাইবোৰ হ'ল ভেৰণীয়া, দৰমাহা খোৱা চিপাই। দৰমাহা খায় আৰু হুকুম তামিল কৰে। হাঁ! চৰকাৰে আমাক গুদা-মুদা নেবে, নেৰিব। ছোটনাগপুৰ আমাৰ হাতত। কিন্তু মুই কেতিয়াও ভৰা নাই, তোমালোকক মুই কেতিয়াও কোৱা নাই যে এই লাড়াই—ই লাড়াই বৰ সহজ হ'ব। উলগুলান সহজ কাম নোহয়।'

মুণ্ডাসকল নিমাত-নিশ্চুপ।

'এতেকেদিত গয়া মুণ্ডাৰ ঘৰতে ৰাঠিজনা বীৰসাইত যাব। তাতে সভা পাতি লড়াইৰ কথা পৰ্চাৰ দিব—ৰাঠিজনা পৰ্চাৰক ৰাণ্টে ৰাণ্টে ৰাঠি ঠাইলৈ গৈ।'

'ভগৱান!'

'বোলা, গয়া।'

'মই পুৰাণা চৰ্দাৰ, নতুনকৈ বীৰসাইত হয়াছি। আমি সভা পাতি থকাৰ সময়ত চিপাই আহে যদি—?'

'শুনা, কথাতে বোলে—সাজ চাই চাপ্‌বি। অৱস্থা চাই ব্যৱস্থা ল'বা। নিজৰ গিয়ান-বুধিৰ মতে কাম কৰিবা হে গয়া। মুই সদায় সকলোতে সকল বীৰসাইতৰ লগত না থাকিম, কিন্তু মনত সদায় থাকিম। বছ—সভা ইয়াতে আজি খতম্‌। যেনে নিসাৰে আহিছিলা, তেনে নিসাৰে-নিচুপে ওলাই যোৱা।'

গয়াই কৈ উঠিল, 'যিহঁতে সভালৈ নাহে, আমাৰ লগতে কথা নপতাকে' কাম কৰে, সিহঁতে, সেই সকল মুণ্ডায়ো—আমি আমাৰ ভগৱানৰ পথেৰে উলগুলান কৰোঁ' বুলি চেৰেকৃকৰে চেতি উঠে বুলি পুলিছৰ নজৰটা এত্‌কেদিৰ পিনে। আমাৰ কাঁড় এৰা, জুই লগোৱাৰ কাম হ'ল এক্ দিনত। আমি বৈ দিলোঁ। কিন্তু এথা-ইথা নানান ঠাইত, ছাইকোত কেতবোৰ মুণ্ডা অধিক চেতি উঠি বিপদ কৰিলে, যেতিয়াই-তেতিয়াই কাঁড়-তীৰ এৰি, জুই জ্বালাই।'

খন্তেকমান মনে মনে থাকিল বীৰসা।

ভাবিলে: পৰিৱৰ্তনৰ কালত এনেকুৱা কিছুমান নিবুকীয়ে গাঁও ভঙা ওলাব। ক'লে, 'উপায় নাই, এনেকুৱা কাণ্ড কিছুমান হ'বহে!'

খুন্‌টিৰ হেড কনস্টেবল ৪ জানুৱাৰি তাৰিখে এত্‌কেদি পালগৈ।

এত্‌কেদি গাঁৱৰপৰা অলপ আঁতৰত তম্বু তৰিলে। সমুখত তাজ্‌না নৈ। নৈৰ পানী ভাঙৰ ডাঙৰ চটাচটে পাথৰৰ গাত আটক হৈ এটা ধুনীয়া হ্ৰদৰ নিচিনা হৈ পৰিছে। ছাইকো আৰু এত্‌কেদি গাঁৱৰ বাইজৰ এইখন নৈয়েই বছৰটোৰ ভাৰসা।

গোধূলিৰ আগে আগে ছোৱালীহঁত আহিল নৈৰপৰা পানী নিবলৈ। ক'লে, 'ঘোঁৰা অন্তৰাই লোৱা হে, ঘোঁৰাই লাথি মাৰি আমাৰ কলচী ভাঙি দিব।'

'আৰে! ঘোঁৰা ক'ত, আৰু তহঁত ক'ত!'

'মোৰা ভৰ খাই বৰ। ই কানাত্ তৰিছ কেলে'—তাম্বু?'

'খেলা দেখাব, কালি দেখ্‌বি।'

দানুহঁ মুণ্ডাৰ বুঢ়ী-আই চিৰদিনৰ মুখ-কাটন, বেপৰোৱা, খঙবাগী। তাই ক'লে, 'তুই বচ্ছৰে তহঁতৰ খেল্ চাই চাই আৰু চাবৰ কুসু মন-হন নাই ৰে। খেল্ দেখালে খেল্ দেখবি।'

'কি কৰিবি?'

'তহঁতৰ কানাতত—ঐ তাম্বুতে মৌমাখিৰ বাহ ভাঙ্গি দিম। গছৰ ঠালত মৌবাহ আছে, ঠাল কাটি আনিম।'

'আৰে! হাম্‌বা চৰকাৰী কামত আহিছোঁ।'

সাঁজ লাগি নৌভাগোঁতেই গয়া মুণ্ডাই সকলো কথা বিৰ্জকৈ জানি গ'ল।

বীৰসাইতহঁত তিমানতে গোট খালেহিয়েই।

গয়াই ক'লে, 'ভগৱান কয়াছে, অৱস্তা চাই ব্যৱস্তা, সাজ চাই চাপ্‌বি। দেখি, বাতিপুৰা কি অৱস্তা হোয়। তেতিয়া বুৰা যাব।'

গোপীয়ে ক'লে:

'আমি আছোঁ। দেখা যাব।'

বাতিপুৰা খবৰ আহিল, হেড কনস্টেবল তম্বুৰ ভিতৰতে বহি আছে। দুটা কনস্টেবল আৰু তিনিটা চকিদাৰ নৈৰ চৰত নামিছে, গাঁৱলৈ সোমাবহিয়েই।

চৰৰ বালি আৰু শিলবোৰৰ ওপৰেদি খোজ দি দি কনস্টেবল দুটাই মূৰ দাঙি চালে।

সিহঁত তলত, আৰু ওপৰত, নৈৰ ওখ পাৰত ভালেমান মুণ্ডা, সিহঁতৰ হাতত টাঙি বলোৱা ধনু কাঁড় যাঠি জোং।

গয়াই হাত দাঙি ওপৰৰপৰা ক'লে, :

'ছামাবে হিজুলেনাকো মাব্ গোৱে কোপে! সুগৰী পছ ওলাল, মাৰা সিহঁতক—মাৰা!'

কনস্টেবল আৰু চকিদাৰকেটাই দুফালপৰা উধা-মুখাকৈ দৌৰি পলাবলৈ চেষ্টা কৰিলে।

কনস্টেবল দুটাৰ হাতত বন্দুক।

আৰু ওপৰৰপৰা চলনি পানীৰ দৰে নামি আহিল মুণ্ডাহঁত।

গয়াই কৈ উঠিল, 'জয়ৰামক মুই মাৰিমহে! সি বেটাই মোৰ ধানৰ টাল্—ভাখ্‌ৰি ভাঙি দিছিল, ভাঙি, জমিদাৰৰ হাঁথীক খাওয়াই দিছিল।—বেট্টা!'

'মোক মাৰিবি নাই ঐ গয়া!'

জয়ৰামে কৈ উঠিল।

কিন্তু জয়ৰামৰ কথা শেষ নহ'ল। গয়াৰ হাতৰ বলোৱাত ব'দ পৰি বলোৱাৰ ফাল বিজুলীৰ দৰে জিলিকি উঠিছে···তীখা তীখৰ হৈ উজলি উঠিছে···অলি থকা তীখা নামি আহিল···উঠিল···আকৌ নামি আহিল···আকৌ চাঁত্‌কৰে উঠি গ'ল ··।

তাৰ পাছত মুণ্ডাহঁত উভতি গ'ল।

কন্‌ষ্টেবল দুজনৰ মৃতদেহ তাতে পৰি থাকিল।

দুপৰীয়াৰ পৰতে হেড কন্‌ষ্টেবলে তম্বুৰপৰা ওলাই আহি চাৰিও ফালে চালে।

সকলো নিৰল-নিৰ্জন।

'কিছু বাখে নাই হে!' এই বুলি বিমৰ্ষভাৱে কৈ, কন্‌ষ্টেবল জয়ৰাম আৰু বুধুৰ মৃতদেহ বস্তা দুটাত ভৰাই, ঘোঁৰাৰ পিঠিত উঠাই গাঁৱৰ মাজেদি নগৈ বাঘে পোৱালি পোৱা হাবিৰ লুংলুঙীয়া বাটেৰে বাঁচীলৈ গৈ থাকিল।

জংগলত বাঘ; কিন্তু গাঁৱত বাঘতকৈয়ো বীভৎস বীৰসাইত!

মুণ্ডাসৱ গাঁৱলৈ উভতি আহিল। সিহঁতৰ তেজৰ তলত নাগেৰাৰ বোল। মনত বাজিছে মাদলৰ বোল। যেনিবা হোলিৰ পাছত চিকাৰৰ সুখ।

প্ৰাচীন ধৰ্মৰ বক্তোৎসৱৰ মহোৎসৱ।

তিৰোতাসকলে পুৰুষসকলৰ ভৰি পানীৰে ধুই দিলে। গান গাই থাকিল পুৰুষ-নাৰীয়ে মিলি।

সমস্বৰ সংগীতৰ তালে তালে নাচি উঠিল প্ৰাণ।···

কন্দৰ্পীৰ তত্ত্বত বহি খাউতমুৱা ক্যাপটিন বোৱে ষ্ট্ৰিটফিল্ডক ক'লে, '—এতিয়া ?'

ডি-ছি-য়ে ক'লে, 'ৰেবেলিয়ন।'

'কৰ্তব্য কি ?'

'হ্যাজ টু বি ক্ৰ্যাশ্ড্।'

'যাব কোন ?'

'মই।'

'কমিশ্যনাৰ ৰ্ফবছ— ?'

'মই যাম।'

যেই কি নহওক, চৰকাৰী প্ৰশাসন এই নিয়মতে চলে। বিপদৰ গৰাহলৈ আগতে আগবাঢ়ি যাব কনস্টেবল, তাৰ পাছত হেড কনস্টেবল, তাৰ পাছত ছোটা দাৰোগা, তাৰ পাছত বড়া দাৰোগা, আৰু তাৰ পাছত ক্ৰমে ক্ৰমে ওপৰ খাপৰ আফিছাৰসকল। এই অংকৰ ইফাল-সিফাল কদাপি নহয়।

গতিকে—আগে ডি. ছি. পাছে কমিশ্যনাৰ।

ইপিনে এতকেদিত গয়া মুণ্ডাৰ বৈণীয়েক মাকিয়ে তাইৰ কঁকালত একুঁচীয়াৰ লুচথন টানকৈ মেৰিয়াই লৈ গয়াক লাওপাত-কচুপাত কৰিবলৈ ধৰিলে। মুখ ফালি তীখা দি দি গয়াক মাকিয়ে মুখত কোবোৱা দমৰাহেন কৰি তুলিলে।

মাকিয়ে, গালি খাই গো-কাংনা যেন লগা গয়াক ক'লে, 'হাবে। তুৰ কোনো দিনা বুধি নাই, না হ'ব, আছে কেৱল গোঁৱাৰামি। পুলিছ মাৰা কৰলি। ছাহেবে তোক এৰিব— ? ঘৰত বহি বলোৱা ধৰাই উলগুলান কৰি কাম নাইৰে তোৰ। পলা, পলা—জলদি জলদি জংলে পলা।'

'হা! তোৰ পলাবৰ মুৰত মাৰোঁ জাক! ভগৱানে মোক এতকেদি ধৰি থাকিব কয়াছে।'

'আৰে ভেদ্ভাটা! গিধ্ধড়—শ-খোৱা শগুণটা! আৰে ঐ কে গঁওৱাবটা! অৱস্তা চাই বেৱস্তা ল'বলৈ ভগৱানে কোৱা নাই? এতিয়া সিহঁত কেতিয়া যে আহি পাবহি কুনে ক'ব? তেও এত্কেদি ধৰি থাকিবি? মৰদবিলাকক মাৰা কৰ্বি বে—তু?'

'তহঁত্কে এৰি থৈ যাম?'

মাকিয়ে কৈ উঠিল, 'পাথৰ দলি মাৰি পাও ভাংগি দিম। আমাক এৰি থৈ নাই যাবি—? না বে? কত দিন ঘৰত থাকিছ তু? মুলুকি লৰাই হোৱাৰপৰা আজিৰ দিন ধৰি ঘৰ থাক্ছিল কাৰ উপ্ৰত বে? এ—ই মোৰ উপ্ৰত! আৰ্ এতিয়া —এতিয়া ইদিন্তে মোৰ উপৰত ভাৰসা নাই, নোহয়?'

কিন্তু গয়া মুণ্ডাও ভেবেবে।

সি ঘৰৰ বাহিৰলৈ গৈ তাৰ পুতেক ছাম্ৰেক ক'লে, 'ঐ, তুৰ' মা খেপাটা হৈছে খুব।'

'তুমিও খেপা কৰাও। মঁাৰ কথাৰ জৱাব না কৰিব পায়। জংলে যাম বোলাত কালি মোক মাৰিব বুলি দাং খাই উঠাছিল, মঁা!'

'তেজ খুব বে। না হ'লে—বাঘে মোৰ ভৰিত কামুৰি ধৰাছিল, তু তাইৰ পিঠিত বন্ধা সকটা। বলোৱা চলাই বাঘৰ মুখত কোবাই মোক টান মাৰি আনাছিল।'

ডি. ছি. কন্দ্গাঁও কেম্পৰপৰা গুচি আহিল।

ডি. ছি. য়ে মুণ্ডাইঁতক ক'লে, 'তোমালোকে আত্মসমৰ্পণ কৰা, মই ডেপুটি কমিছনাৰে কৈছোঁ।'

জুমটোৰ মাজৰপৰা গয়াই কৈ উঠিল, 'ডি. ছি.টা হৈ আছ, ডি. ছি. হৈ থাকগৈ ঐ গৰুৱাগলাটা। মোৰ ঘৰত সোমাবৰ কুনু আধিকাৰটা নাইহে তুমাৰ। কোনো আধিকাৰ নাই।'

'আত্মসমৰ্পণ কৰা!'

'এতিয়া বাত্তি পুৱাল। আমাৰ কত কাম। তুমি যোৱা এতিয়া।'

ডি· ছি.-য়ে কমিশ্যনাৰ মহোদয়লৈ এই ঘটনাৰ* ৰিপৰ্ট এনেকৈ দিছিল :

"মই সাধ্যানুসৰি সিহঁতক বুজালোঁ-বঢ়ালোঁ, ক'লোঁ যে মই কোন, কিন্তু তাৰে কোনো ফল নহ'ল। অৱশেষত ছাৰ্ ইনস্পেক্টৰ ইলতাফ হুছেইনে ঘৰৰ ভিতৰত থকাহঁতক কথাটো বুজাই ক'বলৈ ঘৰ আৰু বাৰণ্ডাৰ মাজত থকা মাটিৰ বেৰৰ ওচৰত থিয় হ'লগৈ। আৰু লগে লগে এখন চকচকীয়া কুঠাৰ ইলতাফৰ পিনে উফৰি আহিল। অলপ ইফাল-সিফাল হোৱাত কুঠাৰখন সামান্য লক্ষ্যভ্ৰষ্ট হোৱা বাবেহে ইলতাফৰ মূৰটো যথাস্থানত থাকি গ'ল। নহ'লে—এইবাৰ ইলতাফ নিশ্চয় পোনেই বিহিস্তলৈ গ'লহেঁতেন। ইলতাফৰ পাওৰিত কুঠাৰখন লাগিল আৰু সি বাৰাণ্ডাত চিৎভোলোঙা খাই পৰিল।

ইলতাফে চিঞৰি দিলে, 'ছাআৰ—ছা—আৰ—গুলী—গুলীয়াওক!'

'গড্! ঘৰভৰ্তি মাইকী মানুহ যে!'

ডি. ছি-য়ে ওপৰৰ ফালে এজাঁই গুলি এৰিলে।

মাকিয়ে গগনফলা চিঞৰ মাৰি কৈ উঠিল, 'আমি বাহাৰ না হ'ম, তু ঘৰত সোমালে মাৰি দিম তোক!'

গয়াৰ হাতত তৰোৱাল। গয়াই ক'লে, 'আহচুন, আহ, আহি যা—তই কেংকুৰা ছাহাব চাই লওঁ। মাৰ্ গুলী!'

ডি. ছি-য়ে গয়াৰ হাতলৈ টোৱাই গুলীয়ালে। যদিহে গুলী খাই সি তৰোৱালখন হাতৰপৰা পেলাই দিয়ে—এই আশাৰে। কিন্তু ডি.ছি.-ৰ গুলী লক্ষ্যভ্ৰষ্ট হ'ল।

'ঘৰ জলাই দিম বে গয়া!'

ডি. ছি.-য়ে জুইবাহ উলিয়াই দেখুৱালে।

---

* কমিশ্যনাৰলৈ ডি. ছি. ছি্ টকিন্ড/তাৰিখ, বদ্‌গাঁও ৭. ১. ১৯০০ চন। পত্ৰ নং L. T. B. তাং কেম্প হাইকো ১০. ১. ১৯০০/এ. কৰ্ণহৰণৰা ছি. এছ. গৱৰ্ণমেণ্ট অব বেংগললৈ। প্ৰ'ছেহ নং ৩০৫ / অগাষ্ট ১৯০০ / হোম ডিপাৰ্টমেণ্ট—N. A. I.

'দে! দে জ্বলাই। চকুৰ পচাৰ পেলাব ম'বিবি। তুশ বীকলাইত আহি যাব ইয়ালে'।'

ডি. ছি.-য়ে জুইকাঠি জ্বলাই ঘৰৰ চাললৈ মাৰি পঠালে। আৰু লগে লগে খেৰী চাল লৌ লৌ কৰে জ্বলি উঠিল। লগতে বলি আহিল পচিমীয়া পছোৱা।

ঘৰৰ ভিতৰৰপৰা শুনা গ'ল, 'হাঁ, তোৰ ছাহেব মৰদ ৰে! কোন মানুহহঁতক ডৰাছিলি দেখ্!'

সিহঁত ওলাই আহিল।

গয়াৰ হাতত তৰোৱাল, মাকিৰ হাতত এডাল দীঘল লাঠি, সিহঁত-হালৰ পেটমচাটোৰ হাতত বলোৱা, চৈধ্য বছৰীয়া চেমনীয়া ৰামুৰ হাতত ধনু-কাঁড়, বোৱাৰী দুজনীৰ হাতত দাউলি আৰু টাঙি, আৰু ছোৱালী তিনিজনী — খিগি, নাগি আৰু লেম্বুৰ হাতত বাঠি লাঠি কুঠাৰ।

গয়াই ডি. ছি.-ক ক'লে, :

'আহি যা!'

ডি. ছি.-য়ে লগে লগে বিভ্ৰলভাবেৰে গুলীয়ালে।

গয়াৰ কানৰ সোঁফালে গুলীয়ে বিদ্ধিলেগৈ। ডি ছি.-য়ে জানে, এইবাৰ গয়া বাগৰি পৰিব।

কিন্তু নহ'ল।

গয়াই তাৰ হাতত থকা তৰোৱাল দলিয়াই বাঘৰ দৰে জঁাপ মাৰি ডি. ছি.-ক গৰা মাৰি ধৰিলেগৈ। মাকিয়ে ডি. ছি-ৰ পিছফাললৈ গৈ ডি. ছি.-ৰ মূৰত লাঠিৰে মাৰিবলৈ ধৰিলে। আৰু তেতিয়া—পুলিছবিলাকে উন্মত্ত আক্ৰোছৰে ল'ৰা-বুঢ়া-তিৰোতাহঁতৰ ওপৰত বাঘৰ দৰে জঁপিয়াই পৰিল। গয়াৰ বোৱাৰী দুজনীৰ পিঠিত বন্ধা আছিল দুটি কেঁচুৱা। বোৱাৰী দুজনীৰ হাততো অস্ত্ৰ আছিল—দাউলি আৰু টাঙি। পুলিছৰ হাতত আছিল চঙিন। গপাগপাই জ্বলি আছিল গয়াৰ ঘৰটো। আৰু আনুৰ লগত বায়ু সহায় হোৱাৰ দৰে গপাগপীয়া জুইৰ লগত বলি আহিল পচিমৰপৰা বলি অহা বলিয়া পছোৱা।

এতিয়া গাঁৱৰপৰা যিবোৰ নিযত্ন মুণ্ডা লৰবি আহিল, সিহঁতৰ মাজত কোনো বীৰসাইত নাছিল। লগে লগে আৰু পুলিছ চপাই আহিল। চণ্ডিনেৰে মুণ্ডাহঁতক খোঁচা-বিন্ধা কৰি থাকিল পুলিছবিলাকে। দোষী-নির্দোষী নির্বিচাৰে। এইদৰে দুই ঘণ্টা জোৰা নাই তাই নাই মই কৰি থকাৰ অন্ততহে চণ্ডিনৰ খোঁচেৰে ক্ষত-বিক্ষত গয়া, মাকি, ছোৱালী তিনিজনী, বোৱাৰী দুজনীক আৰু সৰু সৰু ল'ৰাহঁতকোকথমপিহে বন্দী কৰিব পৰা হ'ল।

বন্দী কৰা হ'ল আন মুণ্ডাহঁতকো।

চাৰি মাহৰ অন্তত, মে' মাহত, ৰাঁচীৰ আদালতত বাৰিস্টাৰ জেকৰে প্ৰশ্ন কৰিছিল : 'নাৰী আৰু শিশুহঁত থকা বুলি জানিও গুলীউৰাৰ সপক্ষে ডি. ছি-য়ে কি ক'বলগা আছে কওক। তেওঁ কি যুক্তিৰে নিজক সমৰ্থন কৰিব, কৰক।'

ডি. ছি.-য়ে ক'লে, ' গয়াক হত্যা কৰাটোৱেই আছিল মোৰ উদ্দেশ্য। যথাসম্ভৱ কম ৰক্তপাত কৰি অৱস্থাক আয়ত্তাধীন কৰাৰ মনেৰে মই গুলীয়াইছিলোঁ।'

বংগ প্ৰদেশৰ শাসক লেফটেন্যাণ্ট গৱৰ্নৰ সৰু লাটছাহাবে ডি. ছি.লৈ তেওঁৰ সমৰ্থন জ্ঞাপন কৰি জেকৰৰ সত্য উদঘাটনৰ প্ৰচেষ্টাক ব্যৰ্থ কৰি দিছিল।

ৰাঁচীলৈ উভতি অহাৰ পাছত ডি. ছি.-য়ে মন্তব্য কৰিছিল যে—গয়াৰ সাহস আৰু যুদ্ধ-কৌশল, তিৰোতাহঁতৰ প্ৰতিৰোধ ইত্যাদিয়ে তেওঁৰ মনত বিস্ময়ৰ সৃষ্টি কৰিছে। এইবাৰ বীৰসাইতহঁতে নিশ্চয় মিশ্যনসমূহৰ ওপৰত আক্ৰমণ চলাব।

কিন্তু বীৰসাৰ সৈন্যবিলাকে জানুৱাৰিৰ ৭ তাৰিখেই খুন্টি থানালৈ আগবাঢ়ি গৈছিল। এই খবৰ ডি. ছি.-য়ে তেতিয়ালৈকো জনা নাছিল। গয়াই মজিয়াত থুৱাই কৈছিল, 'ডি. ছি. ৰ আটকা বাখা কৰাছি, বঃ। ভগৱানে তাকে কৈছিল। নাহ'লে খুন্টিত যুঁজখন লাগি পৰিল হোৱ্।'

বীৰসাইতসকলৰ পিছনত আজি ধকধক্ কৰে বাগীওৱন বগা চুৰিয়া, আঁঠুমুৰীয়া চুৰিয়া, মূৰত পাগ। ধনু আৰু কাঁড়, বাৰুআৰু তৰোৱাল, যাঠি আৰু বলোৱা আদি অস্ত্ৰ-শস্ত্ৰ সূৰ্য্যৰ পিনে দাঙি দাঙি নাচি নাচি বাৰুৰতিহঁত বীৰ বিক্ৰমৰে আগুৱাই আহিব ধৰিছিল, আৰু মাজে-মধ্যে জঁাপ মাৰি মাৰি উঠিছিল।

ডোন্‌কা মুণ্ডা আৰু মাঝিয়া মুণ্ডা আছিল যথাক্ৰমে একেবাৰে সমুখত আৰু একদম পিছত।

সিহঁতে গাই আছিল :

'জিলিবা জিলিবা
জোলোবা জোলোবা
পান্‌তিয়াকানালে বীৰসা হো!
তিৰোদা ছেন্‌দেৰা
লেংগা তিৰিয়া
জোম্ তিৰেছাৰ
পান্‌তিয়াকানালে বীৰসা হো!'
[ আমাৰ হাতত হাতিয়াৰ এ
অলে অলে হাততে এ
অ' বীৰসা! বীৰসা অ'!
আগবাঢ়ি গৈছোঁ আমি
লাগী লাগি হে···এ··· !
অ' বীৰসা! বীৰসা অ'!

বাঁও হাততে ধনু আমাৰ
সোঁ হাততে কাঁড়,
অলে অলে অলে আমাৰ
হাতত হাতিয়াৰ।
অ' বীৰসা! বীৰসা অ'!
আগবাঢ়ি গৈছোঁ আমি
লাগী লাগি হে···এ··· । ]

গানৰ মাজতে ডোন্‌কাই মাজে-মধ্যে কৈ উঠিছিল, 'মুণ্ডা ইলাকাত এই খুন্‌টি থানাটা চৰকাৰটা হৈ বহি আছে হে!'

কৈ আছিল, 'চেঁচাই চল হে মুণ্ডাচব্‌! হাঁথিয়াৰ হাতত লৈ চল। খুন্‌টিত বহুৰ ডাইল পৰিল, কাটি আনিবা চল হে! আমি তাম্রাৰ থানা হাগাদা থানাৰপৰা আহিছোঁ, চল হে—এ!'

হুটুবদাগ, পাত্‌ৰা, গৌৰমাৰা—সকলো ঠাইৰেপৰাই মুণ্ডাইঁত আহি লগ লাগিছিলহি।

মুণ্ডাইঁতৰ মিছিল হৈ উঠিছিল সুদীর্ঘ, আকাশত জ্বলি আছিল সূৰ্য্য, সিইঁতৰ হাতত আছিল হাতিয়াৰ।

খুন্‌টিত মাত্র পাঁচজন কন্‌স্টেবল আছিল, আৰু আছিল দুজন চহিচ আৰু দুটা বন্দুক। খুন্‌টিৰ বাইজে কৈছিল, 'কোনো নাই হে! চব্‌কেটা বীৰসাইতক ধৰা কৰাৰ বুলি দিকে দিকে যাইছে।'

এই কথা শুনি মুণ্ডাইঁতে 'কুলকুলি' দিছিল, 'কুলকুলি' হ'ল যুদ্ধলৈ প্রত্যাহ্বান। সিইঁতে সূৰ্য্যৰ পিনে হাতিয়াৰ দাণ্ডি জঁাপ মাৰি আছিল। সিইঁতৰ ধাউগেৰি শুনিয়েই থানাৰ কন্‌স্টেবল আৰু চহিচইঁত থানা এৰি থৰ-কাছুটি এৰাটো হৈ কৰ্ফাল খাই কেটাৰ মূৰ ছিঙা লৰ দি পলাল।

কিন্তু কন্‌স্টেবল ৰঘুনিৰাম পলাব পৰা নাছিল। সি আঁঠু লৈছিল মুণ্ডাইঁতৰ আগত, প্রাণভিক্ষা কৰিছিল।

ডোন্‌কাই ৰঘুনিৰাম কন্‌স্টেবলক কৈছিল, 'তু কেতিয়া মুণ্ডাৰ উপ্‌ৰত দয়া দেখাছিস্‌ ৰে? দয়া কি গছৰ ফল না কি ৰে টুণ্ডি আনি দিম?'

ডোন্‌কা আৰু মাঝিয়াৰ হাত উঠে, নামে, উঠে—নামে। তাৰ পাছত—এসময়ত সেই ৰঘুনিৰামৰ তেজ-মঙহ বাটৰ ওপৰত লাং লাং থাং থাং হৈ পৰিলত বীৰসাইইঁতে উলাহৰ মাদলি হৈ নাচি-বাগি কৈ থাকিল, 'এয়ে সেই থানা! ইঠাইৰপৰা মুণ্ডা মাৰিবলে' পুলিছ জ্বলায়!' এই বুলি কৈ, খেৰৰ মুঠাৰে জোঁৰ বনাই জুই জ্বলাই দলিয়াই দিছিল থানাৰ চাললৈ।

জুইৰ শিখা থানাৰ চালত লৌ লৌ কৰে জ্বলি উঠিল।

থানাত ঢেৰ টকা আছিল। দৰমহা দিয়াৰ টকা। সেই টকা বীৰসাইতহঁতে স্পৰ্শও কৰা নাছিল।

সিহঁতে উভতি খোজ ল'লে মহুৱাটোলিলৈ।

গাঁৱৰ কোনো ঘৰতো সিহঁত সোমোৱা নাছিল, লুট-পাত কৰা নাছিল।

সিহঁতে গান গাই আছিল, আৰু মাজে মাজে সূৰ্য্যৰ পিনে হাতিয়াৰ দাঙি দাঙি জ'াপ মাৰি মাৰি উঠিছিল।

জানুৱাৰিৰ ১২ তাৰিখে বৰলাট ছাহাবে ছেক্ৰিট্যাৰি অব্ স্টেট ফৰ্ ইণ্ডিয়ালৈ টেলিগ্ৰামৰ যোগে বাতৰি পঠালেঃ

'গণ-বিদ্ৰোহ সকলোতে বিয়পি পৰিব ধৰিছে...'।

## ঊনৈছ

এইবোৰ কথা কাণ্ড ঘটাৰ বহুদিনৰ পাছত—বহু বহু দিনৰ পাছত—যেভাবেও হফমানৰ কথালৈ যথেষ্ট গুৰুত্ব প্ৰদান নকৰাৰ বাবে ছুপাৰে আফছোছ কৰিছিল।

হয়, ছুপাৰে তেওঁৰ বিৰাট ভুল বুজি পাইছিল।

কিন্তু তেতিয়া আৰু ভুল সংশোধনৰ উপায় নাছিল।

৪ ডিছেম্বৰৰ ঘটনাৰ পাছত হফমানে লিখি পঠাইছিল:

ছিমবুয়া গাঁৱৰ এজন নতুন খ্ৰীষ্টানে তাৰ ককায়েকে বুজাই-বঢ়াই চেঁচনি দিলে। সি ক'লে যে—২৪ ডিছেম্বৰৰ আগতে উপৰ্যুপৰি তিনিটা দেওবাৰত পতা তিনিখন পঞ্চায়তত অৰ্থাৎ তিনিখন সভাত খ্ৰীষ্টানসকলক আক্ৰমণ কৰাৰ আঁচনি লোৱা হৈছিল। প্ৰথমখন পঞ্চায়তত কেৱল মথিয়নসকল—অৰ্থাৎ মুণ্ডা বাইজৰ পুৰাণকইসকলহে উপস্থিত আছিল।

তাতেই আক্ৰমণৰ বাবে দিনক্ষণ স্থিৰ কৰা হৈছিল। তিনি বা চাৰিজনীয়াকৈ খ্ৰীষ্টানৰ বিভিন্ন দল বিভিন্ন ঠাইলৈ গৈছিল। সিহঁতেই ২৪ ডিছেম্বৰ তাৰিখে খ্ৰীষ্টানসকলৰ ঘৰত জুই লগাবলৈ আৰু কাঁড় এৰিবলৈ কৈছিল মুণ্ডাই বাইজক। এইবোৰ নিৰ্দেশৰ কথা নানকইহঁতে অৰ্থাৎ—ন-শিকাকইহঁতে শেষখন পঞ্চায়তৰ দিনাহে জানিবলৈ পাইছিল। মই যিজনৰ কথা কৈছোঁ, সেইজন মুণ্ডাই সিদিনাই তাৰ ভায়েকক কৈছিলগৈ যে আজিৰপৰা সিহঁতৰ মাজত ভ্ৰাতৃত্বৰ বন্ধন টুটিল।'

কিন্তু ৰাঁচীৰ চৰকাৰী কৰ্তৃপক্ষই হফমানৰ বক্তব্যলৈ কেতিয়াও যথেষ্ট গুৰুত্ব আৰোপ কৰা নাছিল।

ছোটনাগপুৰৰ ইভানজেলিক্যাল মিশ্যনৰ ফালৰপৰা প্ৰকাশিত পষেকীয়া বাৰ্তালোচনীখনৰ নাম আছিল 'ঘৰবন্ধু'। এই বাৰ্তালোচনীৰ ১৯০০ চনৰ ১৫ জানুৱাৰি সংখ্যাত এটি বিশেষ সম্বাদ ওলাল, আৰু এই সম্বাদৰ মতে—১৮ জানুৱাৰি তাৰিখে বীৰসাইতহঁতে ৰাঁচী চহৰত আক্ৰমণ চলাব বুলি ভাবি চহৰত অত্যন্ত আতংকৰ পৰিস্থিতিৰ সৃষ্টি হৈছিল। ভলান্টিয়াৰ, পুলিছ কনস্টেবল আৰু উচ্চ পদস্থ অফিচাৰবৰ্গয়ো কান্ধত বন্দুক দাঙি লৈ চহৰলৈ সোমোৱা বাট-পথবোৰ বুটজোতাৰ গৰপ-গৰপ গৰম-গৰম শব্দ তুলি চৌবিছ ঘণ্টা জুৰি পহৰা দিছিল।

খুন্‌টি থানা আক্ৰমণ কৰাৰ বাতৰি পোৱা মাত্ৰেই ৰাঁচী চহৰখনৰ নিৰাপত্তাৰ বাবে চাৰিশ সৈন্য মোতায়েন কৰা হ'ল। সাঁজ লাগি ভগাৰ আগতেই বাট-পথ প্ৰায় নিমাওমাও হৈ পৰিল।

'দ্য ইংলিশ্‌ম্যান' বাতৰি কাকতে লিখিলে: ৰাঁচীৰ নাগৰিক-সকলৰ বিৰাট ভয়, গছ-গছনি জোপা-জুপলিৰ আঁৰৰপৰা বীৰসাইতহঁতে তেওঁলোকলৈ কঁড়িয়াব।

১৭ জানুৱাৰি তাৰিখে প্ৰতিগৰাকী বৃটিছ অফিচাৰৰ বঙলাৰ আগত সশস্ত্ৰ প্ৰহৰী মোতায়েন কৰা হ'ল। ৰাঁচী চহৰত পুলিছ আৰু মিলিটাৰি টহলি থাকিল। ছিন্ন্‌থ্‌ জাঠ ডুৰান্‌ডাই সৈন্যবাহিনীৰ ছাউনি পৰ দি থাকিল। ……

কিন্তু তেতিয়া বীৰসাই ভাবি আছিল অন্য কথা।

ডুৰান্‌ডাৰ কম্যাণ্ডিং অফিচাৰ ছিন্ন্‌থ্‌ জাঠ-অৰ ডেৰশ ৰাইফেলধাৰী সৈন্যৰে সৈতে খুন্‌টি পালেহি। ৰাঁচীৰপৰা স্বয়ং কমিশ্যনাৰ ফৰ্বছো আছিল। বাটত তেওঁৰ লগত লগ লাগিলহি সেনাবিভাগৰ কৰ্নেল ওৱেস্টমোৰল্যাণ্ড। খুন্‌টিত দ্ৰুতগতি 'তড়িৎ তদন্ত' কৰা হ'ল। এছ. আই. ৰামবৃক্ষ্‌ সিঙে দহজন চিপাহী লগত লৈ বিদ্ৰোহী বিচাৰি ওলাল। আৰু বুৰজুলৈ গৈ ফৰ্বছ আৰু কৰ্নেল ওৱেস্টমোৰল্যাণ্ডে ষ্ট্ৰিটফিল্ডৰ সৈতে লগ লাগিলেগৈ।

ফর্মছে ক'লে, 'ডক্টৰ নট্রটে বহু আগতেই কৈছিল—ওঁ, মিশ্যনৰ নট্রটৰ কথা কৈছোঁ, তেওঁ বহুদিনৰ আগতেই কৈ থৈছিল যে মুণ্ডা জনসাধাৰণে বিদ্রোহ কৰিবই। ...বুৰজুৰপৰা ছয় মাইল দূৰৰ ছাইকোত সিহঁত মুঠ বান্ধিবগৈ বুলি তেওঁৰ ধাৰণা।'

'কিন্তু—'

'ওহোঁ, ডি. ছি. সদায় খালী কিন্তু কিন্তু কৰি কিন্তু লাভ নহ'ব। প্রত্যেকৰ প্রতিটো ধাৰণাকে ফুতে উৰাই ফুটা কলহত পানী ভৰোৱাৰ দৰে কেৱল নিজৰ ধাৰণাকে সাৰটি ধৰি থকাটো মুঠেই ভাল কথা নহয়। মনত ৰাখিব—কিৰিঙতিৰপৰাও খাণ্ডৱ দাহ নোহোৱা নহয়।'

'হুম্—!'

'এতিয়া মই চাৰ্জত আছোঁ। দিন-কাল ভাল নহয়। চোৱা, যেতিয়া—দুবছৰৰ আগতে যেতিয়া প্লেগৰ মাউৰে ধৰিছিল আমাক, কিখন কাণ্ড হৈ গ'ল কোৱাচোন? যদিও বহু দূৰত, তথাপি, মহাৰাষ্ট্রত টেৰৰিজমে মূৰ দাঙিছিল। চাপেকাৰ ব্রাদার্সক আনকি ফাঁচীও দিয়া হ'ল। গৱৰ্নৰ জেনাৰেল কাৰ্জনে প্রদেশবিলাকক টুকুৰা কৰি সৰু কৰাৰ কথা ছিৰিয়াছলি ভাবি আছে। আৰু কলিকতীয়া নেটিভ প্রেছবিলাকতো বিক্ষোভৰ প্রকাশ অতি প্রকট।'

'সেই বিক্ষোভ তো শিক্ষিত মানুহৰ বিক্ষোভ।'

'ডিয়াৰ ডি. ছি., শিক্ষিত মানুহে হাজাৰ-বিজাৰ প্রতিবাদ জনাওকেই কিন্তু তাতকৈ ঢেৰ ডেন্থপাৰেট অৱস্থা হয়—যেতিয়া মুঠিমান বৰ্বৰ অসভ্য আদিবাসীয়ে স্থায়ী চৰকাৰ এখনলৈ চেলেঞ্জ জনায়।'

'তেন্তে—?'

'আমাৰ পাঞ্চ-অৰ কার্টুনখন মনত আছেনে? বাৰুদৰ পিপাৰ ওপৰ বহি ছুটা বৃটিছ আফিছাৰে পাইপ হুপিছে, বাৰুদৰ পিপাৰ ওপৰতে বহি পাইপৰপৰা পোৱা ধঁপাতৰ জুই জোকাৰি পেলাইছে, আৰু পিপাৰপৰা ধোঁৱা ওলাইছে যে—!'

'ওঁ, আছে মনত। কিন্তু—'

'তুমি আৰু মইহে সেই হুটা বুটিছ অফিছাৰ। ছোটনাগপুৰ হ'ল বাৰুদৰ পিপা। এভিয়া—লিভ্ এভ্ৰিথিং টু মি। যেই কি নহওক, লেফটেনেণ্ট গৱৰ্নৰৰ ওচৰত জবাবদিহি কৰিব লাগিব মইহে, তুমি নহয়।'

'বেৰ—ছ! ভাল কথা!'

'ৰাঁচীৰ বিজাৰ্ভ পুলিছ ছাইকোলৈ যাওকগৈ। মই বন্দগাঁৱলৈ গৈছোঁ। তাত সিংভূমৰ ডি. ছি. টমছন আহিব। সিংভূমৰ বন্দগাঁও, বেৰিং, কুনৃক্ৰুগুটু, লাগ্ৰা, ছাংৰা, গিৰ্গা আৰু ডোৰ্কা গাঁৱৰপৰা বীৰসাইহঁতক খেদিব লাগিব। গাঁৱে-গাঁৱে আৰ্মিৰ আঠোটা ডিটাচমেণ্ট মোতায়েন হৈ থাকিব। বাদবাকী চিপাহীক লগত লৈ এছ. পি. য়ে ঘূৰি ঘূৰি ডিটাচমেণ্টৰপৰা খা-খবৰ ল'ব, সদৰলৈ খবৰ-বাতৰি পঠাব, হাতিয়াৰ বাজেয়াপ্ত কৰি থাকিব। —তাৰ পাছত দেখা যাব।'

'মই ৰাঁচীলৈ উভতি যাওঁনে?'

'তুমি—, তুমি ক্যাপটিন বোশ্বৰ সৈতে বিজাৰ্ভ পুলিছ আৰু আঠ ৰাইফেলছৰ চল্লিছজনক লৈ ছাইকোলৈ যোৱাগৈ।'

'ঠিক আছে। তেনেহ'লে এভিয়াৰপৰা ..।'

'জাস্ট ওবে মি।'

সন্ধিয়া সাত বজাত ষ্ট্ৰিটফিল্ডে ছাইকো পালেগৈ।

আৰু—

পাছদিনা, ৯ জানুৱাৰিৰ আগবেলা আঠবজাত এছ. আই. ৰামবৃক্ষ্ সিং কেম্পলৈ আহিল। ৰামবৃক্ষে গুকান মাতেৰে ক'লে, 'হুজুৰ। ছৈল-ৰাকাব পাহাৰত বীৰসাইতহঁত জুম বান্ধিছেগৈ।'

'নিজ চকুৰে দেখিছানে?'

'ৰাতিৰ পৰতে গছ এজোপাত উঠি বহি আছিলোঁ, হুজুৰ। সিহঁতে ওৰে ৰাতি ছৈল-ৰাকাবলৈ গৈ আছিল, শুকান পাতৰ খচ্‌খচনি ওৰে নিশা শুনিলোঁ। লগত বোধকৰোঁ মাইকীবিলাকো আছে, হুজুৰ। বহু দূৰৰপৰা কেঁচুৱাবিলাকৰ কান্দোনৰ শব্দ কাণত পৰিছিল।'

'কমিশ্যনাৰলৈ জনাব লাগিব।'

'জানে। আহি আছে তেওঁ।'

ষ্টিটফিল্ডে বোৰক ক'লে, 'ছাইকোৰ পিছত লাউঙি, সোঁফালে ডোম্‌বাৰি বুক।'

'হো—বাট!'

'বুক, বুক মানে—চুটি পাহাৰ, টিলা। ডোম্‌বাৰি বুকৰ উত্তৰ-পূবে হ'ল বোৰ্তোদি, বোৰ্তোদি হ'ল এখন গাঁৱৰ নাম। ছৈল্ বাকাৰৰ দক্ষিণ-পূবে বিচা-বুক, উত্তৰে কুকম্‌বা বুক, গুটুহাটু গাঁও, পশ্চিমৰ ফালে হ'ল—তিবিলকুটি বুক, কেবাওবা বুক।'

'হোৱাই টেল্ মি ওল্ দিজ্?'

'ছৈল্ বাকাবৰ চাৰিওফালে পাহাৰ, বিদ্রোহীহঁতৰ গাঁও, আৰু অটব্য অৰণ্য।'

'ছো—?'

'এইবাৰ মাককমনে গুলীউৰাৰ সুযোগ পাবা।'

'তোমাৰদৰে ঘৰৰ ভিতৰত আটক হৈ থকা মাইকীহঁতৰ ওপৰত গুলীউৰাত মই নাই।'

বোৰে অলপ ব্যংগমিশ্রিত বোষ প্রকাশ কৰি ক'লে।

'দেখা যাব।'

পচিমৰ খুন্‌টিৰপৰা সৈন্য আহিল, দখিণৰ ছাইকোৰপৰা আহিল পুলিছ বাহিনী। মূৰত তীখাৰ জালৰ টুপি, কান্ধত বেয়নেট-বন্দুক। কমিশ্যনাৰ, ডি. ছি., পুলিছ-ছুপাৰ, আৰ্মি কৰ্নেল, ক্যাপটিন—সকলোৱে মাৰ্চ কৰি গৰপ্ গৰপ্‌কৈ গৈ থাকিল।

আধা মাইলমান আগুৱাই যোৱাৰ পাছতেই দূৰৰ পাহাৰ ছৈল্ বাকাৰৰ গাত মানুহৰ গতি-বিধিৰ উম-ঘাম পোৱা গ'ল।

আৰু অৱশেষত চৰকাৰৰ বাহিনী অৰণ্যত সোমালগৈ। নলাৰ পাৰে পাৰে আগুৱাই গৈ থাকিল।

জোজোহাটুৰ মাগন মুণ্ডাই বিৰাট ওখ শালগছৰ মূৰত বহি এই চৰকাৰী বাহিনীক দেখা পালে আৰু চেপা কিন্তু তীব্ৰ হুছৰি মাৰিলে। অলপ আঁতৰত থকা আন এজোপা শালগছত পৰ দি বৈ থকা নানক অৰ্থাৎ ন-শিকাৰু এজনেও মাগন মুণ্ডাৰ হুছৰি শুনি শুন-শুণনকৈ হুছৰিয়ালে। এইদৰে গছৰপৰা গছলৈ পুলিছ বাহিনীৰ কাণত নপৰাকৈ তলমুৰীয়া হুছৰিবোৰে বতাহৰ বোকোচাত উঠি ঢৌৱাই ঢৌৱাই গৈ থাকিল···গৈয়েই থাকিল।

আৰু এসময়ত সেই বিখ্যাত পাহাৰ ছৈল্‌-ৰাকাবৰপৰা হুছৰিৰ তীব্ৰ শব্দ উঠিল।

আৰু তাৰ পাছত সকলো নিজম-নিটল-নিৰল···।

ছৈল্‌-ৰাকাবৰ দক্ষিণফালে পাহাৰৰ গাত বিৰাট ফাট। সেই ফাটত থিয় হৈ বীৰসাই সমুখলৈ চাই পঠালে, সিহঁত আগবাঢ়ি আহিছে··· আহিছে···আহিছে···আহিব ধৰিছে···আহি আছে···।

এইবাৰ পুলিছ-বাহিনীয়ে ছৈল্‌-ৰাকাবক চাৰিওফালৰপৰা আগুৰি ধৰিলে। পলাই যোৱাৰ বাট মৰিল।

'কি বুঝ?'

থানীয়ে সুধিলে।

'আচল দলটো পাহাৰৰ স—উ থিয় গৰাৰ ফালে গৈছে। পুলিছক থিৰা কৰাৰ সময় কৰি দিছে।'

'আগুৱালে ক'বা।'

'এতিয়া আগায়। কোনোফালে উঠাৰ পথ নাই। ঐ কমিছনাৰে পচিমৰ তিৰিলকুটি বুকত উঠি গুলীয়াব।'

'মাজত ডাঙৰ নলা আছে?

'সিহঁতৰ আছে বন্দুক।'

'ইয়াৰ আগতে গুলীয়ালে ক—ভ। তোমাৰ নামে সেই গুলী পানী হয়া গিছে। আমাৰ কোনোটো মৰে নাই।'

'এতিয়া তো মুই নিজেই হাজিৰ আছো।—ডোন্‌কা ক'ত ?'

'ডোন্‌কা, গুটুহাটুৰ হাথিৰাম, হৰি, আগ্‌তে আছে।'

'বৰটোলিৰ বীৰসাইতচব্ ?'

'চবে পুব দিক্‌তে আছে।'

'জিউৰিৰ মুণ্ডানীচব্ ক'ত আছে ?'

'ইথা।'

'অ— ।'

জিউৰিৰ বঙ্কান মুণ্ডা, মান্‌ঝিয়া মুণ্ডা, ছুডাং মুণ্ডাৰ ঘৈণীয়েকহঁতে প্ৰায় একেলগেই কৈ উঠিল, 'ইথা !'

এজনী মুণ্ডানীয়ে এখোজমান আগুৱাই আহি ক'লে, 'সিহঁতৰ কাম হ'ল পাথৰ বগ্‌ৰাই পেলোৱা। সিহঁতক কোনেও ৰখাব পৰা নাই। 'হা! তোমাৰ্‌দেৰ কোলাত ছুৱাল আছে' —ই কথা কৈও সিহঁতক কোনেও ৰখাব পৰা নাই।'

'আমি চব্ বীৰসাইত হয়াছি গুদা ছুৱাল দেখিম বুলি, হাঁ না ? ভগৱান থাকিব আমাৰ ছাথ্, মৰিলে খাম চৰ্‌গৰ ভাত। আমাক আৰুনো কি লাগিছে ?'

বীৰসাই কপাল আৰু চকু মচিলে। দেহৰ তেজৰ তলত অস্থিৰতা। ২৫ ডিছেম্বৰৰ পৰা বীৰসাইতহঁত ছৈল্‌-ৰাকাবলৈ আহি আছে···আহিয়েই আছে। পা-পৰিয়ালে গুহাৰ ভিতৰলৈ সোমাই গৈছে। মাজে মাজে সৰু সৰু হাঁফলু সাজিবলগীয়া হৈছে চটাচটে পাথৰ কাঢ়িয়াই আনি। হাঁফলুবিলাকৰ পিছফালে গধুৰ পাথৰৰ চটাবোৰ গোটাই-পিটাই দ'মাই থোৱা হৈছে। সকলো কামেই চিজিল কৰা হৈছে।

বীৰসাই জানে, বন্দুকৰ ক্ষমতা কিমান। কিন্তু সি তো ভগৱান ! তাৰ কথাত মুণ্ডাহঁত মৰিবলৈ, বা জিকিবলৈ ওলাইছে। বীৰসাই যে সিহঁতৰ কুচিলা-কাঁড়ক জিকাব, শতুৰুৰ হিলৈ-বন্দুকক ব্যৰ্থ কৰিব, জানে সিহঁতে। কিন্তু সিহঁতে যিয়েই জানক-জানক বীৰসাই জানে—কুচিলাৰ কাঁড়তকৈ বন্দুক-হিলৈৰ ক্ষমতা ঢেৰ বেছি।

কিন্তু লগতে এই কথাটোও বীৰসাই জানে যে—কেৱল উন্নত হাতিয়াৰেৰেই যুদ্ধ এখন জিকিব নোৱাৰি। বীৰসাই ইয়াকো জানে যে কেৱল হৰা-জিকা সফলতা-ব্যৰ্থতাৰেই সদা-সৰ্বকালতে যুদ্ধৰ বিচাৰ কৰিব নোৱাৰি।

চাঁওতালহঁত 'হুল'ত জিকা নাছিল।

সেই সাতাৱন বছৰৰ আগতে কোলহঁতো বিজয়ী হোৱা নাছিল। চৰ্দাৰহঁতো জিকা নাছিল।

আৰু—খেৰোৱাৰহঁতো নহয়।

সদায় ছাহাবহঁতেই জিকি আহিছে। সদায়, সকলোতে সকলো যুদ্ধতে।

ছাহাবহঁত বিজয়ী হোৱা নাছিল, সদায়, সকলো যুদ্ধত।

চাঁওতাল, কোল, খেৰোৱাৰ চৰ্দাৰহঁত বিজয়ী হৈছিল। কিয়নো, প্ৰতিখন পৰাজয়েই প্ৰমাণ কৰিছিল যে—বিজয়ীৰ নাম ৰেকৰ্ডবুকত থাকে, কিন্তু পৰাজিতৰ নাম মানুহৰ তেজত বঞ্চনাত ক্ষুধাত দাৰিদ্ৰ্যত শোষণত কঠীয়াৰ দৰে বোৱা হৈ থাকে, সেই নাম জীয়াই থাকে কৃষ্ণ মানৱৰ গানে গানে, স্মৃতিত, ঘাটোৰ বিস্বাদত, উলংগ মুণ্ডা শিশুৰ বিবৰ্ণ গাত্ৰচৰ্মত, মুণ্ডা-জননীৰ উথছি উঠা উদৰত আৰু মহাজনৰ ধানৰ বস্তা একেলগে কঢ়িউৱাৰ শ্ৰমৰ মাজত ...।

বীৰসাই চকু মচিলে।

চকুত আলোকৰ বিন্দুৱে নাচিছে—

বেয়নেটৰ ফালত সূৰ্য্যৰ চমকনি।

কোনোবাই ক'লে তাক, 'ছুটা ছাহাব আগুৱায় কেলে'?

বীৰসাই প্ৰশ্নকাৰীলৈ ঘূৰি চালে।

ছুনাৰা।

সেই কিশোৰ।

তাৰ ওঁঠবুৰি শেঁতাপৰা।

আৰু চকুত তাৰ অপাৰ বিস্ময়।

ল'ৰাটোৱে কুকুৰা কটা দেখা পালেও ভয় খাইছিল্। এটা দিকুৱে কৌশল কৰি সেৱকপট্টাত তাৰ টিপচহী লৈছিল। সেই দিকু হ'ল তাৰ মহাজন। তাৰ ইকালৰ আৰু সিকালৰো মালিক। সি তাৰ ইহজীৱন আৰু পৰজীৱনো দিকুক সমৰ্পিবলৈ বাধ্য হৈছিল। সেৱকপট্টাত মুণ্ডাৰ নাম লগাই লোৱাটো তেনেই উজু। বুঢ়া আঙুলিত চিয়াহী লগাই এখিলা পেড়া-কাকতত কেনেবাকৈ টিপাটো মাৰি ল'ব পাৰিলেই— বছ সেই মুণ্ডা, —কোনোবা মহাজন, বা জমিদাৰ, বা কোনবা এটা জোতদাৰৰ ক্ৰীতদাস হৈ পৰিব।

দাস ব্যৱসায়ক বে-আইনী বুলি কৈও একো লাভ নাই। কিয়নো, মুণ্ডাৰনো কেইটা মূৰ যে—আদালতলৈ যাব গোচৰ তৰিবলৈ? আৰু গ'লেও দেখোন পট্টাৰ মালিকে আসৈ মাতিব। মুণ্ডাই জানে, দিকুৰ থাপ, বাঘৰ থাপতকৈয়ো ভয়ংকৰ।

আৰু সেই থাপ মুণ্ডাৰ ইহকাল-পৰকালৰ ওপৰতো উদ্যত।

এই ল'ৰাটোৱে সেইবোৰ তুচ্ছ কৰি ওলাই আহিছে দিকুৰ টান মুঠিৰপৰা।

আৰু এতিয়া—ছৈল-ৰাকাবৰ পাহাৰৰ ওপৰত বন্দুক দাঙি লৈ নিটলে থিয় হৈ আছে, বীৰসাক কৈছে, 'তুই ছাহেব আগুৱায় কেলে!'

বীৰসাই ক'লে, সি অসম্ভৱক সম্ভৱ কৰিলে। সি হ'ল ঈশ্বৰ। এতিয়া, এক অণুমুহূৰ্তত তাৰ অনুভৱ হ'ল—মুঁই ভগৱান হে! মিছনত জানিছোঁ—যিশুৱে এখন কটিৰে অগণন মানুহক খুৱাছিল, আনন্দ পাঁড়েই শিকাছিল—প্ৰহ্লাদৰ ভক্তিৰে স্তম্ভ ফালি নৰসিং হৈ বিষ্ণু বাহিৰ হয়াছিল্। হা! দেখ, মুঁই তাহেৰ তুল্য হে, মুঁই ভগৱান। আধানাওঠ, দাসৰো দাস, ডালদৰিদ্ৰ মুণ্ডাহঁতৰ হাতত বাঁহৰ ধনু, কুচিলাৰ বাণ গটাই দি মই আধা-জগতৰ মালিকৰ সৈন্যৰ মুখামুখিকৈ মুঠিমান মুণ্ডাক থিয় কৰালোঁ। মুণ্ডাৰ মনৰপৰা ভয়-ডৰ মুছা দিলোঁ।

হা!

মুঁই ভগৱানহে··· মুঁই ভগৱান···

'...মুণ্ডাটাহে মুঞ্জি! মিছনত শিকালে—ইংৰাজিৰ ৰকম ভাষা আৰ নাই, সেই ভাষাত হাজাৰ-লক্ষ শব্দ। দিকুহঁতৰ ভাষাত হাজাৰ-লক্ষ শব্দ। আমাৰ মুণ্ডাৰীত অত শব্দ নাই হে। লিখা কৰাৰ আখৰো নাই! যত শব্দ দেখ মুণ্ডাৰীৰ, সকল আমাৰ নাড়ী ছিঁড়া, তেজেৰে তিয়াই সিৰ্জোৱা! আমি গান না লিখি, গান মুখে মুখে জীয়াই ৰাখি। লিখাৰ আখৰ নাই যাৰ, অসভ্যটা নাম তাৰ। তেনে অসভ্য মুণ্ডাক মুঈ ছাহেবৰ মুখামুখি থিয় কৰালোঁ ছিটিকা-শিলগুটি হাতত দি। মুঞ্জি ভগৱান...ভগৱানটাহে মুঞ্জি।

'.. ভগৱান হে মুই! যিহঁতে সৌ বগুৱা বাই আগুৱায়, সিহঁতৰ দেশত, তথা মুণ্ডা-দেশতো সিহঁতৰ কত যে দলিচা বিজুলী-বিচনী পালেং তুলি-নিহালি ছ'ফা-চকী-কাঁচৰ চাকি ৰূপৰ কাঁহী—মদৰ বটল গাড়ী-ঘোঁৰা-চাকৰ-নাকৰ শই শই আছে। আমাৰ মুণ্ডা ঘৰ্‌তে একো নাই, একো নাথাকে। আকালে দেখা দিয়ে, যিওবা থাকে—খৰে জলাই দিয়ে। মোৰ বোপায়ে কৈছিল—ৰেকডত মুণ্ডাহঁতক 'চোৰ-বদমাছ'ৰ বাদে আন নামত লিখা কৰা নোহয়। মুণ্ডাৰ হেনো পৰাণ নাই মন নাই, মুণ্ডাৰ ঘৰত জুই লাগিলে হেনো মুণ্ডাই জুই মুমুমায়, ঘৰ এৰি গুচি যায়। যেতিয়া মুণ্ডাৰ ঘৰ পুৰে, তেতিয়া কি পুৰেহে? এথা মুণ্ডা-দেশত মুণ্ডাৰ ঘৰ তৈয়াৰ হয় বনৰ কাঠ-বাঁহ-লতা-পাতেৰে, ভুঁইৰ পাথৰ-মাটিৰে। সেই ঘৰত থাকে ঘাঁহেৰে বোৱা ঢাৰি মাটিৰ চক। আৰ কি থাকেহে? সিহঁতৰ নখৰ দৰে, মুণ্ডাৰ তেজত ই কথা সুমুৰাই দিলোঁ, মুঞ্জি ভগৱান হে! ভগৱান!'

বীৰসাই ঘূৰি চালে। ছুনাৰাৰ মুৰত হাতখন থ'লে। ক'লে, 'সেই দুজন হ'ল কমিছনাৰ আৰ্. ডি. ছি.। কথা ক'ব।'

'কিয়?

বীৰসাই হাঁহিলে। ক'লে, 'সিহঁত ছাহেব যে! গৱাক ধৰা দিব কৈছে, মোকো ক'ব। ই সিহঁতৰ আচৰিত নিয়ম। আগতে দুৰাৰ কথা ক'ব, পাছত দোষ খণ্ডাব।'

'তা বাদে— ?'

'গুলীয়াব। গুলীয়াই—আমাক মাৰিব। কিন্তু ৰেকডত লিখাব—গুলীউৱাৰ আগতে লিখিব—আমি ধৰ্মমতে মুণ্ডাইতক ধৰা দিব কৈছিলোঁ। ধৰা দিয়া নাই, সেই দেখি গুলী কৰাছি।'

'ধৰা দিলে গুলী না কৰিব ?'

'কৰিব। তেতিয়া ক'ব—আমি ধৰা দিবলৈ কোৱাত মুণ্ডামখাই আমাক খেদি আহিছিল, সেইদেখি গুলী কৰাছি। তেতিয়া সেই কথা ৰেকডত লিখাব।'

'ঐটা কোন্‌টা ?'

'দুভাচী ! দোৱনীয়া ! ছাহাবইঁতে মুণ্ডাৰী নাজানে-নাবুজে।'

'না জানে— ? দিকুৱে যে কয়—ছাহেবে চব জানে ?'

'না বে, মুণ্ডাৰী নাজানে। মুণ্ডাৰ বিচাৰ কৰে—দুভাচীটা যি বুঝায়, তাকে বুঝে।'

ষ্টিটফিল্ড ব'ল। হাত দাঙিলে।

এতিয়া তেওঁ সিহঁতক স্পষ্টকৈ মনিব পাৰিছে। তেওঁৰ চকুত যেনিবা জোনাকীৰ জিলিঙনি। মুণ্ডাইতৰ বলোৱাত সূৰ্য্যৰ ঝিলিক্। সিহঁতে উদ্যত বলোৱা হাতত লৈ বৈ আছে। বেলিৰ পোহৰ পৰি বলোৱা এতিয়া তীখাইন তীখৰ···।

ষ্টিটফিল্ডে দোভাচীক কিবা ইংগিত কৰিলে। সক সককৈ, গুন-গুনকৈ কিবাকিবি ক'লে যেন।

ষ্টিটফিল্ডৰ হৈ দোভাচীয়ে উদ্যত অস্ত্ৰ হাতত লৈ চিত্ৰাৰ্পিতৰ দৰে নিটলে থিয় হৈ থকা ক'লা ক'লা গ্ৰ্যানিট পাথৰৰ দৰে মুণ্ডাকিলাকক উচ্চ কণ্ঠেৰে ক'লে, 'তোমালোকে ধৰা দিয়া, হাতিয়াৰবোৰ গতাই দিয়া।'

চকুৰ পচাৰ নৌ পৰোঁতেই একেলগে একুৰিতকৈয়ো অধিক বলোৱা বেলিৰ পোহৰেৰে ঝিলিককৈ জিলিকি উঠিল। চিত্ৰাৰ্পিতৰ দৰে স্থিৰ মুণ্ডাইঁতে চিঁঞৰি কৈ উঠিল, 'হাঁথিয়াৰ এৰি থৈ তোমাৰ লোগ ইয়াৰপৰা তুৰিতে গুচি যোৱা হে !'

'এই লৰাইৰ চৰ্দাৰহঁত! আগুৱাই আহাঁ, কথা হোৰাঁহি।'

'আমি সকল মুণ্ডা এই লড়াইৰ চৰ্দাৰ।'

'বীৰসাক আমাৰ হাতত গতাই দিয়া।'

এইবাৰ নৰসিংহ মুণ্ডা আগুৱাই আহিল, 'ৰাজটো কাৰ? ছাহেবেৰ? ৰাজ—আমাৰ। আমি কি সিহঁতৰ দেশত ৰাজ কৰিব গৈছোঁ, নে সিহঁত আমাৰ ইথা আহিছে? তেন্তে হাঁথিয়াৰ কোনে কাক গতাই দিব? আমি? আমাৰ ৰাজ্যত আমি হাঁথিয়াৰ গতাই দিম ছাহেববিলাকৰ হাতত? কেলে'? ছাহেবহঁতে শুন! তোমালোকে হাঁথিয়াৰ হাতৰ-পৰা ভূঁয়ে নমাই থৈ গুচি যোৱা। আমি হাঁথিয়ায় দিম বুলি ইথা আহা নাই, ৰাজ ল'ম বুলি এছাছি।'

এই কথাৰ জৱাব নাই। কি জৱাব দিব?

ফৰ্বছে ক'লে, 'টিলা ঘেৰি পেলাইছোঁ। এতিয়া—উত্তৰৰ ফালৰপৰা আক্ৰমণ কৰিলেহে কিজানি বিদ্ৰোহীহঁতৰ ভয়তে ভগৱন্ত কঁপিব। তেতিয়াহ'লে আৰু গুলীউৱাৰ আৱশ্যক নহ'ব।'

কিন্তু ক্যাপটিন ৰোখে ক'লে, 'ইমান কাষ চাপি গ'লে চিপাহী-বিলাকৰ জীৱন বিপদাপন্ন হ'ব পাৰে। পশ্চিম ফালৰ তিৰিলকুটি বুকুৰপৰা গুলীউৱা হওক।'

তেতিয়াই তিনি জাঁই গুলীএৰা হ'ল। কিন্তু কাৰো গাত নালাগিল।

মুণ্ডাইতে থাউগেৰি মাৰিলে। ক'লে, 'ভগৱান! দুছমনৰ বন্দুক কাঠৰ টুকুৰা কৰি দিলা তুমি। গুলী-বাৰুদ পানী হৈ গ'ল। হা! দেখ, সকল গুলী মিছা হ'ল, কেও পৰা নাই, মৰা নাই!'

মিলিটাৰি ৰেজিমেণ্টৰ হাতত ৰাইফেল থাকিলে—অলপ সময়লৈ হাতে ৰাইফেলক চলায়, তাৰ পাছত ৰাইফেলে হাতক চলায়। ৰাইফেলে তাৰ চেম্বাৰত গুলী ভৰাবলৈ হাতক বাধ্য কৰে! আঙুলিক বাধ্য কৰে ট্ৰিগাৰত টিপা মাৰিবলৈ।

ক্যাপটিন ৰোখৰ দৃষ্টিত শলাগনি, মাতত চিয়ঁৰণি, 'ৰাক্ আপ্—ব্ৰোইজ!'

চিয়ঁৰণিয়ে নিষ্প্ৰাণ বাইফেলতে প্ৰাণ সঞ্চাৰ কৰিব পাৰে। তেতিয়া হৃদয়ে যদি কয়ো যে মুণ্ডাহঁত প্ৰায় নিৰস্ত্ৰ, নিদয় বুদ্ধিয়ে ক'ব বাইফেলৰ কথা মানি চলিলে প্ৰ'মোশন অনিবাৰ্য্য।

সেইদেখিহে পুনৰ গুলী ওলাল। ৰতাহৃত এতিয়া বাৰুদৰ গোন্ধ! একেবাৰে কাঠ-কঠিন খট্ খট্ শব্দ। গুটুহাটুৰ হাথিৰাম, ৰৰটোলিৰ সিংৰাই—পাথৰৰ ওপৰত লুটি খাই পৰিল। বীৰসাক বীৰসাইতহঁতে পিছফাললৈ টানি নিলে। ক'লীয়া দেহৰ ৰঙা ৰঙা তেজ—ক'লা শিলৰ বুকুত সিঁচৰতি হৈ পৰিছে।

'মাংগল মুণ্ডাৰ হাথিৰামৰ বাদেও ছৱাল আছে হে।' লেংটি পিন্ধা হাথিৰামৰ ভায়েক ধানুকী হৰি আগবাঢ়ি আহিল।

আন এক চেমনীয়া আগুৱাই আহিল তৎমুহূৰ্ত্ততে।

'হা! তু কোন হয় ৰে?'

'নানক হে মুই?'

'বয়স কিমান?'

'বাৰ হয়াছে।'

'আহ্, তেস্তে, আহ্। মুণ্ডা সকল বয়স্তে মৰিব পাৰে।'

'...হা! উৱাৰা মৰিল কেলে'?'

'ছিটিকাৰ শিলগুটি দূৰত না যায় যেন—। 'সিহঁত মৰিল কিয়?'

'...জানিহি নাই ৰে...।'

'...মোৰ ওচ'তে থাকা হে, একলা মৰবাৰ ডৰ লাগে ৰৰ...।'

'...আছোঁ আছোঁ, ওচ'তে আছোঁ হে ..।'

গুলীৰ শব্দ। বাৰুদৰ গোন্ধ।

গুলীৰ শব্দ...।

...আকৌ...আকৌ...।

ল'ৰাটোৱে খেলুভিৰীয়া দিলে...উফৰি পৰিলগৈ তললৈ...। হৰি লুটি খাই পৰিল পাথৰৰ ওপৰত...। তথাপি শব্দ উঠিছে...গুৰুম্... গুৰুম্...গুম্...।

পুলিছ আৰু সৈন্যবাহিনী আগুৱাই গৈছে...আগুৱাই গৈছে... আগুৱাইছে...।

ফৰ্বছ চিয়ঁৰি উঠিল :

'স্টপ্ ফায়াৰিং!'

একেলগে বন্দুকৰ নলীবোৰ তলমুৱা হ'ল। ফৰ্বছে পুনৰ ক'লে, 'এতিয়া চাৰিওফালৰপৰা পাহাৰত উঠিব লাগিব। গুলি নেৰিবা, নহয়, পুনৰ অৰ্ডাৰ নিদিয়ালৈকে কোনেও গুলী নেৰিবা। ন' ম'ৰ্ কিলিং!'

চণ্ডিন বঢ়াই বন্দুক টোঁৱাই সৈন্যইঁতে পাহাৰ বগাই উঠিছে, উঠি আছে পুলিছ বাহিনী।..

গৌৰী মুণ্ডানীৰ পিঠিত ছুৱাল, হাতত শিল।

মনৃঝিয়াৰ মুণ্ডানীয়ে তাইৰ বাইছ বছৰীয়া দলদলীয়া যৌৱনৰ আটাইখিনি শক্তিৰে থিউগেৰি মাৰিলে, 'জিউৰি গাঁৱৰ কুন্ আছা হে... এ! আগাও!' তাৰ পাছত কাষলৈ ঘূৰি চাই ক'লে, 'তুমিনো কুন্ হে বুঢ়াটা?'

'নাম দিয়া কি কৰিবি বে, মুঈ মথিয়ন—পুৰাণক। ধৰ্, ল, পাথৰ আৰ তুলা দিওঁ, লঃ।'

বুঢ়া মানুহজনে টিঙিৰি-পাথৰ আৰু তুলা গৌৰী মুণ্ডানীৰ হাতত গতাই দিলে।

নিজৰাৰ পানীৰ দৰে পাথৰৰ সোঁত বাগৰি পৰিছে ..। চণ্ডিন-বন্দুক আগুৱাই আহিব ধৰিছে। ৰেজিমেণ্টৰ চিয়ঁৰ শুনা গৈছে, 'কাপ্তান ছাহাব, অ'ডাৰ কি?'

ক্যাপটিন বোম্বেই সৰ্বশক্তিৰে চিয়ঁৰি কৈ উঠিল, 'বাক্-আপ বোইজ! চা— ব্বাইচ!'

'কেপ্টান ছাব! অ'ডাৰ কি— ?'

ফৰ্বছে থাউগেৰি মাৰিলে, 'ডন্ট্ শ্যুট'

ক্যাপটিন বোম্বেই বাউতমুৱাটো হৈ গগনফলা চিয়ঁৰেৰে কৈ উঠিল, 'ফায়াৰ!'

চিপাহী এজনে চিঞৰি ক'লে, 'মাইকী মানুহ, পিঠিত কেঁচুৱা!'

কিন্তু ৰাইফ্‌লে ক'লে, 'শ্বুট!'

কোনোবা এজনে কৈ উঠিল, 'সক ল'ৰাই কান্দিছে!'

কিন্তু ৰাইফ্‌লে ক'লে, 'শ্বুট!'

শ্বুট!

শ্বুট!

শ্বুট!

এতিয়া গুলীৰ পাছত গুলী...।

এতিয়া চিপাহী-পুলিচ, ৰাইজসকলৰ নাৰী-পুৰুষ সকলো সকলোতে একেবাৰে সমুখা-সমুখি·।

ডোন্‌কা মুণ্ডাৰ চিৎকাৰ, 'এ—হে!' মাইকী মানুহ, পিঠিত ছৱাল বন্ধা আছে হে...এ ..হেঃ!'

কিন্তু বন্দুকে বমকি উঠি ক'লে, 'শ্বুট!'

গুলী-বেয়নেট!

বেয়নেট-গুলী!

শ্বুট!

শ্বুট!

আ—আঃ!

গৌৰী মুণ্ডানীয়ে বুজি পালে যে চণ্ডিনৰ খণ্ডাল-তীখাল ফালে তাইৰ ল'ৰাটোক বিন্ধি তাইৰ নিজৰ পিঠিৰ ভিতৰলৈ সোমাইছেগৈ...বুকুত গুলীয়ে বিন্ধাৰ পাছতহে গৌৰী নিঃচিন্ত হ'ল।

তাৰ পাছত, বেয়নেট-গুলী-চিৎকাৰ-আৰ্তনাদ-উল্লাস-বুটজোতাৰ শব্দ —বাৰুদৰ গোন্ধ—কক্‌নে গুৱালগালি—'মঁা ৰে!' কোনোবা ল'ৰা এটাই আৰ্তনাদ কৰি উঠিল·· তাৰ পাছত আকৌ গুলীউৰাৰ শব্দ...।

অপাৰেশ্বান ছৈল্‌-ৰাকাৰ—অ'ভাৰ!

ইয়েছ...অ'ভাৰ!

অ'ভাৰ অ'ভাৰ অ'ভাৰ...অ'ভাৰ...। ইয়েছ...অ' ভা ৰ

পাছত, বহু দিনৰ অন্তত, মুণ্ডাৰী তিৰোতা ছোৱালী-শিশুহঁতক হত্যাৰ বাবে ফৰ্বছ, বোশ্ব্ আৰু ষ্টিটফিল্ডক মৃত্যুকৈ ভৎ‍ৰ্সনা কৰা হৈছিল। কিন্তু তিনিওজনেই কৈছিল: গুলী নকৰাৰ হুকুম ঠিকমতে বুজা নগৈছিল। মুণ্ডা নাৰী-পুৰুষৰ পাৰ্থক্য বুজিব পৰা নহৈছিল, কিয়নো—সিহঁত আটাইবোৰেই কেটোৰ ক'লা, মুণ্ডা নাৰী-পুৰুষ উভয়েই দীঘল চুলীয়া। আৰু আনকি বগৰিবুটলা শিশুহঁতৰ কান্দোনো কাণতে নপৰা হৈছিল সেই হৈ-হুলস্থুল লণ্ড-ভণ্ড তাণ্ডৱীয়া কাণ্ডৰ মাজত···ইত্যাদি।

অসামৰিক, আৰু সামৰিক বিভাগেও তিনিওজনকে নিৰ্দোষ বুলি সাব্যস্ত কৰিছিল, আৰু লগতে তেওঁলোকৰ উপস্থিতবুদ্ধিৰ আৰু তাগজৰ তাৰিফ কৰিছিল স্বয়ং গৱৰ্নৰ জেনাৰেল মহোদয়ে।

হতাহতৰ সংখ্যাৰ ক্ষেত্ৰতো মতান্তৰৰ সৃষ্টি হৈছিল।

২০ জানুৱাৰিত ওলোৱা 'দ্য ইংলিশ্বম্যান' কাকতৰ মন্তব্য:

"চৰকাৰী মুখপাত্ৰসকল হতাহতৰ সংখ্যা সম্পৰ্কে নিৰৱ। গুজৱ, পোন্ধৰৰপৰা বিছজনমান নিহত। এই সংখ্যা আনকি অধিকো হ'ব পাৰে। অধিক হোৱাটোৱেই স্বাভাৱিক, কিয়নো মুণ্ডাহঁত জংগললৈ পলাই গৈছিল, আৰু তাতো আহত মুণ্ডাহঁতৰ কিছুমান মৰিছিল, আৰু ৰাতিৰ অন্ধকাৰত সেই পাহাৰৰপৰা লগৰীয়াহঁতৰ মৃতদেহবোৰ কোনেও গম নোপোৱাকৈ কবৰস্থ কৰিছিল অন্য মুণ্ডাহঁতে।'

২৫ মাৰ্চ তাৰিখে 'দ্য ষ্টেটছম্যান' কাকতে মন্তব্য কৰিছিল:

'অন্ততঃপক্ষে চাৰিশ মুণ্ডা নিহত হৈছিল। এই বিষয়ে যথোপযুক্ত তদন্ত কৰা হওক।'

বাৰিস্টাৰ জেকবে এই সংখ্যাকে সঠিক বুলি ভাবে।

১৬ ফেব্ৰুৱাৰি তাৰিখে 'বেংগল পুলিছ ইন্‌টেলিজেনছ'-এ লিখিলে:

'মুণ্ডা চৰ্দাৰহঁতৰ বক্তব্য: কমেও সাতশ মুণ্ডা নিহত হৈছে।'

'দ্য ষ্টেটছম্যানে' আকৌ ছপালে: চল্লিছজন নিহত।

বেভাবেও হফ্‌মানৰ বিবৃতি:

কেৱল একুৰি নিহত।

তেতিয়া চৰকাৰী বিবৃতিৰ যোগে কোৱা হ'ল যে—ছৈল্‌-ৰাকাৰত দহজন নিহত আৰু সাতজন আহত হৈছিল।

চৰকাৰী বিবৃতিৰ প্ৰতিবাদ কৰি এজন পাঠকে ইংলিশ্বম্যান কাকতৰ সম্পাদকলৈ লিখি পঠিয়ালে:

'মোৰ লগত দীৰ্ঘকাল পৰিচিত বিশিষ্ট লোকসকলে মোক কৈছে যে—অৰণ্যৰ কোন কোন ঠাইত গোপনভাৱে গুলীয়াই বা বেয়নেটেৰে খুঁচি মাৰি পেলোৱা মুণ্ডাইঁতক সমাধিস্থ কৰা হৈছে, তেওঁলোকে দেখুৱাব পাৰিব। বিষয়টো অতি জৰুৰী। এই বিষয়টোৰ এতিয়াই অনুসন্ধান হোৱা আৱশ্যক।'

'জনেক পাঠকে' সম্পাদকলৈ লিখা এই চিঠিখন ১৯০০ চনৰ ১৭ এপ্ৰিল তাৰিখে ইংলিশ্‌ম্যান কাকতত ওলাইছিল।

তাৰ পাছত কোৱা হৈছিল যে—চৰকাৰী বিবৃতিয়েই চূড়ান্ত। এই প্ৰসংগত আন কোনো চিঠি-পত্ৰ প্ৰকাশ কৰা নহ'ব ইংলিশ্‌ম্যানত।

সাঁজ লাগি ভগাৰ আগতেই চিপাহীহঁত ছৈল্‌-ৰাকাৰ এৰি গুচি গৈছিল। তেতিয়া পুলিছবাহিনীয়ে ছেল্‌ৰাকাৰ পৰ দি আছিল। গধূলিৰ অলপ আগলৈকে সিহঁতে ছৈল্‌ৰাকাৰৰ গুহাবিলাকৰপৰা নাৰী শিশু অস্ত্ৰ ধান চীনাঘাঁহৰ দানা ঘাঁহৰ ঢাৰি মাটিৰ চৰু আৰু নানান বয়-বস্তু উলিয়াই আনিছিল। গধূলিৰ আগলৈকে বন্দী বীৰসাইতহঁতে কাঠ কাটি কাটি আহত বন্দীহঁতক কঢ়িয়াই নিব পৰা ডুলি বনাইছিল আৰু সন্ধ্যাৰ আগে আগে আহতহঁতক কঢ়িয়াই নিয়াৰ কামো অতি তৎপৰতাৰে সামৰিছিল।

তাৰ পাছত নামি আহিল অন্ধকাৰৰ আঁৰ-পট। জাৰকলীয়া নিশা। কোবাল হিমচেঁচা বতাহ বলি থাকিল। আকাশত টুকুৰা-টুকুৰ মেঘ, কিন কিন বৰষুণ, অৰণ্যৰ গছ-গছনিৰ টুবুকা-টুবুক পাতত টোপাটোপ. টোপাল, মৃদু শ্বাস, অৰণ্যই হুমুনিয়াহ কাঢ়িলে…।

অৰণ্যৰ অটব্য অন্ধকাৰৰপৰা মূৰ দাঙি নৰসিং মুণ্ডাই কৈ উঠিল, ‘কোনে মাটি খান্দে বে গোমি— ?’

‘আমাৰ লোৰাৰা খান্দে ৰে দাদা।’

‘কিয় ?’

‘যিহঁত ইথা আছে, গোৰ গাড়িব।’

‘জান্নুম্‌পিৰিলৈ নাই নিম ?’

‘নাহ্‌। যিথা বীৰসাইতৰ গোৰ সিথা গোৰ দিবি। মোক কি ছু টানি এনাছিলি বে—না আৰ্ কুন’ ?’

‘মুঙ্গ টানি এনাছি। এতিয়াও সিহঁতে আনা কৰাছে। ছৈল্‌বাকাবৰ-পৰা জংঘললৈকে কত যে পৰি আছে। গিণা না যায়।’

‘কুন্—সি যেন না জানে ক’ত গোৰ গাড়িস্ বে গোমি। গোঁৰা চাহাবেৰ ৰাগ খুব। যাৰ মৰা শ দেখিব তাৰ গাঁও জালাই দিব।’

‘কেও নাই জানিব।’

‘তহঁত ?’

‘পলাম।’

‘পলাইছ্‌। মোৰ মুখ হাতেৰে চেপি ধৰ্‌।’

‘কিয় ! দাদা— ?’

‘ভিতৰৰপৰা কেন্দনি উঠে ৰে গোমি, ৰাতিৰ পৰ্‌তে আনে—ক দূৰ কেন্দনি শুনা যায়। গোৰা চাহাবেৰ কাণত পৰিব।’

‘দিওঁ।’

গোমিয়ে নৰসিং মুণ্ডাৰ মুখখন তাৰ সোঁহাতৰ তলুৱাৰে লাহেকৈ হেঁচি ধৰিলে আৰু নিজৰ ভেজেৰে লুতুৰি-পুতুৰি বাঁও হাতখনেৰে নিজৰ মুখখনকো চেপি ধৰিলে। তাৰ বুকুতো হাহাকাৰ···।

মাটি খন্দাৰ, মৃতদেহ চুঁচৰি অনাৰ শব্দ···। গছৰ পাতত পৰা বৃষ্টিৰ টুপ্-টুপুক টোপালৰ শব্দ···। ···গোমিৰ হাতখন গুচাই নৰসিঙে কৈ থাকিল: ‘এথা জংঘল গজিব, কুমু চিন্ থাকিব নাই। আৰু কাল কালৰ পাছত গছ চাই মুণ্ডাই জানিব—ইথা কুনহঁতৰ শ আছে···।’

১১ জানুৱাৰি তাৰিখে ফৰ্বছে মুণ্ডাইঁতক, মাৰ্কিসকলক খুন্ টিলৈ মতাই অনালে। কথা পাতিলে।

ষ্টিটফিল্ডে ক'লে, 'ৰেভাৰেণ্ড হফমানে যি ক'ব, মোৰো মত সেই। ৰেভাৰেণ্ড হফমানে মুণ্ডাইঁতকো জানে। তেওঁ মিশ্যনৰ মানুহ, মিশ্যনাৰি। তেওঁৰ দৃষ্টিভংগী উদাৰ, মন করুণাৰ আধাৰ।'

হফমানে ক'লে, 'এই মাহখোৱা টেকেনীয়াইঁতৰ প্ৰতি করুণা প্ৰদৰ্শনৰ অৰ্থ হ'ব বালিত বীজ সিঁচা। বীৰসাৰ ভক্তমখাৰ কথা কি কৈছেনো? আনকি সিহঁতৰ সেই মাইকীহঁতো যে কেনে এক গল এক নল জানেনে? ওহোঁ, কোবত জোনাকী উকৰাহে কথা, তেহে কিঞ্চিত তৎ আহিব।'

'কিন্তু—।'

'আঁ— ?'

'হাঁ।'

হফমানে দ্বিধান্বিত ষ্টিটফিল্ডৰ মুখলৈ কিঞ্চিত ভুৰু কোঁচাই চালে। সুধিলে, 'কি—কিন্তু— ?'

'কেনেকুৱা দণ্ড বিহিম ?'

হফমানে গম্ভীৰ কণ্ঠেৰে ক'লে, 'বীৰসাইতহঁতৰ সাম্পত্তি বাজেয়াপ্ত কৰক। মুণ্ডা তিৰোতাইঁত গাঁওবন্দী হৈ থাকক। যিবিলাকক ধৰা পেলাব পাৰিব—তৎক্ষণাৎ মাৰি পেলাওক। ধৰা পেলোৱা প্ৰথম দলটোক যদি মাৰি পেলায়, নাইছ দৃষ্টান্ত হ'ব।'

'নাইছ !'

'প্ৰতিটো সশস্ত্ৰ বীৰসাইতক ধৰা নেপেলোৱালৈকে অন্য বীৰসাইত-হঁতক বন্দী কৰি ৰাখক। আৰু—বীৰসাক, বা তাৰ দলৰ আন কাৰোবাক এতিয়া, বা ভৱিষ্যতত কদাপি আশ্ৰয় নিদিব বুলি মাৰ্কি-হঁতৰপৰা মুচ্‌লুকা লিখাই লওক।'

'ভি. ছি ৰো মত এয়েনে ?'

'ওঁ.. ওঁ... ।'

'আঃ! বঢ়িয়া! বোলে—তেলীয়াই কান্দে তেল পেলাই, কপচুৱাই কান্দে লেটপেটাই। এজন ডি ছি ডিগ্‌নিট্যাৰি আন এজন ডিগ্‌নিফাইড্ মিছনাৰি! হাতীয়ে বোলে মোৰ দুটা দাঁত, নিগনিয়ে বোলে মোৰো দুটা দাঁত। উপযুক্ত প্ৰস্তাৱ। —শুনক, নিৰ্বিচাৰ অত্যাচাৰ চলাই থকা নহ'ব, কিয়নো তেতিয়াহ'লে বীৰসাইতহঁতক পুনৰ বিদ্ৰোহলৈহে উদগোৱা হ'ব। যিমানেই আমি অত্যাচাৰ কৰিম, সিমানেই সিহঁতৰো আৰু আন উপাৰ নোহোৱা হ'ব। অত্যাচাৰ জৱাব অত্যাচাৰেৰেই দিব লাগিব সিহঁতেও। অৱশ্যে—আইন ভংগ কৰাৰ চেষ্টাত সৰ্বপ্ৰকাৰে অৱশ্যেই বাধা দিয়া হ'ব। পিছে—বীৰসাৰ প্ৰচাৰিত ধৰ্মৰ ওপৰত চৰকাৰৰ কোনো আক্ৰোশ নাই। এতিয়া চৰকাৰবাহাদুৰে নতুন নীতিৰে কাম কৰিব।'

'যেনে—?' 'যেনে—'

ফৰ্বছে এখিলা কাগজ আগবঢ়াই দিলে। সেইখিলাত লিখা আছিল:

"বিক্ষোভকাৰীৰ দলবোৰক, আৱশ্যক হ'লে ছত্ৰভংগ কৰি দিয়া হ'ব। যিহঁতে মাৰ-পিট আদি উচ্ছৃংখল-অসংযত আচৰণ কৰিছিল, বা অন্যান্য দণ্ডনীয় অপৰাধ কৰিছিল, কেৱল সিহঁতকহে বন্দী কৰি যথাযোগ্য শাস্তি বিহা হ'ব।

"হত্যা, হত্যাৰ চেষ্টা, আৰু অন্যান্য পুলিছ-গ্ৰাহ্য প্ৰকৃত অপৰাধত অভিযুক্তহঁতক গ্ৰেপ্তাৰ আৰু বিচাৰ কৰা হ'ব।

"বৰ্তমান ঘটনাৰ কালছোৱাত যিবোৰ বীৰসাইত নিজৰ গাঁৱত অনুপস্থিত আছিল বুলি প্ৰমাণ পোৱা হ'ব, সিহঁতৰপৰা সেই কাল-ছোৱাৰ অনুপস্থিতিৰ বাবে সন্তোষজনক কৈফিয়ৎ তলব কৰা হ'ব আৰু 'কিয় সিহঁতে শান্তিপূৰ্ণ আচৰণৰ বাবে জামিন নিদিব'—তাৰ বাবে হেতু প্ৰদৰ্শন কৰিবলৈ কোৱা হ'ব।

"যিবোৰ ক্ষেত্ৰত প্ৰয়োজন, ওপৰঞ্চি পুলিচ-বাহিনী সংৰক্ষিত ৰাখিব লাগিব, যাতে ভৱিষ্যতে পৰিপূৰ্ণ শান্তি-শৃংখলা বজায় থাকে।"

হুকমানে ক'লে, 'বাঃ! এয়া দেখোন আক কটকটীয়া ব্যৱস্থা!'

হৰিণাবদৰে শান্ত চকুৰিবে চালে হুকমানে। ফৰ্বছলৈ।

ফৰ্বছে ক'লে, 'নিশ্চয়, আপোনালোকৰ মনে-খোৱা দণ্ডতকৈয়ো অধিক দণ্ড দিয়া হ'ল, কেৱল গুলীটো এৰা নগ'ল।'

'পুলিছ যদি অনবৰত গাঁৱত টহলি ফুৰে—সি ও তো দণ্ড' ভেখ!'

হুকমানে তলমূৰ হৈ নিৰৱে হাঁহিলে।

'নিশ্চয়। পুলিছ থকাৰ অৰ্থ কি? পুলিছ থকাৰ অৰ্থ হ'ল—প্ৰায়—ঘৰচীয়া হিচাপে পুলিছক পোহ-পাল দিয়া।'

'আঁ—?'

'ওঁ। পুলিছ কোনোবা গাঁৱত খলি পুতি থকাৰ অৰ্থ হ'ব—পুলিছ থাকিব, সিহঁতে তাতে খোৱা-বোৱা কৰিব, সিহঁতৰ ঘোঁৰাবোৰেও ঘাঁহ দানা পানী খাব, পুলিছহঁতকো খাদ্য-সামগ্ৰী, পানী-ছুনি, পানী-লাওপানী—সকলো বয়-বস্তু লাগিব। আক কেৱল পুলিছেইনে? আৰ্মিও থাকিব। মুণ্ডাৰ পক্ষে প্ৰায় তিলে তিলে মৰণৰ সমান হ'ব তো?'

'বিদ্ৰোহীবিলাকক ধৰাৰ আগতে থানা আক মিশ্যন পৰ দিয়াৰ ব্যৱস্থা—?

'কথা হ'লেই।'

ফৰ্বছে মৃদুকৈ হাঁহিলে।

গৌৰৱৰ মুখ নেমেলা হাঁহি।

বীৰসা!

বীৰসা দাউদ!

বীৰসা ভগৱান।

হয়, ভেওঁৰ জীৱনত বীৰসা—ভগৱান হৈয়েই উদিত হৈছে। হয়। ছোটনাগপুৰৰ দৰে এডোখৰ হুভচিৰী ঠাইৰ কমিশ্যনাৰ হৈ অহাৰ পাছত যে এইদৰে হাতৰ তলুৱা খজুৱাৰ—কপাল ফলিব-ফুলিব—সেই কথা কোনে ভাবিছিল? ৰাজদ্ৰোহিতা দমনৰ সুযোগ পোৱাটো ভাইল-ভাত খোৱাৰ লগৰ কথা নহয়।

কৈ থাকিল তেওঁ, 'ৰাঁচী আৰু সিংভূমৰ আটাইবোৰ উপক্ৰুত অঞ্চলৰ প্ৰতিখন থানাত প্ৰত্যেকখন গাঁৱত প্ৰতিখন মিশ্যনত বন্দুকধাৰী পুলিছ মিলিটাৰি থাকিব। ডুম্‌কা আৰু অন্যান্য ঠাইৰপৰা পুলিছ আৰু মিলিটাৰি আহিব। ব্যাপাৰ যে কি আৰু কিমান—ঠাৱৰ কৰিব পাৰিছেনে ?'

'নিশ্চয় পাৰিছোঁ। বিৰাট কাণ্ড। যাক বোলে—লংকা কাণ্ড !'

ফৰ্বছৰ দাঁত ডুপাৰি নিৰয়ে নিকট্‌ খালে।

বীৰসা !

বীৰসা দাউদ !

বীৰসা ভগৱান !

ক'লে, 'ডি. ছি., নেভাৰ ইগ্‌ন'ৰ দ্য বৃটিশ্‌ ল। বৃটিছৰ আইনলৈ কদাপি তুচ্ছতা প্ৰদৰ্শন নকৰিবা। আইনৰ মেৰপাকত পেলালে মুণ্ডাৰ হাড় যেনেকৈ জুনজুনীয়া কৰা যাব, আন একোপধ্যেই সি সম্ভৱ নহয়। আইনৰ বাট কোবাই কোবাই বেবুৱা লাগি মুণ্ডাৰ যি বেবনি উঠিব—সি আৰু কহতব্য নহয়। আজিকালি যে বেৰাই শহ খায়—বেটাহঁতে জানিব কেনেকৈ ? আইনৰ চকৰিত পেল্‌াই মুণ্ডাৰ মটমটনি যিদৰে ভাঙিব পৰা হ'ব, ছিলৈ-বন্দুক বৰটোপ মেছিনগানেৰে তাৰ এশভাগৰ এভাগো নহ'ব। —আইনৰ প্ৰথম সুবিধা হ'ল : জজ্‌-ম্যাজিস্ট্ৰেট-হঁতে মুণ্ডাৰী একেবাৰেই বুজি নাপায়। দ্বিতীয় সুবিধা হ'ল : মুণ্ডাই ইংৰাজিৰ একো নাজানে। তৃতীয় সুবিধা ওলাব এয়ে যে—প্ৰথমে সিহঁতক গ্ৰেপ্তাৰ কৰি ফাটেকত ভৰাই থোৱা হ'ব। কেছ এটা সাজু কৰিবলৈ তদন্ত চলি থাকিব অনন্তকাল। মাছৰ পাছত মাছ ধৰি ফাটেক খালে মুণ্ডাৰ বাজহাড় এনেই টুটিব, মুণ্ডাৰাজৰ আলু উঠিব।'

এইবাৰ ফৰ্বছৰ মনৰ চকুযুৰিয়ে হাঁহিলে। নাচিলেও।

মনৰ চকুৰে তেওঁ দেখা পালে—ৰাজদ্ৰোহ দমনৰ বাবে তেওঁ পুৰস্কৃত হৈছে।

নাই, মিউটিনিৰ সুদিন-সুসময় আৰু ঘুনাই নাহিব।

তেতিয়া এপিনে প্ৰ'মোছন হৈছিল, উচ্চ পদৰ অথলা বগাই সহজেই ফা-ফুকন বোলাব পৰা হৈছিল, আৰু আন পিনে থলুৱা ৰজা-জমিদাৰহঁতৰ সা-সম্পদ লুটপাত কৰি ছাহাবহঁতো ৰজা হৈ পৰিছিল। যদিও—মুণ্ডাৰ ঘৰ লুট কৰি ৰজা হ'ব নোৱাৰি, তথাপি—প্ৰমোছন মাৰে কোনে? প্ৰমোছন হ'বই। ফৰ্বছ যে ব'ৰ্ড অব্ ৰেভিনিউৰ মেম্বাৰ হ'ব—কোনেনো তেওঁক সেই হেঁকাই টিলিকি বাওঁ কৰাৰপৰা বাধা দিব পাৰিব?

'এখন ন'টিছ—জাননী—দি'লেহে ভাল আছিল।'

'সকলো ব্যৱস্থা কৰা হৈছে। ন'টিছখন পঢ়ি চাওক। এইখন—প্ৰত্যেক গাঁও মান্‌কি, হাট-চৰকাৰ আৰু আন যি যি ঠাইত পঠাব লাগে—পঠোৱা হ'ব। ছিৰ্‌গুজা, উদয়পুৰ, যাশপুৰ, ৰামগড়, বানাই আদি নেটিভ স্টেটবিলকলৈকো পঠোৱা হ'ব। ছেৰাইকেলা আৰু পোৰাহাটৰ ৰজাই চিপাহী পঠোৱাৰ উপৰিও নিজেও বীৰসাৰ সা-সন্ধান উলিয়াবলৈ চেষ্টা কৰিব। এই ন'টিছখন হ'ল চৰকাৰী অৰ্ডাৰৰ হিন্দুস্থানী আৰু মুণ্ডাৰী ভাঙনি। জোৰে জোৰে পঢ়ক।'

ষ্ট্ৰিটফিল্ডে পঢ়ি থাকিল:

"এই জাননীত প্ৰকাশ থাকে যে—বীৰসাইতহঁতৰ দ্বাৰা অনুষ্ঠিত অন্যায়ৰ বাবে চৰকাৰ বাহাদুৰে বীৰসাক আৰু তাৰ মুখ্য অনুচৰহঁতক গ্ৰেপ্তাৰ কৰাৰ বাবে এই জৰুৰী গ্ৰেপ্তাৰী পৰোৱানা জাৰী কৰিছে আৰু এই উদ্দেশ্যে বন্দ্‌গাঁও, খুন্‌টি আৰু সিংভূম তথা ৰাঁচীৰ অন্যান্য ঠাইলৈকো চৰকাৰী সৈন্য পঠোৱা হৈছে। তোমাৰ প্ৰতি আদেশ প্ৰদান কৰা হৈছে যে, তুমি এই বিষয়ে চৰকাৰী কৰ্মচাৰীসকললৈ সৰ্বতোপ্ৰকাৰে সহায় প্ৰদান কৰিবা। সেই বীৰসা আৰু তাৰ প্ৰধান অনুচৰহঁত যদি তোমাৰ গাঁৱত / গাঁৱৰ আশে-কাষে / বা নিকটৱৰ্তী জংগলত লুকাই থাকে, তুমি তৎমুহূৰ্তে ৰাঁচী বা সিংভূমৰ ডি. ছি. লৈ বা চিপাহী / পুলিছৰ ভাৰপ্ৰাপ্ত যিকোনো চৰকাৰী কৰ্মচাৰীলৈ সম্বাদ প্ৰেৰণ কৰিবা, আৰু যেতিয়াই য'তে আৱশ্যক হ'ব, তুমি বা তোমালোকে বীৰসা আৰু তাৰ অনুচৰহঁতৰ

অনুসন্ধান তথা গ্রেপ্তাৰৰ বাবে চৰকাৰী কৰ্মচাৰীসকলৰ সৈতে নিৰ্দ্বিধাই গৈ থাকিবা। যদি উক্ত কৰ্তব্যত আওহেলা কৰিছা, তেনেহ'লে তোমাৰ বিষয়ে উপযুক্ত ব্যৱস্থা লোৱা হ'ব, তোমালোকৰ গাঁওবিলাকত অতিৰিক্ত পুলিছ মোতায়েন কৰা হ'ব; আৰু তুমি, আৰু অন্যান্য গাঁওবাসীয়ে সেই অতিৰিক্ত পুলিছৰ যাৱতীয় ব্যয়ভাৰ বহন কৰাত বাধ্য থাকিবা। যদি তুমি, বা তোমাৰ গাঁৱৰ অন্যান্যই বীৰসাক বা তাৰ অনুচৰহঁতক গ্রেপ্তাৰ কৰিব পাৰা, তেনেহ'লে সিহঁতক গ্রেপ্তাৰ কৰি বন্দী অৱস্থাত ডি· ছি.-ৰ ওচৰলৈ, বা যিকোনো পুলিছ-বিষয়াৰ ওচৰলৈ লৈ যাবা, আৰু তেওঁলোকৰ হাতত গতাই দিবা।

"যিকোনো ব্যক্তিয়ে বীৰসাক নাইবা নিম্নলিখিতহঁতৰ মাজত যিকোনোজনক ধৰা পেলাই বন্দী ক'ৰব পাৰিলে, বা ধৰা পেলোৱাৰ যোগ্য সম্বাদ প্রদান কৰিলে, তলত লিখামতে পুৰস্কাৰ দিয়া হ'ব:

| | | |
|---|---|---|
| বীৰসাৰ গ্রেপ্তাৰৰ বাবে | : | ৫০০ টকা |
| ডোন্‌কা মুণ্ডা ( গাঁও : বোৰ্তোদি, থানা : খুন্‌টি ) | : | ১০০ টকা |
| মাঝিয়া মুণ্ডা ( গাঁও : ছেৰাংদি, থানা : তামাৰ ) | : | ১০০ টকা |
| বুধু মুণ্ডা ( গাঁও : সিভিদি ) | : | ১০০ টকা |
| পৰাণ পহান ( গাঁও : কাটিংকেল ) | : | ১০০ টকা |

তাৰিখ : ১২. ১. ১৯০০ ইং { স্বাক্ষৰ : এ ফৰ্বছ
ছোটনাগপুৰৰ কমিছনাৰ।"

ষ্ট্রিটফিল্ডে জাননীখন ফৰ্বছক ঘূৰাই দিলে।

ফৰ্বছে ক'লে, 'সিংভূমৰ কমিশ্যনাৰ আৰু ডি. ছি. ছিক্স্‌থ্‌ বেংগল ইনফ্যান্‌ট্রিৰ এটি কম্প্যানিৰে সৈতে ক্যাপ্‌টেইন্‌ বোশ্ব্‌—বন্দ্‌গাঁও আৰু সিংভূমৰ অন্যান্য ঠাইত ঘূৰি ফুৰিব। ডি. ছি., তুমি আৰু কৰ্নেল ওৱেস্টমোৰল্যাণ্ড ঘূৰি থাকিবা পুব ফালৰ খুন্‌টি আৰু তামাৰ থানাৰ এলেকাসমূহত। এছিস্ট্যান্ট এছ· পি· স্টিভেন্স আৰু লেফটেন্যান্ট মিড্‌ল্‌ম্যান ঘূৰি ফুৰিব তোৰ্‌পা আৰু বাছিয়া থানাভুক্ত এলেকাসমূহত। প্রতিখন বীৰসাইত গাঁও তন্ন তন্নকৈ তালাচ কৰা হ'ব, বিতবিতকৈ

বিচাৰি চোৱা হ'ব। মিলিটাৰি ফৌজে—আহত হোৱা, আৰু আন ৰীবসাইতহঁতক ধৰিব। ফেৰাৰ ৰীবসাইতহঁতৰ ধানখেতবোৰ বাজেয়াপ্ত কৰিবা। গোমধান আৰু অন্যান্য খাদ্যশস্য কন্দ মূল চীনাঘাঁহৰ দানা আদি, লগতে অন্যান্য সম্পত্তিও বাজেয়াপ্ত কৰিবা। বিদ্ৰোহীহঁতে যাতে এচিকুট খাদ্যশস্যও নাপায়, তালৈ লক্ষ্য ৰাখিবা। মুণ্ডাইতৰ দেশত চৰকাৰী ক্ষমতাৰ বেহ-ৰূপ ভালেখিনিলৈকে আহিব কৰা হওক—প্ৰদেশ-চৰকাৰৰ এইকণ সাধাৰণ ইচ্ছালৈ সম্মান জনাবা। ৰীবসাক, আৰু তাৰ ভাই চেলা-চামুণ্ডাবোৰক ধৰাত কোনোমতে ঢিলাই দিয়া নচলিব।'

ষ্টিটফিল্ডৰ ওঁঠযুৰিত এক দুৰ্বোধ্য নিৰব হাঁহি আভাসিত হৈ উঠিল।

'এই অপাৰেশ্যান ফেল্ হ'ব বুলি ডি. ছি. য়ে আশংকা কৰিছেনে?'

'নহয়, তেনেকৈ নাভাবোঁ।'

'তেন্তে— ?'

'একো নহয়।'

ৰীবসাক মুঠিত পালে ডি. ছি. য়ে গ্ৰেপ্তাৰ কৰিব, গ্ৰেপ্তাৰ কৰাত বাধা দিলে তেওঁ গুলীয়াব। মুণ্ডাইতৰ ওপৰত ফৰ্বছতকৈয়ো ডি. ছি. হ'ব অধিক নিৰ্মম। আকৌ—ডি. ছি. য়ে লগতে এই কথাষাৰো জানে যে—ৰীবসাক ধৰিব নোৱাৰিলেও তেওঁ বেয়া নাপায়। যেই কি নহওক, 'অপাৰেশ্যান ৰীবসা'ৰপৰা ফইদা উঠাব ফৰ্বছেহে, তেওঁ নহয়।

সকলো সুকলমেই কৰা হ'ল। ঢোল কোবাই কোবাই ইস্তাহাৰ—জাননীখন পঢ়ি পঢ়ি শুনোৱা হ'ল, সম্ভাব্য সকলোতে আঁৰি দিয়া হ'ল।

আৰু মিলিটাৰি পুলিছ ইংৰাজ বিষয়াইতে, থলুৱা বজাসকলে গাঁও-কে-গাঁও উৰাৰ কৰিবলৈ ধৰিলে। ৰীবসাইতহঁতৰ গাঁও-কে-গাঁও লুট কৰি ধানৰ আৰু অন্যান্য যিকোনো খাদ্যশস্যৰ শেষ কণাটিও লৈ যোৱা হ'ল। ৰীবসাইতহঁত অভুক্ত হৈ থাকিল। বহুসংখ্যক ৰীবসাইত ধৰা পৰিল। ভালেমানক নিৰ্মমভাৱে হত্যা কৰা হ'ল।

কিন্তু ৰীবসাক বিচাৰি পোৱা নগ'ল!

জিউবি গাঁৱৰ বৃদ্ধ অন্ধ মান্‌কিয়ে ক'লে, 'বীৰসাৰ উপ্‌ৰে নজৰ ৰাখ্‌তে মুঈ টাকা পাওঁ? তোমাৰলোগে টাকা পোৱা, তোমাৰলোগে তাক ধৰা কৰা।'

তৎমুহূৰ্তেই বুঢ়াৰ পিঠিত ৰাইডাং ফলা হ'ল। এই ৰইডাং আছিল চামৰাৰ লগত লোহাৰে বনোৱা চাবুক। বুঢ়াৰ পিঠিত এই চাবুকেৰে কোবাই বহুনি কৰা হ'ল। এই চাবুক আছিল কলিকতাৰ বিশেষ বিশেষ দোকানত বনোৱা বিশেষ ধৰণৰ চাবুক। ছাহাবহঁতে এই বিধ চাবুকৰ নাম থৈছিল—

শ্যামচান্দ্‌।

চল্লিছ বছৰৰ অন্তত তাহানিদিনীয়া সেই বিশেষ দোকান এখনে পুনৰ 'শ্যামচান্দ' বনোৱাৰ অৰ্ডাৰ পাইছিল।

বুঢ়া অন্ধ মান্‌কিয়ে এই শ্যামচান্দৰ কোব খাই থাকোঁতে ক'লে, 'জংগলে তাক লুকাই ৰাখিছে, তহঁত কি জংগলতকৈ ডাঙৰ?'

বুঢ়াৰ পিঠিত আকৌ পৰিল কোব।

চাবৌপ! চাবৌপ!

বীৰসাক বিচাৰি পোৱা নগ'ল।

অপাৰেশ্যান বীৰসা চলি থাকিল।

ফৰ্বছে ক'লে, 'চলিব, চলি থাকিব, আৰু চলিয়েই থাকিব।

ছৈল্‌-ৰাকাবৰপৰা বোৰ্তোদি, বোৰ্তোদিৰপৰা আয়ুভাতু, আয়্‌ভাতুৰ্‌পৰা মাবাংহাড়া—একাদিক্ৰমে বীৰসাই চকৰি ঘূৰাদি ঘূৰি আছিল। তাৰ লগে লগে, আয়ুৰ লগত বায়ুৰ দৰে, গাটোৰ লগত ছাঁটোৰ দৰে ঘূৰি আছিল ডোন্‌কা, মাঝিয়া, ছুনাৰা, আৰু আন বহুতো। দিনে-পোহৰে সোমাই থাকিছিল জংগলৰ পেটত। গছৰ মূধত বহি বহি কোনোৱা নানকে নজৰ ৰাখিছিল। গুন-গুণনকৈ সুহুৰিয়াইছিল, আৰু গাঁৱৰপৰা অহা গৰখীয়াহঁতে গছৰ পিনে নোচোৱাকৈয়েই বেলেগ ধৰণে সুহুৰিয়াই ভাঁৱৰ বাতৰি ভাঁবে জনাই আছিল।

গাঁৱত এতিয়া দিনে-নিশাই পুলিছৰ পহৰা। ৰাতিৰ এন্ধাৰত তিৰোতা-ছোৱালীহঁতে 'বাহিৰতে যাইছি গ'—বুলি তিনিজনী ওলাইছিল, আৰু 'হয়া গ'ল গ'—বুলি কৈ উভতি আহিছিল দুজনী মাথোন। আনজনী, কেতিয়াবা সৰু ছোৱালী, কেতিয়াবা যুৱতী, কেতিয়াবা কোনোবাজনী বৃদ্ধাই বগা বৰণৰ একুঁচীয়া সাড়ী সোলোকাই পেলাই, বিবস্ত্ৰা হৈ ক'লা দেহাখনি ক'লীয়া এন্ধাৰত সঁপি জংগললৈ সোমাই গৈ খাদ্য আৰু খোৱাপানী থৈ গেছিল। কৈছিলগৈ, 'ইয়া ভৰ বেছি, উ গিৰামে ডৰ কম। তাত পুলিছ এতিয়া নাই যোৱা। সেই ঠায়েদি ডাঙাৰ ডাঙাৰ হাঁথীৰ পাল গৈছে, সেইদেখি চিপাইহঁত ডৰে' কম্পে। পৰহি যাব।

সিহঁত ঠিকেঠাকেই গৈ আছিল। বীৰসাও গৈ আছিল অ'ৰপৰা ত'লৈ, ঠিকেঠাকেই।

একেবাহে উনৈছ দিন ধৰি সিহঁতে পুলিছ আৰু মিলিটাৰিৰ চকুত বালি মাৰি মাৰি পলাই পলাই ফুৰিছিল।

কিন্তু বীৰসাই ছুনাৰাক কান্ধত কঢ়িয়াই লৈ খোজ কাঢ়িব লগা হোৱা বিছ দিনৰ দিনা ইচ্ছা থকা সত্বেও সিহঁতে যাব নোৱৰা হ'ল, তিলাভুকুৰ জংগলত থাকি গ'ল।

ছুনাৰাই ক'লে, 'মুই আৰ নাযাম, ভগৱান। মোক এৰি থৈ গুচি যোৱা। বুকুত পাথৰে খুন্দিয়ালে ছৈল্-ৰাকাৰত, আজি কতদিন ধৰি মোক কান্ধত কঢ়িয়াই লৈ গৈ আছা। কিন্তু মোৰ মনে জানিছে, মুই আৰ না বাঁচিম হে! তুমি যত কিছু কৰা মোৰ কাৰণে, যত পথ কান্ধে কঢ়িয়াই নিয়া, মুই আৰু না বাঁচিম।'

বীৰসাও অস্বস্তিত পৰিল। অৱশ্য এইখিনিত সিমান ডাঠ নহয় পাতলেই। তদুপৰি, এই জংগলৰ কাষেদি দুখন হাটলৈ মানুহৰ আহ-যাহ। আৰু এইদৰে ছুনাৰাক কঢ়িয়াই লৈ গৈ থকাটোও—বাস্তৱিকতে বৰ কষ্টকৰ।

বীৰসাই ছুনাৰাক ক'লে, 'তু ই পাথৰটোত শুই থাক্। তিলাভুবুৰপৰা অহা মুক মুণ্ডাই কি কয় শুনোগৈ, সি আহিব বুলি খবৰ পঠাইছে।'

'ইথা আহিলোঁ কিয়? ই জংগল বৰ পাত্‌লা।'

'মুক তোক দৰৱ এনা দিব।'

'দৰৱেৰে কি হ'ব। তুমি এথা আহা।'

'এইয়া মুঈ আছো দেখোন।'

'ভগৱান!' ছুনাৰাই তাৰ শেঁতাপৰা ওঁঠযুৰিৰে ব'দ-কাচলিৰ দৰে যন্ত্ৰণাৰ কুঁৱলী ফালি হাঁহিলে, 'মনত পৰে? সে—ঈ বন্দ্‌গাঁৱতে মুঈ তোমাৰ্‌কে গান গাই শুনাছিলোঁ?'

'ভাল্ হৈ উঠ্‌ৰে ছুনাৰা। মুই তোক সেই গান শুনাম, এতিয়া সেই গান ভালকৈ শিকি লৈছোঁ মুঈ।'

বীৰসাই আন কোনেও নুশুনাকৈ ছুনাৰাক কথাকেইটা ক'লে, আৰু পাছত বহাৰপৰা উঠি দুখোজমান আগুৱাই গ'ল।

ডোন্‌কা আৰু মাঝিয়াই দুয়োখন হাতেৰে মূৰত হেঁচি ধৰি বহি আছে।

তাত সালী, পৰ্‌মীও আছে।

'—তোমালোক?'

'মুক নাই আহিব হে, তাক বহাৰীপুৱাতে ধৰি নিছে। মান্‌কিৰ ভাইটো তাক ধৰায়া দিল ভগৱান!'

পৰ্‌মীলৈ চাওঁতে কষ্ট অনুভৱ হ'ল বীৰসাৰ। পৰ্‌মীৰ দেউতাকে টানি ধৰাত বীৰসাই এবাৰ কৈছিল যে তাইক সি আবান্দি—বিভা কৰিব। কিন্তু বহু দিন ধৰি পৰ্‌মীৰ মন আছিল বীৰসাইত কমু, বোগোতোৰ কমু মুণ্ডাৰ ওপৰত। কমু—ছৈল্-বাকাবৰ ৰণত পৰিল।

ডোন্‌কাই সুধিলে, 'পৰিবা ক'ত?'

'মাঁ-ৰ ওচ'তে।'

'খবৰ কি?'

বীৰসাই সুধিলে।

সালীয়ে ক'লে, 'তোমাৰ ধৰমত যাৰ যাৰ বিশ্বাস, সেইসকল মান্‌কিৰ পট্টা চৰকাৰে কাঢ়ি লৈছে। নৌতুন মান্‌কিক মুচলুকা লিখায়ে পট্টা দিছে। গুইপাই, বোগোতো, কোটাগাৰা, শন্তৰা—বাৰটা গিৰামেৰ মান্‌কিৰ পট্টা কাঢ়ি নিল। যিয়ে তোমাক ধৰাই দিব, সি নৌতুন পট্টা পাব, সিয়ে বোলে মান্‌কি হ'ব।'

'আৰ বোল্‌।'

ডোন্‌কাই ক'লে।

'সকল ধান গোমধান যৱ চীনাঘাঁহৰ দানা ভাইল নিমথ তেল—মোৰ ঘৰৰপৰা সকলৰ ঘৰৰপৰা লৈ গ'ল। শুনিলোঁ, এনেকুৱা ভেড়্শও গিৰামেৰপৰা সকল চবকিছু চাহি-মুহি লৈ গ'ল। মুণ্ডাক বোলে খাব না দিয়া মাৰিব। আৰ—'

'কি— ?'

'সৌকাৰে কোবাই চাবৌপ্‌, চাবৌপ্‌ কোবাই একদম জাহান্‌ বাহিৰ কৰি দিছে। আৰ—'

'আৰ— ?'

'আৰ—যেনেকে' তোমাৰচৱক নাই পালে, তেনেকে' সৌকাৰে কোবাই, ধান-চাউল কাঢ়ি নি, চব্‌কে বান্ধি বান্ধি জেহেলত বন্ধা কৰি কৰি ভৰাই থৈ ঘৰে ঘৰে কেন্দনি-কান্দন উঠাইছে। আৰ—হুলি-তিৰ্‌তাহঁতৰ মান-ইজ্জত—।'

সালীৰ আৰু মাত নেলোৱা হ'ল। কণ্ঠ বাষ্পৰুদ্ধ হৈ পৰিল।

খানিকমানৰ পাছত সালীয়ে মুখ তুলি ক'লে, 'বোৰ্তোদিত মোৰ্‌ মুণ্ডাৰ কাৰণে, হেবাব্‌দিত মাঝিয়াক বিচাৰি—গাঁৱৰ সকল ঘৰ পোৰা-হাটৰ বাজাৰ হাঁথীৰে গচ্‌কাই ভাঙি দিলে। আম্নি আৰ না যাইম হে! গেইলে ইজ্জত—।'

সালী আকৌ ৰ'ল।

বীৰসাই ডোন্‌কা আৰু মাঝিয়ালৈ চালে। বীৰসাৰ দৃষ্টিত বেদনা, প্ৰশ্ন ক্ষুণ্ণ লজ্জা।

ডোন্‌কা আৰু মাঝিয়াই পৰস্পৰলৈ চালে।

ডোন্‌কাই ক'লে, 'যত মুণ্ডা ধৰা পৰিল, তাৰ অধিক পলাই আছে। তুমি বাহিৰত থাকিলে উলগুলানৰ কাম-কাজ হৈ থাকিব। আমি ধৰা দিলে গিবাম্ ৰক্ষা পৰে, মুণ্ডা ৰক্ষা পৰে।'

'মুঈ— ? একলা – কেৱল মুঈ ?'

ডোন্‌কাই তাৰ হাতত থকা কাঠ এচলা মাটিত পেলাই ক'লে, 'আমি এই কাঠচলাৰ দৰে আছিলোঁহে ভগৱান, তুমি আমাক আগে পৰ্‌চাৰক, পাছে লড়াকু বনাইছা। আমি ধৰা দিলে হানি না হ'ব।' সালীক ক'লে ডোন্‌কাই, 'তোক ভগৱানৰ হাততে গতাই দিলোঁ।'

সেই নিশা ডোন্‌কা আৰু মাঝিয়াই ছুনাবাক কান্ধত কঢ়িয়াই লৈ তিলাডুবুৰ জংগল এৰি গুচি গ'ল।

ওৰে নিশা বাট কোবাই গৈ গৈ—ন-মাইল দূৰণিবটীয়া তোৰ্‌পা আউটপ'ষ্টত ধৰা দিলেগৈ। ক'লে, 'বীৰসা হু—ঈ তুৰাবু জংলত লুকাই আছে। তুৰাবু হ'ল তিলাডুবুৰ বিপৰীত ফালে, বাইছ মাইল উত্তৰৰ ফালে, যমকোপাই ইলাকাত।

যমকোপাই, আৰু তাৰ ওচৰৰ গাঁওবোৰ উবাৰ কৰিবলৈ পোৰাহাটৰ ৰাজকোঁৱৰ, কমিশ্যনাৰ, ডি ছি টমছন বক্স্‌ওৱেল, পুলিছ, মিলিটাৰি, আৰু লগতে এহেজাৰ গাঁৱলীয়া বাইজ ওলাল।

ডোন্‌কাই ক'লে, 'আমাক ধৰা দিবলে' কয়াছে মানী পহানীয়ে, বোৰ্তোদিৰ মানী পহানী। কয়াছে, ধৰা নাই দিলে ধৰাই দিব তাই। তাইক কিছু টকা দিবাহে, যেনেকে' চব্‌কে টকা দিয়া কৰাছ।'

মানী পহানীক মতাই অনা হ'ল। তাই কোনো কথা নকৈ একুৰি ৰূপ ল'লে।

ডোন্‌কাই ক'লে, 'ছেন্‌ত্ৰাত তোৰ দাদাৰ ওচ'তে থাক গৈ যা। বীৰসাইত ধৰা কৰালি, বোৰ্তোদিত থাকিলে মানুহে তোৰ গাত থুৱাব।'

'কেলে' বে ? তোৰ ভগৱান কত' আছে ? তহঁতৰ ধৰ্‌তী-আবাটা ?'

মানীয়ে মকমকাই কৈ, হুপ্‌তুপাই গুচি গ'ল।

## বিছু

চৰকাৰৰ বহীত যিবোৰ মুণ্ডা-গাঁও বিশেষ ৰাজদ্ৰোহী হিচাপে চিহ্নিত, বোগোতো হ'ল সেই বিশেষ-বিশিষ্ট গাঁওসমূহৰ মাজৰ অন্যতম। এইখন গাঁৱত কমেও দহ-বাৰমান পুলিচ-মিলিটাৰি সোমাইছিলহি। সেই ছেংগেলদাৰ অগ্নি বৃষ্টিৰ অন্তত পৃথিৱীখন বহু বাৰ কোঁচমোচ খাই কম্পি কম্পি উঠিছিল। তাৰ পাছত, সেই অনাদি অতীতত সিংবোঙাই অৰণ্যৰ আঁচলেৰে বেদনাবাহিত ঠাইবোৰ ঢাকি দিছিল। ভূ-স্তৰৰ ওখ-চাপৰ অনুসাৰে অৰণ্য ক'ৰবাত ওখ, ক'ৰবাত চাপৰ। বোগোতো গাঁৱৰ গা-তে লগা অৰণ্যত, শালগছৰ খুঁটাৰ ওপৰত চাং, চাঙৰ ওপৰত ঘৰ। সালীয়ে ইয়াত থকা-মেলা কৰিব খোজা নাছিল; কিন্তু বীৰসাই পোনতে বেদনাগধুৰ কণ্ঠেৰে কৈছিল, 'পলাই বাঁচি থাকিম?' তাৰ পাছত কৈছিল, 'ইয়াতে থাক্। চৰকাৰে চিন্তা কৰিবও নোৱাৰিব, যাক ধৰিবলৈ মুণ্ডাদেশ উবাৰ কৰিছে, সি আছে ইয়াত।'

জখলা বগাই উঠি আহিল মানী পহানী।

মানী পহানীয়ে ক'লে, 'ডোন্কা আৰ মাঝিয়াক ধৰা দিব কয়াছি, তাতেই বিছু কপৈয়া। চাউল এনাছি সালী, পিছে চোবাই পানী খাইছ্, না ৰান্ধিবি। ধুঁৱা ওলাব, সকল ভেদ পাই যাব।'

মানীয়ে বীৰসাক প্ৰণাম কৰিলে।

'খবৰ কি?'

'খুব মন্দ। দেওৱা পহান জমিদাৰ বাণিয়া—সক্লে মুণ্ডাক তৰ্সায়। পুলিছে চাবৌপ চাবৌপ কোবায়। ছাহেবৰ চাবুকৰ ধাৰ কত! ডৰে চৰ্ কিৰিস্তান হৈছে।'

'আক'!'

সালীয়ে আৰ্তনাদৰ দৰে কৈ উঠিল।

'তাত কি হ'ল! মুণ্ডাচবে তেনেকে' কিৰিস্তান হয়ো, আৰু' মিছন এৰি আছে। যেতিয়া ফিৰ উলগুলান হ'ব, ফিৰ চলা আহিব। হ'ব তো উলগুলান, নে কি বোলা ভগৱান!'

মানী পহানীৰ শোটোৰা-শোটোৰ জবাই জৰাজীৰ্ণ কৰি তোলা বৃদ্ধ মুখখনত নিঃচিন্ত অনাবিল হাঁহিৰ ৰেঙণি দেখি বীৰসাৰ বুকুখন ফাটি যাওঁ ফাটি যাওঁ যেন লাগিল। মুণ্ডাদেশৰ বুকুত সৈন্য পুলিছ-ৰজাৰ হাতীৰ মদমত্ত মথন! মুণ্ডাসৱে হোলি বা ফাকুৱাৰ অস্তুত ধৰ্মৰ মতে যেনেকৈ চিকাৰলৈ ওলাইছিল, চৰকাৰে তেনেকৈয়েই মুণ্ডা-চিকাৰ তথা মুণ্ডা গাঁওবোৰ আৰু ধানৰ ভাখৰিবোৰত জুই লগাই হোলিৰ মেজি জ্বলাইছিল। বীৰসা আৰু বীৰসাইতহঁক বনৰপৰা বাহিৰ কৰিবলৈ যেনিবা উছৱ এখনহে পাতিছে। কেৱল পাৰ্থক্য—সকলো উৎসৱৰ নাম—ৰক্তোৎসৱ।

মুণ্ডাইঁতৰ বুকুত চণ্ডিনৰ ফাল, বন্দুকৰ গুলী। জংগলত গুপুতে যিবোৰ মুণ্ডাক সমাধিস্থ কৰা হ'ল, কোনেও কোনো দিনে নাজানিব যে একদা বীৰসাৰ উলগুলানৰ আহ্বানত সিহঁতে লেংটি পিন্ধি, কুচিলাৰ বাণ হাতত লৈ সসাগৰা পৃথিৱীৰ মালিকৰ ফৌজৰ বিৰুদ্ধে প্ৰাণৰ মমতা এৰি মৰো-জীওঁকৈ লড়াইত লাগি পৰিছিল। কেৱল ভৱিষ্যতৰ মানৱে চাই চাই তৱধ মানিব, নাশ্ৰুত শুনি নাভূত জানি অবাক মানিব।

সেউজী অৰণ্যৰ বুকুত ঠায়ে ঠায়ে কোনো কোনো শাল পিয়াল কেন্দ কেচেকবোৰ যেন খৰ বেছি ওখ। এইবোৰে কদাপি নাজানিব যে উলগুলানৰ বাগিৰে মতলীয়া হোৱা মুণ্ডাৰ দেহৰ তেজ-মঙহ-মজ্জা-হাড়ে ধাত্ৰী ভূমিক উৰ্বৰ কৰি তুলিছিল বুলিহে সিহঁতৰ মূৰ ইমান ওখ। এই কথা গছবোৰে কদাপি নাজানিব।

তথাপি মানী পহানীয়ে হাঁহি আছে, কৈছে, আকৌ উলগুলান হ'ব। বীৰসা—তেনেহ'লে নিশ্চিতৰূপেই ভগৱান, ধৰ্‌তী-আবা।

মানীয়ে ক'লে, 'ছাহেব আৰ পোৰাহাটৰ ৰাজাই দহটা হাঁথী, হাজাৰটা মানুহ, আৰু চিপাই লগত লৈ বন চাহি-মুহি এইকালৈ আহি আছে। ডোন্‌কাই কৈ দিলে তুমি ছেন্‌ত্ৰাৰ জংঘলত চলা যাও।

যিহঁত পলাই আছে, লাহে-ধীৰে সিহঁতো যাব। হা! দেখ ভগৱান! ছেৰাইকেলা, কৰাইকেলাৰ সেই ৰাজাগুলা ভৰে কেলে'? সিহঁতৰ দেশত মুণ্ডা আছে? তো - সিহঁতে কিয় মুণ্ডা মৰাৰ কামত লাগিলেগৈ?'

'চ—ৰ এক টোপী যে!'

মানী গুচি গ'ল।

শিল এচটাৰ ওপৰত পৰ্মীয়ে চাউল খুন্দি খুন্দি গুড়ি কৰি থাকিল। চাউলৰ গুড়ি চোবাই খাই পানী খাব। কথা আচৰিতেই, বোগোতোৰ কন্থু মুণ্ডা মৰাৰ পাছৰপৰা পৰ্মীয়ে ভগৱানৰ লগে লগে ঘূৰি ফুৰা হ'ল কন্থুৰ কথাত। বীৰসাৰ কেনো কথা অমান্য নকৰে তাই। কিন্তু চাউল দেখা মাত্ৰকে বীৰসাৰ কথা অমান্য কৰাৰ মন যায় তাইৰ। মন যায় — তেতিয়াই খৰিকাঠ-বুটলি আনি টিঙ্কাই সাজি লৈ বন্ধা-বঢ়া কৰি ভালকৈ খুৱাব খাব—ভাত। বীৰসাই তাইক ভাত ৰান্ধিবলৈ নিদিয়ে। কোনো মতেই নিদিয়ে। অথচ তাইৰ মন যায়— ৰান্ধো ভাত, তপাতে তপত ভাত খাওঁ, ভগৱান ধৰা পৰে যদি, পৰক ধৰা। মুণ্ডাৰাজ হ'লে ভাত খাবলৈ পাব বুলিহে বোগোতোৰ কন্থু মুণ্ডা উলগুলানলৈ ওলাইছিল। পৰমীয়েও ভাবিছিল—মুণ্ডাৰাজত সকলো মুণ্ডায়েই ভুসাজ ভাত খাবলৈ পাব। কিন্তু এতিয়া তাই হুমুনিয়াহ কাঢ়ি শিল এচটাৰ ওপৰত চাউল খুন্দি খুন্দি গুড়ি কৰি থাকিল।

পৰ্মীলৈ চাই চাই হুমুনিয়াহ এৰি বীৰসাই ক'লে, 'কত জনৰ কত যে হাবিয়াহত জুই লাগালোঁ ৰে সালী। কিন্তু উলগুলানৰ বীত্ বেলেগ। তোৰ ছৱাল, মৰদ, ধান, ঘৰ—চব্ ল'লোঁ। পৰমীৰো চব্।'

'দুঃখ কৰ?'

'নাই। কত জন আৰ নাই, কত জন আৰ না থাকিব। মস্তো এই শৰীলত না থাকিম। কিন্তু উলগুলান সফল না হ'লে উলগুলানৰ শেষ নাই। মোৰ মৰণ নাই। তু ইকথা সকলক ক'বি ৰে সালী!'

ৰাতিৰ পৰতে বোগোতোৰ অৰণ্য এৰি সিহঁত চেন্‌ত্ৰাৰ অৰণ্যলৈ গুচি গ'লগৈ।

পাছত, বহু দিনৰ পাছত, বাৰিস্টাৰ জেকবে অমূল্যক এই বিষয়ে সুধিছিল। জেকবে সুধিছিল, 'বীৰসাৰ অন্তিম পৰিণতি কি হ'ব বুলি তুমি ভাবিছিলা? তুমি ভবা মতেই পৰিণতি হৈছিলগৈনে? তাৰ নামটো লোৱা মাত্ৰেই তোমাৰ মুখখন পোহৰ,হৈ উঠে কিয়?

'আগতে এটা কথাৰ উত্তৰ দিবনে?'

'কোৱাঁ।'

'সি ভগৱান—এই কথা আপুনিও বিশ্বাস কৰেনে?'

'নহয়? নকৰোঁ। মই বীৰসাক নিপীড়িত মুণ্ডা লোকসকলৰ উপযুক্ত নেতা বুলি ভাবোঁ।'

'মই এতিয়া ভাবোঁ—সি ভগৱান।'

'কি যুক্তিৰে?'

'কিয়? বিট্ৰেয়ালৰ, বিশ্বাসঘাতকতাৰ যুক্তিৰে—? মানুহ এজন যেতিয়া ভগৱান হয়, তেতিয়া কোনো নহয় কোনো বেইমানে তাৰ পতন ঘটায়। তেতিয়া সেইজন মানুহ ভগৱানেই হৈ উঠে। শেহান্তৰত—সেই বিশ্বাসঘাতকহঁতেই তাক—বীৰসাক বিশ্বাসঘাতকতা কৰি ধৰাই দিলে। কথাষাৰ সঁচা নহয়নে?'

'ক'ব পাৰা······আচৰিত কথা!'

'কি?'

'যি সময়ত মুণ্ডাহঁত মৰি আছিল, শোষিত হ'ব ধৰিছিল, বন্ধুৱা খাটিছিল, সেৱকপট্টা লিখিছিল, খুটকাট্টি গাঁওবোৰপৰা উৎখাত হৈ আছিল, জমিদাৰ-মহাজন-চৰকাৰ—এই তিনিও হাতৰ কেঁকোৰা চেপন খাই আছিল—তেতিয়া কোনেও —আমাৰ এজনেও কিজানি সিহঁতৰ কথা এবাৰলৈকো ভবা নাছিল।'

'যি সময়ত সিহঁতে যুঁজি আছিল, লড়াই কৰিছিল—তেতিয়াও ভবা নাছিল।'

'এতিয়া,—এতিয়া বীৰসাৰ আন্দোলন যেতিয়া জামৰি আছিল—তেতিয়াহে মুণ্ডা জাতিৰ কথালৈ মানুহৰ আগ্ৰহ বাঢ়িল, সহানুভূতিও।'

'অথচ কিমান যে নাশ্রুত-নাভূত কাণ্ডবোৰ ঘটিল। ধৰা পৰিল চাবিশ বিৰাশীজন। এবছৰ কাল ধৰি সাক্ষী—প্ৰমাণ সংগ্ৰহ কৰাৰ অছিলাৰে সিহঁতক জেলৰ খুকৰিত ভৰাই থোৱা হ'ল। সাথীয়ে-চাবুদে কেছ এটা যুগুতাওঁতে বিচাৰাধীন অৱস্থাত বেয়াকৈ জখম হোৱা ঘা গেলি বিষাক্ত হৈ জেলতে মৰি থাকিল চৈধ্যজন, বীৰসাক বাদ দি। শেহলৈ—কেছ যুগুত কৰিব পৰা হ'ল মুঠেই আশীজনৰ নামত।'

'তাকো লঘু পাপত গুৰুদণ্ড বুলি ক'ব পাৰি। অ্যকিলাগ কেছৰ এয়ে আছিল প্ৰকৃত অৱস্থা। মিছনাৰীসকলৰে কাঁড় এবাৰ বাবে পৰাণ মুণ্ডাৰ দণ্ড হ'ল যাৱজ্জীৱন দ্বীপান্তৰ। গয়া মুণ্ডাৰ পৰিবাৰৰ, বোৱাৰীৰ, আৰু আনকি গয়ামুণ্ডাৰ আঠ বছৰীয়া নাতি-ল'ৰাটোৰো কাৰাবাসৰ হুকুম হ'ল!'

তাকো—ঙ্ক বেংগলী কাগজত সুৰেন বানাৰ্জি, আৰু সিপিনে—স্টেটছম্যান কাগজে ইমান হৈ-চৈ কৰিছিল বুলিহে। শেহান্তৰত দেখা গ'ল—চৰকাৰী গাফিলিৰ হেতুকে যিহঁত জেলত পঁচি আছিল, সিহঁতৰ মাজত বহুতেই নিজগৰীয়া খালাছ পালে। সুৰেন বানাৰ্জিক জানাই নহয়? তেনেহেন বাগ্মিতাৰ গুণ থকা আন বিচাৰি পাবলৈ নাই। কোনে আৰু ক'ব পাৰিব তেনেকৈ? বেংগল লেজিছলেটিভ কাউন্সিলৰ মাজ-মজিয়াত থিয় হৈ তেওঁ বেতিয়া একে একে সুধিছিল:

"এই কথা সঁচানে, যে মুণ্ডাসকলৰ বিৰুদ্ধে ফৌজদাৰী দণ্ডবিধিৰ ১০৭ নাম্বাৰ ধাৰাত যি কেছ তৰা হৈছিল, সেই কেছ প্ৰত্যাহাৰ কৰি লোৱা হৈছিল?

"যদিহে প্ৰত্যাহাৰ কৰি লোৱা হৈছিল, তেনেহ'লে—কেছ প্ৰত্যাহাৰ কৰাৰ আগতে মুণ্ডা বন্দীসকল কিমান মাহ কিমান দিন ধৰি ফাটেকত বন্দী ৰূপে আছিল?

"ফাটকিয়াল হৈ থকা অৱস্থাত কিমান মুণ্ডা বন্দীৰ মৃত্যু হ'ল?

"বাতৰি-কাকতসমূহত যি খবৰ ওলাল, যে বহু সাধ্যক মুণ্ডাক পুনৰ নতুনকৈ বন্দী কৰা হৈছে নতুন অভিযোগত—সেই কথা সত্য হয় নে?

"যদি সত্য, তেনেহ'লে—চৰকাৰে তদন্ত কৰাৰ অন্ততঃ আমাক জনাবনে যে—জেলখানাত পাঁচ মাহ ধৰি পাঁচি প্ৰকাৰ সময়ছোৱাত কিয় এই নতুনকৈ বন্দী কৰা সকলৰ নামত সেই অভিযোগ উত্থাপিত কৰা নগৈছিল?"

সিদিনাৰ সুৰেন বানাৰ্জিৰ ক্ষুৰধাৰ বক্তৃতাৰ শ্ৰোতৃবৰ্গই একবাক্যে মন্তব্য কৰিছিল:

'বাই জ্বোভ! বুঢ়াই আকৌ জুই জ্বলাই দিলেহে!'

'লাভনো কি হ'ল? ইয়াকেই বোলে—জাকৈ মাৰে, কুকৰ নাম। হয়, তাৰ পাছত কেছ তৰা হৈছিল, হয়। কিন্তু তাৰ আগতে বিচাৰাধীন অৱস্থাত বন্দীইঁতৰ মৃত্যু হ'ল। জানুৱাৰিত খুন্টি থানা আক্ৰমণৰ দিনৰপৰা গ্ৰেপ্তাৰৰ আৰম্ভণি, কেছৰ ৰায় ওলাল ডিছেম্বাৰত। যিজন কমিশ্যনাৰ, ডি. ছি. পুলিছে বন্দীসকলক বিনা বিচাৰতে ফাটকত আটক কৰি থৈছিল, এই চূড়ান্ত অন্যায় কৰিছিল, স্বয়ং লেফটেন্যাণ্ট গৱৰ্নৰ জন্ উডবাৰ্নে। ৰাঁচীৰপৰা আছি তেওঁ তেওঁলোককলৈ শলাগৰ শৰাই আগ বঢ়াইছিল। গৱৰ্নৰ জেনাৰেল কাৰ্জনো নিবোকা-চামোনটি হৈ থাকিল।'

'আটাইবোৰেই ইংৰাজ তো। কাউৰীয়ে কাউৰীৰ মঙহ খাবনে? চাইবাসাৰ স্কুলত বীৰসাই কি কৈছিল মনত পৰেনে?'

'মোকেই কৈছিল তো! কৈছিল: জানো, জানো। ছাহাব ছাহাব এক টোপী হ্যয়, বছ্। আৰু লগে লগে তাক স্কুলৰপৰা খেদিলে।'

'মই—আইনৰ বাটেৰেই খোজ দিলোঁ, যুঁজিলোঁ, হয়। কিন্তু মুণ্ডা-ট্ৰাইয়্যালৰ পাছত তথাকথিত বৃটিছ জাষ্টিছৰ স্বৰূপ যেনেকৈ জনা গ'ল, এনেকুৱা আন কাহানিও জানিব পৰা নাছিলোঁ। কথাষাৰ ক'বলৈ বাধ্য হৈছোঁ মই।'

'আপুনিও ইংৰাজ মানুহ।'

'ইংৰাজসকলে মোক একেবাৰে ভাল নাপায়।'

'মুণ্ডাসৱৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হ'ল।'

'নহয়, অমূল্যবাবু।'

জেকৰ ছাহাবে সস্নেহে অমূল্যৰ হাত এখন তেওঁৰ হাতেৰে স্পৰ্শ কৰিলে। ক'লে, 'কেতিয়াও তেনেকৈ নাভাবিবা। মই -- সেই চৰ্দাৰ আন্দোলনৰ কালৰপৰা মুণ্ডাসকলৰ হৈ যুঁজি আছোঁ। সেই বুলি কেছত কেতিয়াবা জয়ী হৈছোঁনে? —নাই হোৱা। তথাপি, এটি সাৰ কথা জানি থোৱা,—সকলো যুদ্ধ, সকলো আন্দোলন কেতিয়া ব্যৰ্থ হ'ল, কেতিয়া সাৰ্থক হ'ল সেই হিচাপ অংকৰ নিয়মেৰে কৰিব নোৱাৰি।'

'জানো, আপুনি ক'ব যে -- ব্যৰ্থ হোৱা সত্বেও এই আন্দোলন ব্যৰ্থ হোৱা নাই। কিন্তু বৃটিছ জাষ্টিছৰ ওপৰত মোৰ যে এক অখণ্ড বিশ্বাস আছিল! যেতিয়া দেখা পালোঁ যে—দৰাচলতে কোনো বিচাৰ হোৱা নাই, কেৱল বিচাৰৰ ভেকো-ভাওনাহে হৈছে—ডি ছি., এছ পি আদিয়ে ৰং চাইছে, যেতিয়া উপলব্ধি কৰিলোঁ যে—কিয় সিহঁতক বন্দী কৰা হৈছে, আনকি সেই সাধাৰণ কথাটোও মুণ্ডাসকলক কোৱা হোৱা নাই, নজনাকৈ আছে, তেতিয়া বহু চেষ্টাৰে 'বেংগলী' কাকতৰ বিপ'টাৰ এজনক কষ্টে-মষ্টে অনোৱা হ'ল। তেওঁ লিখিলে: মুণ্ডা বন্দীহঁতৰ হাতত হাতকেৰেয়া, ভৰি আৰু কঁকালত শিকলি। এই গধুৰ বোজা টানি-চুঁচৰি সিহঁতে জেলৰপৰা মেজিস্ট্ৰেটৰ অফিছলৈ অহা-যোৱা কৰোঁতে ভাগৰি পৰে, হামখুৰি খাই পৰে। অথচ এই বন্দীহঁত বিচাৰাধীন! কৰ্তৃপক্ষই কেছ যুগুত কৰিব নোৱৰা হেতুকেহে মাহৰ পাছত মাহ ধৰি সিহঁতে এনে জীয়াতু ভুগিবলগা হৈছে!'

'জানো।'

'লিখিলে। সকলোৱে ছি ছি ছা ছা কৰিলে। হয়। কিন্তু হ'লনো কি? শিকলি নোহোৱা হ'লনে? বীৰসাও তো—বীৰসাকো তো… !'

'যিহঁতে বীৰসাক ধৰাই দিছিল, সিহঁতৰ প্ৰতি ইমান নিৰ্মম নহ'বা। মুণ্ডাৰ ওচৰত পাঁচশ টকা মানে—বিৰাট টকা। ভাবি চোৱা, শই শই মুণ্ডাই আনকি বন্দী অৱস্থাতো বীৰসাক ধৰা পেলাবলৈ কৰ্তৃপক্ষক খুদমান সহায়ো কৰা নাছিল। ধৰাই দিয়া হ'লে সিহঁত কিন্তু বহু আগতেই বন্দী পৰিল হয়!'

কিন্তু—

কিন্তু শশিভূষণ বাই, আৰু আন দুজন মুণ্ডাই বীৰসাক ধৰাই দিলে, ধৰাই দিলে সিহঁতৰ ভগৱানক। কিয়নো—পাঁচশ টকা বিৰাট টকা। বিৰাট টকা, মুণ্ডাৰ ওচৰত। ধৰাই দিলে পৰ্‌মীয়ে, কিয়নো—ভাতৰ লোভ ডাঙৰ লোভ।

দুই দিন-দুই নিশা বীৰসাই বিৰামবিহীন বাট কোবাইছিল। ছেন্‌ত্ৰাৰ অটব্য অৰণ্যত আশ্ৰয় লোৱাৰ পাছত সালী আৰু পৰ্‌মীক টোপনিয়াবলৈ কৈ বীৰসা নিজে সাৰে থাকিল।

এতিয়া তাৰ হাতত দুখন তৰোৱাল। সময় উপস্থিত হ'লে সি যে আনকি এখনো চলাব পাৰিবনে নোৱাৰে, তাৰ পক্ষে—কোৱা টান। কিয়নো—টোপনিয়ে বৰকৈ জোকাই আছে। আৰু এবাৰ কেনেবাকৈ চকুযুৰি মুদি দিয়ে যদি, টোপনিয়ে টেপৰ-যুঁজা দিবই। চকু দুটাত ইমান যে টোপনিৰ জেলেকা ··!

'ঘুমাও, ভগৱান, খানেক ঘুম্ কৰি লও না!' সালীয়ে ক'লে।

'তু জাগা আছিছ্?'

'ঘুম্ নাই আহে।'

'জাগা থাক্, বিহানে ঘুমাইছ্।'

'পৰ্‌মী ঘুম্ কৰে।'

'কৰোক।'

বীৰসাই আৰু একো কোৱা নাছিল। চুপচাপ বহি শুনি আছিল অৰণ্যৰ কত কথা···। শুনি আছিল···। পাতৰ মৰ্মৰধ্বনিৰে, বতাহৰ ক্ৰন্দনেৰে, ব্যাঘ্ৰৰ ক্ষিপ্ৰ পদক্ষেপৰ ক্ষুৰধাৰ নিশব্দ শৱদেৰে অৰণ্যই তাৰ সৈতে কথা পাতি আছিল। অৰণ্যই তাক কৈ আছিল: মই সকলো কথা জানো, বুজি পাওঁ। মই জানো, মই জানো বীৰসা, অন্তৰেৰে অনুভৱ কৰোঁ, তুমি নোৱাৰিলা, সহস্ৰ চেষ্টাতো নোৱাৰিলা তুমি···।

কৰ্‌মীৰ দৰে, অবোধ-অবুজন মুণ্ডা মাতৃৰ দৰে, অৰণ্য-জননীয়ে বীৰসাক সান্ত্বনা দি আছিল দিৱস-শৰ্বৰী বৃক্ষপত্ৰ মৰ্মৰি গুনগুন গুঞ্জৰি:

তুমি তো চেষ্টা কৰাছিলা বাপ্‌! সকল যে তোমোবাৰ হাতত নাই, তুমি তোন জানা নাছিলা। মুঞি, এই যে মুঞি, এই বন-তুইটা কি মোৰ? যেতিয়া তোমোবাৰ পিতা-পুৰুষ না-আবালী জংঘল গছ কাটি গছনি গুচাই আবাদ কৰাছিল, তেতিয়া মুঞি মোৰ আছিলোঁ। তা বাদে, মুণ্ডাৰ হাতৰপৰা দিকুৰ হাতলৈ, দিকুৰ হাতৰপৰা চৰকাৰৰ হাতলৈ বিককৰা হৈ হৈ, বেচা-কিনা, কিনা-বেচা কৈ হৈ, মুঞি, তোমোবাৰ আদি জননী, মুঞি তোহোৰ অবশ্য-জননী খণ্ডিত হয়া গিছি, বীৰসা। বীৰসা, তোহোৰ কুছু দোষ নাই, বাপ!'

আদিম আদি জননীৰ নিঃশব্দ কণ্ঠস্বৰ বীৰসাৰ অন্তৰত বৃষ্টিধাৰাৰ দৰে বৰ্ষিত হৈছিল। অবশ্য-জননীৰ সান্ত্বনা-বাণী আছিল নিচুকনিৰ দৰে স্নেহৰসনিষিক্ত সুখশ্ৰাৱী সংগীত।

শুনি শুনি ৰাত্ৰি প্ৰভাত হ'ল। ...বীৰসা টোপনি-গছৰা হৈ পৰিল...। টোপনি-বহীয়াটো হৈ আৰক্ত দৃষ্টিৰে চাই বীৰসাই ক'লে, 'সালী—তু ঘুম্‌ যা। মুইও ঘুমাওঁ ৰে! মোক মৰ-টোপনিয়ে ধৰাছে... ওৰ-ঘোৰ টোপনি...টোপনি...ঘুম্‌...ঘুমৰ বিষত অংগ অৱশ...। পৰ্‌মী, তু জাগা আছিছ্‌! জাগা থাক্‌ ৰে পৰ্‌মী তু—জুই না জলাইস্‌ ৰে! '

কিন্তু পৰ্‌মীয়ে জুই জলাইছিল। টিকাই সাজি লৈ জুই জলাইছিল পৰ্‌মীয়ে! আৰু ধোঁৱাই গুলুম বান্ধি পাক খাই খাই উঠিছিল বতাহৰ বোকোচাত উঠি। উঠি ভাত বান্ধি আছিল পৰ্‌মীয়ে। উতলা ভাতৰ নিসনিৰ সুবাস শুঙি আছিল তাই...।

আৰু সিহঁতে সেই ধোঁৱা চাই চাই আগুৱাই আহিছিল।..

পাঁচশ টকা-বহুত টকা। বিৰাট টকা। ...দেখা পাইছিলহি.. খুপি খুপি আহিছিল সিহঁত ..অকণো শব্দ নকৰাকৈ...সাপৰ দৰে...।

বীৰসা নিদ্ৰামগ্ন। শীৰ্ণ। ক্লান্ত। অলপ আঁতৰত মাটিৰ ওপৰতে দীঘল দি সালীও টোপনিত লাল-কাল...।

আৰু সিহঁতে বীৰসাক গৰা মাৰি ধৰিছিলহি।...

দবৰা-দবৰিৰ শব্দত, পৰ্মীৰ ভয়ার্ত আর্ত চিৎকাৰ শুনি সালী সাৰ পাই উঠিছিল। প্ৰথমেই তাই প্ৰাণপণে চিৎকাৰ কৰি উঠিছিল… কিয়নো, তাই দেখিছিল—শশিভূষণ ৰাই আৰু মাঝি তামাবিয়াক, আৰু লগতে আন পাঁচটা মানুহক। …শশিভূষণ আৰু মাঝিয়ে এই সময়ত ৰইনাইদি কোঁচাইছিল। বীৰসাৰ বাহিৰেও অন্য মুণ্ডাহঁতক ধৰাই দি ভুশ পচাময়ে টকা পাইছিল সিহঁত ছুটাই। বীৰসাৰ দাম পাঁচশ টকা।

সালীয়ে আটাহ পাৰি উঠিছিল…বীৰসাই বিদ্যুৎস্পৃষ্টবদৰে সাৰ পাই উঠি হাতিয়াৰ বিচাৰিছিল, বহাৰপৰা কেনেবাকৈ থিয় হোৱাৰ বাবে প্ৰাণপণে চেষ্টা কৰিছিল…তাৰ পাছত বীৰসাই সালীক পলাই যাবলৈ কৈছিল। সালীক মুহূর্তমানৰ বাবে দ্বিধান্বিত যেন দেখা পাই বীৰসাই শান্ত কিন্তু গম্ভীৰ কণ্ঠেৰে কৈছিল সালীক, 'মোৰ হুকুম!'

সালী পলাল · কিয়নো বীৰসাই তাইৰ চকুৰে চকুৰে চাই চাই হাঁহিছিল। …বীৰসাই জোৰে জোৰে কৈছিল, 'তহঁত ধনিক্ হৈ গ'লি ৰে মাঝি…পান্ পান্শও টকা · মাটিৰ পট্টা…। কথি নিবি মোক ? ..'

'বন্দ্গাঁও।'

এই কথাষাৰ সালীয়ে শুনি গ'ল। বীৰসায়ো ইয়াকে খুজিছিল।

তাৰ পাছত সালীয়ে · ইমানদিনৰ সাৱধানতা সমূলি পাহৰি গৈ ছেন্ত্ৰা গাঁৱৰ বাটে বাটে বাউলীৰ দৰে দৌৰি দৌৰি চিয়ঁৰি চিয়ঁৰি গৈ থাকিল, 'কোনটা মুণ্ডা কথি আছাহে…ভগৱানক ধৰাছে শশিভূষণ ৰাই, মাঝি তামাবিয়া—বন্দ্গাঁৱত লয়া যায় হে…! মুণ্ডাচব্ মৰি গিছ না জীন্দা আছ…হা! দেখ…পান্শত্ টকাৰ কাৰণে সিহঁতে ভগৱানক ধৰি লয়া গ'ল হে…!'

আর্ত চিয়ঁৰেৰে বুকু ধুনি ধুনি সালী দৌৰি থাকিল গাঁৱৰ পিছত গাঁৱৰ বাটে বাটে…। যিমান মুণ্ডা গাঁৱত অৱশিষ্ট আছিল, অকস্মাৎ ধুমুহাৰ দৰে ওলাই আহিছিল। ছেন্ত্ৰাৰপৰা বন্দগাঁৱৰ বিস্তীর্ণ প্ৰান্তৰলৈ, গাঁৱৰপৰা গাঁৱলৈ…হেজ্জাদি কাৰিকা সোংৰা জালমাইত এই বিষম বাতৰি বনাগ্নিৰ দৰে বিয়পি পৰিছিল…।

বন্দ্‌গাঁৱৰপৰা খুন্‌টি, খুন্‌টিৰপৰা বাঁচী, বাটৰ দুকাষত মানুহ আৰু মানুহ । লেখ নাই জোখ নাই অসংখ্য-অগণন ··ইমান অত্যাচাৰৰ পাছতো যে ইমান মুণ্ডা গাঁৱে গাঁৱে আছিল, পুলিছৰ মগজুত তাৰ হিচাপেই নাছিল।···সিহঁতে পৰস্পৰৰ মুখলৈ চাবলৈ ধৰিলে।

ইমান অত্যাচাৰৰ চকৰিৰ তলত চেপা খায়ো—

ইমান মুণ্ডা!

ক'তনো আছিল ইহঁত?

আটাইবোৰ মুণ্ডাৰ ঘৰ-দুৱাৰ বিত্ত-বিত্তকৈ খেচাৰিও যেখোন এটাকো এৰাবলৈকো ঘৰত পাবলৈ নহৈছিল।

এতিয়ানো আহিল ক'ৰপৰা ইহঁত?

হিলৈধাৰী পুলিছ-মিলিটাৰিহঁতে বীৰসাক ৰাজ-সম্মানৰে আগে-পিছে পৰ দি দি লৈ যাবলৈ ধৰিছিল।

বীৰসাৰ মূৰত পাগ, গাত শুচি-শুভ্ৰ উকা চেলেং, হাতত শিকলি, সমুন্নত শিৰ, মুখমণ্ডলত মৃদু হাঁহি, চকুৰ দৃষ্টি সমুখলৈ···এক সম্পূৰ্ণ অজান ভৱিষ্যলৈ নিবদ্ধ।

বীৰসাই জানিছিল···কেৱল বীৰসায়েই উপলব্ধি কৰিব পাৰিছিল—বাঁচীৰপৰা খুন্‌টি, খুন্‌টিৰপৰা বন্দ্‌গাঁও হৈ চালকাড়ৰ বাট লৈ সি আৰু কোনো দিনে ঘৰলৈ নোভতে ··।

একমাত্ৰ সিয়েইহে জানিছিল—

তাৰ বৃদ্ধ পিতৃ সুগানাক, বৃদ্ধা মাতৃ কৰ্‌মীক ইহজীৱনত সি আৰু কদাপি দেখা নাপায়।

আৰু চালকাড়লৈ উভতি নাহিব, মাক কৰ্‌মীৰ কাষত আৰু থিয় নহ'বগৈ। তাৰ ভক্তহঁতৰ সমুখত আৰু নব'বগৈ ··। সেউজীয়া অৰণ্য, তেজৰঙা মাটি, অনুচ্চ পৰ্বতমালালৈ আঙুলিয়াই সি আৰু কাহানিও নক'ব—'আমি এই সকল ঘিৰাই নিম হে!' আৰু—আৰু কেতিয়াও দূৰ দূৰ বাট কোবাই ৰাত্ৰিৰ অন্ধকাৰত গ্ৰামৰপৰা গ্ৰামলৈ অৰণ্যৰ বুকুৰেদি মৰমলগা মাটিৰ ওপৰেদি কাহানিও গৈ নাথাকিব···।

'বীৰসাক লৈ অহা হ'ব, এটা ছে'ল খালী কৰা হওক—'এই অৰ্ডাৰ পোনতে অমূল্যাই বিশ্বাসেই কৰিব পৰা নাছিল। তাৰ পাছত মাগুৱাম ওৱাৰ্ডাৰে অমূল্যাক গোপন সম্বাদটো দিলেহি: ভব্মি আৰু ধানীয়ে দেখা কৰিবলৈ কৈছে অমূল্যাক।

ধানীৰ দুগাল তিয়াই বাধা নমনা চকুলোৰ ধাৰ ওলাই আহিছিল। ধানীয়ে কৈছিল অমূল্যাক, 'এটা দিন আমাৰ ছাথ্ ৰাথ তাক।'

অমূল্যাই কৈছিল, 'গা ধুৱাবৰ বাবে লৈ অহা হ'ব, কথা পাতিবা।'

বিষণ্ণভাৱে মুখখন ইঁহা যেন কৰি ধানীয়ে কৈছিল, 'মোৰ লগত সি মাত-বোল না কৰিব, না হ'লে ময়েই কথা হ'ব পাৰ্মো হয়।'

ছে'ল বেড়ি কৰোঁতে অমূল্যাই বিছটা মিনিট সময় ল'লে। এই বিছ মিনিট সময় বীৰসা ভব্মিহঁতৰ ছে'লত আছিল। বীৰসাই গুন-গুনকৈ কৈছিল, 'কান্দিবা পাছত, কথা ক'বা পাছত, এতিয়া সময় আৰু নাই। যি কওঁ শুনা। হাকিমৰ সমুখত যেতিয়া জেৰা কৰা হ'ব, তেতিয়া তোমালোক চাৰিশ মুণ্ডায়েই ক'বা—মোক তোমালোকে চিনি না পোৱা। ক'বা—না বুঝি উলগুলান কৰাছ।'

'ভগৱান—!'

'মোৰে ঠগ বোলা বঞ্চক বোলা সকল গালি দিয়া—হানি নাই। কিন্তু তোমাৰলোগ্ বাঁচ। তাতে মোৰ শান্তি।'

'তুমি—'

'মোক ইহঁতে আৰ জীয়ন্তে জেহেলৰপৰা ওলাব না দিব।'

'তোমাৰ্কে একলা একটা খুক্‌ৰিত ৰাখ্‌ব হে ভগৱান!'

'ৰাখক। মুঈ ভগৱান, সেইহে তোমোবাৰ ওচৰ্তে আহিলোঁ বে ভব্মি। তোমাৰ্লোকক এৰি থকা নাই। —মৰাছে কেইজনা?'

'কবাৰ হুনা মুণ্ডা, লোহাজিমিৰ ছুখ্ৰাম।'

'কেও দৰৱ দিছিলনে?'

'ঐ বাঙালীবাবু।'

বীৰসাৰ ওঁঠযুৰিত মৃদু হাঁহিৰ আভা ফুটি উঠিল।

পাছত, ছলিট্যাৰি ছে'লত—কাৰাগাৰৰ নিৰ্জন সৰু কুঠৰীত—কমাৰে বীৰসাৰ কঁকালত আৰু ভৰিত লোহাৰ শিকলি পিন্ধাই দিলে, আৰু সেই কমাৰে বীৰসাক সৰু সৰুকৈ ক'লে, 'ভগৱান হে, শাও না দিবা হে মোক !'

এইবাৰ বীৰসাই ফটফটীয়াকৈ বুজি পালে, আৰু কাহানিও সি এই কাৰাগাৰৰপৰা জীয়ন্তে ওলাই যাব নোৱাৰিব।

হাতত হাত-কেৰেয়া, কঁকালত আৰু ভৰিত শিকলি, একজঁকেয়ো সৰু প্ৰায়ান্ধকাৰ কোঠাটোৰ দেৱালবোৰ শিলৰ দেৱাল। সমুখত লৌহ-দুৱাৰ। দুৱাৰৰ আগত চৌবিছ ঘণ্টা—দিনে-নিশাই সশস্ত্ৰ প্ৰহৰী। দুৱাৰৰ সমুখত ঢকা বাৰাণ্ডা। বাহিৰৰ বায়ু-পোহৰৰ পথ বন্ধ। দেৱালৰ গাত বহু ওখ ঠাইত এটি নিচেই সৰু ভেন্টিলেটাৰ—বায়ু-চলাচল কৰিব পৰা এটি মাত্ৰ বিন্ধা।

চৰকাৰে সিদ্ধান্ত লৈছে, বীৰসাক সাধাৰণ ফৌজদাৰী-আচামী হিচাপে বিচাৰ কৰা হ'ব। তাৰ অপৰাধ : বহু দিন ধৰি নৰহত্যা আৰু অগ্নি-সংযোগ কৰাত সহায়তা। বীৰসাক মুণ্ডা বাইজৰ আগত এটা সাধাৰণ ফৌজদাৰী আচামী হিচাপে প্ৰতিপন্ন কৰাটোৱেই হ'ল চৰকাৰৰ সিদ্ধান্ত।

অথচ এক অতি গুৰুত্বপূৰ্ণ ৰাজনৈতিক বন্দীৰ দৰে বীৰসাৰ সম্পৰ্কে সতৰ্কতা অৱলম্বন কৰা হৈছে।

বীৰসাই উপলব্ধি কৰিলে : বৃটিছে তাক ক্ষমা নকৰিব।

কিয়নো—স্বয়ং ডি. ছি. য়ে তাক কৈ গ'ল : পুলিছ অফিচাৰ সকলৰ সহায়ত তদন্ত কৰি সাক্ষী-প্ৰমাণ যোগাৰ কৰিব বুলি তেওঁ উপদ্ৰুত এলেকা সমূহলৈ ওলাব। বীৰসাই বুজিলে : ডি. ছি.-য়ে এতিয়া প্ৰয়োজনতকৈ চেৰ অধিক সময় ল'ব।

জেকব অহা বুলি শুনিলে বীৰসাই।

তাৰ পাছত, যিদিনা তাক হাকিমৰ আগত হাজিৰ কৰা হ'ল, সেইদিনা সি জেকবক তাত দেখা পাইছিল। কিন্তু জেকবৰ সৈতে তাক কথা পাতিবলৈ অনুমতি দিয়া নহৈছিল।

জেকবে এই কথা বাৰে বাৰে কৈ আছিল, 'জানুৱাৰি মাহৰপৰা এপ্ৰিল মাহলৈকে বন্দীসকলক বিনা বিচাৰত আটক কৰি ৰখা হৈছে, অথচ—আজিও কেছ এটা উত্থাপন কৰা নহ'ল। বৃটিছ জাষ্টিছৰ নামত মুণ্ডাসকলৰ ওপৰত যথেচ্ছ তথা চূড়ান্ত অবিচাৰ কৰা হৈছে। মুণ্ডাসকলক আত্মপক্ষ সমৰ্থনৰো কোনো ব্যৱস্থা চৰকাৰে কৰা নাই।'

জেকব নিজে নিজেই আহিছিল এই কেছ যুঁজিবলৈ, কোনেও তেওঁক মাতি অনা নাছিল।

'যিবোৰ অপৰাধ মুণ্ডাহঁতে কৰা নাছিল, সেইবোৰ কাল্পনিক অপৰাধত সিহঁতক অভিযুক্ত কৰিবলৈ চাৰি মাহ ধৰি প্ৰমাণ যোগাৰ কৰিবলৈ চৰকাৰে উঠি-পৰি লাগি গৈছে। আচলতে—কনষ্টেবল হত্যাৰ বাবে পুলিছ ক্ষিপ্ত হৈ উঠিছে, আৰু বিনা বিচাৰত বন্দী কৰি ৰাখি মুণ্ডাসকলক লৈ হাতালি খেলিছে, অযথা অন্যায়ভাৱে হায়ৰাণ কৰিছে।

'বিনা বিচাৰত বন্দী হৈ থাকোঁতে ইতিমধ্যেই আঠজন বন্দী মুণ্ডাৰ মৃত্যু হ'ল। এতিয়াও মোকৰ্দমা আৰম্ভ কৰাৰ সময় হোৱা নাইনে, ধৰ্মাৱতাৰ ?'

জেকবে বিচাৰকলৈ প্ৰশ্ন কৰিছিল।

বীৰসাই শুনিছিল, বাৰিস্টাৰ মিস্টাৰ জেকবৰ সেই প্ৰশ্নৰ উত্তৰত বিচাৰকে কোৱা শুনিছিল, 'পুলিছে কেছ ফাইল নকৰিলে মই অপাৰগ।'

এনেকৈয়েই চলি থাকিল মাহৰ পাছত মাহ…। যেনিবা এক আলি-চিবা…অথবা এক অদ্ভুত হৈ-খেদা খেল…।

কলিকতীয়া 'বেংগলী' আৰু 'ষ্টেটছম্যান' কাগজত মুণ্ডা-কেছৰ বিষয়ে লিখি চৰকাৰৰ বিবেক-বুদ্ধিৰ শুভতনিলৈ চেষ্টা-প্ৰচেষ্টা চলিয়েই থাকিল। হাতে-ভৰিয়ে-কঁকালে বন্ধা লোহ শিকলি চোঁচৰাই চোঁচৰাই সেঁ মাহৰ গপগপীয়া গৰমত মুণ্ডাহঁতে হাকিমৰ কাছাৰীত হাজিৰ হৈয়েই থাকিল। আৰু মাজে মাজে ইজনৰ পিছত সিজনকৈ বিনা বিচাৰত লোহ-কাৰাগাৰত ভৰাই থোৱা বন্দীৰ মৃত্যু হৈয়েই থাকিল।…

আৰু ধানী-ভৰ্‌মিহঁতে একেবাৰে দেখিবলৈ নোপোৱা কাষৰীয়া ছে'ল নামৰ খুকৰিটোত পাও আৰু কঁকালৰ বিৰাট গধুৰ লো-ৰ শিকলি টানি টানি বীৰসাই অবিৰত খোজ দিয়েই থাকিল। আৰু কাষৰীয়া আন এটা ছে'লৰ নিমজ অন্ধকাৰত বহি ধানী আৰু ভৰ্‌মি, গয়া আৰু সোনা, ডোন্‌কা আৰু মাঝিয়া মুণ্ডাই বীৰসাৰ সেই লৌহ জিঞ্জিৰিৰ অবিৰত ঝনঝননি আৰু শিলৰ মজিয়াৰ লগত শিকলিৰ ঘঁহনিৰ শব্দ শুনিয়েই থাকিল... ।

বীৰসাই জানে, ইমান গধুৰ শকত শিকলি টানি চলি থাকিব পৰা শক্তি তাৰ ভৰিত নাই। কিন্তু বীৰসাই ইয়াকো জানে যে—ভয়ার্ত সন্ত্রস্ত বন্দী মুণ্ডাহঁতে কাষৰীয়া ছে'লৰ অন্ধকাৰত বহি তাৰ খোজৰ শব্দ, এই অপৰিমেয় গধুৰ লৌহশিকলিৰ শব্দ শুনিবলৈ উৎকর্ণ হৈ ৰৈ আছে, ৰৈ থাকে। সি যিসকলক দিব খুজিছিল বিস্তৃত অৰণ্য, সীমাৰ বন্ধনহীন পার্বত্য ভূমি—সিসকলক দিলে লৌহফটকৰ ফাটক। এতিয়া আৰু একো নাই, একো দিবলগা নাই তাৰ, আছে—মাথোন এই শিকলিৰ শবদ—যি লৌহ-শিকলিৰ ঘঁহনিৰ শব্দই ক'ব—বীৰসা জীয়াই আছে—এতিয়াও আছে জীয়াই...বীৰসাৰ মৃত্যু অদ্যাপি হোৱা নাই...... ।

অকলশৰীয়া।

নির্জন সকতকৈয়ো সৰু কুঠৰী এটাত সি অকলশৰীয়া।

নিঃশব্দ নির্বাক।...নিস্তৰংগ · ... ।

ৰাতিপুৱা লৌহ-কপাট খোল খাই পৰে। ওলাই আহি আকাশৰ তলত উশাহ লয়, আৰু শিকলি টানি টানি বিচাৰৰ বাবে বিচাৰালয়লৈ খোজ লয় বীৰসাই। বহাগ-জেঠৰ গপগপীয়া গৰমৰ থিয় ৰ'দৰ মাজেদি ভুলবীয়া বাব বজাৰ পাছত যেতিয়া মুণ্ডা বন্দীহঁত আদালতৰপৰা উভতি খোজ লয়, তেতিয়া কোনো কোনোবা মূৰ্ছকঁহ যায়, কোনোবা শ্রান্ত-ক্লান্ত হৈ হামখুৰি খাই পৰে... ।

আহোঁতে, বা যাওঁতে—কোনেও কাৰো সৈতে কথা পাতিব নোৱাৰে। অন্ধকাৰ কুঠৰীত বন্দী হৈ থকাটো যে প্ৰাণদণ্ডৰ দৰে কঠিন দণ্ড, বীৰসাই অনুভৱ নকৰা নহয়। তাৰ ভাব হ'ল, বাৰে বাৰে ভাবি থাকিল: এই শিকলি দলিয়াই পেলাই এই জীৱনত আৰু কাহানিও আকাশৰ উন্মুক্ত তললৈ···অৰণ্যৰ উদাৰ বক্ষলৈ···আৰু কাহানিও ঘূৰি যাব নোৱাৰিম, এই জীৱনটোৰ বাবে—এয়ে শেষ। সেইহে, গুলীৰ ক্ষতস্থান বিষাক্ত হৈ যিদিনা ডেমখানেলৰ মন্‌দেও মুণ্ডাৰ মৃত্যু হ'ল, মৃত্যুৰ আগ মুহূৰ্তত চিঞঁৰি কৈ উঠিছিল, 'গুলীৰ ঘা-ত না মৰি হে, শশী দাৰোকাই সৌকাৰে কোবাই কোবাই ভগৱানৰ নামত মোক মিছা কথা কোৱালে হাকিমৰ আগ্‌তে, সেই পাপেহে মোক মাৰিলে · মোক সেই পাপে ছুলেহে···।'

সিদিনা জেলৰ ছে'লৰ দেৱালত হাত-কেৰেয়াৰে আঘাত কৰি কৰি বীৰসাই উচ্চ কণ্ঠেৰে কৈছিল, 'মন্‌দেও শুন'। শুন হে মুণ্ডা সৱ! মুই ধৰতী-আবা, মাটিৰ এই দেহ তিয়াগি না গ'লে তোমোৰাৰ উদ্ধাৰ নাই। তাগজ নেৰিবা হে, না ক'বা— না ক'বা—ভগৱানে আমাক জেহেলত ঢুকাই চলি গ'ল। সকল হাঁথিয়াৰ তোমাৰ্‌লোকক দিলোঁ, বুকত দিলোঁ তাগজ, চিন্‌হাই দিলোঁ—তোমোৰাৰ দুছমন কোন। সেইবোৰ হাঁথিয়াৰ তোমালোকে একোপধ্যে সঁপি নিদিবা, তাগজ নেহেৰুৱাবা, এদিন তোমালোকেই জিকিবা।'...

মাগুৰাম ওৱাৰ্ডাৰ দৌৰি আহিল, আন কোনেও মুণ্ডনাকৈ ক'লে, 'চুপ থাক্ বীৰসা, চুপ্।'

'কি দিলে মোক, মোৰ কণ্ঠ জ্বলি যায়, ডিঙি শুকাই যায়, নাড়ীৰ-পৰা তেজ ওলায় যে— ?'

'চুপ থাক্।'

'চুপ মুক্তি নাথাকোঁ, মুক্তি চুপ না হওঁ। এদিন ফিৰা আহিম মুক্তি। ফিৰা আহিম, হোলিৰ মেজি আলাই দিম থানাই থানাই, সোমপুৰত তুলি দিম বাহুৰি বা-মড়লী...।'

ঘন্টি বাজি উঠিল জেলখানাত। হেন্‌ট্রি লব দি আহিল, লৌহকপাট খুলি ভিতৰ সোমাল। বীৰসাই যাতনাৰ্ত বিভ্ৰান্ত দৃষ্টিৰে চালে হেঁপাই কোঁপাই সোমাই অহা হেন্‌ট্রিলৈ। ক'লে, 'মোক পহৰা দিয়া? এদিন তুমিও দেখিবা হে—এই মুণ্ডাদেশ লৈ, মুণ্ডাদেশৰ মাটি লৈ, মুক্তি তলৰ মাটি ওপৰ কৰিম। তুহমনবিলাকক মই ছোটনাগপুৰৰ পৰৰপৰাবপৰা খেদা কৰিম। কি দিলে মোক—মোৰ কণ্ঠ জ্বলি যায় যে—! কি আবুধি দিলে মোক—?'

'ছাহাবক মাতি আনোনে?'

'ছাহাবে আবুধি দিলে মুক্তি খাম! মোৰ ডিঙি শুখায় কিয়?'

'কাছাৰী যাব লাগিব যে—?'

'যাম, এতিয়াই যাম। মাঘ মাহৰ দহ তাৰিখৰপৰা আজি জেঠমাহো শেষ হওঁ হওঁ, কাছাৰী যাই আছোঁ, যাই থাকিম। কিন্তু ছাহেবে যি ভাবিছে, না হ'ব হে! মোৰ বিনাশ নাই!'

অমূল্যই ছুপাৰক সুধিলে, 'তাক ক'টলৈ নিনিলে নহ'বনে?'

ছুপাৰে প্ৰশ্ন কৰিলে অমূল্যক, 'কিয়?'

'সি অসুস্থ।'

'সি সম্পূৰ্ণ সুস্থ বুলি মই ভাবোঁ।'

জুন মাহৰ খৰ তাপ। লৌহ-শিকলিৰ উত্তাপ। নিৰ্মম সূৰ্য্য। বৰষুণ নাই। শুনা গ'ল, বীৰসা ক'টৰ ভিতৰতে মূৰ্চ্ছিত হৈ পৰিছে।

আবেলি পৰতে বাৰিস্টাৰ জেকবে অগ্নিমূৰ্তি ধৰিলে। দৌৰি আহিল ডি. ছি.। তেতিয়া ছুপাৰে অমূল্যকো মতাই অনাবলগা হ'ল। অমূল্যই ক'লে, 'তাৰ নাড়ীৰ গতি ক্ষীণ, চকু কোটৰত সোমাই পৰিছে, পিয়াহত ডিঙি শুকাই গৈছে।'

ছুপাৰে ডি. ছি.-ক ক'লে যে বীৰসা কলেৰাত আক্ৰান্ত হৈছে, তাৰ যেতিয়াই-তেতিয়াই মৃত্যু হ'ব পাৰে।

শুনি—অমূল্যৰ অন্তৰাত্মা কঁপি উঠিল। বমি নাই, পেট চলা নাই, কলেৰাৰ কোনো লক্ষণ নাই, কলেৰা হোৱাৰ কোনো কাৰণো নাই। ছুপাৰৰ নিৰ্দেশ বিনে এমুঠি ভাত, আনকি এটোপা পানীও বীৰসাই কোনোদিনে খোৱা নাই। তেনেহ'লে—কথানো কি? কিয় ডাক্টৰ এজন হোৱা সত্বেও ছুপাৰে কৈছে তাৰ কলেৰা হোৱা বুলি? কিয় তাৰ মৃত্যুৰ আশংকা কৰা হৈছে?

চৰকাৰী প্ৰশাসনৰ নিয়ম-কানুন উপেক্ষা কৰি অমূল্যই ডি. ছি.ক সুধিলে, 'মই তাক অলপ চাব পাৰোঁনে?'

'ইয়েছ, ছু।'

অমূল্য ছুৱাৰ খুলি সোমাই গ'ল। সোমায়েই বীৰসাক সৰু সৰুকৈ ক'লে, 'তই মোৰ লগত মাত-বোল নকৰ, নকৰিবি বাৰু। কিন্তু মাগুৰাম ওৱাৰ্ডাৰে যি দিব, তাৰ বাহিৰে কোনো দৰব-পাতি, খোৱাবস্তু আদি একো নাখাবি, বীৰসা। পানীও নাখাবি মাগুৰামে নিদিয়ালৈকে। আজি পহিলা জুন। তহঁতৰ কেছ লৈ খুব হৈ-চৈ লাগি পৰিছে। এইবাৰ বোধকৰো ফয়ছলা কিবা এটা হ'ব।'

বীৰসাই ক্ষীণভাৱে নিৰৱে হাঁহিলে। লাহেকৈ ক'লে, 'এইবাৰ যে তোমাৰ লগত মাত-বোল কৰা নাই, খং-ৰাগ কৰি নহয়। মোৰ লগত মাত-বোল কৰিলে তুমি বিপদত পৰিবা বুলিহে। মই জানো, তুমি মুণ্ডাসৱৰ বন্ধু, দুছমন নহয়। কিন্তু—বিৰথা চেষ্টা!'

খন্তেকমান বৈ পুনৰ ক'লে, 'মোৰ যে হাইজা হোৱা নাই—সেই কথা ছুপাৰতকৈ ভালকৈ আন কেও নাজানে। বুজা না—মোক জীয়ন্তে জেলৰ বাহিৰ হ'বলৈ না দিব।'

'মই যাওঁ।'

'যোৱা। বিৰথা চেষ্টা। মোৰ কথা ফলেনে নফলে চাই ল'বা।'

'বহু মুণ্ডা জাগি পৰিছে।'

'সিহঁতৰ কি দোষ কোৱা? জাহাবইত যে কি বস্তু, আগে তো সিহঁতে জনা নাছিল।'

এই ঘটনাৰ পাছত, ছ-দিনতে বীৰুলা সুস্থ হৈ উঠিল। মুণ্ডাইঁতে জানিলে যে এইবাৰলৈ সিহঁতৰ ভগৱান ৰক্ষা পৰিল।

সিহঁতৰ ভগৱানৰ—সিহঁতৰ জীউৰ বুঢ়া ভগৱানৰ জীউ-লাউটি ৰক্ষা পৰাত সিহঁতৰ নিজৰে ৰক্ষা পৰা যেন লাগিল।

কাৰাগাৰৰ লৌহ-কপাটৰ ভিতৰত সোমাই থকা সত্বেও মুণ্ডাইঁতৰ মনত তেতিয়া 'বাৰে বিপক্ষী দোতৰা'। সিহঁতেও 'বুকে বাক দিয়া সৰে বাজু পাতি বৈল'। সিহঁত মুক্তি পাওক-নোপাওক, কোনো কথা নাই।

ভগৱান থাকিব লাগে।

ভগৱান থকা হ'লে সিহঁতো থাকিব। কোনে মাৰে সিহঁতক?

কিন্তু জুন মাহৰ আঠ তাৰিখৰ আগবেলাতে পুনৰ ডি ছি· আহিল। ছুপাৰ আৰু ডি ছি-ৰ মাজত ফুচফাচ হ'ল। তাৰ পাছত ছুপাৰে ফতোৱা জাৰী কৰিলে, 'এতিয়াৰপৰা বীৰসাৰ ছে'লত মোৰ বাহিৰে আন কোনো সোমাব নোৱাৰিব।'

অমূল্যাই ছে'লৰ দুৱাৰত ক'লা কম্বলেৰে পৰ্দা আঁৰি দিয়া দেখা পালে। অসহায়ভাৱে মুখ জোকাৰি অমূল্য তাৰপৰা গুচি গ'ল।

আৰু পাছদিনাই—

জুনৰ ৯ তাৰিখেই শুনা গ'ল—যোৱা ৰাতি বীৰসাৰ তিনিবাৰ তেজ-বমি হৈছে। ৰাতিপুৱা—আগবেলাৰ আঠ বজাত বীৰসাই হেনো তেজ বাঁতিয়াই অজ্ঞান হৈ গ'ল।

ছুপাৰে তাৰ নাড়ীৰ গতি পৰীক্ষা কৰি চালে, ঘড়ি হাতত লৈ থিয় দিলে বীৰসাৰ কাষত।

আৰু তেতিয়া ৰাঁচীৰ জেলখানাত কান্দোনৰ ৰোল উঠিল।

কিন্তু ছুপাৰে সেই কান্দোনলৈ মনেই নকৰা হ'ল। তেওঁ এতিয়া পৰম নিশ্চিন্ত:

বীৰসাৰ মৃত্যু অৱধাৰিত।

ছুপাৰে, কি কি কৰিব-নকৰিব—নিজৰ মনতে সেই সকলো কথাৰ বিহাৰ্ছ্যাল—আখৰা দি-থাকিল। মৃত্যুৰ কাৰণ—কলেৰা। হয়। কলেৰা। কলেৰা বুলিয়েই কোৱা হ'ব। আবেলি পৰতেই প'স্টমৰ্টেম হৈ যাব। আৰু সন্ধিয়াৰ এন্ধাৰত মৃতদেহ পুৰি পেলোৱা হ'ব। প'স্টমৰ্টেমৰ ৰিপ'ৰ্টত লিখিব লাগিব—বীৰসাৰ বুকুৰ উঠা-নমালৈ চাই চাই ভাবি ল'লে ছুপাৰে—লিখিব লাগিব : পাকস্থলীৰ—ওঁ পাকস্থলীৰ ঠায়ে ঠায়ে দোবোল খাই খলমা বান্ধিছিল, ক্ষুদ্ৰান্ত্ৰ ক্ষয় হৈ হৈ একেবাৰে ঠেক—ওঁ, একেবাৰে সৰু হৈ পৰিছিল। ·· লিখিব লাগিব—বহু পৰীক্ষা-নিৰীক্ষাৰ অন্ততো পাকস্থলীত কোনো ধৰণৰ বিষ পোৱা ন'গল। মৃত্যুৰ কাৰণ—কলেৰা।

তাৰ পাছত মৃতদেহ পুৰি পেলোৱা হ'ব। মুণ্ডাইঁতে অৰণ্যে দাহন কৰে, কবৰ দিয়ে। বীৰসাৰ মৃতদেহ দাহ কৰিলে মুণ্ডাইঁতৰ ধৰ্ম-বিশ্বাসে আঘাত পোৱা হ'ব। হওক। তেও সিহঁতে বুজি পাব— বীৰসা ভগৱান নহয়, সামান্য আচামী এটা, নশ্বৰ—নিচেই নগণ্য নাশ পোৱা এটা মানুহ। আন যিকোনো মানুহৰ দৰেই তাৰ দেহও বিনশ্বৰ।

আৰু—আৰু এটা কথা।

মৃতদেহ দাহ কৰা হ'লে জীয়া-খোৱা জেকব, আৰু অন্য হাল্লাবাজইঁতে বীৰসাৰ দেহ পুনৰ কটা-ছিঙা কৰাৰ দাবী উত্থাপন কৰাবো মুদা মৰিব।

আগবেলা ন বাজিল। ছুপাৰে বীৰসাৰ কাষত বহি দিলে। তলমূৰ হৈ অলপ পৰলৈ চাই থাকিল। তাৰ পাছত নাড়ী বুকু চকু আদি একে একে পৰীক্ষা কৰি চালে।

আৰু তাৰ পাছত বহাৰপৰা উঠি থিয় হ'ল।

জেলাৰক ক'লে, 'এতিয়াই লিখি লোৱা, বীৰসা মুণ্ডা, ছুগানা মুণ্ডাৰ পুতেক, জন্ম ১৮৭৫, বয়স পঁচিছ, ডায়েড অব্ এছিয়াটিক কলেৰা, তাৰিখ—৯ জুন, ১৯০০ চন।'

ওৱাৰ্ডাৰক ক'লে, 'এটা মৰংচোৱাক জলদি জলদি মাতি আনাগৈচোন। শ'টো কাপোৰেৰে ঢাকি দিয়া।'

৯ জুন।

১৯৩০ সন।

রাঁচী জেল।

আগবেলা—৯ বাজি ১০ মিনিট…

আজি ১৯০১ চন শেষ হ'ল।

আৰু মযো এই টোকা লিখি আজিয়েই শেষ কৰিব লাগিব।

মোৰ জীৱনকালত, বীৰসা, যদিহে কোনোবাই তোমাৰ আশ্চৰ্য্য অপৰূপ জীৱন-কথা জানিবলৈ বিচাৰে, তেওঁক এই টোকাবহীখন দিম। যদি কেৱে নিবিচাৰে, তেনেহ'লে এনেকুৱা ব্যৱস্থা কৰি থৈ যাম, যাতে, ভৱিষ্যত কালত তোমাৰ জীৱন-কাহিনী বিচাৰি ফুৰা কোনোবাই মোৰ এই চমু টোকাবোৰবাই জানিবলগাখিনি জানিবলৈ পায়।

বাৰিষ্টাৰ জেকবলৈ ধন্যবাদ। তেওঁৰ সহায়তাৰে মই তোমাৰ সম্পৰ্কে কিছুখিনি মূল্যবান কাগজ-পত্ৰ পাইছো।

মোৰ সমুখত অতি সাধাৰণ মেজ এখনৰ ওপৰত এতিয়া পৰি আছে ঃ 'প্ৰ'ছিডিংছ অৱ দ্য হোম ডিপাৰ্টমেণ্ট, অগাষ্ট, ১৯০০, প্ৰ'গ নং ৩৩০, ৰাঁচী জিলাৰ মুণ্ডা-বিদ্ৰোহ'।

এই কাকতখিনিত দেখা পাইছো—১৮৯৯ চনৰ ২৪ ডিচেম্বৰৰ, ৰাঁচীত, ৰাতি ন-বজাৰপৰা দহ বজাৰ ভিতৰত, ৰাঁচী থানাৰ এঘাৰখন গাঁৱত, বাছিয়া থানাৰ চাৰিখন গাঁৱত, খুন্‌টি থানাৰ দুখন গাঁৱত, তামাৰ থানাৰ দুখন গাঁৱত, তোৰপা, বুন্দু, আৰু ৰাঁচীৰ এখনকৈ গাঁৱত বীৰসাইতসকলে খ্ৰিষ্টানসকললৈ টোঁৰাই কাঁড়মাৰিছিল, জুই লগাইছিল, দুজন মানুহক হত্যা কৰিছিল, আৰু গুৰুতৰভাৱে আহত কৰিছিল পোন্ধৰজনক।

সিংভূম জিলাত ২৪ ডিচেম্বৰৰপৰা ২৮ ডিচেম্বৰৰ ভিতৰত আঠখন থানাৰ ৩৪ খন গাঁৱত জুই লগোৱা হৈছিল, ৩৫ জন আহত হৈছিল, দুজন নিহত হৈছিল। নিহত দুজনৰ মাজত এজন আছিল পুলিচৰ কনষ্টেবল। সিংভূম জিলাৰ ঘটনাৱলী একমাত্ৰ চক্ৰধৰপুৰৰ থানাত সংঘটিত হৈছিল।

পৰি আছোঁ, আৰু ভাবি আছোঁ বীৰসা, তোমাৰ সন্তানহ'তে যদি কাঁড় এৰিছিলেই, তেনেহ'লে, শত্ৰুক মাৰিব পৰাকৈ নেৰিলে কিয় ?

মই জানো, তুমি কি ক'বা। তুমি ক'বা : ঐ উখোৰা ধানখোৱাটা, গৰুৱাগলা অমূল্যবাবুটা, তুমি হ'লা এক্টা দিকু, ঐ হাতেৰে শুদা কলম ধৰাছ, ধনুক ধৰা নাই। কৈছা—২৪ ডিছেম্বৰৰ অভ্যুত্থানৰ আচল উদ্দেশ্য আছিল ডৰ দেখুউৱা। হাঁ, ডৰ আমি দেখাইছিলোঁ, হয়। ব্লাড়ি ছৈল-ৰাকাব—ৰক্তাক্ত ছৈল-ৰাকাব—মনত নাইনে ?

আছে।

আছে মনত।

নিশ্চয় থাকিব।

যেনেকৈ মনত আছে তোমাৰ আচৰিত চকুযুৰি, অপৰূপ হাঁহি। চকুযুৰিয়ে ইমান যে হাঁহিছিল, তুমি মাত-বোলকে কৰিব পৰা নাছিলা!

আৰু মনত পৰিছে—জেলত থাকোঁতে তোমাৰ দেহৰ কথা।

জানা নিশ্চয়, তোমাৰ মৃত্যুক আনকি এতিয়ালৈকো, আজিৰ দিনতো ৰহস্যজনক বুলি ভবা হয়। কিন্তু মোৰ ওচৰত সেই মৃত্যু ৰহস্যময় নাছিল। কি ঘটিছিল মইতো—জানো।

বিচাৰাধীন অৱস্থাতে তোমাৰ মৃত্যু আছিল চৰকাৰৰ অভিপ্ৰেত। যাৱজ্জীৱনলৈ কাৰাদণ্ড বিহিলেও তোমাক জীয়াই থাকিব দিবলগা হ'লহেঁতেন। তুমি জীয়াই থকাহেঁতেন মুণ্ডা ৰাইজে বুকুত বল পালেহেঁতেন। গতিকে—তোমাৰ মৃত্যুহে আছিল একান্ত অভিপ্ৰেত। আৰু সেই অভিপ্ৰেত মৃত্যু হ'ব লাগিছিল বিচাৰাধীন অৱস্থাত।

তোমাৰ সন্তানৰূপী ভক্তসকলৰ বিচাৰৰ কথাও লিখি থওঁ অলপ।

ছৈল্-ৰাকাবৰ গুলীয়েই আছিল সমাপ্তিৰ সূচনা। ছৈল্-ৰাকাবত গুলী চলোৱাৰ পাছত, জানুৱাৰিৰ ১০ তাৰিখে স্বয়ং কমিশ্যনাৰ গাঁওসমূহলৈ ওলাইছিল আৰু তেওঁ নিজে গাঁৱে গাঁৱে ঘূৰি ঘূৰি বিদ্ৰোহী মুণ্ডাহঁতক ধৰাই দিবলৈ কৈছিল।

তাৰ পাছত যিবোৰ ঘটিছিল—সেইবোৰৰ কথা তুমি জানাই।

যি কথা নাজানা, যিকথা একেবাৰে অজ্ঞাত, সেয়া হ'ল—

আহত বন্দীহঁতক খোজ কাঢ়ি যাবলৈ বাধ্য কৰা হৈছিল, আৰু তাৰ ফলতো কিছুমানৰ মৃত্যু হৈছিল।

গৱৰ্নমেণ্ট অব্‌ ইণ্ডিয়াৰ ছেক্রিটাৰিয়ে কৈ পঠালে যে যেনেকৈয়েই নহওক আৰু কিছু কিছু সাক্ষী-প্ৰমাণ সংগ্ৰহ কৰাৰ বাবে বাঁচীৰ ডি. ছি. পুনৰ বিদ্ৰোহী অঞ্চললৈ যাওক।

গৱৰ্ণমেণ্টে পৰিষ্কাৰভাৱে কৈ দিলে যে, তেওঁ নিজেই কেছবিলাকৰ বিচাৰ নকৰে যেন। তেওঁ নিজে বিচাৰ কৰিলে আপিল-আদালতে ক'ব যে এই বিচাৰত ডি. ছি.-ৰ ব্যক্তিগত স্বাৰ্থ আছিল। ডি. ছি.-ৰ তাত বিচাৰ কৰা হ'লে উক্ত আপিল-আদালতে আচাৰীহ'তক প্ৰেজুডিছ্‌—পক্ষপাতিতাৰে বিচাৰকৰা বুলি ভাবিব।

বীৰস, এওঁলোকৰ শাসনৰ বুনিয়াদ—ভেঁটি ইমান কটকটীয়া, ইমানেই কঠোৰ তথা জটিল, যে মুণ্ডাসৱৰ ভাগ্য লৈ বাজি মাৰি লড়াকু ভগবান হে এই ভেঁটিক ধ্বংস কৰাৰ সাধ্য তোমাৰ নহ'ব। তুমি পঁচিছ বছৰীয়া এটি মুণ্ডা যুৱক। তোমাৰ বিৰুদ্ধে সিদিনা বৰলাটৰ দপ্তৰে সৰ্বশক্তি প্ৰয়োগ কৰিছিল।

সকলো কথাৰ ঠিকমতে বিচাৰ হওক, সোনকালে বিচাৰৰ ফয়চলা হওক, চৰকাৰৰ অভিপ্ৰেত নাছিল। এই চৰকাৰক লাগিছিল—সাক্ষ্য-প্ৰমাণ যোগাৰ কৰাৰ নামত তোমালোকক অনাদি-অনন্ত কাল ধৰি ঠিকেঠাকে বিচাৰাধীন অৱস্থাত মৰাৰ আধকৰাকৈ ৰাখি থৈ তোমালোকৰ মনোবল তথা ৰাজহাড় চুৰ্মাৰ কৰি দিয়া অধিকাৰ। বিদ্ৰোহীসকলক, তৰুণ আৰু কিশোৰসকলক মাত্ৰ বিচাৰাধীন অৱস্থাত চাৰি দেৱালৰ মাজত আটক কৰি ৰখাটো চৰকাৰৰ পক্ষে পৰম উপকাৰী ব্যৱস্থা হিচাপে বিবেচিত হয়। আকাশখনক আঁৰ কৰি, অন্ধকাৰৰ মাজত দিনে-নিশাই জুপুকা মাৰি বহি থাকিবলৈ বাধ্য কৰি, মুণ্ডাসৱৰ মনত যে গভীৰ অন্ধকাৰৰ আঁৰপট নমাব পাৰিব—এই কথাত চৰকাৰ আছিল নিৰ্ভুল, আৰু চৰকাৰে জানি-বুজি তাকেই কৰিছিল।

চৰকাৰে যি কথাটো বৰ ভালকৈ বুজি পাইছিল, সেই কথাটো হ'ল এয়ে যে মুণ্ডাসৱে কি অপৰাধ কৰিলে মুণ্ডাসৱেই নাজানে।

জেবাৰ উত্তৰত মুণ্ডাহঁতে কৈছিল: ভগবানে মাতিলে, আমি ওলাই আহিলোঁ। আমি আমাৰ আগৰ আদি অধিকাৰ বিচাৰি ওলাইছোঁ। আমি কনুন দুৰত দুৰী নোহয় হে! তোমাৰলোকে কি কোৱা, কি লিখা অত? সেইবোৰ কথা-কাণ্ড একো না বুজিছে আমি।......

মুণ্ডাই বুজক-নুবুজক, চৰকাৰে এই কথা ঠিকেই বুজি পাইছিল জীৱন পাত কৰিও মুণ্ডা বাইজক এই কথা বুজাব পৰা সম্ভৱ হৈ নুঠিব যে—নিজৰ ভূমিত নিজৰ অধিকাৰ—স্ব-ভূমিত স্বাধিকাৰ ঘূৰাই পাবলৈ বাঞ্ছা কৰাটো এক ভয়ংকৰ অমোঘ অক্ষমনীয় আৰু সবাতোকৈ ঘাই হ'ল যে বৃটিছ সুৰুযৰ তলত—এক দণ্ডনীয় অপৰাধ।

সেইদেখি, যি বিচাৰ-ব্যৱস্থাৰ আগ-গুৰি মুণ্ডাই একো-এটাও বুজি নাপায়, উকিলবাবুবোৰে আগডাল-বাগডাল বগাই কি কয় কি কৰে তাৰ উৱাদিহ নাপায়, তেনে এক তথাকথিত বিচাৰ-ব্যৱস্থাৰ ফান্দত সিহঁতক এনেকৈ পেলোৱা হ'ল যাতে মুণ্ডাহঁতে বিচাৰৰ নামত সেই মৰণ-যাতনাৰ জাল ফালি একোপধ্যে ওলাব নোৱাৰে। আৰু ছিটিকাত পৰা নিগনিৰ দৰে যে এই বিচাৰ-ব্যৱস্থাৰ ছিটিকাত সোমাই মুণ্ডাহঁতৰ মনৰ বল-শক্তি আৰু একো অৱশিষ্ট নাথাকিব, কর্তৃপক্ষ সেই কথাত আছিল একান্ত নিশ্চিন্ত।

এতেকে—গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়াৰ ছেক্ৰিট্যাৰিৰ যোগেদি যি নিৰ্দেশ ওলাল, সেই নিৰ্দেশ বাহাল থাকিল।

১৯০০ চনৰ ফেব্ৰুৱাৰি আৰু মাৰ্চ মাহত দুজন স্পেশ্যাল পুলিছৰ এছ. আই. সাক্ষী-প্ৰমাণ চিজিল লগোৱাৰ কামখিনি কৰি, সোনকালে কেছ সাজু কৰিবলৈ ডি. ছি -ক সহায় কৰিবলৈ গ'ল।

যিগৰাকীক এছ. আই. বপুৰাম্বয়ে সহায় কৰিবলৈ গ'ল, সেই গৰাকীয়ে ৯ এপ্ৰিল তাৰিখে তম্বু তৰিলে। ১৪ মে'লৈকে তেওঁ টুৰ কৰিলে—বহু ঠাইত হেনো চৰ্কাৰ ঘূৰাদি ঘূৰি ফুৰিলে। আমি শুনিলোঁ যে—যিসকল মুণ্ডা জেলত আছে, সিসকলৰ বিৰুদ্ধে সাক্ষী-প্ৰমাণ গোটোৱাৰ কাম শেষ।

বৰলাট ছাহাবৰ আদেশ বলে, লিগ্যাল ৰিমেমব্ৰছাৰ ২২ মে' তাৰিখে ৰাঁচীলৈ আহিল। আহি—বীৰসাইতহঁতৰ বিৰুদ্ধে গোটোৱা সাক্ষ্য প্ৰমাণসমূহ চালি-জাৰি চাই, চিজিল লগাই, কেছ অতি সুন্দৰকৈ, এই কেছৰ ন্যায়ৰ সজাত সুমুৱাই দিয়াবোৰ যাতে একোপধ্যে জাল ফালি ওলাব নোৱাৰে—তাৰ বাবে সজাই-পৰাই, বীৰসাইতহঁতৰ বিচাৰ কেনেকৈ কৰা হ'ব—তাকো নিয়াৰিকৈ নিৰ্দেশিত কৰিলে।

তেওঁ ক'লে ঃ

১. তদন্ত সম্পূর্ণ কৰিব লাগিব।

২. কাৰোবাক বিনা অপৰাধত, বা কটকটীয়া সাক্ষী-প্ৰমাণ উপস্থাপিত নকৰাকৈ কেৱল সন্দেহক্ৰমে, কোনোবিধৰ দণ্ড দিয়া নহ'ব। কিন্তু—

৩. চৰকাৰৰ অসাৱধানতা হেতুকে প্ৰকৃত অপৰাধী যাতে সৰকি যাব নোৱাৰে, তালৈকো চোকা দৃষ্টি দিব লাগিব।

কাণ্ড চোৱা, বীৰসা, ব্যাপাৰৰ বুজ লৈ চোৱা। ধৰা পৰিল, পুনৰাবিত, বৰলাটৰ হুকুমত লিগ্যাল ৰিমেমব্ৰাঞ্চাৰ মহোদয়ৰ অভ্যুদয় হ'ল সে' মাহত। তেওঁ জানিলে যে সাখী-চাবুদ যোগাৰ হৈ গ'ল। শেষ। তুমি যে ইমান গুৰুত্বপূৰ্ণ মানুহ এজন, আগে কেতিয়াবা ভাবিব পাৰিছিলানে? তোমাৰ কল্পনায়ো চুকি পাইছিলনে কেতিয়াবা? ছিমলাত যে তুমি বৰলাট চাহাবকো কঁপাই তুলিব পাৰিবা, ভাবিব পাৰিছিলানে বাৰু? তেতিয়া তুমি ছলিট্যাৰি ছে'লত। তুমি গধুৰ শিকলি টানি টানি খোজ কাঢ়ি দিছিলা, মই কাণ পাতি শুনিছিলোঁ...।

তুমি বিষম গধুৰ লোহশিকলি টানি টানি খোজ দিছিলা সেই প্ৰায়ান্ধকাৰ খুকৰিটোত...।

এদিনা—

ৰাতি পুৱাল।

৯ জুন নামি আহিল—আৰু—

আৰু নামি আহিল তোমাৰ মৃত্যুৰ বাতৰি...।

জুন গ'ল—

জুলাই উকলিল—

অগাস্টৰো অন্ত পৰোঁ পৰোঁ...

এনেতে—সেই লিগ্যাল ৰিমেমব্ৰাঞ্চাৰ মহোদয় আকৌ আহিল।

আহিল—বাঁচীলৈ। তেওঁ সকলো ব্যৱস্থা-বন্দৱস্ত চাই-চিঁতি ভাল পালে। এইবাৰ সাখী-চাবুদৰ বা-যোগাৰ সঁচাসঁচিকৈ শেষ। আৰু ফাইলৰ দ'ম তেতিয়া হৈল্-বাকাৰতকৈয়ো ওখ!

কিন্তু এই তথাকথিত কটকটীয়া সাক্ষী-প্ৰমাণ কেনেকৈনো যোগাৰ কৰা হৈছিল?

উৎকট অত্যাচাৰৰ ভীতি প্ৰদৰ্শন কৰি অন্ততঃপক্ষে এশজন তথাকথিত সাক্ষীক যে পুলিছে ভাটৌ পঢ়ুৱা দিছিল, আৰু এই ভাটৌবোৰকে যে সাক্ষী দিবলৈ কাছাৰীলৈ জোঁৱাই-নিয়া কৰিছিল—সেই কথা স্মিটফিল্ডে নজনাকৈ আছিলনে ?

আদালতত কিছুমানৰম্বাৰা প্ৰশাসন-কৰ্তৃপক্ষৰ অসুবিধা হোৱাৰ, বিমোৰত পৰাৰ, দেখ দেখ সত্য ওলাই পৰাৰ ভয়তে স্মিটফিল্ডে মে'-জুন মাহত ভালেমান বন্দীক বিনাচৰ্তে মুক্তি দিয়া নাছিলনে ? দিছিল।

তেওঁ ডি. ছি.। কিন্তু যিটো কেছ স্বয়ং বৰলাটৰ নিৰ্দেশক্ৰমে চলোৱা হৈছিল, সেই কেছৰ আচামী কিছুমানক খালাছ কৰি দিওঁতে তেওঁ কিন্তু আনকি তেওঁৰ প্ৰত্যক্ষ ওপৰৱালা কমিশ্যনাৰকো একো জনোৱাৰ কোনো আৱশ্যকেই বোধ নকৰা হ'ল। তেওঁ যুক্তি দাঙি ধৰিছিল যে—'ইহঁতক বৰ হুৰামুৰাৰ মাজত ধৰা হৈছিল বুলি খৰখেদাকৈ খালাছ কৰি দিলোঁ'!

খামিডাঠ কমিশ্যনাৰে কিন্তু ডি. ছি.-ক শুদাই নেৰিলে। এনে অপমানৰ চোটোকা দিবৰ মনেৰে তেওঁ সৰুলাট মহোদয়লৈ বৃত্তান্ত বিৰ্থাৰি পঠালে।

লাটছাহাবে লিখি পঠালে: 'হুৰামুৰাত ধৰা হোৱা নাছিল, নামৰ গুৰিত টিলিকি মাৰি হুৰমুৰকৈ খালাছহে কৰি দিয়া হ'ল'।

গৱৰ্নমেণ্ট অৱ ইণ্ডিয়ায়ো ৰৌ ৰোৱাই উঠি ক'লে: 'সেই এৰি দিয়া ফাটকিয়ালহঁতৰ বিচাৰ কৰা হ'বনে নহ'ব, এৰি দিয়াৰ আগতে সেই কথাৰ বুজ-বিবেচনাৰ বাবে পৰামৰ্শ কৰা উচিত আছিল'।

স্মিটফিল্ডৰ তেতিয়া কাছুটি এৰা অৱস্থা। তেওঁ কাক যে কাকুবাদ কৰিব, কাক বৰ্বাদ—ঠাৱৰকে কৰিব নোৱাৰিলে। তেওঁৰ একেবাৰে নাকত কলাখাৰ ঘঁহাৰ অৱস্থা।—কিন্তু এই অৱস্থাৰ সামান্যতম উম-ঘামো জনসাধাৰণে নাপালে।

বীৰসা, বীৰসা—তোমাক লৈ, আৰু তোমাৰ শিষ্য তথা ভক্ত ৰূপী সন্তানহঁতক লৈ চৰকাৰী মহলত এনেবোৰ ৰোমাঞ্চকৰ ঘটনা ঘটিছিল।

কলিকতীয়া বাৰ্তাৰক-কাকতবিলাকত হৈ-চৈ হৈছিল ঢেৰ।

আৰু—ইমানবোৰ লণ্ড-ভণ্ড প্ৰচণ্ড তাণ্ডৱীয়া কাণ্ডা-কাণ্ডৰ পাছত ফলাফল বাৰু কি হৈছিল ?

গ্ৰেপ্তাৰ কৰি অনা চাৰিশ বিৰাশীজন বন্দীৰ মাজত মাত্ৰ চাৰিকুৰি ওঠৰজনৰ বিৰুদ্ধে কেছ উথাপন কৰা হৈছিল!

আৰু তেতিয়া—বৰলাটৰ দপ্তৰেই ৰাঁচীৰ প্ৰশাসনৰ ওপৰত দোষ জাপি দিছিল।

কোৱা হৈছিল, 'আঞ্চলিক অফিছাৰসকলৰ এনেবোৰ কাৰ্য্য-কলাপ সঠিক হোৱা নাই। এই কথা অতি স্পষ্ট যে—প্ৰতিহিংসাপৰায়ণতাকে পৰাই ইমান মুণ্ডা মানুহক অনাহকতে গ্ৰেপ্তাৰ কৰা হৈছিলকৈ সাক্ষী-প্ৰমাণসমূহ যুকিয়াওঁতেই আঞ্চলিক অফিছাৰহঁতে এই কথাটোলৈ মন কৰা উচিত আছিল যে—যিবিলাকৰ বিৰুদ্ধে সাত মাহ ধৰি চেষ্টা কৰিও কোনো কেছ উথাপন কৰিব পৰা নহ'ল, সিবিলাকক ফাটকিয়াল হিচাপে বন্দী কৰি ৰখা অনুচিত কাৰ্য্য হৈছে'।

এটা বিশেষ কথা অৱশ্যে আগতীয়াকৈয়েই থাটাং কৰা হৈছিল যে—বীৰসাক ৰাজনৈতিক বন্দী হিচাপে গণ্য কৰা নহ'ব, ৰাজনৈতিক বন্দী হিচাপে তাৰ বিচাৰো কৰা নহ'ব। দীৰ্ঘ দিন ধৰি চলাই থকা নৰহত্যা আৰু অগ্নি-সংযোগৰ ঘটনাৱলীত প্ৰত্যক্ষ সহায় কৰাৰ অপৰাধত, একেবাৰে সাধাৰণ ফৌজদাৰী আচামী হিচাপে বীৰসাৰ বিচাৰ কৰা হ'ব।

অৱশ্যে তাৰ পাছত তোমাৰ সম্পৰ্কে চৰকাৰী সিদ্ধান্ত পৰিৱৰ্তিত হৈছিল।

কিয় হৈছিল?

কিহৰ বাবেনো হৈছিল এই পৰিৱৰ্তন? জানানে?

মনে মনে কওঁ—ফেব্ৰুৱাৰিৰপৰা মে'লৈকে জেলৰ নিৰ্জন চেলত ভৰাই থৈ, পিঠিত ৰাইডাং ফালি, আনকি তৃষ্ণাৰ পানী এটোপাও নিদিয়াকৈয়ো মুণ্ডাসকলৰ মনোবল বিনষ্ট কৰিব পৰা নাছিল বুলি। তোমাৰ ওপৰত থকা মুণ্ডাবাইজৰ নিটল বিশ্বাসক অত্যাচাৰৰ ৰঙা ধোঁৱা মেলি দি-ও একোপধ্যে টলাব পৰা নাছিল বুলি।

মই—মই নিজেও ৰাতিৰ পৰতে মুণ্ডা বন্দীহঁতৰ চেলৰ দেৱালত কাণ পাতি বিনিদ্ৰ নিশাৰ পৰতে শুনিছিলো—সোঁকাৰ কোবত বক্তাক্ত দেহত—ক'লীয়া দেহৰ বক্ত বৰ বোৱা ৰঙা যেন দেখি—সোঁকাৰ কোবত ফালি ফালি যোৱা বক্তাক্ত দেহতো মুণ্ডাসৱে মস্তাৰিক্টৰ দৰে শুন-শুনকৈ আওৰাইছিল ঃ

'ভগৱান কয়াছে, যেতিক্ষণে মুই ই মাটিৰ দেহা ছাড়ি না যাওঁ, তহঁত বাণ্ডিবি নাই। ভাগি না পাৰিবা হে। মনতে ভাবিবি নাই যে তহঁতকে আঠাই সাগৰত ভহাই দি মুই গুচি গ'লোঁ। তহঁতকে মুই সকল হাঁথিয়াৰ, হাঁথিয়াৰ কেনেকে' কামত লগাব লাগিব তাৰ কৌশল-কিটিপ, চব শিখাই দিলোঁ। তহঁতে তাকে লৈ লাড়াই কৰিবি। হাঁ, ভগৱান কয়াছে। মাৰ সোকা চালোহঁত, আৰও কি কি আছে লৈ আহ, বীৰসাইত মৰিবলে' না ডৰায়। যিহঁত বীৰসাইত না হয়, সিহঁত মৰিবলে' ডৰ কৰিব। যেই দিন বনৰপৰা ধৰতী-আবা হৈ আহিল সেই দিনাই কয়াছে, হে মুণ্ডাচৱ—মুই তোমাৰকে কোলাত উঠাই না দুলাওঁ, নিচুকাই না ভুলাওঁ, মুই তোমালোকক মৰিবলে' শিখাম। মাৰ সোকা—

চাৰোপ! চাৰৌপ! আ—ঃ! আহ!

শুনি শুনি মই শুচি-শুদ্ধ হোৱা যেন পাইছিলোঁ, বীৰসা! বীৰসা! মোৰ সেই অৰফানিজৰ জীৱনত, সেই অনাথ আশ্ৰমৰ আন কাকো সিমান ভাল পাব পৰা নাছিলোঁ, যিমান পাইছিলোঁ তোমাক। ভালপোৱাৰ কথা যদি কোৱাঁ, তুমিয়েই মোৰ প্ৰথম, আৰু শেষ। তুমি মোৰ বন্ধু ভাই সংগী। তুমি জেলত, মুণ্ডাসৱ জেলত, তথাপি, তাতো তুমি মোক চিনি নোপোৱা যেন হৈ আছিলা। মোক বিপদত সাঙুৰি নেপেলাবা বুলিয়েই যে অচিনাকিৰ দৰে আচৰণ কৰিছিলা, সেই সেই কথা মোৰ অনুপলব্ধ নাছিল।

মাগুৰামে এদিন কথা এটা ক'লে।

ক'লে, 'ডাংডাৰবাবু, আজি মনটা বৰ দুখাল।'

মই সুধিলোঁ, 'কিয় ?'

সি ক'লে, 'কালি ধুমুহা উঠিল। এক জনী ঘৰ-চিৰিকাক ধুমুহাই বীৰসাৰ কোঠৰীত নি পেলাইছিল। বীৰসাই চিৰিকাজনীৰ ছাথ কথা পাতি আছিল। সি চৰাইজনীক কৈছিল, সোণজনী মোৰ, ডৰ ন কৰা, একো ডৰ নাই। আজিৰ ফজিৰত—ৰাতিপুৱাতে—দেখোঁ চৰাইজনী উৰি গ'ল। তাক সুধিলোঁ, চৰাইজনী উৰি গ'ল? বীৰসাই হাঁহিলে। ক'লে, চৰাইজনী ইথা কেনে' থাকিব কোৱা। মোৰ খুকুৰিত—পোহৰো নাহে, বতাহো নোসোমায়। মনটা মোৰ খুব দুখাল।'

বীৰসা, তুমি ফাটকত, তোমাৰ শিষ্যৰূপী সন্তানহঁতো ফাটকত আটক। মই সদা-সৰ্বক্ষণ নিজক অশুচি হৈ থকা যেন পাইছিলোঁ।

আৰু সেইদেখিহে, অলপ শুচি-শুদ্ধ হ'বৰ মনেৰে, ৰাতিৰ পৰতে ডিউটিৰ ভাও জুৰি মুণ্ডা ফাটকিয়ালহঁতৰ ছেলৰ দেৱালত কাণ পাতি শুনিছিলোঁ সিহঁতৰ মৰ্ম-যাতনাৰ কত যে বেদনাসনা কথা···। সোঁকাৰ কোবেৰে ফুলি উঠা ৰক্তাক্ত দেহৰ যন্ত্ৰণাক উপেক্ষা কৰি মুণ্ডাসকলে মন্ত্ৰাৰিষ্টৰ দৰে কৈছিল ঃ

"ভগৱান কয়াছে, একদিন মুই ফিৰা জনম ল'ম হে! হোলিৰ জুই জ্বলাই জুই-বাজী কৰিম বন্দু তামাৰ সিংভূম কেওনঝাড় গাংপুৰ বাছিয়াত ···। সোণপুৰত তুলিম ধুমাৰ্জ্জৰ ধুমুহা···। বালো থানাৰ কাৰ্‌কোটা গাঁৱৰ পাহাৰৰ উপৰ্‌ত, কত যে পাটপলুৱে বাহ লৈছে···। মাৰ্‌ সোকা চালো! মাৰি মাৰি লহু—ভেজ উলিয়াই দে। আমি বীৰসাইত। মৰণত আমি না ডৰাও"। যিহঁত বীৰসাইত নহয়, সিহঁত মৰিৰ ডৰ কৰে। হা দেখ্‌ ঐ চামোনহ'ত! বীৰসাই যিদিনা ধুমুহা-বৰষুণৰ নিশা বনৰপৰা বাহিৰ হ'ল ধৰ্‌তী-আবাটা হৈ, যিদিনা কয়াছিল —হাঁ মুঞি তোমোৰাৰ ভগৱান— কিন্তুক কোলাত তুলি নাই দুলাম, নিচুকাই নাই ভুলাম···মুঞি তেনে ভগৱান না হওঁহে! মুঞি তোমোৰাৰ বুকত তাগজ দিম, মৰিবলে' শিখাই দিম। মাৰ্‌ মাৰ্‌ তহঁতৰ সোকা—চাবোপ্‌! চাবোপ্‌! মাৰি মাৰি—কোবাই কোবাই জবাই কৰ্‌···কৰ জবাই···!

শুনি শুনি মই শুদ্ধ-শুচি হোৱা যেন পাইছিলোঁ। মুণ্ডা বন্দীহঁতে কৈছিল, 'কত কোবাৰ পাৰ? কোবা—কত পাৰ? নাই জানিছ? সিদিনাই ভগৱানে গাড়্‌ৰে (গাৰ্ড) কয়াছে, আজি তুমি মোক পহৰা দিছা, এক্‌দিন দেখিবা, দেশৰ মাটিক লৈ মুই হাতালি খেলিম। যাঁতত যেনেকে' গোমধান গুড়ি কৰে, বাজ্‌ৰা পিহে, তেনেকে' মাটিক পিহিম। দেশ টুক্‌ৰা হৈ যাওক, তথাপি মুঞি দখল নেৰিম। মোৰ বাবন পৰগণাৰ ছোটনাগপুৰৰ দুহমনগুলোক মুঞি খেদি খেদি থাকিম, নাশ কৰি থাকিম। কাকো শুদোই নেৰিম মুই। কম্পাই দিম দেশ। হাঁ ৰে, কয়াছে—ভগৱান কয়াছে। তো কোবা আমাক, কোবাই মাৰ্‌ কিমান মাৰিবি। কোবা···কোবা···।

বীৰসা ! মুণ্ডাসৱৰ এই মনৰ বল, তোমাৰ ওপৰত এই বিশ্বাস, এই শুনি, এই জানি, তোমাৰ সম্পৰ্কে সিদ্ধান্ত পৰিৱৰ্তিত হৈছিল। বিচাৰাধীন অৱস্থাতে তোমাৰ মৃত্যু আটাইতকৈ ভাল বুলি তেতিয়া কোনে বা কোনবিলাকে সিদ্ধান্ত লৈছিল, মই ক'ব নোৱাৰিম। সেই সিদ্ধান্তৰ ৰহস্য মোৰ অজ্ঞাত।

বা অজ্ঞতা বুলিও ক'ব পাৰা।

জানিবলৈকো ভয় আছে বীৰসা, মোৰো ভয় আছিল। তুমি যেতিয়া ছলিট্যাৰি ছেলত শিকলি টানি টানি ভাগৰি পৰিছা, তেতিয়াই ক'ৰবাত স্থিৰ কৰা হৈছে যে কিছুমান মুণ্ডাক এৰি দিয়া হওক, কিয়নো জেৰাৰ মুখত সিহঁতে গোটেইবা সাক্ষী-প্ৰমাণ ধুমুহাৰ খেৰ-কুটাৰ দৰে উৰি যাব। তেতিয়াই ক'ৰবাত সিদ্ধান্ত লোৱা হৈছিল যে তুমি অকস্মাৎ এশিয়াটিক কলেৰা হৈ মৰিলে ঢোকাত কল ৰয় কলত ঢোকা ৰয়, ঢোকে ঢোকে পানী খোৱাৰপৰা প্ৰশাসনো ৰক্ষা পৰে। কথাটো ভাবিবলৈকো ভয় লাগি যায়। কিয়নো—তেতিয়াহ'লে যদিহে তেনেকৈয়ে ঠাণ্ডা মস্তিষ্কেৰে সুচিন্তিত সিদ্ধান্ত লৈ এজন মানুহক আইনৰ আশ্ৰয়ত থাকোঁতেই হত্যা কৰিব পৰা যায়েই—তেতিয়াহ'লে দেখোন পৃথিৱী চন্দ্ৰ সূৰ্য্য সকলো মিছা হৈ পৰে। ভাবিলেও গাৰ নোম ডাল ডাল হৈ উঠে, যে—যেতিয়া তুমি, বীৰসা নামৰ মানুহজন জীয়াই আছা, ৯ জুনৰ ৰাতিপুৱা, তেতিয়াই ক'ৰবাত ঠিকঠাক কৰা হৈছে যে তোমাৰ ডেথ ৰিপ'ৰ্ট কেনেকৈ-কিদৰে লিখা হ'ব!

তোমাৰ মৃত্যু-ৰহস্যৰ বিষয়ে প্ৰশ্ন উত্থাপিত হওক, প্ৰতিবাদ ধ্বনিত হওক, ইয়াকে মই বিচাৰিছিলোঁ, অনেক পাথৰৰ দেৱালত মূৰ খুন্দিয়াইছিলোঁ...।

শুনা কথা—কমিশ্যনাৰ ডি. ছি., পুলিছ ছুপাৰ, জেল-ছুপাৰ আটাইবিলাকেই তেওঁলোকৰ বাটৰ বগৰী-জেং আঁতৰোৱাৰ এই ভয়াবহ অভিনৱ অমানুষিক বৰ্বৰতম প্ৰস্তাৱত ভালেই পাইছিল। ইঅ'ৰোপীয় ক্লাৱত হেনো মদৰ সোঁত বৈ গৈছিল। ডি. ছি.-য়ে কৈছিল যে—বীৰসাৰ উপস্থিতিত, তাৰ মুখামুখিকৈ মুণ্ডাহঁতক থিয় কৰাই যদি সোধ-পোছ কৰা হয়, তেনেহ'লে মুণ্ডাহঁতে সিহঁতে কোৱা কথাবোৰ সমূলি অস্বীকাৰ কৰিব—এই ভয় তেওঁৰ মনত সদায়েই আছিল।

তেনেখন বিচাৰৰ বাবে কিমান যে আয়োজন!

ৰাঁচীত, বীৰসাইতহঁতৰ বিচাৰৰ বাবে জে. এ প্লেটেলক স্পেশ্যাল মেজিস্ট্ৰেট হিচাপে নিযুক্ত কৰা হৈছিল।

ৰাঁচীৰ ডি. ছি -ৰ বেলিকা কোৱা হৈছিল যে তেওঁ বিচাৰ নকৰে যেন, কিয়নো, তেওঁ বিচাৰ কৰিলে হেনো আপিল-আদালতে আপত্তি দৰ্শাব। ডি. ছি. ঘটনাচক্ৰত নিজেই সাঙোৰ খাই পৰা ব্যক্তি, গতিকে—তেওঁ বিচাৰ কৰা হ'লে সেয়া আইনসম্মত নহ'ব।

অথচ—সিংভূমৰ ক্ষেত্ৰত আইন-নিয়ম সকলো থৌৱাগত তুলি থোৱা হ'ল। ৰাঁচীৰ ডি. ছি. ষ্ট্ৰিটফিল্ড যে নিজেই ঘটনাচক্ৰৰ সৈতে জড়িত আছিল, সেই কথা সঁচেকাটে সঁচা। কিন্তু সিংভূমৰ সেই ডি. ছি. ডাব্লু. বি. টমছন চাহাবেও বিদ্ৰোহীসকলক নধৰাকৈ নাছিল। অথচ সিংভূমত বিচাৰৰ দায়িত্ব তেওঁকে দিয়া হ'ল!

১৮৯৯ চনৰ ২৪ ডিচেম্বাৰৰপৰা ১৯০০ চনৰ ৭ জানুৱাৰিলৈকে যিবোৰ অত্যাশ্চাৰ্য্য—অভাৱিত ঘটনা ঘটিছিল, সেইবোৰ ঘটনাৰ আলমত পোন্ধৰটামান কেছ যুগুতোৱা হৈছিল।

এতকেদিত বে-আইনী সমাবেশ আৰু কনষ্টেবল হত্যা, জামচিত জয়পালসিং নাগৰ ঘৰত জুই লগোৱা—ছাবোৱাডাত দুখন মিশ্যন আক্ৰমণ ব্যাপক অগ্নিকাণ্ড আৰু খুন-জখম কৰি বৰ্তমান চৰকাৰক উচ্ছেদ কৰি বীৰসা-ৰাজ প্ৰতিষ্ঠিত কৰাৰ উদ্দেশ্যে বীৰসাৰ প্ৰধান অনুচৰ তথা শিষ্য-হঁতৰ বেআইনী সমাবেশ,—এইবোৰ আছিল সেইবোৰ কেছৰ মাজত প্ৰধান।

সিংভূমত, দুটা কেছৰ প্ৰতি সবিশেষ গুৰুত্ব প্ৰদান কৰা হৈছিল। এটা আছিল—চক্ৰধৰপুৰত কনষ্টেবল হত্যা, আনটো আছিল—

কুনদ্ৰগুটুৰ জাৰ্মান মিশ্যনত অগ্নি-সংযোগ।

ছৈল-ৰাকাবত বেআইনী সমাবেশৰ বাবে কোনো কেছ উত্থাপিত হোৱা নাছিল। মুণ্ডাসকলৰ মতে—ছৈল-ৰাকাব ৰিমানেই গুৰুত্বপূৰ্ণ নহওক, চৰকাৰৰ বিচাৰবুদ্ধি স্বতন্ত্ৰীয়া। আৰু চৰকাৰৰ মতে—

খুনটি থানা আক্ৰমণৰ ঘটনা হ'ল ছৈল-ৰাকাবতকৈ ঢেৰ ঢেৰ ডাঙৰ তথা গুৰুত্বপূৰ্ণ।

কিয়নো—

ছৈল্‌ৰাকাবক কেছুৰ অন্তভুৰ্ক্ত কৰি ল'লে—ছৈল্‌ৰাকাবৰ 'তেজৰ নৈ'খনে চৰকাৰৰ বিৰুদ্ধে কথা ক'ব, চৰকাৰৰ তথাকথিত নিৰপেক্ষতাৰ ফৰ্মাহি আৰু নিৰ্টিকিব।

তদুপৰি—

তদুপৰি, আদালতত বীৰসা আৰু বীৰসাইতসকলৰ ৰাজদ্ৰোহিতাৰ অপৰাধ প্ৰমাণ কৰাটোও যে তেনেই কঠিন কৰ্ম, সেই কথাটি তেতেবেলি বৰ বেছি স্পষ্ট হৈ পৰিছিল। সাখী-চাবুদৰ নথি-পত্ৰ হ'ল পাহাৰপ্ৰমাণ, কিন্তু সেই পাহাৰপ্ৰমাণ নথি-পত্ৰৰ বগাব নোৱৰা দ'মটিতো আচামীহঁতৰ বিৰুদ্ধে ৰাজদ্ৰোহিতাৰ প্ৰমাণযোগ্য তথ্য-পাতি যিমান লাগে সিমান বিচাৰি পাবলৈ নাই!

অৱশ্যে—'নাই' বুলিলেও হাতীৰ শুঁৰত যেনেকৈ একলহ পানী থাকেই, অত্যাচাৰী শোষক-শাসকৰ মগজুতো মঠীয়ামান মাৰুক বুদ্ধিও থাকিবই। সাত ঘাটৰ পানী খাই অহা সলি-সিয়ানহঁতৰ কিবা দুষ্ট-বুদ্ধিৰ অভাৱ হ'বনে? এইবোৰ শাসক হ'ল সাত বিহুৰ সৈয়াকণী। সুদূৰ সাগৰ পাৰ হৈ আহি, থলি পুতি বহি লৈ, অত্যাচাৰৰ বঙা-ঘোঁৰা মেলি দি, সিহঁতৰ থলুৱা টেমেকাবোৰৰ সহায়ত সাত পানী পিয়াবই—এই কথা ধ্ৰুৱ।

বীৰসা, তোমালোকে মে' মাহৰেপৰাই আদালতলৈ যোৱা-অহা কৰি আছিলা, আৰু একমাত্ৰ—

বাৰিস্টাৰ জেকবে তোমালোকৰ হৈ যুঁজি আছিল। কিন্তু চৰকাৰে বৰশীত লগা মাছৰ লগত খেল খেলা দি টনা-আঁজোৰা খেল খেলিবলৈ লাগিল। চৰকাৰৰ মুখত কথা একেটাই—সময় দিয়া হওক, এতিয়াও তহিকত শেষেই হোৱা নাই আৰু কটকটীয়া প্ৰমাণ গোটোৱাৰ পবিত্ৰ কামটিও শেষ হোৱা নাই।

শেষ যেনিবা নহ'বই।......

শেষ হোৱাৰ যেওঁলিকণো নাই দেখা কোনেও···

আৰু—চৰকাৰৰো তহকিকী তদন্তৰ শেষ নাই, আৰু তোমালোকৰো আদালতলৈ বিৰামবিহীন যোৱা-অহা অহা-যোৱাৰ অন্ত নাই। আৰু—বিচাৰাধীন অৱস্থাত মুণ্ডা বন্দীহঁতৰ মাজত এজন-দুজনকৈ মাজে-মধ্যে মৰাৰো শেষ নাই।

বন্দী মুণ্ডাহঁত মৰিব ?

বন্দী মুণ্ডা মৰিব তাৰ বাবেনো চৰকাৰৰ কি মূৰ কামোৰণি ? বিচাৰাধীন মুণ্ডাৰ মৃত্যু এনে কোনো গুৰুত্বপূৰ্ণ ঘটনা নহয় যে তাৰ বাবে চৰকাৰে 'মুণ্ডাহঁতক অযথা হাৰাশাস্তি কৰি মনোবল নষ্ট কৰাৰ নীতিৰ সলাব, বা আদালতে চৰকাৰক গৰিহণা দিব। বৰঞ্চ—ৰবৰ দোষ পিছলাই পকা আওঠা বুলি মুখ চাই আদালতেও প্ৰকাৰান্তৰে প্ৰশাসনৰ এনেবোৰ লেতেৰা কামত হাত উজানেই দিলে বুলি ক'ব পাৰি।

বিচাৰৰ কালছোৱাত ৰাঁচীত এক কম্প্যানি মিলিটাৰী পুলিচ মোতায়েন কৰা হৈছিল। গেজেটত কোৱা হৈছিল ঃ

"জেল-হাজোতভুক্ত সেই ফাটকিয়ালহঁতৰ বিৰুদ্ধে কৰা বিভিন্ন মোকৰ্দমাৰ নিষ্পত্তি নোহোৱা দিনলৈকে, বিদ্ৰোহৰ মনোভাৱ সম্পূৰ্ণ জামৰি নোযোৱালৈকে, এই মিলিটাৰি-বাহিনী মোতায়েন হৈ থাকিব।"...

বীৰসা, তুমি নিজক নিজে যিমান গুৰুত্ব দিছিলা, ভাৰত চৰকাৰেও তোমাক সমধিক গুৰুত্ব প্ৰদান কৰিছিল—নিশ্চয় বুজি পাইছিলা।

ৰাঁচীত, হাকিমৰ এজলাছ উত্তপ্ত কৰি তুলিছিল বাৰিষ্টাৰ জেকবে। তেওঁ আছিল তোমালোকৰ কাউন্সেল—উকিল। চৰ্দাৰসকলৰ তেওঁ পুৰণিদিনীয়া বন্ধু। কলিকতাত বাৰিষ্টাৰি কৰি তেওঁ দুয়ো হাতে আৰ্জে, আৰু মুণ্ডাসকলৰ হৈ বিনা মাননীবেই যুঁজে।

তেওঁৰ নিৰ্ভীক ডিফেন্স, আৰু অসামান্য জেৰাৰ ফলত চৰকাৰৰ সজাই-পৰাই বান্দৰীক সুন্দৰীহেন কৰি অনা ভাটৌ পঢ়ুৱা দিয়া সাক্ষী-হঁত জেৰাৰ সোঁতত কুটাৰ দৰে উটি গ'ল। প্ৰশাসনৰ ৰৰমুৰীয়াহঁতে ইমানকৈ শিকাই-বুজাই কথা শিক্ষাই অনা প্ৰতিটো সাক্ষীৰ নাক জেকবে সৰাকাঁচি দি কাটিলে। সাক্ষীহঁতৰ তেতিয়া ক'লৈ যাওঁ গোপাল, ক'লৈ যাওঁ কৃপাল লাগিল।

কলিকতাৰ 'দ্য বেংগলী' আৰু 'দ্য ষ্টেটছম্যান' কাকতে বাৰিষ্টাৰ জেকবৰ বিষয়ে সম্পাদকীয়ত লিখিলে ঃ "......বাৰিষ্টাৰ জেকবে যেতিয়া যুঁজে, প্ৰাণটাকিয়েই যুঁজে। তেওঁ একবাৰী সৎ আৰু বিবেকবান বাৰিষ্টাৰ, তেওঁৰ লক্ষ্য স্থিৰ, সত্যত তেওঁ অবিচল। মুণ্ডা জনসাধাৰণে যে মিস্টাৰ জেকবৰ দৰে বাৰিষ্টাৰ একবাৰীৰ সহায় পাইছে, মুণ্ডা জন-সাধাৰণৰ পৰম সৌভাগ্য বুলিয়েই ক'ব লাগিব।"

হয়, বীৰসা, মই লুকাই-চুৰকৈ মি জেকবলৈ নিয়মিত ৰিপ'ৰ্ট পঠাইছিলোঁ। তেওঁ সেইবোৰ গুপ্ত বাতৰি সকলোতে সদৰি কৰিছিল।

সুৰেন বানাৰ্জিৰো এই বিষয়ে সমানেই আগ্ৰহ আছিল। তেওঁৰ প্ৰচেষ্টাতে 'দ্য বেংগলী' কাকতে তোমালোকৰ সকলো খবৰ-বাতৰি ছপাই পাঠকৰ চকুত পৰাকৈ গুৰুত্বপূৰ্ণভাৱে উলিয়াইছিল।

সুবিচাৰৰ বাবে, মুণ্ডা ফাটকিয়ালসকলক আত্মপক্ষ সমৰ্থনৰ বাবে সুযোগ দিয়া হওক—বুলি প্ৰবল জনমতৰ সৃষ্টি হৈছিল। আৰু তাৰ ফলত ইংৰাজ শাসক আৰু তেওঁলোকৰ লগা-ভগাবোৰ বিমোৰত পৰিছিল।

কোৱা হৈছিল, অৰ্থাৎ খবৰ ওলাইছিল যে জেল-কৰ্তৃপক্ষৰ প্ৰতি পক্ষপাতিতা প্ৰদৰ্শন কৰি চৰকাৰে আইন-বিৰোধীভাৱে, জেলৰ ভিতৰতে বিচাৰ সমাধা কৰাৰ আঁচনি লৈছে। আচামী ফাটকিয়ালসকলৰ হৈ মাত মাতোঁতা কোনো নাই। থলুৱা উকিল-মোক্তাৰসকলৰ সহায়-সাৰথিও পাবলৈ নাই। আত্মপক্ষ সমৰ্থনৰ অবাধ অধিকাৰ, মুণ্ডা ফাটকিয়ালসকলৰ ক্ষেত্ৰত পৰ্বতৰ কাছ-কণী। যি অপৰাধ কৰা নাই, সেই কাল্পনিক অপৰাধৰ বাবে সিহঁতে দীৰ্ঘ দিন ধৰি বগা ঘৰৰ ভাত খাব লাগিছে।

এজন কনস্টেবল হত্যাৰ পোটক তুলিবলৈ পুলিছে এই আচামী-হঁতৰ ডিফেন্সত বাধাৰ সৃষ্টি কৰিছে বুলি 'দ্য স্টেট্‌ছম্যান'ত ওলাল।

এই অভিযোগসমূহৰ উত্তৰত সুযোগ্য ডি. ছি. ষ্ট্ৰিটফিল্ড ছাহাবে 'দ্য স্টেটছম্যান' বাতৰি-কাকতৰ সম্পাদকলৈ এখন পত্ৰ প্ৰেৰণ কৰিছিল ঃ

"মহাশয়,

আপোনাৰ সংবাদদাতাৰ এই সংবাদসমূহ অসত্য। প্ৰতিটো অভিযোগ মই অস্বীকাৰ কৰিছোঁ। আচামীহঁতক আত্মপক্ষ সমৰ্থনৰ সকলোবিধৰ সা-সুবিধা প্ৰভূত পৰিমাণে প্ৰদত্ত হৈছে। সিহঁতৰ বিৰুদ্ধে যে কোনো নিৰ্দিষ্ট অভিযোগ নাই, সেই কথা মই মানি লৈছোঁ। কেৱল সতৰ্কতামূলক ব্যৱস্থাৰ পৰিপ্ৰেক্ষিততহে সিহঁতক ফাটকত ভৰাই থোৱা হৈছে। কিয়নো, গণ্ডগোলৰ এতিয়াও শাম কটা নাই। চলিয়েই আছে। প্ৰশাসন-কৰ্তৃপক্ষই জমিদাৰসকলৰ সৈতে হাত মিলাইছে, প্ৰশাসন আৰু জমিদাৰসকল একে চুপাৰ বাঁহ, এইবোৰ হ'ল একেবাৰে নীতিজ্ঞানহীন হাম্ৰাবাজহঁতৰ দুৰভিসন্ধিপূৰ্ণ কথা।"

'দ্য ষ্টেটছম্যান' কাকতত এই পত্ৰখন ছপা কৰাৰ তাৰিখটো আছিল ১৯০০ চনৰ ৩ এপ্ৰিল। সেই তাৰিখে 'আমাৰ সংবাদদাতাৰ উত্তৰ'বে সৈতে স্ট্ৰিটফিল্ডে লিখি পঠোৱা এই পত্ৰখন 'সম্পাদকলৈ চিঠি-পত্ৰ' শিতানত ছপা হৈ ওলাইছিল।

'ষ্টেটছম্যান'ৰ সংবাদদাতাই লিখা মন্তব্যৰ মাজত এই কথাখিনিও আছিল ঃ

"......এই পত্ৰৰ কোনো কথা গ্ৰহণযোগ্য নহয়। কিয়নো—মুণ্ডা ফাটকিয়ালসকলক আত্মপক্ষ সমৰ্থনৰ সৰ্বপ্ৰকাৰৰ সা-সুবিধা প্ৰদত্ত হৈছে বুলি যি কোৱা হৈছে—সেই কথা 'সৰ্বৈব মিছা কথা'।"

কেনেকৈ যে বিচাৰকাৰ্য্য চলি আছিল, বীৰসা! মোকৰ্দমা চলি থাকোঁতেই পাছত প্লেটেলক ফৰিদপুৰলৈ পঠোৱা হৈছিল আৰু শেহান্তৰত স্ট্ৰ্যাচেন কুটছ-এ বিচাৰকাৰ্য্য সম্পাদন কৰিছিল।

সেই—এটা দিনৰ কথা মনত পৰেনে বীৰসা? সেই তুলকালাম কাণ্ডৰ কথা?

১৯০০ চনৰ ১৬ মে'।

বিচাৰাধীন বন্দী ২১৭ জনৰ মাজত তিনিজনৰ জামিনৰ বাবে জেকবে দাবী উত্থাপন কৰিলে।

জেকবে আদালতত ক'লে, 'বন্দীসকলৰ বিৰুদ্ধে কোনো অভিযোগ নাই। আছে কেৱল ডি. ছি. স্ট্ৰিটফিল্ডৰ এখন ৰিপ'ৰ্ট। সেই ৰিপ'ৰ্টত কোৱা হৈছে যে—বন্দীহ'ত বিদ্ৰোহৰ সৈতে জড়িত বুলি অনুমান কৰা হৈছে। সিহঁতৰ বিৰুদ্ধে সাক্ষী-প্ৰমাণ অৱশ্যেই পোৱা যাব বুলি ভাবি সিহঁতক সতৰ্কতামূলক ব্যৱস্থা হিচাপে ফাটকত ভৰাই থোৱা হৈছে। বহু সংখ্যক বিচাৰাধীন বন্দীৰ জেলতে মৃত্যু হৈছে।'

এই বক্তব্যৰ উত্তৰত, স্বয়ং মেজিস্ট্ৰেটৰ সৈতে জেকবৰ উখনা-উখনি লাগি পৰিল। কিন্তু বিচনীৰ বাৱত পৰ্বত নলৰে। জেকবৰ খঁৰা-দা জোকাৰণিত বুটিছ প্ৰশাসন কৰ্তৃপক্ষ, তথা ঢোলৰ নগৰ টেমেকাবুপী হাকিমবো লেবেলা পৰিবলৈ আৱশ্যক নাই। প্ৰশাসন-হাকিম—দুয়ো পক্ষৰেই জানিছিল, ভেকুলীৰ টোৰটোৰণিত বাঘিয়া নহয়। পিছে—তথাপি যেনিবা—হোমৰ গৰ্দ্দিত পুণ্য দিবলৈ শিয়াল-বাগি দিয়াত সুদক্ষ হেলকুট কটা হাকিম মহোদয় অলপ লাৰ-চাৰ বহিল।

জেকব : মই জানিবলৈ বিচাৰিছোঁ, ১১২ নং ফৌজদাৰী কাৰ্য্যবিধিৰ আইনমতে মোৰ মক্কেলহঁতক কোনোবা দিনা আদালতলৈ অহাৰ ন'টিছ দিয়া হৈছিলনে ?... ..এই বিষয়টো অতি গুৰুত্বপূৰ্ণ বিষয়। বিচাৰাধীন ফাটকিয়ালসকলৰ মাজত ভালেকেইজনমানৰ ফাটকতে মৃত্যু হ'ল। যোৱা পাঁচমাহ ধৰি এওঁলোকক কি অপৰাধত, নিৰ্বান্ধৱে, কোনো উকিল-বিহীন অৱস্থাত আটক কৰি ৰখা হৈছে—এই বন্দীসকলে তাৰ সম্পৰ্কে একো নাজানে। মুণ্ডা ফাটকিয়ালসকলৰ প্ৰতিনিধি হিচাপে সেই কথা জানিবলৈ খোজাৰ অধিকাৰ মোৰ আছে। মাননীয় বিচাৰপতিৰ ওচৰত মোৰ অনুৰোধ, মোক সেইবোৰ কথা জানিবলৈ দিয়ক।

হাকিম : এইবোৰ লাংপাং কথা শুনিবলৈ বা চোৱাবলৈ মই এই ধৰ্মাধিকৰণত বহা হি নাই।

জেকব : কি কৈছেনো ইঅ'ৰ অনাৰ ! মোৰ মক্কেলহঁতক কি অপৰাধত অভিযুক্ত কৰা হৈছে—তাকো নক'বনে ? মই যাতে সিহঁতক সিহঁতৰ আত্মপক্ষ সমৰ্থনত সহায় কৰিব পাৰোঁ তাৰ বাবে—

হাকিম : সেই কথা আপোনাৰ মক্কেলহঁতৰপৰাই জানি লওকগৈ।

জেকব : মোৰ মক্কেলহঁতে সিহঁতৰ অপৰাধৰ কথা সমূলি নাজানে, ইঅ'ৰ অনাৰ। কিয় সিহঁতক বন্দী কৰা হৈছে, সেই কথা যদি আপুনি মোক নকয়েই, তেনেহ'লে—বিচাৰৰ বাবে বাধ্যত পৰি মই অন্যত্ৰ আপিল কৰিম।

হাকিম : আপোনাৰ ইচ্ছামতে টৌটোলা ভৰাব পাৰে। যি মন যায় কৰি থাকক।

জেকব : এই দীৰ্ঘম্যাদী কাৰাবাসৰ আগতে আদালতত বন্দীহঁতক পৰীক্ষা কৰি চোৱা হৈছিলনে নাই সেই কথা জনাৰ অধিকাৰ মোৰ আছে।

হাকিম : এইটো কোনো প্ৰশ্নয়েই নহয়।

০

হাকিম : আপোনাৰ মক্কেলহঁতৰ নাম কি ?

জেকব : এয়া লওক তেওঁলোকৰ নামৰ তালিকা।

হাকিম : ৰাইট্। — প্ৰথম আচামী চান্দ্ মণ্ডাৰ বিৰুদ্ধে কোনো নিৰ্দিষ্ট অভিযোগ নাই।

জেকৰ : তেনেহ'লে তেওঁক জামিনত খালাছ কৰি লৈ যাব পাৰোঁনে ?

হাকিম : ৰেকৰ্ডত দেখা পাইছোঁ যে—মোৰ পূৰ্বৱৰ্তী মেজিষ্ট্ৰেট মহোদয়ে ৭ এপ্ৰিল তাৰিখে প্ৰদত্ত অৰ্ডাৰত—এশ টকা জমা দিয়া হ'ল আচামীৰ জামিনৰ অধিকাৰ মঞ্জুৰ কৰিছিল। কেৱল চান্দ্ মণ্ডা নহয়, এশ টকাকৈ জামিন দিলে সকলো বন্দীয়েই জামিন পাব পাৰিব।

জেকৰ : আঁ! এয়ানো কেনেকুৱা কথা! অপৰাধৰ গুৰুত্ব যিয়েই নহওক, সকলোৱে যাবে এশটকীয়া জামিন!

হাকিম : ঠিকেই ধৰিছে।

জেকৰ : এই অৰ্ডাৰৰ কথা আগতে জনোৱা হৈছিলনে নহৈছিল সুধিব পাৰোঁনে ?

হাকিম : সেইবোৰ লাক-লগুৱা কথা মই নাজানো।

জেকৰ : ৰেকৰ্ডত সেই কথা লিখা থাকিব নিশ্চয় ?

হাকিম : নাই।

জেকৰ : বৰ তাজ্জৱ কথা!

হাকিম : কেহুও বৰ তাজ্জৱেই।

জেকৰ : তাজ্জৱৰো তাজ্জৱ। হুজুৰে জামিনৰ অৰ্ডাৰ কনফাৰ্ম কৰিছেনে ?

ইন্‌স্পেক্টৰ অৱ্ পুলিছ : হুজুৰ! মই এটি আৰ্জী দাখিল কৰিছোঁ। মোৰ আৰ্জী—তথা আবেদন হ'ল—বন্দীহঁতৰ মাজত ৬৭ জনৰ বিৰুদ্ধে নৰহত্যা, নৰহত্যাত সহায়তা, আৰু অন্যান্য চাৰ্জ অনা হওক।

জেকৰ : কয় কি! এতিয়া ? এয়া ঘোৰ অন্যায়! মোৰ মক্কেলহঁতে যদি ৭ এপ্ৰিল তাৰিখে জানিব পাৰিলেহেঁতেন যে তেওঁলোকে মহামান্য আদালতৰপৰা জামিন পাব পাৰে, তেনেহ'লে আজি আৰু তেওঁলোক ফাটকত নাথাকিলহেঁতেন। তাৰোপৰি এওঁলোকৰ বিৰুদ্ধে চাৰ্জ গঠন কৰাত পুলিছ কৰ্তৃপক্ষই পাঁচ মাহ সময় লোৱাটোও অতি গৰ্হিত।

**ইন্‌স্পেক্টৰ :** হুজুৰে যদি কালিলৈকে সময় দিয়ে আমাক, আমি আন কেইবাজনৰ বিৰুদ্ধেও কিজানি একেইবোৰ চাৰ্জ আনিব পাৰিম।

**হাকিম :** আপোনাৰ মত কি, মিস্টাৰ জেকব ?

**জেকব :** মই মাত্র ইয়াকে ক'ম, যে এইবোৰ নাশ্রুত-নাভূত কাণ্ড-কাৰ্যনাই মোক একেবাৰে অবাক কৰি পেলাইছে, যিসকল চাগৈ একেবাৰে নিৰপৰাধ, সিসকলৰ বিৰুদ্ধে চাৰ্জ গঠন কৰোঁতে অভিযোগ উত্থাপন কৰোঁতেই প্ৰায় পাঁচ মাহ ! আপাত-দৃষ্টিত নিৰপৰাধী প্ৰজাবৰ্গইহে ফাটক খাইছে ! তাতোকৈ অবাক কাণ্ড হ'ল—এতিয়া, দীৰ্ঘ পাঁচ মাহৰ অন্তত অন্যান্যৰ বিৰুদ্ধে চাৰ্জ সজোৱা-পৰোৱাৰ বাবে এতিয়াহে পুলিছক আৰু এটা দিন সময় লাগিছে ! সজাব-পৰাবলৈ—মই কৈছোঁ ইঅ'ৰ অনাৰ, 'সজাব-পৰাবলৈ।' তেনেহ'লে—ইঅ'ৰ অনাৰ ! আপুনি মিস্টাৰ প্লেটেলৰ অৰ্ডাৰৰ কিবা সংশোধন কৰেনে কি ? আপুনি কিন্তু এই অৰ্ডাৰৰ সংশোধন কৰিব নোৱাৰিব। বুজিছেনে— ? সেই আইনগত ক্ষমতা আপোনাৰ সমুলি নাই।

**হাকিম :** আঁ !

**জেকব :** হাঁ।

**হাকিম :** কিয় ? আপুনিয়েই দেখোন সেই অৰ্ডাৰৰ ৰিভিউ লাগে বুলি তেতিয়া ধাউগেৰি মাৰিলে।

**জেকব :** কেতিয়াও নহয়। মই তেনে কথা কেতিয়াও কোৱা নাই। মই কৈছিলোঁ যে—মোৰ মক্কেলহ'তে যে ৭ এপ্ৰিল তাৰিখেই জামিনত খালাছ পাব পাৰিলেহেঁতেন, সেই কথা মই জনা-নাছিলোঁ বুলিহে আপোনাক কৈছিলোঁ। সেইদেখি কওঁ, এতিয়া মোৰ মক্কেলহ'তক জামিন লাগে, সেই অৰ্ডাৰ এতিয়া কাৰ্য্যকৰী কৰা হওক।

**হাকিম :** সেইটোনো কেনেকৈ হ'ব কদাপি নহ'ব। সেই ৬৭ জনৰ জামিনৰ তো প্ৰশ্নয়েই নুঠে। আৰু আন ফাটকিয়ালহ'তৰ বিষয়ে ইন্‌স্পেক্টৰৰ কথা শুনিলোঁই।

জেকব : সেই ৬৭ জনৰ বিৰুদ্ধেও এই মুহূৰ্তলৈকে কোনোবিধৰ চাৰ্জ—কোনোবিধৰ অভিযোগেই নাই। তেনেহ'লেনো কিয় তেওঁলোকক কাটকত ভৰাই থোৱা হ'ব? মই কৈছোঁ, ন্যায় বিচাৰৰ চূড়ান্ত অৱমাননা কৰা হৈছে। চূড়ান্ত অৱমাননা। ২১৭ জন বন্দী ইয়াত আছে প্ৰায় পাঁচ মাহলৈকে। তেওঁলোকৰ অপৰাধ কি—তাকো কোৱা হোৱা নাই। এই মাত্ৰ, আজিয়েই, হঠাৎ, আজি, পুলিচ-কৰ্তৃপক্ষৰ আজীৰ ভিত্তিত তেওঁলোকক জামিনৰ অযোগ্য অপৰাধত অপৰাধী বুলি সাব্যস্ত কৰা হ'ল। এই হতভাগ্যসকলৰ মাজত ৯৩ জন প্ৰায় মৰোঁ। কিন্তু কেনে দুৰ্ঘোৰ অন্যায়! তেওঁলোকৰ মাজত ৬৭ জনক আজি কি অপৰাধত অভিযুক্ত কৰা হ'ল, সেই কাল্পনিক অপৰাধৰ কথা যদি মানিও লওঁ, তথাপি দাবী উত্থাপন কৰিছোঁ—তেওঁলোকৰ বিৰুদ্ধে সাক্ষ্য-প্ৰমাণ কি কি আছে—সেইবোৰ মোক জনোৱা হওক। মোৰ সম্পূৰ্ণ আইনগত অধিকাৰমতেই মই এই দাবী জনাইছোঁ আপোনাৰ ওচৰত। তেতিয়া মই তেওঁলোককো জামিনত খালাচ কৰিবলৈ আপিল কৰিব পাৰোঁ।

হাকিম : পুলিচ-কৰ্তৃপক্ষৰপৰা আজী পায়েই মই মোৰ আদেশ প্ৰদান কৰিলোঁয়েই। আপোনাৰ কথা মতে তো সেই সাতষষ্ঠিজনে জামিন নাপাব। কিয়নো সেই ৬৭ জন কইদী হ'ল অভিযুক্ত। আন বিবিলাক বাকী থাকিল, সিবিলাকৰ—নাম, গাঁৱৰ নাম ইত্যাদি সঠিককৈ দিব পাৰে যদি—কেৱল সিবিলাকৰ জামিনৰ কথা বিবেচনা কৰি চাব পাৰোঁ।

জেকব : কিন্তু সম্মানিত হুজুৰ! সেই ৬৭ জনৰ-মুক্তিৰ বিষয়ে মোৰ বক্তব্য আপুনি শুনিব লাগিব। যদিও—তেওঁলোকক এই এতিয়া এই মুহূৰ্তত জামিনৰ অযোগ্য অপৰাধত অভিযুক্ত কৰা হৈছে!

হাকিম : ভাল কথাকে কৈছে! সিহঁতৰ বিষয়ে হুকুম জাৰী কৰা হৈ গ'ল বুলি ক'লোঁয়েই নহয়? আনবিলাকৰ নাম, সিহঁতৰ গাঁৱৰ নাম দিয়ে যদি, পাছত কেৱল সিহঁতৰ জামিনৰ কথা বিবেচনা কৰি চাম। সিহঁতৰ নামবোৰ আকৌ এবাৰকৈ।

জেকব : গাঁওবিলাকৰ নাম দিয়াত অলপ সময়ৰ আৱশ্যক হ'ব। সেই কাম চলি থাকক, কিন্তু মই আপোনাক আকৌ কওঁ—যি ৬৭ জন বিচাৰাধীন বন্দীক পুলিছ-কৰ্তৃপক্ষই এতিয়াই চাৰ্জ কৰিলে, সেই ৬৭-জনৰ জামিনৰ বিষয়ে মোৰ বক্তব্য অনুগ্ৰহ কৰি শুনক।

হাকিম : সেইবোৰ নলগা তামোলত আঁঠি বান্ধি লাভ নাই। আপুনি দেখিছোঁ হেৰি—নাও বুৰি তল পালেও ননমা বিধৰ মানুহ! ক'লোঁৱেই নহয় আপোনাক—সেই বিষয়ে মোৰ সিদ্ধান্ত লোৱা হৈয়ে গ'ল?

জেকব : কিন্তু ফৌজদাৰী কাৰ্য্যবিধি আইনৰ ৪৯৭ ধাৰা মতে মই—'মোৰ বক্তব্য আদালতে শুনক—' এই দাবী জনাইছোঁ। সেই ধাৰা মই পাঠ কৰিছোঁ, আপুনি শুনক। সেই ধাৰাত কোৱা হৈছে : 'কোনো ব্যক্তি জামিনৰ অযোগ্য অপৰাধত অভিযুক্ত হৈ থানাৰ ভাৰপ্ৰাপ্ত অফিছাৰৰ দ্বাৰা বিনা ওৱাৰেণ্টেৰে আটক হ'লে, বা আদালতলৈ লৈ যোৱা হ'লে, সেই আটক ব্যক্তিক জামিনত মুক্তি প্ৰদান কৰা হ'ব। যি অপৰাধত সেই ব্যক্তি অভিযুক্ত, সেই অপৰাধত অপৰাধী হিচাপে বিশ্বাস কৰাৰ যুক্তিসংগত হেতু থকা হ'লে সেই ব্যক্তি জামিনৰ অযোগ্য বুলি বিবেচিত হ'ব।

'তাৰ পাছত আৰু কোৱা হৈছে : এনেকুৱা অফিছাৰ বা আদালতৰ ওচৰত তদন্ত বা বিচাৰ চলি থাকোঁতে যদি আচামীয়ে জামিনৰ অযোগ্য অপৰাধ কৰা বুলি প্ৰতীয়মান হয়, যথেষ্ট কাৰণ নাই অথচ অপৰাধ সম্বন্ধে বিশদ তদন্ত কৰা আৱশ্যক বুলি বোধ হয়, তেনে অৱস্থাতো, তদন্ত-সাপেক্ষে আচামীক জামিনত মুক্তি প্ৰদান কৰিব পৰা হ'ব।

'এতেকে, হুজুৰ, পুলিছ-কৰ্তৃপক্ষই এতিয়া—এই মুহূৰ্তত যি ৬৭ জনৰ ওপৰত চাৰ্জ সাজিব বুলি ক'লে, সেই ৬৭জনৰ অপৰাধসমূহ যদি জামিনৰ অযোগ্য হয়ো, তথাপি, তেওঁলোকৰ জামিনত খালাছ প্ৰাপ্তিৰ বিষয়ে মোৰ বক্তব্য শুনক—এই দাবী মই জনাইছোঁ।'

কথা-বতৰাই আগডাল-বাগডাল কৰাই যেতিয়া এইখিনি পালেহি, তেতিয়া, ডি ছি. স্মিটফিল্ড—শুনানী চলি থাকোঁতে যিজন ডি ছি. হাকিমৰ খাছ-খোটালীৰ কাষৰীয়া কোঠাত বৈ আছিল—হঠাৎ এজলাছত সোমালহি, আৰু তেওঁ হাকিমৰ লগত বহু সময় ধৰি ফুচফুচাই কথা পাতিলে। হাকিমৰ লগত তেওঁৰ ফুচফুচনীয়া মেল শেষ হোৱাৰ অন্তত মি. জেকবে পুনৰ হাকিমক কৈ থাকিল ঃ

জেকব ঃ আইনৰ যিটো ধাৰা পঢ়ি শুনালোঁ সেই ধাৰা অনুযায়ী মোৰ বক্তব্য শুনিবনে ?

হাকিম ঃ শুনিয়েই আছোঁ দেখোন। উপায় কি ? আপুনি তো নাছোৰবান্দাটো। একেবাৰে বজ্ৰলেপৰ দৰে ধৰিছে !

জেকব ঃ মোৰো উপায় নাই। শুনক—

হাকিম ঃ হাবে ! সেই কথা আওপুৰণি হৈ গ'ল দেখোন ! আৰু কিমাননো একেইবোৰ কথা চোবাই থাকে ? সেই বিষয়ে সিদ্ধান্ত লোৱা হৈয়েই গ'ল তো মোৰ। আৰুনো কিহৰপৰা কি কৰিম ? হোৱা আদেশকতো নোহোৱা কৰিব নোৱাৰি।

জেকব ঃ কিন্তু—কোন যুক্তিসংগত কাৰণতনো আপুনি মোৰ বক্তব্য শুনিবলৈ অস্বীকৃত হৈছে ?

হাকিম ঃ যুক্তিসংগত কিবা কাৰণ নথকাহ'লে সিহঁত তো অভিযুক্তয়েই নহ'লহেঁতেন।

জেকব ঃ কেৱল এই ঠুনুকা অযুক্তিকৰ যুক্তিৰে মোৰ বক্তব্য আপুনি নুশুনে ?

হাকিম ঃ আপোনাৰ যদি মন যায়—তেনেহ'লে আপুনি পুলিচ-কৰ্তৃপক্ষৰ আৰ্জীখন পঢ়ি চাব পাৰে।

জেকব ঃ ধন্যবাদ। কিন্তু মোৰ বক্তব্য নুশুনাৰ দৰে কোনো যুক্তি-সংগত কাৰণ সেই আৰ্জীতো দৰ্শোৱা হোৱা নাই। আৰ্জীত কেৱল এই কথাকে কোৱা হৈছে যে বন্দীসকলৰ মাজত ৬৭ জনৰ নাম জামিনৰ অযোগ্য বুলি গণ্য কৰা হয় যেন। মই আপোনাৰ ওচৰত পুনৰ আবেদন জনাইছোঁ যে—ফৌজদাৰী কাৰ্য্যবিধিৰ ১০৭, ১০৮, ১০৯, আৰু ১১০ ধাৰা মতে এই বাদীসকলৰ বিৰুদ্ধে উত্থাপিত সৰ্বপ্ৰকাৰ অভিযোগ নাকচ কৰা হওক।

[ এই চাৰিওটি ধাৰা মতে বিচাৰকে আচামী এজনক নিৰ্দিষ্ট সময়ৰ বাবে সংভাৱে থাকিব বুলি কৰা অংগীকাৰযুক্ত মুচলেকা প্ৰদানৰ আদেশ দিব পাৰে ( পুলিছ হেণ্ডবুক : ৮৩—৮৪ পৃষ্ঠা )] । কেতিয়া যে সিহঁতক অভিযুক্ত কৰা হ'ল—মই ক'ব নোৱাৰোঁ । ক'ব নোৱাৰোঁ যে—এই নতুন অভিযোগেৰে মোৰ মক্কেলসকলক কাৰাবন্দী হিচাপে গণ্য কৰা সম্ভৱ হয়নে নহয় । পুলিছে চালাকি দেখুৱালে, কিন্তু সোপাই ভেস্তি গ'ল । এইখন দেশতে কোনো কোনো ঠাইত আইন আছে, বিচাৰো একেবাৰে নাই বুলি ক'ব নোৱাৰি । এই ৬৭ জনৰ অপৰাধত বিশ্বাস কৰাৰ কি কি যুক্তিসংগত কাৰণ আছে, মহামান্য হুজুৰে মোক অনুগ্ৰহ কৰি ক'বনে ?

হাকিম : ক'লোঁৱেই নহয়, যে—কিবা যুক্তিসংগত কাৰণ নথকা হ'লে পুলিছ-কর্তৃপক্ষই সিহঁতক অভিযুক্ত নকৰিলেহেঁতেন ।

জেকব : এয়েনে আপোনাৰ বিচাৰমতে একমাত্ৰ কাৰণ ? অভিযুক্ত ৬৭ জনৰ অপৰাধ সম্পৰ্কে বিশ্বাস কৰিব পৰা এটা শব্দও পুলিছ-কর্তৃপক্ষৰ এই আৰ্জীত নাই । কিছুমান অপৰাধৰ বাবে বন্দী সকলক দায়ী কৰা হৈছে, আৰু তেওঁলোকক ফাটকিয়াল হিচাপে আটক ৰাখিবলৈ অনুমতি বিচৰা হৈছে । কিন্তু—আপুনি মোৰ যুক্তিসংগত কথা নুশুনিব বুলি প্ৰভাৱিত হ'ব পৰা —পতিয়ন যাব পৰা কিনো বিচাৰি পালে তাত ? সেই ৬৭ জনৰ বিৰুদ্ধে তিলমান সাক্ষ্য-প্ৰমাণো ৰেকৰ্ডত আছেনে ?

হাকিম : ওঁ, আছে ।

জেকব : কাৰ সাক্ষ্য ? কি প্ৰমাণ ?

হাকিম : সেই কথা মই আপোনাক এতিয়াই ক'বলৈ বাধ্য নহওঁ ।

জেকব : কিন্তু মই কৈছোঁ, আপুনি বাধ্য । সেই ৬৭ জনক জামিনত খালাছ কৰাৰ বিৰুদ্ধে কি কি গুৰুত্বপূৰ্ণ অপৰাধৰ 'যুক্তিসংগত কাৰণ' ৰেকৰ্ডত কৰা হৈছে—সেই কথা মোক জনাবলৈ আপুনি নিশ্চয় বাধ্য ।

হাকিম : আন ফাটকিয়ালহঁতৰ বিষয়ে আপোনাৰ ক'বলগীয়া কিবা আছেনে বাৰু ?

জেকব : তেনেহ'লে—এই ৬৭ জনৰ অপৰাধৰ ক্ষেত্ৰত আপোনাৰ বিশ্বাস্যতাৰ 'যুক্তিসংগত কাৰণ' কি—মোক নকয় আপুনি ?

হাকিম : সাক্ষ্য-প্ৰমাণৰ ৰেকৰ্ড আছে।

জেকব : এয়া এক নতুন খবৰ জানিলোঁ। কিন্তু—আসামীহঁতে এই কথাৰ অস্তিত্ব কিবা জানেনে ? সেই সাক্ষ্য-প্ৰমাণখিনি কি— ? মোৰ জনাৰ অধিকাৰ আছে।

হাকিম : আইনমতে দৰ্খাস্ত কৰক। সাক্ষ্য-প্ৰমাণ আছে।

জেকাব : মই কৈছোঁ, সেই সাক্ষ্য-প্ৰমাণৰ সাৰ কথাখিনি জনাৰ অধিকাৰ মোৰ আছে। মই তাৰ চাৰ্টিফায়েড কপি খুজি এতিয়াই দৰ্খাস্ত কৰিছোঁ।

হাকিম : কৰক। একমিনিট ৰ'ব [ হাকিমে কিবাকিবি লিখি এখিলা কাগজ আদালতৰ পিয়নৰ হাতত চিৰ্টিফিকেটলৈ দিবলৈ দিলে ] ও', কওক।'

জেকব : যি সাতষষ্ঠিজনক এতিয়া অভিযুক্ত কৰা হ'ল, সেই ৬৭ জনৰ বিৰুদ্ধে সাক্ষ্য-প্ৰমাণৰ যাই বক্তব্য কি মোক ক'বনে ডাঙৰীয়া [ পুনৰ বাধা পাবিল। আদালতৰ পিয়নে হাকিমৰ হাতত এটুকুৰা কাগজ গতাই দিলে আৰু হাকিমে কাগজ টুকুৰা পঢ়িবলৈ ধৰিলে ] ?

হাকিম : হয়, মিস্টাৰ জেকব, আপোনাৰ কথাখিনি শেহলৈকে শুনিবলৈ নহ'ল।

জেকব : কৈ আছিলোঁ যে—কিবোৰ যুক্তিসংগত কাৰণত সেই ৬৭ জনক অপৰাধী বুলি আপোনাৰ বিশ্বাস হৈছে, তাৰ কথাখিনি মোক বুজাই কওক।

হাকিম : ডেপুটি কমিশনাৰ মিস্টাৰ চিৰ্টিফিকেট হলফ লৈ এক জবান-বন্দী দাখিল কৰিলে। সেই হলফনামা আছে।

জেকব : দিলে কেতিয়া ?

হাকিম : যেতিয়া কপি পাব—তেতিয়াই জানিব।

জেকব : ভাল,—উকিল বাবু—দৰ্খাস্ত যুগুত কৰক।

হাকিম : সেই সাতষষ্ঠীজনৰ বিষয়ে মই আৰু সাত ডাঙৰৰ কথা নুশুনো।—আপোনাৰ তালিকা দিবনে এতিয়া ?

জেকব : তেনেহ'লে—মই এই কথাকে ধৰি লওঁনে যে—যি ২১৭ জন হতভাগ্য মুণ্ডা মানুহ যোৱা পাঁচ মাহ ধৰি ফাটকত আছে, সেই মানুহখিনিক ডেপুটি কমিশ্যনাৰে হলফ লৈ দাখিল কৰা জবানবন্দীৰ ভিত্তিত কইদ কৰা হৈছে ? আপুনি মোৰ ৯৩ জন মক্কেলৰ গাঁৱৰ নাম জানিবলৈ বিচাৰিছে। গাঁও অসংখ্য, আৰু বহু দূৰ দূৰ অঞ্চলত অৱস্থিত। যি অপৰাধ তেওঁলোকে কৰা বুলি সাব্যস্ত কৰা হৈছে, যি অপৰাধৰ বাবে তেওঁলোক বিগত পাঁচ মাহ ধৰি ফাটকত আছে, ডেপুটি কমিশ্যনাৰে সেই ২১৭ জনক সেই অপৰাধ কৰা দেখিছিলনে ? তেওঁ তেওঁৰ জবানবন্দীত সেই কথাকে হলফ লৈ কৈছেনে ? এইবোৰ কথা মই এতিয়াই জানিবলৈ বিচাৰিছোঁ মহামান্য হুজুৰৰপৰা।

হাকিম : মই পুলিছ-কৰ্তৃপক্ষই প্ৰদান কৰা আৰ্জীৰ ওপৰত ভিত্তি কৰিয়েই আদেশ জাৰী কৰিলোঁ। সেই ৬৭-য়ে জামিন নাপায়।

[ তেতিয়া হাকিমৰ দৃষ্টি আকৰ্ষণ কৰি কোৱা হ'ল যে সেই কেছসমূহ তেওঁৰ ফাইলত নাই। ]

[ ডেপুটি কমিশ্যনাৰ হাকিমৰ খাছ-খোটালীৰ কাষৰীয়া কোঠাত বহি আছিল, গতিকে—এই ত্ৰুটি নিমিষতে শুধৰোৱা হ'ল। ]

জেকব : তেনেহ'লে—পুলিছে আজি যি ৬৭ জনৰ নামত অভিযোগ আৰোপ কৰিলে, সেই ৬৭ জনৰ বাহিৰে আন সকলোটিয়েই [ সকলো কিন্তু মোৰ মক্কেলো নহয় ] জামিন পাব পাৰিব বুলি ধৰি ল'ব পাৰোঁনে ?

হাকিম : সিহঁতৰ বিৰুদ্ধেও [illegible] গুৰুতৰ বিধৰ চাৰ্জ-টাৰ্জ আছেনে কি, মই আগতে সেই কথা পুলিছৰপৰা ছিদাই জানি ল'ব লাগিব। তাৰ পাছত যি হয় কৰিম।

[ মি. জেকবে দাখিল কৰা তালিকাত যিসকলৰ নাম আছে, আৰু আজি যিসকলৰ নামত নতুনকৈ অভিযোগ উত্থাপন কৰা হ'ল, সকলোৰে নাম হাকিম আৰু ইনস্পেক্টৰে পঢ়ি চাবলৈ ধৰিলে। ]

হাকিম : [ জেকবক ] বিহঁত জামিন লাভ কৰাৰ যোগ্য, এই তালিকাত সিহঁতৰ নাম আছে। সিহঁতৰ জামিনৰ বাবে পাইপতি এশ টকাকৈ মুচলেকা দিব লাগিব।

জেকব : প্ৰতিজনৰ আজীৱ গুৰুত্ব একেবাৰে নিদিয়াকৈ ?

হাকিম : ঠিকেই কৈছে।

জেকব : জামিনৰ টকা হ্ৰাস কৰাৰ বিষয়ে মোৰ বক্তব্য আপুনি অনুগ্ৰহ কৰি শুনিবনে ?

হাকিম : মোৰ পূৰ্ববৰ্তী মেজিষ্ট্ৰেট মহোদয়ে জামিনৰ টকাৰ পৰিমাণ নিৰ্ধাৰিত কৰি থৈ গৈছে।

জেকব : তেনেহলত—মই, হুজুৰ, মোৰ মক্কেলসকলৰ বিৰুদ্ধে এই এজলাছৰ সকলো কাৰ্য্য-কলাপ একেবাৰে বেআইনী হোৱা বুলি কওঁনে ? কিয়নো, ফৌজদাৰী কাৰ্য্যবিধি আইনৰ ১১২ নং ধাৰাত পৰিস্কাৰভাৱে কোৱা হৈছে : "১০৭, ১০৮, ১০৯, ১১০ ধাৰাত কাৰ্য্যকৰী কোনোৱা বিচাৰকে যেতিয়া উক্ত ধাৰা মতে কোনো ব্যক্তিক জামিন প্ৰদান কৰাৰ আৱশ্যকতা উপলব্ধি কৰিব, তেওঁ এক লিখিত আদেশ দিব লাগিব।" 'দিব লাগিব' শব্দ দুটালৈ মন কৰক। সেই লিখিত আদেশত তেওঁ লিখিব লাগিব—"প্ৰাপ্ত খবৰৰ সাৰমৰ্ম, কিমান টকাৰ জমানত, এই জামিন কিমান দিনলৈ কাৰ্য্যকৰী হৈ থাকিব, জামিন-দাৰৰ সংখ্যা, ধৰণ, আৰু শ্ৰেণী কি, তাকো লিখিব লাগিব।" মোৰ মক্কেলসকলৰ পাঁচ মাহ জোৱা ফাটকত থকাৰ সময়ছোৱাত ক্যাবো বিষয়ে কেতিয়াও এনে আদেশ প্ৰদত্ত হৈছিলনে ?

হাকিম : ৰেকৰ্ড-টেকৰ্ড একো নাই।

জেকব : তেনেহ'লে—চৰকা[illegible]ৰ্দেশিত কাৰ্য্যবিধি এই মোকৰ্দমাত অৱলম্বিত হোৱা না[illegible]বুলিয়েই ধৰি ল'মনে ?

হাকিম : মোৰ পূৰ্ববৰ্তী ম্যাজিষ্ট্ৰেট মহোদয়ৰ কাৰ্য্য-কলাপৰ জবাবদিহি মই তো কৰিব নোৱাৰিম। তেওঁ কি কৰিছিল-নকৰিছিল সেই বিষয়ে মই অৱহিত নহওঁ। আপুনি বিধোৰ নিয়মৰ কথা কৈছে, সেইবোৰ নিয়ম মানি চলা হৈছিলনে নাই, তাৰ কোনো ৰেকৰ্ড নাই। মানি চলা হৈছিল বুলিয়েই ধৰি লওঁ।

জেকব : কিন্তু নিয়ম অনুযায়ী কাম কৰাহে'তেন তাৰ ৰেকৰ্ডো নিশ্চয় থাকিলহে'তেন।

জেকব : কিমাশ্চৰ্য্যম্! মিস্টাৰ প্লেটেলৰ দৰে মেজিস্ট্ৰেট এগৰাকীয়ে এনেহেন ভুল কৰিবনে? তেওঁ বদলী হৈ যোৱাটো এই কেছৰ পক্ষে বৰ দুৰ্ভাগ্যৰ কথা হ'ল। তেনেহ'লে—নিয়ম অনুযায়ী কাম কৰা হোৱা নাছিল বুলিয়েই ধৰি লওঁনে?

হাকিম : মই ক'ব নোৱাৰিম।

জেকব : তেনেহ'লে—মোৰ অৱস্থা ঠিক কেনেকুৱা হ'ল?

হাকিম : মই কেনেকৈ কওঁ? কিবা ধৰণৰ ভুল-ভাল হ'লেও হ'ব পাৰে, অসম্ভৱ নহয়। সেইবুলি—ভুল হৈছিলেই বুলিও মই কোৱা নাই।

জেকব : ভুল—? কেৱল ভুল? পুলিচে মোৰ মক্কেলহঁতৰ বিৰুদ্ধে কেছ সাজিব বুলি তেওঁলোক ফাটকত আটক হৈ থাকিব লাগিব? ঘটনা-পৰম্পৰাৰ যোগসূত্ৰ বৰ আজৰ আৰু তাজ্জৱেই দেখিছোঁ! পাঁচ মাহ ধৰি তেওঁলোক ফাটকত থাকিল, তাৰ পাছত—আজি যেতিয়া মই তেওঁলোকৰ পক্ষ সমৰ্থন কৰিবলৈ আহিলোঁ, পুলিচে তেতিয়াহে আৱিষ্কাৰ কৰিব পাৰিলে যে তেওঁলোক জেলৰ কুঠৰীত পঁচি মৰাৰ কাৰণ কি। কেৱল—আজিয়েইহে পুলিচে এই আৱিষ্কাৰ কৰিব পাৰা হ'ল! এতিয়া দেখিছোঁ—ডেপুটি কমিশ্যনাৰো চহৰৰপৰা উভতি আহিল!

হাকিম : অনুগ্ৰহ কৰি নিজৰ কেছৰ কথাকে কৈ থাকক।

জেকব : মই ক'ম, ফৌজদাৰী কাৰ্য্যবিধি-আইনৰ ১৭৭ নং ধাৰামতে সেই ৬৭ জনক এজলাহত হাজিৰ কৰা হওক। তেওঁলোকৰ অপৰাধৰ কথা তেওঁলোকক বুজাই কোৱা হওক।

হাকিম : অহ্!

জেকব : তেওঁলোকৰ বিৰুদ্ধে যি অভিযোগ উত্থাপন কৰা হৈছে, সেই অভিযোগৰ সত্যতা পৰীক্ষা কৰিব চাবলৈ তেওঁলোকক এজলাহলৈ লৈ অহাৰ অনুমতি তথা আদেশো আপুনি নিদিবনে?

হাকিম : ঠিকেই ঠাওৰাইছে ।

জেকব : কোন আইনৰ কোন ধাৰা অনুসাৰে ?

হাকিম : আপোনাৰ বাদবাকী মক্কেলহঁতৰ কথা কওক। মোৰ হাতত আৰু ঢেৰ কেছ আছে বিচাৰ কৰিবলগীয়া ।

জেকব : জামিনৰ অৰ্থৰ পৰিমাণ হ্ৰাস কৰাৰ বাবে মই ক'ব খুজিছোঁ।

হাকিম : সেই বিষয়ে দিবলগা অৰ্ডাৰ দিলোঁৱেই ।

জেকব : আপুনি কৈছিল, মিস্টাৰ স্পেটেলে জামিনৰ অৰ্থৰ পৰিমাণ ধাৰ্য্য কৰিছিল ।

হাকিম : ঠিক।

জেকব : কিন্তু—কোন ধাৰা অনুসাৰে ? জামিনৰ অৰ্থৰ পৰিমাণ ধাৰ্য্য কৰিছিল আৰু বন্দীয়ৰসকলক কোন অপৰাধেৰে অভিযুক্ত কৰা হৈছিল ?

হাকিম : মই মাথোন সিমানকে ক'ব পাৰোঁ। ৰেকৰ্ডত—আদালতেই জামিনৰ অৰ্থৰ পৰিমাণ ধাৰ্য্য কৰা দেখা গৈছে ।

জেকব : ১১২ আৰু ১১৫ ধাৰা অনুসাৰে বন্দীসকলৰ ওপৰত কোনো ধৰণৰ নটিছ জাৰী কৰা হৈছিলনে ?

হাকিম : মই ক'ব নোৱাৰিলোঁ ।

জেকব : অনুগ্ৰহ কৰি মোক ৰেকৰ্ড চাবলৈ দিবনে? এই বিষয়ে সাক্ষ্য-প্ৰমাণ কি আছে ?

হাকিম : সেইবোৰ একো নাই ।

জেকব : বন্দীসকলৰ বিৰুদ্ধে কোনো সাক্ষ্য-প্ৰমাণ নোহোৱাকৈয়েই তেওঁলোকক একেবাহে পাঁচমাহ ফাটকত বন্ধ কৰি ৰখা হ'ল ? কওক, তাকে কৰা হোৱা নাইনে ?

হাকিম : সিহঁতৰ কেছ এতিয়ালৈকো বুজু হোৱা নাই ।

জেকব : বুজু হোৱাই নাই! ফাটকিয়ালসকলক আগতে এবাৰলৈকো ম্যাজিস্ট্ৰেটৰ আগত হাজিৰ কৰা হৈছিলনে ?

হাকিম : সেই কথা মই কেনেকৈ ক'ম ?

জেকব : ৰেকৰ্ডত নিশ্চয় থাকিব ।

হাকিম : নাথাকিবও পাৰে। সিহঁতে—হাজিৰ কৰা হৈছিল বুলিয়েই ধৰি লৈছোঁ। কিয়নো—জামিন প্ৰদানৰ আদেশ আছে ।

জেকব : জামিন কোনে ধাৰ্য্য কৰিছিল ? আদালতেনে পুলিছে ?

হাকিম : সেই অৰ্ডাৰ আছিল—মিস্টাৰ প্লেটেলৰ অৰ্ডাৰ।

জেকব : ৰেকৰ্ডত মাথোন সেই কথাকেইটায়েই আছেনে ?

হাকিম : কোনো ধৰণৰ সাক্ষ্য-প্ৰমাণৰ ৰেকৰ্ড নাই বুলি আপোনাক ক'লোঁৱেই নহয় ?

জেকব : এতিয়া তেন্তে—পুলিছে অভিযুক্ত কৰা সেই সাতষষ্ঠিজনৰ জামিনৰ বিষয়ে আদালতে মোৰ বক্তব্য নুশুনিবনে ?

হাকিম : সেই বিষয়ে মোৰ যি ক'বলগা—কৈছোঁ, যি আদেশ দিবলগা—দিছোঁৱেই।

জেকব : কিন্তু মই আপোনাক কৈছোঁ যে—যি-সংবাদৰ ভিত্তিত এক্শ্যন্ লোৱা হ'ল, সেই সংবাদৰ সত্যতা নিৰ্দ্ধাৰণ কৰাত আপুনি বাধ্য। পাঁচ মাহ ধৰি বিনা বিচাৰত জেলৰ হে'লত ভৰাই থোৱা হ'ব, অথচ—বন্দীহঁতৰ বিৰুদ্ধে সঁচা-মিছাৰ পৰীক্ষাও কৰা ন'হ'ব—এয়া দুৰ্ঘোৰ অন্যায়। কিয়, এয়া কালিয়েই দেখোন পাঁচ মাহৰ অন্তত ৪৫ জনক খালাছ কৰি দিয়া হ'ল। বাদবাকী ফাটকিয়ালও তো নিৰ্দোষী হিচাপে প্ৰমাণিত হ'ব পাৰে। তথাপি তেওঁলোকক অবাৰতে পাঁচমাহ ধৰি জেলত ভৰাই থোৱা হৈছে !

হাকিম : আপোনাৰ কথাৰ আগ-গুৰি মই একোৱেই ঠাৱৰ কৰিব পৰা নাই দেখোন !

জেকব : সেই ৬৭ জনৰ জামিনৰ বিষয়ে মোৰ বক্তব্য আপুনি শুনিবই লাগিব।

হাকিম : হয়নে ?

জেকব : হয়।

হাকিম : অহ্ !

জেকব : এই ফাটকিয়ালসকল যিমান দিন ধৰি ফাটকত আবদ্ধ হৈ আছে, সিমান দিনৰ ভিতৰত তেওঁলোকৰ ওপৰত ফৌজদাৰী কাৰ্য্যবিধি আইনৰ ১০৭, ১১২, ১১৫ আৰু ১১৭ ধাৰা মতে কোনো ধৰণৰ নটিছ জাৰী কৰা হৈছিলনে ?

হাকিম : কব নোৱাৰিলোঁ।

জেকব : ১০৭ ধাৰা মতে 'নিৰ্ভৰযোগ্য সাক্ষ্য' ৰেকৰ্ড কৰা হৈছে, এই মৰ্মে ৰেকৰ্ডত লিপিবদ্ধ আছেনে? যদি নাই—তেনেহ'লে এওঁলোকক আটক কৰা সম্পূৰ্ণ বেআইনী হৈছে।

হাকিম : অ'!

জেকব : এই কেছ এক অত্যাশ্চৰ্য্য কেছ!

হাকিম : অহ্।

জেকব : যেনেকুৱা কাৰ্য্যবিধি অৱলম্বিত হৈছে সিও অত্যাশ্চাৰ্য্য।

হাকিম : ওঁ, হয়!

জেকব : যি ৬৭ জন ব্যক্তিক এতিয়া, এই মুহূৰ্তত, এয়ে সৰ্বপ্ৰথম অভিযুক্ত কৰা হ'ল, তেওঁলোকৰ কথা শুনিবলৈ আপুনি তো নাৰাজ। জামানত লৈ সিহঁতক মুক্তি দিবলৈ আপুনি সম্মত, সিহঁতৰ বাবে ধাৰ্য্য জামিনৰ টকাৰ পৰিমাণ হ্ৰাস কৰাৰ বিষয়ত মোৰ বক্তব্য অনুগ্ৰহ কৰি শুনিবনে? জনেপ্ৰতি এশ টকাৰ অৰ্থ হ'ল—সৰ্বমুঠ ৩৩০০ টকা। ইমান টকা যোগাৰ কৰা অসম্ভৱ। তেতিয়াহ'লে এই অভাৱৰ অৰ্থ হ'ব এয়ে যে—এজন বন্দীকো মুক্তি দিয়া নহ'ব। এয়া হ'ল একেবাৰে সাধ্যাতীত জামিন। জামিন হ্ৰাস কৰাৰ বিষয়টো সম্পূৰ্ণতঃ আদালতৰ বিবেচ্য। জামিনৰ টকাৰ পৰিমাণ ইমান অধিক হ'ব নালাগে।

হাকিম : যি অভাৱৰ ৰেকৰ্ড আছে, তাত মই হস্তক্ষেপ নকৰোঁ।

জেকব : অতি অদ্ভুত কাণ্ড!

হাকিম : অদ্ভুত নে ভূত, সেই কথা লৈ মই মূৰ নঘমাওঁ।

জেকব : জামিন বৰ বেছি হৈছে। আপুনি বন্দীসকলক আদালতলৈ লৈ আহিবলৈ আদেশ জাৰী কৰিব নোখোজেনে? তেওঁলোকৰ ক্ষমতা কিমান, সেই কথাৰ ধাৰণা লৈ, প্ৰত্যেকৰ জামিন ধাৰ্য্য কৰিব নোখোজেনে? সেই ৬৭ জনৰ বৌলিকা শুনিছে যি কাম কৰিবলৈ পাঁচ মাহ সময় ল'লে, সেই কাম—সাগৰক নগৰ নগৰক সাগৰ কৰাৰ কামটো এওঁলোকৰ বৌলিকাও কৰিব খুজিছেই—সেই আশাতেই এওঁলোকক আটকত ৰখাই থোৱা হৈছে বুলি বুজা লোকসকলৰ সন্দেহ।

হাকিম : সেই ৩৩ জনৰ জামিনৰ ব্যৱস্থা-বন্দৱস্ত কৰিবলৈ আপুনি প্ৰস্তুতনে ?

জেকৰ : জামিনৰ টকা হ্ৰাস কৰাৰ বিষয়ে মোৰ বক্তব্য আপুনি নুশুনিব জানো ?

হাকিম : মই অৰ্ডাৰ দিলোঁৱেই। [ হাকিমে তেওঁৰ অৰ্ডাৰ পাঠ কৰে আৰু ইন্সপেক্টৰক কয় ] এই ৩৩ জনৰ বিৰুদ্ধে আপোনাৰ কিবা অভিযোগ আছেনে ?

ইন্সপেক্টৰ : এতিয়াও নাই, কিন্তু—হুজুৰে যদি মোক কেৱল অহা-কালিৰ দিনটোলৈকে সময় দিয়ে,—মই মাত্ৰ সেইকণ সময়কে বিচাৰিছোঁ—মই ৰেকৰ্ড-টেকৰ্ড পৰীক্ষা-নিৰীক্ষা কৰি চাম যে সিহঁতক কি কি অপৰাধত অভিযুক্ত কৰিব পাৰি।

জেকৰ : ঘোৰ অন্যায় ! পৈশাচিক কাণ্ড ! ৬৭ জনৰ বিৰুদ্ধে চাৰ্জ গঠন কৰাত পাঁচ মাহ লাগিল, আৰু বাকীখিনি বন্দীৰ বিৰুদ্ধে যি-হওক-কিবা এটা অভিযোগ গঠন কৰিবলৈ এটা দিন লাগে ! [ হাকিমলৈ ] মই হুজুৰক কৈছোঁ, পুলিচৰ এই দৰ্খাস্ত আপুনি না-মঞ্জুৰ কৰক। এনেয়ে সেই নিৰ্দোষী মানুহখিনি ফাটকত পাঁচ মাহৰ ধৰি আছে।

হাকিম : [ ইন্সপেক্টৰলৈ ] মিস্টাৰ জেকৰৰ তালিকাৰ সৈতে আপোনাৰ নিজৰ তালিকা মিলাই চাওক। এতিয়া যিহঁতক চাৰ্জ কৰা হ'ল—সেই ৬৭ জন কি আৰু কোন—মোক জনাওক।

জেকৰ : এইবোৰ কথাৰ মাথা-মুণ্ড মই একোকেই নুবুজা হৈছোঁ।

হাকিম : নুবুজা হৈছেনে ? এস্ ! বৰ দুখ পালোঁ শুনি। পিছে—আপোনাৰ বাট নমবিল-নহয় ? আপোনাৰ বাট সুচল হৈয়েই থাকিল।

জেকৰ : ডেপুটি কমিশ্যনাৰে কি কৈছিল, মই চাব খুজিছোঁ। অনুগ্ৰহ কৰি মোক ৰেকৰ্ডখন চাবলৈ দিবনে ? তেওঁৰ আচল কথা কি—জনাৰ অধিকাৰ মোৰ আছে।

হাকিম : সদায় যি কৰা হয়, তাৰ বাহিৰে আন কিবা ধৰণে আপোনাক জানিবলৈ দিয়া হ'ব বুলি আদালত বদ্ধ নাই। দৰ্খাস্ত কৰক, সময় মতে বিবেচনা কৰি চোৱা হ'ব।

জেকৰ : দিম বুলি কৈছো, দৰ্খাস্ত দিয়েই। কিন্তু সময় হ্ৰাস কৰাৰ বাবেহে কৈছো—ডেপুটি কমিশ্যনাৰে হলফ লৈ দিয়া জবানবন্দী খন মোক এবাৰ চাবলৈ দিয়ক। আপোনাক কথা দিছো, মাত্ৰ এবাৰ চায়েই ঘূৰাই দিম।

হাকিম : দৰ্খাস্ত কৰক। আদালত এতিয়া মুলতৱী কৰা হ'ল।

জেকৰ : জামিনৰ টকা হ্ৰাসৰ বিষয়ে মোৰ বক্তব্য নুশুনে ?

হাকিম : সেই বিষয়তো দৰ্খাস্তকে কৰক। কথাটো বিবেচনা কৰি চাবলৈ সময়ৰ আৱশ্যক হ'ব। মোৰ সিদ্ধান্ত ২২ তাৰিখে জনাম।

বীৰসা, মই 'দ্য বেংগলী' বাতৰি-কাকতখনৰ ওপৰৰ কথাখিনি হুবহু দাঙি ধৰিলোঁ।

বীৰসা, জেকৰৰ মৰ্ম-যাতনাৰ মই প্ৰত্যক্ষ সাক্ষী।

জেকৰ ডাক-বঙলাত থাকে, কিন্তু কোনো হাহাবে তেওঁৰ লগত মাত-বোল নকৰে। তেওঁ মাজে মাজে কলিকতালৈ যায়, আইনৰ কিতাপ আৰু ফাইলৰ দ'ম লৈ আকৌ উভতি আহে। তেওঁ আছিল খামিতাহ, আমঠ পুৰুষ। আৰু—আৰু তেওঁৰ আছিল ভীষণ জিদ। এই জিদতে জুইত ধৰি কিবা কাঢ়ি যুঁজিছিল তেওঁ।

মোক কৈছিল এদিন, 'অলৰাইট, অলৰাইট—বীৰসা তোমাৰ বন্ধু, তুমি অতি বিচলিতও হৈ পৰিছা। বাট্—ট্ৰাই টু আনডাৰষ্ট্যাণ্ড মিছ্, মাই বয়!'

মই সুধিছিলোঁ, 'কি—?'

'বীৰসা হ'ল ভগৱান, মুণ্ডাসকলৰ মুক্তিদাতা। বীৰসা হ'ল বণুৱা, বীৰসাৰ কথা লৈ সহস্ৰ লোক-গীত ৰচা হৈছে, বীৰসাক মনৰ দাপোণত দেখি, হৃদয়ৰ গুপুত চুকত ৰাখি, মুণ্ডাসকলে সহস্ৰ অত্যাচাৰ-উৎপীড়ন সহিছে।'

'ঠিক।'

'বীৰসা যিমান দিনলৈ মুক্ত আছিল, বৃটিছ বিউৰোক্ৰেছিয়ে বীৰসাৰ নামত কঁপি উঠিছিল, আকৌ তাৰ অতৰ্কী-মহিমাৰ কথা ভাবি জকৰা মাতো মাতিছিল। কিন্তু তাক কাটকত সুমুৱাই লোৱাৰ পাছত—বীৰসাৰ আৰু নো কি দাম থাকিল বৃটিছৰ ওচৰত ?'

'বীৰসাৰ তো মৃত্যু হ'ল।'

'নহয়। নহয়। বীৰসাৰ দেহ ভস্ম হ'ল, কিন্তু তাৰ আদৰ্শই মুণ্ডাসকলৰ মনত গভীৰ প্ৰভাৱ—দ' সাঁচ বহুৱাই থৈ গ'ল। বীৰসাৰ সেই আদৰ্শ—অবিনশ্বৰ। মুণ্ডা জনগণৰ বুকুত বীৰসা আজিও জীয়াই আছে। আৰু জীয়াই থাকিবও।'

'আপুনি মুণ্ডাসকলৰ দৰেই কৈছে।'

'ছালৰ তলত হাক্ মুণ্ডা তো হৈয়েই আছোঁ। সেই কোন-কাহানিৰ-পৰা যে সিহঁতৰ হৈ যুঁজি আছোঁ—।'

'তাৰ ফলত মুণ্ডাসকলৰ মনত—জেলৰ ভিতৰত আৰু বাহিৰতো যিসকল আছে—যিসকলে মনোবল ভালেখিনি ঘূৰাই পোৱা হৈছে।'

'কিন্তু মই যে একো কৰিব নোৱাৰিলোঁ। মাই বয়, ডণ্ট্ মেক্ ওৱান মিস্টেক্।'

'এই কথা কিয় কৈছে?'

'বীৰসা মাস্ট হ্যাভ্ বিন্ আ ফ'ৰ্ছ। কিয়নো—কথা এবাৰ ক'ৰেই, যিমান বাৰ মুণ্ডাসকলৰ হৈ যুঁজিছোঁ, সিমানবাৰেই এটা কথা অতি ফট-ফটীয়াকৈ জানিছোঁ যে—মোৰ অসুবিধা কোনখিনিত। মুণ্ডাসকলৰ কোনো লিখিত ভাষা নাই। সিহঁত আদিবাসী—আদিম যুগৰ অধিবাসী। চিৰকাল ধৰিয়েই সিহঁতৰ ওপৰত অন্যায় আচৰা হৈছে, হৈ আছে। আৰু বদমাছ উকিলবিলাকে সিহঁতক মকৰ্দমাত সাঙুৰি লৈ ঠেকত পেলাই পাছত একেবাৰে ঠেং পাক মাৰি বহিছে। এই সাত কালৰ চেং উকিলহঁতক সাঁৰিয়া মাতি, পাছত এইবোৰ উকিলৰূপী বেতালৰ কবলৰপৰা সাৰিবলৈ মুণ্ডাহঁতে ছাটিফুটি লগাইছিল। ক'ৰ্ট আইন মহিমান্বিত বৃটিছ জুডিশিয়াৰিৰ তথাকথিত সততা—এইবোৰৰ ভুণ্ডা মুণ্ডাই কি জানিব?

'ঠিকেই।'

'সেইবোৰ হ্যাণ্ডিক্যাপ্—প্ৰতিবন্ধকতাক মানি লৈয়েই মকৰ্দমা যুঁজিছিলোঁ। কিন্তু আগতে—এইবাৰৰ দৰে সুপৰিকল্পিত আইনৰ অৱমাননা—আইনক ভাবিৰে পচকা—কেতিয়াও দেখা নাছিলোঁ। তেতিয়া-লৈকো বোধকৰোঁ বৃটিছৰ চকুৰ চামনি সম্পূৰ্ণৰূপে আঁতৰা নাছিল। এতিয়া দেখিছোঁ—টালিবাজিয়েই মুঠমাঠ আইন! মই যুঁজি আছোঁ, হয়, পিছে—মোৰ এপিনে অগ্নি, এপিনে সমুদ্ৰ। 'দ্য বেংগলী'ৰ ৰিপ'ৰ্ট পঢ়ি চোৱা। মই যেনিবা বতাহতহে তৰোৱাল ঘূৰাই আছোঁ।'

'হয়, অৱস্থা তেনেকুৱা যেনহে লাগে ।'

'এই ডোলিবাৰেট মিছ্‌ক্যাৰিজ্‌ অভ্‌ জাষ্টিছ কিয় হ'ব লাগে ? কিয় সকলো নীতি-নিয়মলৈ আওকাণ কৰি, অমান্য কৰি, সিহঁতক ফাটকত ভৰাই থ'ব লাগে ? সিংভূমৰ মানুহক বাঁচীৰ কেছত, বাঁচীৰ মানুহক সিংভূমৰ কেছত কিয় সাঙুৰিব লাগে ? কিয় বিচাৰাধীন বন্দীৰ মৃত্যু হ'ব লাগে ?—এইবোৰ ঘটনাৰেই প্ৰতিষ্ঠিত-প্ৰমাণিত হয়, এইবোৰ ঘটনাৰেই অতি পৰিষ্কাৰভাৱে উপলব্ধি হয়—যে বাঁৰসা ওৱাজ আ ফ'ৰ্ছ । ডেফিনিটলি আ ফ'ৰ্ছ—বাঁৰসাই বেছিক হিউম্যান ৰাইট-সমূহ খুজি ইংৰাজৰ ভেঁটি কঁপাই তুলিছিল ।'

'ঠিক ।'

খন্তেক ব'ল তেওঁ । তাৰ পাছত আকৌ কৈ থাকিল ঃ

'চোৱাঁ, শাসক বুটিছে তোমালোকক অনেক এডিউকেশ্যন-গ্ৰেছ-ইউনিভাৰ্ছিটি দিব পাৰে ; দিলে সিহঁতৰ স্বাৰ্থসিদ্ধি হয় । কিন্তু ইংৰাজ হ'ল তোমালোকৰ শাসক, তোমালোকক বেছিক হিউম্যান ৰাইট কিয় দিব ? নিদিয়ে । এই বস্তুটি সিহঁতে কদাপি তোমালোকক নিদিয়ে । দিলে —সিহঁতৰ বিৰোধ পিলাৰ—সিহঁতৰ সাম্ৰাজ্যবাদী শোষণ শাসনৰ বিৰোধ লোহ স্তম্ভ—ছোটনাগপুৰৰ সেই মহাজন-বাণিয়া-জমিদাৰ ৰজাবিলাকৰ এদনীয়া স্বাৰ্থত আঘাত পৰে ।'

'আপুনি—হতাশ হৈ পৰিছেনে ?

মিঠাকৈ হাঁহিলে জেকবে । ক'লে ঃ

'নহয়, মুঠেই নহয় । তদুপৰি—চৰকাৰে চোটোকা তুলিব খুজি ভয় কৰি ইমান দিন বাঙালী উকিলহঁতে ঠিক চাই টোকোন পদ্ধতি আছিল, মুণ্ডাৰ মৰা-জীয়াৰ কথাত একো মাত নামাতিছিল । মোৰ সৌভাগ্য, কলিকতীয়া কাগজৰ আৰু কলিকতীয়াসকলবো হৈ-চৈৰ ফলত সেইবোৰ ঠম্‌ ঠম্‌ মদনগোপাল উকিলবাবুহঁতৰ মাজত কিছুমানৰ সদ্যহতে কিঞ্চিত হিতাহিত জ্ঞানোদয় হৈছে । লোক্যাল বাৰ-ৰ বহুতেই মোক সহায় কৰা হৈছে । অৱশ্যে—মুণ্ডাৰ হৈ আদালতত এতিয়ালৈকো থিয় হোৱা নাইহি । ইমানখিনি—মোক নালাগেও । আৰু দেখিছাই নহয়, চৰকাৰে ৰাঁচী চহৰখনত এক ত্ৰাস-সন্ত্ৰাসৰ বতা বোৱা মেলি দিছে । 'দ্য বেংগলী'ৰ নিজা সংবাদদাতাৰ ৰিপ'ৰ্ট পঢ়ি চোৱাঁ ।'

পঢ়িছিলোঁ মই। সেই ৰিপ'ৰ্টত লিখা আছিল ঃ

"আজি ৰাঁচী পাইছোঁহি। এতিয়া ৰাতি ৮ বাজি ৩০ মিনিট গ'ল। পুৰোৰপৰা এতিয়ালৈকে 'মুণ্ডাজ, ৰাইয়ট, প্ৰচিকিউশ্যন'ৰ বিষয়ত কিমানক সুধিলোঁ, আটাইবিলাকেই মুখত সোপা দি থাকিল। কোনেও মুখ নেমেলে। ইয়াত এতিয়া চলি আছে—'ৰে'ন্ অভ্ টে'ৰৰ'। ইমান মানুহক ইমান মাহলৈকে নিৰ্মমভাবে ফাটকত ভৰাই থোৱাৰ অন্তত—সিহঁতক কইদ কৰি জেলত ভৰাই থোৱাটো ভুল হৈছে বুলি দায়ৰা আদালতত কোৱা হৈছে। এই সম্পৰ্কেও কোনেও ক'তো টু শব্দটি কৰা নাই। জেলত এতিয়াও ২১৭ জন বন্দী বিচাৰাধীন অৱস্থাত আছে। এই বন্দী সকলৰ 'জঘন্য' অপৰাধৰ বিষয়ে কেৱল 'সন্দেহ'হে কৰা হৈছে। কিন্তু সেই 'জঘন্য' বা 'নগণ্য' অপৰাধ যে কী—এতিয়াও আৱিষ্কৃত হোৱা নাই। এই বিষয়ে কোনেও সবিশেষে একো নাজানেও।

"এজন ৰিপ'ৰ্টাৰ হিচাপে ভাৰতৰ বিভিন্ন ঠাইত বিগত তিনি বছৰ ধৰি ঘূৰি ফুৰিছোঁ। নিৰ্ভয়ে, প্ৰতিবাদলৈ পৰোৱা নকৰাকৈয়েই কওঁ, মুণ্ডা ৰাইয়ট কেছসমূহৰ ক্ষেত্ৰত যেনেকুৱা বিচাৰ-পদ্ধতি অনুসৰণ কৰা হৈছে, সেই পদ্ধতি বৃটিছ জাষ্টিছৰ আইডিয়াৰ সম্পূৰ্ণ বিৰোধী।

"এই কেছসমূহৰ ফয়চলা হোৱাৰ পাছত আপিলৰ বাবে হাইক'ৰ্টলৈ পঠোৱা হ'ব। মফচলৰ—অৰ্থাৎ সৰুসুৰা ঠাইৰ আদালতত বিচাৰৰ নামত যে কেনে ভেকো-ভাওনা অনুষ্ঠিত হয়, জিলাৰ প্ৰশাসক মহাপ্ৰভুহঁতৰ আগত আইনে যে কেনেকৈ আঁঠু ল'বলগীয়া হয়, সেই কথাৰ যৎকিঞ্চিত সেই আপিলৰ সময়তহে আপোনালোকে জানিবলৈ পাব।

"আপোনালোকে কয় ঃ বেচেৰা বন্দীহঁত ফাটেকত পঁচি মৰিছে। প্ৰথমৰ ফালে যিসকলক ধৰা হৈছিল, সিসকলৰ মাজত ফাটকিয়াল হৈ থকা অৱস্থাত কিমান যে কমৰ আলহী হ'ল, কিমানক যে কালফুৰাই নিলেহি, সেই কথা জানিবলৈ মন যায়। তথাকথিত ৰাইয়টত যে কিমানক নিৰ্মমভাবে গুলীয়াই মৰা হৈছিল, জানিবলৈ পোৱা হ'লে বৰ ভাল পালোহেঁতেন। ডেপুটি কমিছনাৰে যে ক'ত কেতিয়া ৰাইয়ট হোৱা দেখা পাইছিল, সেই কথা তেওঁ, আৰু এক আধোন ঈশ্বৰেহে ক'ব পাৰিব। হয়তো দুই-চাৰিদিনৰ পাছত—সেই গছত গক উঠা ৰাইয়টত কিমানক যে মাৰি পেলোৱা হৈছিল—আমিও কিজানি আপোনালোকক ক'ব পাৰিম।

"সেই কথা পঢ়ি জন-সাধাৰণ চাগৈ জাঁপ মাৰি উঠিব, বা তভক্ খাই বৈদিব !

"নিৰ্দোষ ! এই কথা দিবালোকৰ দৰে স্পষ্ট—সিহঁত আছিল একেবাৰে নিৰ্দোষ। ডেপুটি কমিছনাৰে 'অভিযুক্ত' কৰিলে এই নিৰ্দোষী লোকসকলকহে ! আৰু তাকো কৰিলে—বহু মাইলৰ দূৰৈত থাকি—যি খবৰ-বাতৰি বা উৰা-বাতৰি পাইছিল, তাৰেই ভেঁটিত !

"এই নিৰ্দোষ লোকসকলৰ হাতত হাত-কেৰেয়া, ভৰিত আৰু কঁকালত বিৰাট বিৰাট শকত গধুৰ শিকলি বান্ধি দিনৰ পাছত দিন ধৰি এই নিৰ্দোষ লোকসকলক আদালতলৈ অনা-নিয়া কৰা হৈছিল। অথচ বিচাৰ কৰা নহৈছিল। এই ঘটনা সভ্যতাৰ কলংক।

"জেলখানাৰপৰা মেজিস্ট্রেটৰ এজলাছ তিনিশ গজতকৈ অলপ অধিক আঁতৰত অৱস্থিত। শিকলিবোৰ ইমানেই গধুৰ যে—এই সামান্য দূৰত্ব অতিক্ৰম কৰোঁতেই বন্দীয়াৰহঁত ভাগৰি পৰে, বৈ দিয়ে। সিহঁতক যেতিয়া জেলৰপৰা হাকিমৰ এজলাছলৈ লৈ যোৱা হয়, তেতিয়া, পুৱা সাত বজাত, সিহঁতক কিবা জা-জলপান খাবলৈ দিয়া হয়নে নহয়, সেই কথা জনা নাযায়। পিছে – ডাক-বঙলাত বহি ধৰ্মাধিকৰণৰপৰা—অৰ্থাৎ আদালতৰপৰা জেলখানালৈ উভতি যাওঁতে সিহঁতক অৱসন্ন হৈ বাটৰ ওপৰতে বাগৰি পৰাও দেখা পাইছোঁ।"

'দ্য বেংগলী' কাকতে খুব যুঁজিছিল, বীৰসা। বাঁচীত মেজিস্ট্রেট, ডি. ছি., আৰু পুলিছৰ অশুভ আঁতাত—হৰিল-গৰিলৰ কথা লৈ বেছ মাৰিছিল, ফালেওঁহঁতক ফন্তাই দি কোবাইছিল।

সুৰেন বানাৰ্জীয়ে কেৱল 'দ্য বেংগলী'ত সম্পাদকীয় লিখিয়েই তেওঁৰ কৰ্তব্য সামৰা নাছিল, তেওঁ বিপ'টাৰ এজনক বাঁচীত একেবাৰে আসনডিৰিকৈ বহুৱায়েই থৈছিল। সিমানেই নহয়, সুৰেন্দ্ৰ বন্দ্যোপাধ্যায় ডাঙৰীয়াই এই বিষয়ে লেজিছলেটিভ কাউন্সিলতো ভাষণ দিছিল।

জাৰ্মান মিশ্যনৰ ড° এ. নৱক'ট হ'ল মিশ্যনাৰি, প্ৰেম আৰু দয়াৰ ধৰ্মৰ ধ্বজাধাৰী। কেৱল তেৰেঁইহে ডেপুটি কমিশ্যনাৰ স্ট্ৰীটফিল্ডলৈ অভিনন্দন জ্ঞাপন কৰিছিল, শলাগৰ শৰাই আগ বঢ়াইছিল। 'বন্দী মুণ্ডাহঁতক ক'ৰ্ট মাৰ্চাল কৰা হওক'—বুলি একমাত্ৰ এই প্ৰেম আৰু দয়াৰ সাগৰৰ কেৰুৱালিৰবাকীয়েহে দাবী উত্থাপন কৰিছিল।

কেৱল তেৱেঁইহে।

একোমেৱাদ্বিতীয়ম্ !

'দ্য স্টেটছম্যান' আৰু 'দ্য বেংগলী' কাকতত মুণ্ডাসকলৰ বিচাৰৰ নামত ভেকো-ভাওনাৰ ভেদ ভাঙি প্ৰশাসনক তথা বিচাৰ-কৰ্তৃপক্ষকো থকা-সৰকা কৰিছিল। কিন্তু তাৰে ভাবত চৰকাৰৰ নোম এডালিও নলৰিল।

১৯০০ চনৰ অক্‌টʼবাৰ মাহৰ শেষলৈকে হাকিমৰ হুকুম, তাইলুকীয়াহʼতৰ তদন্ত, আৰু বলে নোৱৰা শিলহʼতে কৰা বিচাৰ চলি থাকিল...চলিয়েই থাকিল...।

সুৰেন বানাৰ্জিয়ে—সুৰেন্দ্ৰ বন্দ্যোপাধ্যায়ে—মুণ্ডা-ট্ৰাইয়্যালৰ কথা মনৰপৰা এদিনৰ বাবেও মচি পেলাব পৰা নাছিল, মুহূৰ্তৰ বাবেও পাহৰা নাছিল তেওঁ। জানা বীৰসা, তেওঁ যে কিমান ডাঙৰ, কিমান যে তেওঁ মহৎপ্ৰাণ লোক আছিল।

তুমি টুইলা বজাইছিলা, বজাইছিলা বাঁহী। একালত তোমাৰ দৰে নাচনিয়াৰো কোনো নাছিল আখৰাত। চাইবাসাৰ মিশ্যনত মাজে মাজে চোলাটো হাতত লৈ মোক কৈছিলাহি, 'বোলো তো—? কুথা দিয়া মাথা ঢুকাই, কুথা দিয়া হাঁথ ?'

তুমি কৈছিলা মোক, 'চাবি, এদিন মুই বাজাৰৰ আটাইখিনি লৱণ, বোৰা বোৰা লৱণ কিনি মোৰ মাঁক দিম।'

'বেছিক হিউম্যান ৰাইট'—কথাষাৰে তোমাৰ মনত কি অৰ্থ দাঙি ধৰিছিল, ভাবোঁ মই কেতিয়াবা কেতিয়াবা। লৱণ—নিমখ সেই ঘাটো-ৰ লগত মিহলাই খাবলৈ—হাবি কাটি মুকলি কৰি আবাদ কৰা মাটিত শস্য ওপজাই নিজৰ খেতি পথাৰৰ লখিমীক নিজৰ ভাখৰিতে থৈ দিয়া—বন্ধা বেগাৰী খাটিবলৈ মান্তি নোহোৱা, নিজৰ আৰণ্যক জীবনত অৰণ্যক আপোন জানি শান্তিৰে বসবাস কৰা...।

এইবোৰ বাৰু আকাশৰ বেলিটোকে উৎপাৰি অনাৰ লেখীয়া কথা হʼলনে ?

তেনেহʼলে স্পৰ্ধিত-উদ্ধত বাসনা ?

হয়তো হয়।

হয়েই।

নহ'লেনো বিচাৰৰ নামত কিয় এনে বিড়ালৰ ব্ৰহ্মচৰ্য্য অনুষ্ঠিত হ'ব ? কিয় বিচাৰৰ নাম লৈ সভ্যতাৰ মুখত এনেকৈ কলংক লেপি দিয়া হ'ব ? কিয় চলি থাকিব বিচাৰাধীন বন্দীৰ ওপৰত ইমান নিৰ্য্যাতন ?

কিন্তু সুৰেন্দ্ৰ বন্দ্যোপাধ্যায়ে লেজিছলেটিভ কাউন্সিলত গৰ্জি উঠি ক'ব লাগিব : 'ফৌজদাৰী কাৰ্য্যবিধি আইনৰ ১০৭ ধাৰা মতে মুন্ডা বন্দীসকলৰ বিৰুদ্ধে যি অভিযোগ উত্থাপিত হৈছিল, সেই অভিযোগ প্ৰত্যাহাৰ কৰা হ'লনে ?

'যদি প্ৰত্যাহাৰ কৰা হ'ল—তেনেহ'লে, উক্ত ধাৰা মতে বিচাৰ চলি থকা কালত কিমান দিনলৈ মুন্ডা বন্দীসকলক কাৰাগাৰত ভৰাই থোৱা হৈছিল চৰকাৰে তাৰ জবাবদিহি কৰিবনে ?

'কিমান বিচাৰাধীন মুন্ডা বন্দীৰ মৃত্যু হ'ল চৰকাৰে তাৰ পৰিসংখ্যান দাখিল কৰিবনে ? 'বাতৰি-কাকতত ওলাইছে যে মুক্তিপ্ৰাপ্ত মুন্ডা লোকসকলক পুনৰ নতুন নতুন অভিযোগত গ্ৰেপ্তাৰ কৰা হৈছে। এই সম্বাদৰ সত্যাসত্য চৰকাৰে স্বীকাৰ, বা অস্বীকাৰ কৰিবনে ?

'যদি নতুন অভিযোগ উত্থাপন কৰি মুক্তিপ্ৰাপ্ত মুন্ডাসকলক পুনৰ গ্ৰেপ্তাৰ কৰা হৈছে, তেনেহ'লে—এই মুক্তিপ্ৰাপ্ত মুন্ডাসকল যেতিয়া পাঁচ মাহ কাল কাৰাগাৰত বন্দী হৈ আছিল, তেতিয়া এও'লোকৰ বিৰুদ্ধে কোনো অভিযোগ কিয় উত্থাপিত হোৱা নাছিল—চৰকাৰে তাৰ তদন্ত কৰি আমাক জনাবনে ?'

'দ্য স্টেটছম্যান' কাকতে কৈছিল : আটাইতকৈ দুঃখপ্ৰদ ঘটনা হ'ল এয়ে যে—নিৰ্দোষ লোকসকলক অবাবতে ফাটকত ভৰাই থোৱা হৈছে। স্টেটছম্যান কাকতে লৰ্ড কাৰ্জনৰপৰা সুবিচাৰ আৰু দ্ৰুত বিচাৰৰ বাবে আবেদন জনাইছিল।

কিন্তু ন্যায়ৰ শাসনৰ বথৰ চকৰি ইমান সহজে নুঘূৰে।

বীৰসা, এইবোৰ অন্যায় সদায় হৈ আছিল। কিন্তু জেলখানালৈ গৈ যেতিয়া মুন্ডা লোকসকলৰ আগত বৈ দিছিলোঁ, তেতিয়া মোৰ যেনিবা বুকু জুৰাবৰ ঠাই নোহোৱা হৈছিল, নিজক নিজেও বুজনি দিব নোৱৰা হৈছিলোঁ…।

মুন্ডা বন্দীসকলে মোৰ এনে এবিধও নোৱৰা বেদিবও নোৱৰা অৱস্থা উপলব্ধি কৰিব পাৰিছিল।

কিমান যে মৰমতে ধানী মুণ্ডাই মোক কৈছিল, ভৰমি মুণ্ডাই মোক সান্ত্বনা দিছিল : বাবু, তু আমাৰ জীয়া-যমহঁতে, কি কৰিবি, বোল ? তুৰ কুনু দুষ নাই। সিহঁতে, আমাৰ জীয়া-যমহঁতে, আমাৰ কুনু দুষ বিচাৰি না পাই, আমাক জেহেলতে বেন্দা মাৰিব, বৌপিব, যম-যাতনা দি মাৰি পেলাব বুলি ষেঙেটি চোবাইছে, ষড়্ কৰিছে। আমাক অলপ অলপকৈ এই জীয়া-খোৱা ছাহেবহঁতে মাৰিব। সিহঁতে না বুঝে, ভগৱান য'তে মৰিল, তাতে মৰিম, বীৰসাইতগুলাক ইয়াকেহে লাগে।'

শাসনৰ চকৰি নুঘুৰে যে নুঘুৰেই, বীৰসা। কিন্তু মোক লাগিছিল কিবা ধৰণৰ মিৰ্যাক্‌ল্‌. অদ্ভুত-অলৌকিক কিবা এটা হৈ যাওক, মুণ্ডা ৰায়ট ট্ৰায়ালৰ কলংকিত দুঃস্বপনৰ অন্ত পৰক···।

বৰলাটে কৈছিল সৰুলাটক, সৰুলাটে কৈছিল স্ট্ৰিটফিল্ডক। আৰু স্ট্ৰিটফিল্ডৰ আৰু হাকিম কুট্‌ছৰ তেতিয়া ধাৰণা হৈছিল যে—তেওঁলোকেই হ'ল আচল ভগৱন্ত। এই দুজনৰ ধাৰণা হৈছিল যে—তেওঁলোকৰ ওপৰত আৰু ক'তো কোনো নাই। যদিও আচলতে আছিল তিনি পাইকৰ শ্ৰীৰাম ৰঘাহে, তথাপি এই দুজনৰ মনত এনে ধাৰণাই বহ সাজিছিল যে তেওঁলোক দুজনেই হ'ল ৰাজা ৰাম চিং আৰু মন্ত্ৰী ধিটিং টিং। এই প্ৰভুভক্ত চেকুৰা দুটিৰ মনত এই ধাৰণাই দ'লৈকে শিপাইছিল যে সিহঁত দুটাই যেনেকৈ মন যায় তেনেকৈ কৰি থাকিব পাৰিব, ওভতগোৰে নাচি থাকিব পাৰিব, আৰু এই বুটিছ চৰকাৰডালে এই সাত শিয়ালৰ বাপি দিব জনা ধুৰ্ত শিৰোমণিদ্বয়ৰ লোম এডালিও লৰাব নোৱাৰিব। পিছে—অগাধ পণ্ডিতৰো বিধি ভুল হয়, টেঙৰৰ ভিঙিতো কেতিয়াবা জোল নলগা নহয়। লাগিছিল। অলপ। ইহঁত দুটাৰো।

অতি অদ্ভুতভাৱে বিচাৰৰ গধুৰতকৈয়ো গধুৰ চকৰিটো তেল-তুল নোহোৱা হৈ ক'ৰবাত কিহত যেন চৰহা মাৰি ধৰিছিল।

গৱৰ্নৰ জেনাৰেল-ইন্-কাউন্সিলে লক্ষ্য কৰিছিল যে—'আদালতৰ কাৰ্যত আকস্মিকতাপাই, জয়ে জয়ে মিছম্যানিজমেন্ট হৈ আছিল'—'মোহ সজাই-পৰাই' চিকুণাই চহ দি মহ মাৰিবলৈ 'কয়হলা কৰাত লাজলগাকৈ পলম হৈছিল'—খালাছ কৰি দিয়া মুণ্ডাহঁতৰ মাজত বাকী জনক 'বিচাৰ হুক কৰাৰ আগতেই প্ৰায় এবছৰলৈ আটক কৰি ৰখা হৈছিল'। —ইত্যাদি।

গৱৰ্ণৰ জেনাৰেল-ইন্-কাউন্সিলে বুজি পাইছিল যে—'বিচাৰকাৰ্য্য দ্ৰুতভাৱে সামৰা উচিত আছিল'—'ট্ৰ্যাজিডি হ'ল এয়ে যে'—বিচাৰকাৰ্য্যই শামুকীয়া গতি লোৱাত—'কেছ আদালতত উত্থাপন নকৰাকৈ পেলাই থোৱাৰ ফলত যি বিলম্ব হৈছিল, সেই সময়ৰ ভিতৰত—মেজিষ্ট্ৰেটৰ দীৰ্ঘসূত্ৰিতাৰ ফলস্বৰূপে বিচাৰাধীন বন্দীহঁতৰ মাজত চৌধজন বন্দীৰ মৃত্যু হৈছিল'।—এই পলম হোৱাৰ ফল হৈছিল অতি অশুভ। সকল আদিবাসীহঁতৰ মনত বৃটিছ-শাসন-ব্যৱস্থাৰ বিষয়ে এক বিৰূপ ধাৰণাই গঢ় লৈ উঠিছিল।'

গৱৰ্ণমেণ্ট অভ্ ইণ্ডিয়াই মন্তব্য কৰিছিল যে—'এই কেছ যথাসময়ত আদালতত উত্থাপিত নোহোৱাৰ অন্যতম কাৰণ আছিল আৰণ্যকমতে অফিছাৰ নিযুক্ত নকৰি সকলো কাৰ্য্যভাৰ আঞ্চলিক শাসনযন্ত্ৰৰ ওপৰত জাপি দিয়া।'

আঞ্চলিক প্ৰশাসনে এই মন্তব্যৰ প্ৰতিবাদ কৰিছিল। কিন্তু বিচাৰ-কাৰ্য্য চলি থকা অৱস্থাত কৰ্মদক্ষ প্লেটেলক বদলি কৰি এক যুৱক তথা অনভিজ্ঞ কুটছক নিযুক্ত কৰাৰ কোনো সন্তোষজনক হেতু দৰ্শাব পৰা নাছিল।

গৱৰ্ণমেণ্ট অভ্ ইণ্ডিয়াই—'এইবোৰ ব্যৱস্থা-বন্দবস্ত যুক্তিপূৰ্ণ আৰু ন্যায়সংগত' বুলি বোধ নকৰিছিল আৰু কৈছিল যে, 'অকস্মাৎ কোনো কাৰণ নথকা সত্ত্বেও অবিবেচনামূলকভাৱে মি. প্লেটেলক বদলি কৰাৰ ফলত কেছৰ ফয়ছলা সুদূৰপৰাহত হৈ উঠিছিল। ডেপুটি কমিশ্যনাৰ মি. ষ্ট্ৰিটফিল্ডৰ মাজতো কাণ্ডজ্ঞানৰ যথেষ্ট অভাৱ পৰিলক্ষিত হৈছিল। কেছ—তথা বিচাৰকাৰ্য্য চলি থকাৰ সময়ত এজলাছত সোমাই বিচাৰপতি কুটছৰ সৈতে কথা পাতি তেওঁ নিজক সমালোচনাৰ সন্মুখীন কৰি তুলিছিল।'

এই চিকা-ফুৰা দুটিয়ে এনে মন্তব্য একেবাৰে প্ৰত্যাশা কৰা নাছিল। চেঃ, ডিমাতে আঁহ উলিয়াই দহো বাইজৰ আগত দৰানি-পিটা দিব লাগেনে?

তেতিয়া ডি. ছি. ষ্ট্ৰিটফিল্ড আৰু হাকিম কুটছ—এই দুয়োটাই ভাবিলে: বৃটিছ গৱৰ্ণমেণ্টৰ ভাবিব অজুৰা চেলেকি তাৰ পুৰস্কাৰ ইয়াকেহে পালোঁনে? ইটোৱে সিটোক এই বুলি বুজনি দিলে: কলিকাল মোৰ, যাৰ বাবে চুৰি কৰোঁ সিয়ে বোলে চোৰ!

সকলাট মহোদয়ে 'বিচাৰকাৰ্য্যত বিলম্বজনিত বিলৈ'ৰ সকলো দায়িত্ব নিজৰ কান্ধত ল'লে, আৰু দাবী কৰিলে যে, 'বিদ্রোহ দমনৰ কাৰ্য্যত প্রশাসনে যথেষ্ট দ্রুততা, ন্যায়-পৰায়ণতা আৰু সফলতাও প্রদৰ্শন কৰা দেখা গৈছে।' তেওঁ আৰু ক'লে, 'খেচ্‌খেচীয়া বিচাৰক এগৰাকীক যথেষ্ট বিশ্বাসযোগ্য সাক্ষ্য-প্রমাণ সংগ্রহ কৰাত—তাকো এক বিদ্বেষ ভাবাপন্ন অঞ্চলৰ পৰা সাক্ষ্য-প্রমাণ সংগ্রহ কৰাত—অত্যন্ত বিমোৰ-বেমেজালি তথা প্রজাৰ অসহযোগিতামূলক মনোভাৱৰ ফলত প্রশাসনৰ ইমান সময়ৰ আৱশ্যক হৈছিল। এতেকে—এই বিলম্ব বৰ দোষনীয় নাছিল। আৰু তাৰে ন্যায়দণ্ডধাৰী প্রশাসনৰ পূৰ্ব পূৰ্ব সাফল্য অনুল্লেখ্যো হৈ পৰা নাছিল।'

লৰ্ড কাৰ্জনে কৈছিল, 'আঞ্চলিক প্রশাসনে যেনেকৈ জাল নেদেখা বুঢ়াক জাল দেখুউৱা বিধৰ কাণ্ড-কাৰখানা কৰিছিল, তাৰে "এইবোৰ ঘটনাৰ" সন্তোষজনক ব্যাখ্যা দিয়া টান।'

আৰু অৱশেষত কি হৈছিলগৈ জানানে বীৰসা ?

ষ্টিটফিল্ড আৰু হাকিম কুট্‌ছে একেবাৰে দেখ দেখকৈ পুলিচ-কর্তৃপক্ষৰ সৰ্বতোপ্রকাৰে সহায়-সাৰথি আগ বঢ়োৱা বাবে জেইল কর্তৃপক্ষ বঙৰ কিলত গুৰুলা-গুৰুলি হ'ল।

তেতিয়া, সিহঁতে বন্দীসকলৰ আত্মীয়-স্বজনক কৈছিল, 'বোলো ঐ কটাহঁত, টকা আনু, বয়-বস্তু আনু, শুদা হাতেৰে কোনোবাই আচামীৰ লগত দেখা কৰিবলৈ আহেনে ?'

মুণ্ডাসকলৰ পৰিয়ালবৰ্গই যে একো দিব নোৱাৰে, তেওঁলোক যে-তেনেই দুখীয়া, তুমি জানাই।

জানে এই সাত ঘাটৰ চেঙেলাহঁতেও।

তথাপি মুণ্ডামানুহে যথাসাধ্য লৈ আহিছিল। আৰু চকুলো মচি মচি ঘৰলৈ উলটি গৈছিল। মাজে মাজে জেকৰক মাত লগাই কৈ গৈছিল, 'ছাহেব গ', আজিও দেখা কৰিব না দিল আমাৰ্কে।'

ফাটকৰ ভিতৰত থকা মুণ্ডাহঁতক পুলিচহঁতে কৈছিলগৈ, 'তহঁত্‌কে কেও দেখ্‌বাৰ না আছে বে ? কেও তহঁতক না বিচাৰে। নিজক তহঁতে বীৰসাইত বুলি ক'ব ? তহঁতৰ নিজৰ মানুহবিলাকে—চন্দেই বীৰসাৰ ধৰম্‌ ছাড়ি দিল।'

কৈছিল, জেহ্‌লে থাকিছু, চৰকাৰৰ ভাত খাইছু। উদিকত আকালত পৰি তহঁতৰ চৰ্‌গ্‌লোন্‌ মৰিছে। মিছন-মাহাজন-বাণিয়া-দিকু-জমিন্দাৰ—চৰ্‌কে মাৰিৰ বিচাৰিছিল—এতিয়া তাহাঁতৰ কোনেও সহায় না কৰে, খুদ্‌কণ্‌টাও না দিয়ে। দিৰ কিয় ; বঁচাই ৰাখিছিল তাহেঁতে। তহঁতে বে-ইমানী কৰিছু নাই? বোল—কৰিছু নাই বেইমানী? বেইমানী কৰাৰ কালত মনত আছিল নাই?'

মই যে মুণ্ডা বন্দীসকলৰ কাৰ চাপিম, অলপ বুজনি দিম, তাৰো উপায় নাছিল। মুণ্ডা বন্দীসকলৰ লগত মাত-বোল দেশা-মেলা খাকি সকলো মোৰ বাবে নিষিদ্ধ হৈছিল।

মেজিস্ট্ৰেটৰ এজলাছৰপৰা দায়ৰা আদালতলৈ।

আৰু অৱশেষত, ১৯০০ চনৰ মাজভাগত, দায়ৰা আদালতৰ জুডিচিয়্যাল কমিশ্বনেইৰ্‌ এফ. আৰ. টেইলাৰক তেওঁৰ বিচাৰ-কাৰ্য্যত সহায় কৰিবলৈ এগৰাকী অতিৰিক্ত দায়ৰা বিচাৰপতিক হিজ হাইনেছ মেজেষ্টিয়ে নিযুক্ত কৰিলে।

ৰাষ্ট্ৰৰ তথা বৃটিছ ৰাজত্বৰ বিৰুদ্ধে ষড়যন্ত্ৰৰ অপৰাধত অভিযুক্ত-সকলক বিচাৰপতি টেইলৰে পোন খুন্দাই বিনাচৰ্তে মুক্তি দিলে। তেওঁ ক'লে, 'অপৰাধ সংঘটনৰ সময়লৈকে ষড়যন্ত্ৰত লিপ্ত থকাৰ বিষয়টো সন্দেহাতীতভাৱে প্ৰমাণ নকৰালৈকে ষড়যন্ত্ৰৰ অপৰাধত কাৰোকো কোনোৰূপ দণ্ড বিহিব নোৱাৰি।'

এফ আৰ. টেইলৰৰ ৰায়ৰ ফলত দলে দলে মুণ্ডা বন্দী মুক্তি লাভ কৰিবলৈ ধৰিলে। আৰু তাৰ ফলত গৱৰ্ণমেন্ট অভ্‌ ইণ্ডিয়া আঞ্চলিক প্ৰশাসনৰ ওপৰত কটা ৰাঘহেন হৈ উঠিল।

'দ্য ষ্টেটছম্যান' আৰু 'দ্য বেংগলী'য়ে ইমান দিন ধৰি যি কৈ আহিছিল, শেহান্তৰত সেইবোৰ কথাই সঁচা নহ'লনে? উভ কাকত দুখনে সদায় কৈ আহিছিল যে 'অধিকভাগ মুণ্ডা বন্দীয়েই নিৰ্দোষ। কোনো ভহভহীয়া প্ৰমাণ নোহোৱাকৈয়েই এই মুণ্ডাসকলক ধৰি ধৰি কাটকত অনিৰ্দিষ্ট কাললৈ ভৰাই থোৱা হৈছে'।

এইবাৰ স্ট্ৰিটফিল্ড-কুট্‌হ নামৰ ভয়াংকৰ্য্য খঁটীয়া-দিঙৰা দুটিৰ মুখৰ মাত হৰিল। মুখত ৰাও নাই, বুকুতো তাগৰ নাই। পক চুপ কৰি পৰা ধৰিবলৈ লাজ-পোৱা যেন হ'ল ভয়াংকৰ্য্য চিকা-কুৰা দুটিয়ে।

আৰু সকলোটেও ইমান দিনেহে ঠাওৰাব পাৰিলে যে তেৱোঁ গৰুটি হৈ ঘাঁহকে খাইছিল। সৰুলাট নামৰ বৃটিছৰ একনিষ্ঠ সেৱক তল্পীপাল প্ৰবৰৰ একেবাৰে জমদগ্নি খং উঠিল লিগ্যাল ৰিমেমব্ৰাছাৰৰ ওপৰত। লিগ্যাল ৰিমেমব্ৰাছাৰে "প্ৰতিজন বন্দীৰ বিৰুদ্ধে সন্তোষজনক সাক্ষ্য-প্ৰমাণ যোগাৰ কৰা হৈছে—" বুলি তেতিয়া কোৱা নাছিলনে? তেও" লগতে আৰু কৈছিল "পুৰা দলটোৱেই নিশ্চয়-নিশ্চিতেই দণ্ডপ্ৰাপ্ত" হব।

জেকব, 'দ্য বেংগলী' আৰু দ্য ষ্টেটছম্যান' কাকতে একগাল একনাল হৈ একেচাবে বঠা ধৰাতহে ১৯০০ চনৰ নভেম্বৰৰ মাহত মুণ্ডা-ৰায়ট কেছৰ আঁৰপট পৰিল। বিচাৰত দেখা গ'ল—ৰাঁচী আৰু সিংভুম মিলি যি ৪৮২ জন মুন্ডাৰ বিচাৰ চলোৱা হৈছিল, তাৰ মাজত মাত্ৰ ৯৮ জন বিচাৰাধীন বন্দীক দণ্ড বিহা হৈছিল, ৬৮ জনে 'শান্তিৰক্ষা'ৰ প্ৰতিশ্ৰুতি দিবলগীয়া হৈছিল, আৰু ২৯৬ জন বিনা চৰ্তে বেকসুৰ খালাছ পাইছিল। ৪৬২ জনৰ হিচাপ মিলিলনে?

বিচাৰাধীন অৱস্থাত মৃতৰ সংখ্যা তিমানতে ২০ জন!

এই ২০ জন মৃতৰ ভিতৰত তুমিও আছা, বীৰসা।

এতৃকৈদিত এজন কনষ্টেবলক হত্যা কৰা বাবে গয়া মুণ্ডা, তাৰ পুত্ৰ ছানুৰে মুণ্ডা, অৰু চক্ৰধৰপুৰত কনষ্টেবল হত্যাৰ বাবে ছুখৰাম মুণ্ডাৰ ফাঁচীৰ হুকুম হৈছিল।

৪০ জনৰ যাৱজ্জীৱন দ্বীপান্তৰ হৈছিল। সাত আৰু তাতোকৈ অধিক বছৰৰ সশ্ৰম কাৰাদণ্ড হৈছিল ৫ জনৰ। পাঁচ বছৰকৈ সশ্ৰম কাৰাদণ্ডেৰে দণ্ডিত হৈছিল ৪ জন। তিনি বছৰকৈ সশ্ৰম কাৰাদণ্ড হৈছিল ৪ জনৰ—গয়ামুণ্ডাৰ জীয়েক, পাৰিবাৰ, বোৱাৰী, আৰু এবছৰীয়া কেঁচুৱা এটিৰ। যদিও পাছত—বিচাৰপতি টেইলৰে গয়া মুণ্ডাৰ জীয়েকক, বোৱাৰীক আৰু সেই এবছৰীয়া কেঁচুৱাটিকো এটা দিনৰ বাবে কাৰাদণ্ড বিহিছিল।

এইবোৰ কিমান ক'ম?

কিমাননো লিখিম?

মই কেৱল ৮২ জনৰ কথা লিখিব পাৰিলোঁ। বাদবাকী ১৬ জনৰ খা-খবৰ মই নাজানো।

গয়া, ছানুবে আৰু দুখুৰামৰ ফাঁচীৰ আদেশ বদ কৰাৰ বাবে জেকৰে বৰলাটৰ ওচৰলৈ আবেদন জনাইছিল। কিন্তু বৰলাটে সেই আবেদন মঞ্জুৰ নকৰিলে।

এই মকৰ্দমাৰ যেতিয়া অন্ত পৰিল, তেতিয়া গয়া, ছানুবে আৰু দুখুৰামৰ সৈতে মই অনেক কথা পাতিছিলোঁ। মোৰ ওপৰত যি নিষেধাজ্ঞা জাৰী কৰা হৈছিল বন্দীহঁতৰ সৈতে মাত-বোল, দেখা-সাক্ষাৎ কৰাৰ ক্ষেত্ৰত, সেই নিষেধাজ্ঞা উঠাই লোৱা হৈছিল তেতিয়া।

গয়া মুণ্ডাই হঠাৎ এদিন মোক কৈছিল, 'যতদিন তুমি ইক্তে আছোঁ, ততদিন তু থাকিবি দে, বাবু।'

কিয় কৈছিল মোক, বীৰসা? গয়াই মোক কিয় কৈছিল এই কথা? সিহঁতৰ মৃত্যুৰ লগে লগে মোৰ ভিতৰত, মোৰ মূল্যবোধত, মোৰ বিবেকৰ ক'ৰবাত এটা অধ্যায়ৰ আখ্যা পৰিব বুলি ভাবিছিলনে গয়াই?

মই এই চাকৰিত ইস্তফা দিম বুলি গয়া মুণ্ডাই কিবা প্ৰকাৰে ঠাহৰ কৰিব পাৰিছিলনে? নহ'লে কিয়নো একবাৰকী স্নেহময় পিতৃৰে কোৱাৰ দৰে গয়া মুণ্ডাই মোক কৈছিল, 'তু খাবি কি? তু কি মুণ্ডাটা যে—না খাই অভিয়াস আছে?'

পিতৃয়ে কোৱাৰ দৰে!

অথচ—পিতৃ কি, মাতৃ কি—মই তো ক'ব নোৱাৰোঁ। মই আছিলোঁ অৰফ্যানিজৰ দুৱাৰত পেলাই থৈ যোৱা এক নামহীন শিশু!

মুণ্ডা গয়াৰ স্নেহময় কথাখিনিয়ে মোৰ চকুদুটিক সিক্ত কৰি তুলিলে। বিগলিত ধাৰেৰে বাধা নমনা অশ্ৰু দুগাল তিয়াই বৈ আহিল। ফাঁচীৰ আচামী, যিজন ফাঁচীৰ আচামীয়ে প্ৰাণভিক্ষাৰ আবেদন অগ্ৰাহ্য হোৱাৰ কথা নিজেই জানিলে, সেই নিৰন্ন, ডাল-দৰিদ্ৰ, বৃদ্ধ মুণ্ডা পিতৃয়ে ভাবিছে —মই কি খাম!

ধানী মুণ্ডাই গয়া মুণ্ডাক সুধিছিল, 'ছাৱাটা কানিলু কেনে'?'

বৃদ্ধ গয়া মুণ্ডাই উত্তৰ দিছিল, 'মোৰ ছানুবে, মোৰ ভাইমাহিৰ মতন ছাৱা তো। আমাৰুদেৰ দুখে কানুছে।'

মোক কৈছিল, 'কানিছু না বে। মৰিব বুলি আমাৰ সাঁচা ডৰ নাই। বীৰসাইতে মৰিব ডৰে? সি যে মৰাছিলু, তাক ডৰ কৰা দেখাছিস? কুন্‌কোলে ডৰাছিল সি?'

প্ৰথমে গয়া মুণ্ডা আৰু ছুখুৰামক ফাঁচী দিয়া হৈছিল। তাৰ পাছত এদিন গয়া মুণ্ডাৰ মৰমৰ পুত্ৰ ছানুৰেবো ফাঁচী হ'ল। মৰাৰ আগতে ছানুৰেই গা ধুব খুজিছিল, নতুন বস্ত্ৰ পিন্ধিব খুজিছিল, কিন্ত কিবা খাবলৈ ইচ্ছা প্ৰকাশ কৰা নাছিল।

এই ফাঁচীৰ মঞ্চলৈ উঠা তিনি জনৰ মাজত এজন মুণ্ডায়ো পহানৰ মন্ত্ৰোচ্চাৰণ শুনিবলৈ ইচ্ছা প্ৰকাশ কৰা নাছিল। তিনিওজনেই তোমাৰ নাম লৈছিল।

আৰু তাৰ পাছত—মই চাকৰিত ইস্তফা দিলোঁ।

জেকবে সুধিলে, 'কিয় ?'

'কিয়—'অমূল্যই খিৰিকীয়েদি বাহিৰলৈ চাই ক'লে, 'কিয় যে চাকৰিত ইস্তফা দিছিলোঁ—কেতিয়াও নিজকো সোধা নাই।—মোৰ বোলা একোৱেই নাই মোৰ। ময়ো এই শিক্ষা-ব্যবস্থা, সমাজ-ব্যৱস্থাৰ মানুহ। এই ব্যবস্থাই মোক বৌদ্ধিক হিউম্যান বাইটো নিদিয়ে, বিবেক-বোধো নিশিকায়। মুণ্ডা বায়ট কেছত বাঙালী খ্ৰিষ্টান অমূল্য আব্ৰাহামে কিয় কষ্ট অনুভৱ কৰে, কিয় বেদনাৰে আপ্লুত হয় ? কিয় অমূল্য আব্ৰাহামে কেছৰ সমাপ্তিত চাকৰিত ইস্তফা দিয়ে ?

'মোৰ যে ত্যাগ কৰিবলগীয়া আন একো নাই। মুণ্ডা জাতিৰ ন্যাষ্য দাবীলৈ সমৰ্থন জ্ঞাপন কৰিবলৈ মই যে আন একো কৰিব নোৱাৰোঁ। মোৰ আঙুলিবোৰ কোমল, গাৰ ছাল লৰণুহেন, মোৰ টোণ নাই, কাঁড় নাই, ক'ড়িয়াবলৈ শকতিও নাই মোৰ। মই যাঠি-বলোৱা টোঁৱাই চলাব নাজানো।—মই মাত্ৰ এইদৰে—এইদৰে প্ৰতিবাদৰ ঢৌ তুলি চাকৰিত ইস্তফা দি বৰ্বৰতাৰ বিৰুদ্ধে, অন্যায়ৰ বিৰুদ্ধে, প্ৰতিবাদ জনাব পাৰোঁ।

আৰু পাৰোঁ—জীৱনৰ বাকী কালছোৱা এইবোৰ নজনা কথা জানিবলৈ, নুবুজা কথা বুজিবলৈ, নিজক নিজেই নিয়োজিত কৰিবলৈ। ইমানেই।

তোমাক।......

তুমি কোন ?

তুমি সময়ৰ আগতেই জনম লৈছিলানে ?

নে সময়েই তোমাক সৃষ্টি কৰিছিল ?

তোমাৰ আন্দোলন—

—কি ?

মুণ্ডাজাতিয়ে সেই তেওঁলোকৰ সুপ্ৰাচীন অৰণ্যৰ অধিকাৰ ঘূৰাই পাবনে? স্বীকৃত হ'বনে তেওঁলোকৰ সেই খুটকাট্টি গ্ৰামসমূহৰ জন্মাধিকাৰ? তেওঁলোকৰ জীৱনৰপৰা মহাজন-বাণিয়া-জোতদাৰ-জমিদাৰ-হাকিম-আমোলা-থানা-বন্ধা-বেগাৰীৰ পাষাণভাৰ নোহোৱা হ'বনে কেতিয়াবা?

যিমান দিনলৈ নোহোৱা নহয়, নাতঁৰে-নুগুচে, সিমান দিনলৈ অৰণ্যৰ মৰণক আঁকোৱালি ল'ব পাৰানে?

দেহৰ মৃত্যু হ'লে অমূল্য আত্মাহামৰ দৰে মানুহখিনিৰ মৃত্যু হয়।

দেহৰ মৃত্যুৰ লগে লগে বীৰসাৰো মৃত্যু হয়নে?

মই চালকাড়লৈ গৈছিলোঁ। তাৰ আগতে গৈছিলোঁ বোতোদিলৈ।

ডোনকা মুণ্ডাকো ফাঁচীৰ আদেশ দিয়া হৈছিল। কিন্তু পাছত আপিলৰ ফলত ফাঁচীৰ হুকুম ৰদ হৈ যাবজ্জীৱন দ্বীপান্তৰৰ দণ্ডলৈ পৰিৱৰ্তিত হ'ল।

সেই চেলেংজোপা দেখিলোঁ, বীৰসা। এতিয়া ১৯০১ চনৰ নভেম্বৰ, সেই চেলেংজোপা ফুলে ফুলে জাতিষ্কাৰ।

সেই গছজোপাৰ তলত বহি আছিল—সালী। মোক ধানীয়ে তালৈ লৈ গৈছিল। ধানীৰ লগত মোক দেখা পাই তাই উপলব্ধি কৰিলে যে মই শত্ৰু নহওঁ।

মোক পিৰালিত বহিবলৈ দিলে। খুদকণ পগাই খাবলৈ দিলে। ধূলিৰে ভৰা গাৰে সালীৰ পুত্ৰ পৰিবাই খেলি আছিল। সালীয়ে ক'লে, 'একদম্ কথা শুনে না, খালী খেলা কৰে।'

বিদায় লৈ গুচি আহোঁতে সালী আৰু ধানী গছজোপাৰ তলত থিয় হ'লহি। মই সুধিলোঁ, 'ডোনকা তো নাই। এতিয়া তোমালোকৰ ঘৰখন চলাবা কেনেকৈ?'

সালীৰ চকুদুখিয়ে হাঁহি উঠিল। ক'লে, কষ্ট—? কষ্ট কৰা? ভগৱান শিখাই দি গ'ল—উলগুলানৰ শেষ নাই, ভগৱানৰ মৰণ নাই। মুণ্ডাৰ জীৱনত কষ্টৰ নাটনি হ'লেও ভগৱানৰ মৰণ, উলগুলানৰ শেষ মেনা ল'ব লাগে। বোলা—?'

মই একো ক'ব পৰা নাছিলোঁ।

নিৰৱে-নিঃশব্দে চালকাড়লৈ ঘূৰি খোজ লৈছিলোঁ।

বীৰসা, এচটা বৰল শিলৰ ওপৰত বহি এই টোকা লিখি আছোঁ। শিলচটাৰ তলেদি এখন নৈ বৈ গৈছে। নৈখনৰ নাম নাজানো, নাম জনাৰ প্ৰয়োজনো নাই। বা এদিন জানি ল'ম।

লিখি আছোঁ, আৰু মাজে মাজে মৰ দাঙি চাই আছোঁ। চাই আছোঁ—এগৰাকী অশীতিপৰ বৃদ্ধা মুণ্ডা-মাতৃলৈ। তোমাৰ মাতৃলৈ। কৰমীলৈ।

প্ৰতিদিন প্ৰভাতকালত কোমতাৰ ছোৱালীজনীয়ে তাইৰ আইতাৰাক হাতত ধৰি ইয়ালৈ লৈ আহে, শিলচটাৰ ওপৰত বহুৱাই থৈ যায়। দুপৰ বেলিকা কোমতাৰ ঘৈণীয়েকে শাহুৱেৰালৈ আহাৰ্য্য লৈ আহে, বহি ইয়াতে খুৱাই-বুৱাই পুনৰ তাই ঘৰলৈ বুলি খোজ লয়। প্ৰতিদিন, যেতিয়া নৈত পানী খাবলৈ বনৰজা অহাৰ সময় চাপি আহে, তেতিয়া কেতিয়াবা মই লৈ যাওঁহি বা ছুগানাই—তোমাৰ দেউতাৰাই নিৰৱে নিমাতে হাত এখনত ধৰি তাৰপৰা তেওঁক লৈ যায়হি।

তেওঁৰ—কৰমীৰ স্থিৰ বিশ্বাস, তোমাৰ বাট চাই—এদিন নহয় এদিন তুমি উভতি অহালৈ বাট চাই বৈ থাকি থাকি—তেওঁ শিল হৈ যাব।

যিদিনা তোমাৰ বাট চাই বৈ বৈ শিল হৈ যাব, সিদিনা আৰু কাহানিও, ঘৰলৈ উভতি খোজ নল'ব।

কৰমীয়ে—তোমাৰ মাতৃয়ে কয়, 'তোমাৰলোকে মোক ঘৰলৈ ফিৰাই লৈ যোৱা কিয়? এই নদী গছ পাহাৰ মাটি জংগল চাই চাই মুই তাক ফিৰা পাওঁ।'

কৰমী এতিয়া দেখাত শিলাহেন।

যেনিবা প্ৰস্তৰীভূত।

কৰমীৰ বুক্ষ শণহেন বগা চুলিকোচা মেৰিয়াই বন্ধা, গাৰ ছাল শোঁটোৰা-শোঁটোৰ, মুখত অজস্ৰ ৰেখা, নিৰশ্ৰু চকুযুৰিৰে নিঃসীম দুৰণিত থকা তোমাক দেখা পাইছে…।'

মই লিখি আছোঁ।

মই বহি থকা বহল শিলচটাৰ তলেদি নৈখন বৈ আছে…। মই নৈৰ বুকুতো শুনি আছোঁ তাৰ কণ্ঠস্বৰ। পাথৰীমাটি, নিষ্ফল বৃক্ষৰ বৰণ্ডা বন, দিগন্তলৈকে ঢোৱাই যোৱা উন্নত পৰ্বত…। মোৰ গাত বেজিৰ ধৰে বিন্ধিছেহি উত্তৰৰ হিমচেঁচা বতাহ…।

আৰু সেইবোৰে মোক কৈ আছে ঃ

"আমি যেনে যুগমীয়া-চিৰকলীয়া সংগ্ৰাম, বীৰসাৰ সংগ্ৰামো তেনেকুৱাই। পৃথিৱীত একোৱেই শেষ হৈ নাযায়—মুণ্ডাৰী দেশ-মাটি প্ৰস্তৰ-পৰ্বত-অৰণ্য-নদী-ঋতুৰ পাছত ঋতুৰ আগমনবো যেনেকৈ শেষ নাই, তেনেকৈ—সংগ্ৰামবো শেষ নাই, শেষ হ'ব নোৱাৰে···। পৰাজয়ত সংগ্ৰামৰ অন্ত নপৰে, সাময়িক পৰাজয়ত সংগ্ৰাম সাপ্নিক হৈ থাকে, কিয়নো মানুহ জীয়াই থাকে, আমি থাকোঁ···।

মই শুনি আছোঁ······।

বিশ্বাস এতিয়ালৈকো কৰিব পৰা নাই।

পিছে—শুনি শুনি, তোমাৰ মাতৃক চাই চাই, এদিন যে বিশ্বাস কৰিব পাৰিম, তাকো জানো, বীৰসা।

এতিয়া তেন্তে—কেৱল শুনি থাকোঁনে ?

শুনি থাকোঁনে কেৱল ঃ

উলগুলানৰ শেষ নাই, ভগৱানৰ মৰণ নাই—।

উলগুলানৰ শেষ নাই, বীৰসাৰ মৰণ নাই···!

উলগুলানৰ শেষ নাই। বীৰসাৰ মৰণ···!

মোক শুনি থাকিবলৈ দিয়া···

শুনিবলৈ দিয়া মোক···

শুনিবলৈ নিশিকিলে—

বিশ্বাস কৰিমনো কেনেকৈ ?···